# ড° হীৰেন গোহাঁই

## জীৱন আৰু কৰ্মৰ সমালোচনাত্মক মূল্যায়ন

উপদেষ্টামণ্ডলী ঃ

নলিনীধৰ ভট্টাচাৰ্য • নীলমণি ফুকন • ইন্দিবৰ দেউৰী

সম্পাদক ঃ অখিল গগৈ

সম্পাদনা সহযোগী ঃ

স্বপন বমন • অতুল নেওগ • গৌতম বৰা • অ[illegible] বৰকটকী

পৰিবেশক ঃ

বনলতা

বনলতা

গুৱাহাটী ১

ডিব্ৰুগড় ১

# সূচী

## চতুৰ্থ খণ্ড



## পঞ্চম খণ্ড



## সংযোজন

# সম্পাদকীয়

কিছুবছৰৰ আগতে নতুন দৈনিক কাকতৰ বাবে এই লেখকে লোৱা এক সাক্ষাৎকাৰত ড° হীৰেন গোহাঁয়ে প্ৰকাশ কৰিছিল যে নতুনকৈ যৌৱনপ্ৰাপ্তি ঘটিলে তেখেতে সাংগঠনিক কাম-কাজত লিপ্ত হৈ সেই আদৰ্শবোৰ সাকাৰ কৰি তুলিবলৈ প্ৰয়াস কৰি যাব, যিবোৰ আদৰ্শৰ হকে তেখেতে কলমেৰে নিৰন্তৰ যুঁজি আহিছে। কথাষাৰত আত্মসমালোচনাৰ সুৰ বাজি আছে। বুদ্ধিজীৱীৰ থাকিব পৰা সীমাবদ্ধতাৰ বিষয়ে তেখেত সচেতন। তেখেতৰ গুণমুগ্ধকিছুবে আকৌ তেখেতৰ মাজত বিপ্লৱী নেতাৰ ভাৱমূৰ্তি এটাৰ প্ৰত্যাশা কৰে। কথাটোৱে ড° গোহাঁই সম্পৰ্কে অহেতুক জটিলতাৰ সৃষ্টি কৰা দেখা যায়। এই খেলি-মেলিৰ পৰা আঁতৰি বুদ্ধিজীৱী হিচাপেহে বিচাৰ কৰিলেহে তেখেতৰ বিষয়ে সঠিক মূল্যায়ন সম্ভৱ হ'ব। আৱেগিক বীৰপূজা যেনেকৈ বৰ্জনীয়, তেনেকৈয়ে নিজৰ পছন্দ অনুসৰি এক কল্পমূৰ্তি নিৰ্মাণ কৰি এক জীৱন্ত ব্যক্তিৰ গাত সেইবোৰ আৰোপ কৰাৰ চেষ্টাও সমানেই ক্ষতিকাৰক। দুয়োক্ষেত্ৰতেই প্ৰকৃত সত্য সুদূৰপৰাহত হৈ পৰে। তাৰ মাজতো ড' গোহাঁইৰ ব্যক্তিত্বৰ এটা উজ্জ্বল দিশ আছে। সমসাময়িক বিশ্বৰ কেইজনমান ব্যতিক্ৰম বুদ্ধিজীৱীৰ দৰেই (নৌম চ'মস্কি, প'ল ছুইজি ইত্যাদি) তেখেতেও সক্ৰিয়ভাৱে প্ৰতিবাদী আন্দোলনসমূহত অংশগ্ৰহণ কৰি আহিছে। আজি সমগ্ৰ বিশ্ব জুৰি বৌদ্ধিক জগতত দেখা পোৱা তত্ত্বৰ যি লীলাখেলা আৰু জীৱনক ছানি পেলোৱা নিষ্ক্ৰিয়তাৰ দৰ্শন তাৰ মাজত কথাটোৰ ব্যাপক তাৎপৰ্য থকা বুলি আমি অনুভৱ কৰো। মাৰ্ক্স আৰু এঙ্গেলছে বুদ্ধিজীৱীক দুটা প্ৰধান শ্ৰেণীত ভাগ কৰিছে ঃ ৰক্ষণশীল আৰু প্ৰগতিশীল। সন্দেহ নাই ড° গোহাঁই দ্বিতীয় শ্ৰেণীভুক্ত। এইক্ষেত্ৰত গ্ৰামশ্চি কথিত Organic Intellectual-অৰ ধাৰণাটোও বিচাৰযোগ্য।

'কোনো ব্যক্তিয়েই ইতিহাসৰ উৰ্ধ্বত নহয়।' ড বাণীকান্ত কাকতিৰ চিন্তাৰ বিকাশ ঘটিছিল 'স্বাধীনতা আন্দোলন'ৰ জাতীয়তাবাদী অনুপ্ৰেৰণাত। সেই উৎসাহৰ আশাভঙ্গৰ উপলব্ধিৰে তেখেতে আমাৰ মাজৰ পৰা বিদায় লয়। ড° গোহাঁইৰ চেতনাৰ অঙ্কুৰণ ঘটিছিল এই আশাভঙ্গৰ মাজত আৰু ই এক নিৰ্দিষ্ট গঢ় লৈছিল বিংশ শতিকাৰ ষাঠি আৰু সত্তৰৰ দশকৰ উত্তাল পৰিবেশত --- যি সময়ত প্ৰগতিশীল আদৰ্শত উদ্বুদ্ধ হৈ জাতিয়ে এক বিকল্প পথৰ সন্ধান কৰিছে। বেলেগ বেলেগ স্তৰ অতিক্ৰম কৰি আহি নব্বৈ দশকৰ পৰা তেখেতৰ সংগ্ৰাম চলিছে সৰ্বাত্মক নৈৰাজ্য আৰু অনিশ্চয়তাৰ বিৰুদ্ধে। এনে প্ৰেক্ষাপটত গোহাঁইৰ মূল্যায়নো নিশ্চয়কৈ শ্ৰেণী

দৃষ্টিকোণৰ পৰাই হ'ব। এনে সংকটকালত ন্যস্ত স্বাৰ্থৰ জাল ভেদি বস্তুনিষ্ঠভাৱে গোহাঁইৰ চিন্তা-আদৰ্শৰ উৎক্ষেপনেই এই কিতাপ প্ৰকাশৰ কেন্দ্ৰীয় উদ্দেশ্য।

কিতাপখন আচলতে গুৱাহাটী বিশ্ববিদ্যালয় অধ্যয়ন চক্ৰই আয়োজন কৰা সম্বৰ্ধনা অনুষ্ঠানৰেই ফচল। গতিকে চক্ৰৰ সমূহ সদস্য তথা প্ৰাক্তন সদস্যসকল ইয়াৰ বাবে কৃতজ্ঞতাৰ পাত্ৰ। কিতাপখন যুগুতাওঁতে দিহা-পৰামৰ্শ আৰু অন্যান্য ধৰণে সহায় সাৰথি কৰাৰ বাবে এইসকললৈ আমাৰ কৃতজ্ঞতা যাচিলো ঃ

সৰ্বশ্ৰী ৰাজেন কলিতা, প্ৰদীপ আচাৰ্য্য, নিত্য বৰা, পৰমানন্দ মজুমদাৰ, ৰাণী গোহাঁই, প্ৰভাত বৰা, ভবেন, বিপ্লৱ, কমল, সম্পাদনা সমিতিৰ সদস্যসকল আৰু কিতাপখনৰ কাম কিমান আগবাঢ়িছে বুলি খবৰ লোৱা সকলোটি। সদৌ শেষত বিশেষভাৱে কৃতজ্ঞতা জনালো— সবিনয়ৰ স্বত্বাধিকাৰী সুকৃতি বিজয় দাস আৰু ডি.টি.পিৰ সহায়ৰ বাবে জয়ন্ত শৰ্মা বৰুৱালৈ। ❑

প্ৰস্তাৱনা

# ড° হীৰেন গোহাঁইৰ বিষয়ে

**নলিনীধৰ ভট্টাচাৰ্য**

কিয় জানো ক'ব নোৱাৰো, ড° হীৰেন গোহাঁইক আজিও মোৰ ডেকা ডেকা লাগে। তেওঁ মোতকৈ সাত খলপীয়া সৰু বাবেও এনে ধাৰণা হ'ব পাৰে। তেওঁৰ চকুৱে-মুখে তাৰুণ্যৰ উজ্জ্বল দীপ্তি এতিয়াও বৰ্তমান। এতিয়াও তেওঁৰ মেধা প্ৰখৰ, প্ৰাণ-শক্তি অফুৰন্ত। সময়ে মনে মনে তেওঁক যে অৱসৰৰ কোঠাত সুমুৱাই দিবহি সেই ধাৰণা কৰাটো মোৰ পক্ষে টান; কিন্তু সেইটোৱেই বোধহয় বাস্তৱ আৰু সেইটোৱেই আমাৰ নিয়তি। আমি অৱশ্যে এটা কথা জানো, তেওঁ সেই অৱসৰৰ কোঠাত ৰুদ্ধশ্বাস হৈ বহি নেথাকে, বন্দী হৈ থকাটো তেওঁৰ স্বভাৱ-বিৰুদ্ধ; তেওঁ ওলাই আহি কলমৰ যুঁজখন চলাই যাব। তেওঁৰ এই সংগ্ৰামী সত্তা এশটা শৰৎ জীয়াই থাকক, সাহিত্যৰ নাওখনৰ কাণ্ডাৰী হৈ আৰু অধিক বলিষ্ঠ দিক্-নিৰ্ণয়ী ভূমিকা লওক আৰু নানাভাৱে বিপৰ্যস্ত আমাৰ সমাজখনৰ আধুনিক বিবেকস্বৰূপ হওক— আজি এই সম্বৰ্ধনাৰ মুহূৰ্তত অতিশয় আন্তৰিকতাৰে মই এই আশা কৰিছো। ষাঠিৰ দশকৰ পৰা তেওঁ নিৰৱচ্ছিন্নভাৱে কলম চলাই আছে, এতিয়া চাকৰি জীৱনৰ জঞ্জালৰ পৰা মুক্ত হৈ একাণপতীয়াভাৱে লিখিবলৈ তেওঁক নিশ্চয় সময়ে সময় দিব।

চিন্তাৰ গদ্যত সিদ্ধহস্ত এইজন প্ৰখৰ মেধাসম্পন্ন ব্যক্তিৰ প্ৰতিভাৰ উন্মেষৰ ক্ষেত্ৰ ক্ৰমে গুৱাহাটী, কলিকতা, দিল্লী আৰু সুদূৰ কেম্ব্ৰিজ। সাহিত্য আৰু সমাজ সম্বন্ধে তেওঁৰ জিজ্ঞাসা সৰুৰে পৰাই আছিল। এই জিজ্ঞাসাই এক ধৰণৰ পৰিণতি পাইছিল যেতিয়া তেওঁ ইংৰাজ কবি মিল্টনৰ বিষয়ে গৱেষণা কৰিছিল। এই কেম্ব্ৰিজেই তেওঁৰ জিজ্ঞাসাক আৰু এটি মাত্ৰা দিলে। ভাৰত আৰু পশ্চিমৰ সমাজৰ চিত্ৰৰ তুলনামূলক অধ্যয়ন কৰি তেওঁ তেতিয়াই সমাজবাদৰ ফালে ঢাল খাইছিল। 'ভাৰতীয় সমাজবাদী লীগ' স্থাপনৰ পৰাই সেই কথা বুজিব পাৰি। পিছৰ জীৱনত এই অংকুৰ মহীৰুহত পৰিণত হৈছিল।

তেওঁ কবিতা, গল্প আদি লিখিবলৈ লৈছিল যদিও পিছলৈ সেইবোৰ এৰি সাহিত্য সমালোচনাত মনপুতি লাগে। নিৰঞ্জন ফুকন নাম লৈ যিকেইটা কবিতা লিখিছিল, তাৰ ভিতৰত উত্তৰ-ৰবীন্দ্ৰ, যযাতি, ফেউৰা আদি উল্লেখযোগ্য। এইবোৰত ঘাইকৈ মননশীল ব্যংগ ফুটি উঠিছে। সাহিত্য-সমালোচনাৰ দিশত তেওঁ এতিয়ালৈকে যিখিনি কৰিছে, সেইখিনি অসমীয়া সাহিত্যত অভিনৱভাৱে প্ৰণালীবদ্ধ আৰু পূৰ্বসূৰীসকলৰ অসম্পূৰ্ণতা দূৰ কৰাৰ প্ৰয়াসী। প্ৰথম অৱস্থাত তেওঁ এলিয়ট, লীবিছ আদিৰ সাহিত্য-তত্ত্বৰ প্ৰতি আগ্ৰহী আছিল আৰু তাৰ পোহৰতে তেওঁ অসমীয়া সাহিত্যৰ সমীক্ষা কৰিছিল। ইয়াতো তেওঁ বিদ্যায়তনিক

দিশটোতে আবদ্ধ নেথাকি কলাকৃতিৰ জীৱনৰ লগত থকা সূক্ষ্ম সম্পৰ্কও বিচাৰ কৰিছিল। ৰোমাণ্টিক যুগৰ কবি আৰু সমালোচকসকলৰ গুণ, দোষ আৰু সীমাবদ্ধতা তেওঁ যেনেকৈ দেখুৱাইছে, সেইদৰে আধুনিক কবি, ঔপন্যাসিক, গল্পকাৰ, সমালোচকসকলৰো বিস্তৃত আৰু অনুপুংখ আলোচনা আগবঢাইছে। তেওঁৰ আলোচনা নিৰাবেগ, যুক্তিপূৰ্ণ আৰু বস্তুনিষ্ঠ। পিছলৈ মাৰ্ক্সবাদী দৃষ্টিভংগীৰেই তেওঁ আলোচনা কৰিবলৈ ল'লে আৰু ছোভিয়েটৰ পতনৰ পিছতো সেই দৃষ্টিভংগীৰ প্ৰতি তেওঁ শ্ৰদ্ধাশীল হৈ আছে। তেওঁৰ মাৰ্ক্সবাদ যান্ত্ৰিক বা চৰকাৰী নহয়, সি জীৱনৰ কষটি শিলত নানাভাৱে পৰীক্ষিত। মাৰ্ক্সবাদৰ জৰিয়তে আধুনিক জীৱনৰ জটিলতা ব্যাখ্যা কৰাটো তুলনামূলকভাৱে সহজ, সত্যক চিনিবলৈ মাৰ্ক্সবাদী দৃষ্টিভংগীৰ প্ৰয়োজন অস্বীকাৰ কৰিব নোৱাৰি। সাম্প্ৰতিক ইউৰোপৰ চিন্তা-চৰ্চাবোৰো, বিশেষকৈ বিনিৰ্মাণ তত্ত্ব উত্তৰ আধুনিকতাৰ বিষয়েও তেওঁ আলোচনা কৰিছে আৰু সেইবোৰে আগ্ৰহী অসমীয়া পাঠকৰ কৌতূহল বঢাইছে।

তেওঁ আমাৰ বহুতো স্মৰণীয় লেখকৰ বিষয়ে আলোচনা কৰিছে। ইয়াৰ ভিতৰত শংকৰদেৱ, বেজবৰুৱা, জ্যোতিপ্ৰসাদ, বিৰিঞ্চি বৰুৱা, বিষ্ণু ৰাভা, অম্বিকাগিৰী আদি উল্লেখযোগ্য। এই সূক্ষ্ম বিচাৰবোৰৰ ভেটি জীৱন জিজ্ঞাসা আৰু নৈৰ্ব্যক্তিকতা। অসমীয়া সাহিত্যত এই ধৰণৰ আলোচনা নতুন। আধুনিক কবিসকলৰ ভিতৰৰে বহুতৰে কবিতাৰ বিচাৰ তেওঁ কৰিছে। তাৰ শ্ৰেষ্ঠ নিদৰ্শন হ'ল নীলমণি ফুকন সম্পৰ্কে কৰা আলোচনা। পাশ্চাত্য তত্ত্বৰ পোহৰত উপন্যাসৰ বিৱৰ্তন সম্বন্ধে তেওঁ কৰা আলোচনাত তেওঁৰ বিশ্লেষণী ক্ষমতা আৰু অন্তৰ্দৃষ্টিৰ পৰিচয় আছে। তৰুণসকলৰ তাৎপৰ্যপূৰ্ণ লিখাৰ প্ৰতিও তেওঁ সহানুভূতিশীল আৰু তেওঁবিলাকে তেওঁৰ উৎসাহ-উদগনি পাই আছে। কবি হীৰেন্দ্ৰ নাথ দত্তই লিখিছে, গোহাঁইৰ পৰৱৰ্তী কালৰ লিখাবোৰ বিবেচনালৈ আনিলে তেওঁক এজন কৰ্ণধাৰ সমালোচক বুলিব পাৰি। এই কথা সঁচা, **সাহিত্যৰ সত্য** নামৰ পুথিতে তাৰ প্ৰতিশ্ৰুতি নিহিত আছিল বুলি ক'লে ভুল কোৱা নহয়। সমালোচক আনন্দ বৰমুদৈয়ে **সাহিত্যৰ সত্য** নামৰ প্ৰবন্ধত এইবুলি উল্লেখ কৰিছে যে আধুনিক অসমীয়া সাহিত্যত প্ৰণালীবদ্ধভাৱে সাহিত্য বিচাৰ আৰম্ভ কৰা ড হীৰেন গোহাঁই প্ৰথম অসমীয়া সমালোচক। এই কথাত আমিও একমত। পূৰ্বসূৰীসকলৰ বিশেষকৈ বাণীকান্ত কাকতি, বিৰিঞ্চি বৰুৱা, হেম বৰুৱা, মহেন্দ্ৰ বৰা আদিৰ অসম্পূৰ্ণতা দূৰ কৰি পাশ্চাত্য সাহিত্য-চিন্তা আৰু আমাৰ সমাজ জীৱনৰ পটভূমিত এটি নতুন সমালোচনাৰ আৰ্হি তেওঁ স্থাপন কৰিছে।

সাহিত্য সমালোচনাৰ বাহিৰত আন আন বিষয়তো তেওঁৰ বৌদ্ধিক জিজ্ঞাসাই হাত দিছে। বিশেষকৈ অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ ইতিহাস তেওঁ লিখিছে— এই শ্ৰেণীটোৰ দোষ গুণ ঐতিহাসিক পৰিপ্ৰেক্ষিতত তেওঁ চালি জাৰি চাইছে। এনে বিশ্লেষণে আমাৰ মধ্যবিত্ত শ্ৰেণীৰ সংকীৰ্ণ ৰুচিক প্ৰশস্ত কৰিছে আৰু সমাজৰ প্ৰতি দায়িত্ববোধ বঢাইছে। সুস্থ জাতীয়তাবাদনো কি তাৰ বিষয়েও তেওঁ অ'ত-ত'ত ব্যাখ্যা কৰিছে। পুঁজিবাদী পৰিবেশত আমাৰ সাধাৰণ মানুহৰ দাৰিদ্ৰ্য, অশিক্ষা, নিৰক্ষৰতা, কুসংস্কাৰ কেনেকৈ চলি আছে, ইলেক্ট্ৰনিক মাধ্যমসমূহে আমাৰ ৰুচিৰ মান কেনেকৈ নিম্নগামী কৰিছে— এইবোৰ বিষয়েও তেওঁৰ বিস্তৃত আলোচনা আছে। মোৱামৰীয়া গণ-বিপ্লৱৰ বিষয়েও তেওঁ বস্তুনিষ্ঠ গৱেষণা

কৰিছে। এই বিষয়ত ড° অমলেন্দু গুহ, ড° গোহাঁই আৰু ডা° ধ্ৰুৱজ্যোতি বৰাৰ গৱেষণা মূল্যবান। নতুন পৃথিৱীত থকা কালছোৱাত অসমৰ প্ৰগতিবাদী সাহিত্যৰ ধাৰাটো শক্তিশালী কৰাতো তেওঁৰ যথেষ্ট অৰিহণা আছে।

ড° গোহাঁইৰ সাংবাদিকতাও উপেক্ষণীয় নহয়। সাংবাদিক হিচাপে আজিৰ মানৱতাহীন ৰাজনীতিৰ বিৰুদ্ধেই তেওঁ এটা প্ৰতিবাদী স্থিতি লৈছে। তেওঁ কেবাখনো কাকত সম্পাদনাও কৰিছে। এইবোৰত সাময়িক ঘটনাৰ গভীৰ বিশ্লেষণ আছে। বিশ্লেষণাত্মক আৰু প্ৰতিবাদী ৰচনাৰ বাবেই নিৰ্ভীকভাৱে সত্যটো দাঙি ধৰি জনগণৰ সপক্ষে মাত মতা বাবেই তেওঁ কেতিয়াবা অবিবেচকৰ ৰোষৰ বলি হ'বলগীয়াও হৈছে। আমাৰ মানুহৰ মনৰ বিকাশ যে আজিও ঘটা নাই, বৌদ্ধিক স্বাধীনতা যে আমাৰ দেশত বিপৰ্যস্ত— তেনে ঘটনা তাৰেই প্ৰমাণ। সন্ত্ৰাসবাদ সম্বন্ধেও তেওঁৰ নিৰ্ভীক আৰু বলিষ্ঠ মন্তব্য আছে। গোষ্ঠীযুদ্ধৰ বিফলতা সম্বন্ধে তেওঁৰ যি মানৱীয় শক্তি সিও প্ৰণিধানযোগ্য।

ড° গোহাঁই কেৱল বুদ্ধিজীৱী, সাহিত্যিক, সাংবাদিকেই নহয়। তেওঁ এজন মানৱপ্ৰেমীও। তেওঁৰ জীৱনৰ লক্ষ্য হ'ল সৰ্বসাধাৰণ মানুহৰ কল্যাণ সাধন। নৈৰ্ব্যক্তিক আৰু বস্তুনিষ্ঠ চিন্তক হিচাপে তেওঁ জানে যে আমাৰ দেশৰ দাৰিদ্ৰ্যৰ অন্য নাম বঞ্চনা। এই বঞ্চনাৰ সংৰক্ষণৰ বাবে যি কৌশল ৰচনা কৰা হৈছে— তাৰ বিৰুদ্ধেই তেওঁৰ সংগ্ৰাম। তেওঁ সংবেদনশীল মানুহ। ব্যক্তিত্বসম্পন্ন, গুণী আৰু শ্ৰদ্ধাভাজন এই ব্যক্তিজনৰ অন্তৰো কোমল। তেওঁৰ **লস্তু লাগিজ** পঢ়িলে তাৰ আভাস পোৱা যায়। তেওঁ প্ৰকৃতিপ্ৰেমীও, বিক্ষিপ্তভাৱে তেওঁৰ লিখাবোৰত প্ৰকৃতিপ্ৰেমৰ উল্লেখ আছে। এজন প্ৰকৃত দেশপ্ৰেমিক, নিষ্ঠাবান সাহিত্যিক, সংগ্ৰামী যুক্তিনিষ্ঠ সাংবাদিক, সমাজ সচেতন বুদ্ধিজীৱী, তীক্ষ্ণ ধীশক্তিসম্পন্ন, মানৱীয় মূল্যবোধৰ প্ৰবক্তা ড° গোহাঁই অসমী আইৰ সুসন্তান, তেওঁৰ হাতত দেশ আৰু জাতি সম্পূৰ্ণ নিৰাপদ।

গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যয়ন চক্ৰৰ এই উদ্যোগ প্ৰশংসনীয়, কিন্তু তেওঁবিলাকে ইয়াতে ক্ষান্ত থাকিলে নহ'ব। তেওঁবিলাকে দুই-এটা কাম হাতত ল'ব পাৰে। ড° গোহাঁইৰ নিৰ্বাচিত লিখনিৰ হিন্দী আৰু ইংৰাজী অনুবাদৰ আঁচনি কৰা, এখন অভিনন্দন গ্ৰন্থ সংকলন কৰা আৰু কবিতাখিনি ছপা কৰি উলিওৱা— এই তিনিটা কাম অধ্যয়ন চক্ৰই হাতত লোৱা উচিত। অৱশ্যে কামবোৰ সহজ নহয়, কিন্তু মই ভাবো, নিষ্ঠাৰে হাতত ল'লে উপায়ো ওলাব। মই মনত খেলোৱা দুই-এটা আধৰুৱা কথা কৈ ড° গোহাঁইৰ সুদীৰ্ঘ জীৱন আৰু উজ্জ্বলতৰ ভৱিষ্যৎ কামনা কৰিছোঁ আৰু লগতে সস্নেহ শ্ৰদ্ধা জনাই মোৰ বক্তব্যৰ সামৰণি মাৰিছো। ❑

*[ ২৮ ফেব্ৰুৱাৰী, ১৯৯৯ চনত গুৱাহাটী বিশ্ববিদ্যালয় অধ্যয়ন চক্ৰই আয়োজন কৰা 'ড° হীৰেন গোহাঁইলৈ সম্বৰ্ধনা' সভাত প্ৰদান কৰা সভাপতিৰ ভাষণ। উল্লেখযোগ্য যে এই সভাখনি ড° গোহাঁয়ে গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা আনুষ্ঠানিকভাৱে লোৱা অৱসৰ উপলক্ষে আয়োজন কৰা হৈছিল। — সম্পাদক ]*

প্ৰথম খণ্ড

# অসমৰ সমাজৰ গণতান্ত্ৰিকীকৰণত ড° হীৰেন গোহাঁইৰ ভূমিকা

• উদয়াদিত্য ভৰালী

বিংশ শতিকাত আত্মপ্ৰকাশ কৰা অসমৰ বুদ্ধিজীৱীসকলৰ আগশাৰীৰ এজন হ'ল ড° হীৰেন গোহাঁই। যোৱা চাৰিটা দশক ধৰি তেওঁ সমাজ জীৱনত দেখা দিয়া প্ৰতিটো গভীৰ সংকটৰ কালত উল্লেখযোগ্য প্ৰগতিশীল ভূমিকাৰে আৰু অসমক জুৰুলা কৰা সমস্যাৰাজিৰ নিৰ্ভীক তথা বস্তুনিষ্ঠ বিশ্লেষণেৰে সমাজ-জীৱনৰ গণতান্ত্ৰিকীকৰণত গুৰুত্বপূৰ্ণ অৰিহণা যোগাই আহিছে। অৱশ্যে তেওঁৰ অতি চোকা আৰু ক্ষেত্ৰ বিশেষে প্ৰয়োগ কৰা ব্যঙ্গাত্মক ভাষাই কেতিয়াবা অপ্ৰয়োজনীয় তিক্ততাৰ সৃষ্টিও নকৰা নহয়। পৰিৱৰ্তিত পৰিস্থিতিৰ দাবীত, অথবা নিজ মতক পৰিশোধিত কৰাৰ তথা পূৰ্ণতা প্ৰদানৰ স্বাৰ্থত তেওঁ প্ৰয়োজন সাপেক্ষে সেইবোৰৰ লাগতিয়াল শুদ্ধিকৰণো কৰিছে। উচিত সমালোচনাক গ্ৰহণ কৰিবলৈ তেওঁ কাহানিও কুণ্ঠাবোধ কৰা নাই আৰু সমালোচনা আগবঢ়োৱা উচিত বুলি গণ্য কৰা বিষয়বোৰক তীক্ষ্ণভাৱে সমালোচনা কৰি আহিছে। গণতান্ত্ৰিক আদৰ্শৰ তেওঁ দৃঢ় সমৰ্থন সদায় জনাই আহিছে আৰু এই দিশত কোনো আপোচ তেওঁ কৰা নাই।

যোৱা শতিকাৰ ষাঠিৰ দশকৰ মাজভাগলৈকে ড° গোহাঁই মধ্যবিত্তৰ উদাৰ মানৱতাবাদী ধাৰাৰ অংশীদাৰ আছিল। কিন্তু অসমীয়া মধ্যবিত্তৰ এক চকুত পৰা অংশৰ মাজত যথেষ্ট প্ৰবল তথা বৰ্ণহিন্দু চেতনা উদ্ভুত জাতিভেদ, গোষ্ঠীবাদ, সাম্প্ৰদায়িকতা ইত্যাদি সম্পৰ্কে নিৰ্বিকাৰ, অথবা আত্মসন্তুষ্টিৰ ভাব তেওঁ কাহানিও পোষণ কৰা নাছিল। ষাঠিৰ দশকৰ শেষ ভাগত তেওঁ মাৰ্ক্সীয় দৰ্শন গ্ৰহণ কৰে আৰু পৰিণত হয় এজন পূৰ্ণাংগ অৰ্থৰ আপোচহীন গণতন্ত্ৰীলৈ। অতি কম দিনৰ ভিতৰতেই ড° গোহাঁয়ে বাওঁ-গণতান্ত্ৰিক আন্দোলনৰ এজন নিষ্ঠাবান নেতা হিচাপে প্ৰতিষ্ঠা লাভ কৰে।

জাতীয় প্ৰশ্ন, জাতীয়তাবাদ, আঞ্চলিকতাবাদ, গণতান্ত্ৰিক মূল্যবোধ, মানৱতাবাদ, ফেচিবাদ তথা ধৰ্মান্ধতাৰ বিৰোধিতা, মাৰ্ক্সবাদৰ চৰ্চা- ইত্যাদি বিষয়বোৰে সাম্প্ৰতিক কালৰ অসমৰ সমাজ জীৱনত বিশেষ গুৰুত্ব লাভ কৰিছে। এই বিষয়বোৰ সম্পৰ্কে যোৱা তিনিটা দশক ধৰি অসমত যি চিন্তা-চৰ্চা হৈছে আৰু সেইবোৰক কেন্দ্ৰ কৰি যি আন্দোলনসমূহ

সংগঠিত হৈছে সেই দিশত ড° গোহাঁইৰ অৰিহণা তথা ভূমিকা বিশেষভাৱে প্ৰণিধানযোগ্য। তেনেকৈয়ে অতি উল্লেখযোগ্য সাহিত্য সমালোচক তথা ৰাজনৈতিক ভাষ্যকাৰ হিচাপে তেওঁৰ ভূমিকা।

বুদ্ধিজীৱী জীৱনৰ পাতনি সম্পৰ্কে ড° গোহাঁয়ে নিজেই কৈছে - "In fact the present author....started his career as a literary critic" (Assam, A Burning Question, Hiren Gohain, Spectrum Publication, 1985, page IX) সেই পাতনিকালৰ নিজ দৃষ্টিভংগী সম্পৰ্কে উমান দি তেওঁ লিখিছে ঃ "সংস্কৃতিসেৱী হিচাপে আমাৰ আগৰ চিন্তাধাৰা বুৰ্জোৱা আদৰ্শৰে বিদূষিত আছিল।.....সাহিত্যক শ্ৰেণী সংগ্ৰামৰ পৰা নিলগাই ৰখাৰ চেষ্টা 'সমাজ আৰু সমালোচনা'ত পৰিস্ফুট।" (সাহিত্য আৰু চেতনা, ড° হীৰেন গোহাঁই, লয়াৰ্ছ সংস্কৰণ, ১৯৯১, পৃঃ ১)।

যি বাস্তৱ পৰিস্থিতিৰ দাবীত ড° গোহাঁয়ে তেওঁৰ চৰ্চাৰ ক্ষেত্ৰখনত আন দিশবোৰকো বিশেষ প্ৰাধান্য দিবলৈ মনস্থ কৰিলে সেই সম্পৰ্কে তেওঁৰ বক্তব্য হ'ল ঃ "....felt compelled to cross the boundaries of his area and venture into obscure and dark corners of Assamese history and society when familiar objects no longer seemed familiar under a searching scrutiny." (Assam, A Burning Question, op.cit, P.X)

ড° হীৰেন গোহাঁইৰ দৃষ্টিভংগীলৈ যি গুণগত পৰিৱৰ্তন ষাঠিৰ দশকৰ অন্তিমছোৱাৰ পৰা আহিছিল তাৰ মূলতেই যে আছিল মাৰ্ক্সীয় দৰ্শন গ্ৰহণ কৰাটো, তাক তেওঁৰ লিখনিসমূহেই প্ৰমাণ কৰে। অৱশ্যে এই দিশতো তেওঁৰ মতাদৰ্শগত উত্তৰণৰ যে স্পষ্ট স্তৰ আছে তাক স্বীকাৰ কৰি তেওঁ লিখিছে ঃ "বৰ্তমানৰ সংকলনখনে যোৱা তিনি বছৰে মোৰ মনলৈ অহা পৰিৱৰ্তনৰ সাক্ষ্য বহন কৰিছে। মোৰ মনৰ মাজত থকা বুৰ্জোৱা আৰু পেটি বুৰ্জোৱা সংস্কাৰবোৰৰ সম্পৰ্কে মই অধিক সজাগ আৰু নিৰ্মম হৈ আহিছো এই সময়ছোৱাত। আন আন কাৰণৰ লগতে মাও-ছে-তুঙৰ ৰচনাৱলীৰ লগত আগতকৈ নিবিড় পৰিচয় ঘটাও এই পৰিৱৰ্তনৰ প্ৰধান কাৰণ বুলি ভাবো। .....আমি ভাবিছিলো - বহুতে আজিও ভাবে যে সংস্কৃতি শ্ৰেণী নিৰপেক্ষ।....শ্ৰেণী চেতনাৰ অপৈণত অৱস্থাৰ ফলত এই প্ৰতাৰণা বুজাটো আমাৰ সাধ্যাতীত আছিল।....সংগ্ৰামী সৰ্বহাৰাৰ দৃষ্টিকোণ আৰু মূল্যবোধৰ পৰা এই বিষয়ে পৰিষ্কাৰ, প্ৰণালীবদ্ধ, বিস্তাৰিত আলোচনা মাও-ছে-তুঙৰ অৱদান। আমাৰ সেই সময়ৰ ৰাজনৈতিক নেতাসকলৰ পৰা আমি মাও-ছে-তুঙ সম্পৰ্কে দ্বিধাহীন চাৰ্টিফিকেট পোৱা নাছিলো। সেয়ে তেওঁৰ ৰচনাৱলীও বিশেষ শ্ৰদ্ধা আৰু মনযোগেৰে পঢ়া নাছিলো। আমাৰ গুৰু আছিল হাংগেৰীৰ খ্যাতনামা তাত্ত্বিক গীয়ৰ্গ লুকাচ্চ। ....অথচ, মাও-ছে-তুঙৰ সমাজ আমাৰ সমাজৰ অধিক সগোত্ৰৰ, মাও-ছে-তুঙৰ বিচাৰ আমাৰ আশু সমস্যাৱলীৰ বাবে অধিক উপযোগী।...." (সাহিত্য আৰু চেতনা, পূৰ্বোক্ত, পৃঃ ২) অৱশ্যে "বাস্তৱ পৰিস্থিতিৰ

বস্তুনিষ্ঠ বিশ্লেষণৰ ভিত্তিত গঢ়ি তোলা কাৰ্যসূচীৰ জৰিয়তেহে সমাজৰ আমূল পৰিবৰ্তন সাধিব পাৰি আৰু এই ক্ষেত্ৰত আন সফল দৃষ্টান্তৰ যান্ত্ৰিক অনুকৰণ নিস্ফল" - দ্বন্দ্ববাদৰ এই সঠিক নীতিকো তেওঁ শ্ৰদ্ধা জনাই আহিছে।

ড হীৰেন গোহাঁই অসমৰ শ্ৰেষ্ঠ বুদ্ধিজীৱীসকলৰ এজন আৰু বুদ্ধিজীৱী সম্পৰ্কে তেওঁৰ মত হ'ল : "বুদ্ধিজীৱী স্বপ্নদ্ৰষ্টা নহয়। বৌদ্ধিক দিশত জনগণৰ চেতনা উন্নত কৰা, জীৱনৰ লক্ষ্য আৰু তাৰ পথ সম্পৰ্কে শিক্ষিত কৰা, নতুন সমাজ আৰু সংস্কৃতি গঢ়াত নেতৃত্ব দিয়া বুদ্ধিজীৱীৰ প্ৰকৃত পৰিচয় এনে কামেহে দাঙি ধৰে।" (ড মদন শৰ্মাৰ দ্বাৰা উদ্ধৃত, **বিংশ শতাব্দী আৰু অসম**, সোণালী জয়ন্তী গ্ৰন্থ, দেৱৰাজ ৰয় কলেজ, গোলাঘাট, ২০০০ চন, সম্পাদকদ্বয় : গীতাশ্ৰী তামুলী আৰু হেম ফুকন, পৃঃ ৬২)।

যিখন অসমৰ সমাজৰ গণতান্ত্ৰিকীকৰণত ড গোহাঁযে গুৰুত্বপূৰ্ণ বৰঙণি আগবঢ়াইছে সেই অসমৰ সমাজ এফালেদি সামন্তীয় অৱশিষ্টৰে পিষ্ট আৰু আনফালেদি সাম্ৰাজ্যবাদীৰ অৰ্থনৈতিক লুণ্ঠনেৰে লুণ্ঠিত, য'ত হাত-বাটু ধৰি দিছে দেশীয় সহযোগীবোৰে। অসম যি ভাৰতীয় ৰাষ্ট্ৰৰ অংগ সেই ৰাষ্ট্ৰৰ চৰিত্ৰ সম্পৰ্কে গোহাঁইৰ বক্তব্য হ'ল : "ভাৰতীয় অৰ্ধ ঔপনিবেশিক ব্যৱস্থা, অৰ্ধ পুঁজিবাদী, অৰ্ধ সামন্তবাদী সমাজ ।" (**বন্দৰৰ কাল**, ড' হীৰেন গোহাঁই, ৰূপালীম প্ৰকাশন ১৯৯৩ সংস্কৰণ, পৃঃ ১০০)। তদুপৰি এই ৰাজ্যত বসবাস কৰা কিছুমান জনগোষ্ঠীৰ মাজত জনজাতীয় অৱশিষ্টও বিভিন্ন স্তৰৰে জীয়াই আছে। এই বৈশিষ্ট্যলৈ আঙুলিয়াই দি গোহাঁযে কৈছে : "অসমৰ সমাজ ব্যৱস্থা আৰু সংস্কৃতিৰ এক অনন্য বৈশিষ্ট্য হৈছে জনজাতীয় বা গোষ্ঠীগত স্বতন্ত্ৰতাৰ অধিকাৰ।" (**বিংশ শতাব্দী আৰু অসম**, পূৰ্বোক্ত, বিংশ শতাব্দীৰ ইতিহাসৰ উত্তৰণ সংকট, ড হীৰেন গোহাঁই, পৃঃ ১৯)।

সমাজখনত জাতিভেদৰ প্ৰকোপো সম্পূৰ্ণ বিলুপ্ত হোৱা নাই। সাম্প্ৰতিক কালৰ এই চিত্ৰখন সম্পৰ্কে গোহাঁযে লিখিছে : "আমি সাম্প্ৰতিক কালত দেখোঁ যে শ্ৰেণীগত বিকাশ সত্ত্বেও অসমৰ কৃষক সমাজত গোষ্ঠীগত নিপীড়নৰ চেতনা প্ৰবল। OBC আন্দোলন, শংকৰ সংঘ আদি আন্দোলনৰ গুৰিতে আছিল বৰ্ণহিন্দু প্ৰভাৱিত সমাজত গোষ্ঠীগত নিপীড়নৰ চেতনা আৰু তাৰ বিৰুদ্ধে প্ৰতিবাদ।" (**বিংশ শতাব্দী আৰু অসম**, পূৰ্বোক্ত, পৃঃ ১৮)।" স্বাধীনতাৰ পিছত অসমত যি মধ্যবিত্ত শ্ৰেণীয়ে ৰাজনৈতিক ক্ষমতা আৰু সামাজিক প্ৰাধান্য লাভ কৰিলে তেওঁলোকৰ দৃষ্টিভংগী আছিল সংকীৰ্ণ আৰু চিন্তাহীন। তেওঁলোকে ভাবিছিল যে এই ক্ষমতা তেওঁলোকৰ নিজৰ আৰু কিছু লগা-ভগা মানুহৰ আৰ্থিক আৰু বৈষয়ক উন্নতিৰ বাবে ব্যৱহাৰ কৰাই তাৰ সাৰ্থক ব্যৱহাৰ। প্ৰধানকৈ এই লোকসকল আছিল অসমীয়াভাষী আৰু উচ্চতৰ বৰ্ণৰ লোক। অৱশ্যে এওঁলোকৰ মাজত এচাম আহোম-কোঁচ আদি অনুন্নত গোষ্ঠীৰ লোকো সোমাই পৰিছিল। কিন্তু এওঁলোকৰ এই মনোভাৱৰ ফলত অসমৰ নানা গোষ্ঠীৰ লাখ লাখ কৃষিজীৱী লোকৰ দুৰ্দশা দূৰ নহ'ল। অথচ স্বাধীনতা আন্দোলনৰ সময়ত এইসকল লোকে নতুন জীৱনৰ আশাত অসমীয়া মধ্যবিত্ত নেতাসকলৰ

নেতৃত্ব মানি লৈছিল। এওঁলোকৰ মাজত আছিলে হিন্দু সমাজৰ তলখাপৰ জাতিসমূহ আৰু বহু সৰু বৰ অনাৰ্য গোষ্ঠীৰ লোক।.. কিন্তু স্বাধীনতাৰ পিছত এই লোকসকলৰ অৰ্থনৈতিক আৰু সামাজিক দাবীসমূহ অসমীয়া মধ্যবিত্ত নেতৃত্বই সম্পূৰ্ণ আওকাণ কৰিলে।.. আজি কেউফালে মূৰ দাঙি উঠা জনজাতীয় আন্দোলন আৰু বিক্ষোভ এটা আকস্মিক ঘটনা নহয়, বুৰঞ্জীৰ গৰ্ভতে তাৰ আঁতডাল আছে, আৰু মধ্যবিত্ত বৰ্ণহিন্দু অসমীয়াৰ অভ্যস্ত চিন্তাধাৰাৰে কেতিয়াও সেইবোৰ আন্দোলনৰ উপশম ঘটাব পৰা নাযাব।" (**অদৃষ্ট আৰু অসম**, ড° হীৰেন গোহাঁই, শান্তি প্ৰকাশন, ১৯৮৮, পৃঃ ১৩১-১৩২)।

অৱশ্যে ইংৰাজ সাম্ৰাজ্যবাদৰ বিৰুদ্ধে ভাৰতৰ আন অংশৰ জনগণৰ লগতেই অসমৰ ৰাইজেও জাতি-ভাষা-ধৰ্ম-নৃগোষ্ঠী, সম্প্ৰদায় নিৰ্বিশেষে যি সংগ্ৰাম গঢ়ি তুলিছিল সেই সংগ্ৰামৰ গণতান্ত্ৰিক ধাৰাৰ প্ৰভাৱে যোৱা শতিকাৰ চল্লিশৰ দশকৰ শেষৰ পিনে অসমত গণতান্ত্ৰিক আদৰ্শক আগৰ তুলনাত যথেষ্ট বলিষ্ঠ কৰি তুলিছিল। এই দিশত সাম্যবাদী আন্দোলনৰ অৰিহণা বিশেষভাৱে প্ৰণিধানযোগ্য। উদাৰ মানৱতাবাদী প্ৰচাৰ, প্ৰগতিশীল সাহিত্যৰ প্ৰচলন, 'গণনাট্য সংঘ'ৰ জৰিয়তে প্ৰসাৰ লাভ কৰা গণ সাংস্কৃতিক আন্দোলনৰ প্ৰভাৱ ইত্যাদিবোৰৰ ভূমিকাও আছিল অতি গুৰুত্বপূৰ্ণ। সৃষ্টিশীলতাৰে সজীৱ এই পৰিস্থিতিৰ নিযৰ পায়েই মুকলি হৈছিল ড' গোহাঁইৰ বুদ্ধিজীৱী জীৱনৰ একুল পাহ, মধ্যবিত্তৰ উদাৰ মানৱতাবাদী মতাদৰ্শৰে।

কিন্তু সেই শতিকাৰ ষাঠিৰ দশক পাযহি মানে অসমৰ সমাজত প্ৰগতিবাদী চিন্তাৰ প্ৰাধান্য যথেষ্ট জামৰি পৰিছিল আৰু মধ্যবিত্তৰ সুবিধাবাদৰ প্ৰকোপ বাঢ়ি আহিছিল। প্ৰগতিশীল আন্দোলনৰ প্ৰভাৱ হ্ৰাস কৰাত এফালেদি শাসক গোষ্ঠীৰ প্ৰতিক্ৰিয়াশীল ৰাজনীতি আৰু আনফালে সাহিত্যত মধ্যবিত্তৰ ভাৱবিলাসে নিৰ্ণায়ক ভূমিকা লৈছিল। ১৯৬০ৰ ভাষা আন্দোলনে অসমীয়া উগ্ৰজাতীয়তাবাদ প্ৰবল কৰি তোলে। উচ্চ বৰ্ণবাদৰ চেকা লগা এই উগ্ৰজাতীয়তাবাদৰ খুন্দাত জনজাতিসকলৰ প্ৰতি অৱহেলা পুনৰ বৃদ্ধি হ'বলৈ ধৰে। ইয়াৰ ফলস্বৰূপে বৃহত্তৰ অসমত ভাঙনে দেখা দিবলৈ আৰম্ভ কৰে আৰু অৱশিষ্ট অসমতো জনজাতীয় আন্দোলনবোৰ গা কৰি উঠাৰ প্ৰাৰম্ভিক পৰ্ব আৰম্ভ হয়।

যোৱা শতিকাৰ ষাঠিৰ দশকৰ মাজ ভাগলৈকে ড° গোহাঁই যদিও মধ্যবিত্তৰ আদৰ্শৰ দ্বাৰা পৰিচালিত হৈছিল, তথাপি তেওঁৰ চিন্তা প্ৰবাহ মূলতঃ আছিল উদাৰতাবাদী, য'ত ফেচিষ্ট উগ্ৰ জাতীয়তাবাদ, অথবা সামন্তীয় বৰ্ণবাদৰ কুৎচিত চেকা নাছিল। ষাঠিৰ দশকৰ শেষভাগত তেওঁ বিলাতত ডক্তৰেট ডিগ্ৰী লাভ কৰি উভতি আহোঁতে সেই সময়ৰ ইংলেণ্ডৰ বাওঁপন্থী চিন্তাৰে সজীৱ পৰিৱেশৰ প্ৰভাৱত মাৰ্ক্সবাদৰ প্ৰতি আকৃষ্ট হৈ আহিছিল। ১৯৬৯ চনৰ পৰা তেওঁ দেশৰ বিভিন্ন বামপন্থী দল তথা আন্দোলনৰ লগত নিবিড়ভাৱে জড়িত হ'বলৈ ধৰে আৰু বিশেষকৈ সাংস্কৃতিক ক্ষেত্ৰত সকলো বামপন্থী দলৰ লগত সহযোগিতা কৰিবলৈ আৰম্ভ কৰে।

বামপন্থী আন্দোলনত নিষ্ঠাৰে জড়িত হোৱাৰ পাতনি কালতেই ড° গোহাঁয়ে কিছু ভিন্নসুৰী অৱস্থান গ্ৰহণ কৰা দেখা যায়। ১৯৬৯ চনৰ অক্টোবৰ-নৱেম্বৰ মাহৰ "অসমীয়া"ত প্ৰকাশিত "গান্ধীজীৰ সমাজবাদৰ ব্যুৎপত্তি" শীৰ্ষক নিবন্ধত (সমাজ আৰু সমালোচনা, লয়াৰ্ছ সংস্কৰণ, ১৯৯১, ড° হীৰেন গোহাঁই, পৃঃ ১৭-৩৮ ত সন্নিবিষ্ট) লিয়ঁ ট্ৰেৎস্কিৰ উদ্ধৃতি (পৃঃ ২২, পূৰ্বোক্ত) দিয়াৰ বাস্তৱেই তাক প্ৰমাণ কৰে। সেই সময়ত বিশ্ব সমাজবাদী আন্দোলনত ট্ৰেৎস্কিৰ নাম উল্লেখ কৰাটোও "মহাপাপ" আছিল। ড° গোহাঁইৰ নিজৰ ভাষাত : "প্ৰবন্ধ লেখকে নজনা নহয় বহু মাৰ্ক্সবাদী দলৰ চৰকাৰী নীতি মতে ট্ৰেৎস্কিৰ নামোল্লেখ মহাপাপ। এই উল্লেখৰ পিছত নিঃসন্দেহে মোক 'ট্ৰেৎস্কিপন্থী কুকুৰ' প্ৰভৃতি মধুৰ উপাধি দিয়া হ'ব কোনো কোনো চক্ৰত।" (পূৰ্বোক্ত, পৃঃ ২২)।

সেই নিবন্ধত এফালেদি গান্ধীবাদৰ আধ্যাত্মিক নৈৰাজ্যবাদক তীব্ৰ সমালোচনা কৰা হৈছে (সেই নিবন্ধ আৰম্ভ হৈছে প্ৰধোঁৰ নৈৰাজ্যবাদক মাৰ্ক্সে কৰা সমালোচনাৰ এটা উদ্ধৃতিৰে)। আৰু লগতেই যোৱা শতিকাৰ ত্ৰিশৰ দশকৰ পৰা চৰকাৰী সমাজবাদী শিবিৰে "হঠকাৰী নৈৰাজ্যবাদী" আখ্যা দিয়া ট্ৰেৎস্কিৰ উদ্ধৃতিও দিছে। সেই সময়ত ট্ৰেৎস্কিৰ "বিশ্ব সমাজবাদী বিপ্লৱ"ৰ তত্ত্বক প্ৰয়োগ কৰিবলৈ যোৱাটো হঠকাৰী নৈৰাজ্যবাদ হ'লহেঁতেন-তাত যে কোনো সন্দেহ নাই তাৰ প্ৰমাণ ইতিহাস। কিন্তু ইয়াকো স্বীকাৰ কৰিব লাগিব ড° গোহাঁয়ে ট্ৰেৎস্কিৰ যি উদ্ধৃতিটো ১৯৬৯ চনতেই দিছিল সি আজিও কিমান প্ৰাসঙ্গিক তাৰ প্ৰমাণো ইতিহাস। ১৯৩৯ চনতেই ট্ৰেৎস্কিয়ে লিখিছিল : "পুঁজিবাদৰ মাতৃভূমিসমূহত গণতন্ত্ৰ নাকচ কৰি সাম্ৰাজ্যবাদে আনহাতে অনুন্নত দেশবোৰত গণতন্ত্ৰৰ অভ্যুত্থান বন্ধ কৰে। নতুন যুগটোত যে এখনো উপনিবেশ বা আধা-উপনিবেশে (Semi-Colony) বুৰ্জোৱা গণতান্ত্ৰিক বিপ্লৱ সম্পন্ন কৰিব পৰা নাই - বিশেষকৈ কৃষিৰ ক্ষেত্ৰত, তাৰ প্ৰধান কাৰণ হ'ল সাম্ৰাজ্যবাদ : অৰ্থনৈতিক আৰু ৰাজনৈতিক প্ৰগতিৰ প্ৰধান অন্তৰায়। অনুন্নত দেশবোৰৰ প্ৰাকৃতিক সম্পদ দুহাতে লুণ্ঠন কৰি, সিহঁতৰ স্বাধীন শিল্পায়ন জোৰকৈ ৰোধ কৰি একচেটিয়া পুঁজি সম্ৰাটহঁতআৰু সিহঁতৰ চৰকাৰবিলাকে লগে লগে ধনবল, অস্ত্ৰবল আৰু ৰাজনৈতিক সমৰ্থনেৰে সেইবোৰ দেশৰ স্থানীয় শোষকবিলাকৰ সকলোতকৈ প্ৰতিক্ৰিয়াশীল, পৰভোগী আৰু আধা সামন্তবাদী দলবিলাকক স্থাপিত-সাঞ্চিত কৰি ৰাখিছে। কৃত্ৰিম উপায়ে সংৰক্ষিত কৃষিধৰ্মী বৰ্বৰতা (agrarian barbarism) বৰ্তমান বিশ্ব অৰ্থনীতিৰ সবাতোকৈ মাৰাত্মক ব্যাধি।" (Introduction, **The Living Thoughts of Karl Marx**, Premier Books, New York, 1963, P. 49, ড° গোহাঁইৰ দ্বাৰা অনুবাদিত তথা উদ্ধৃত, পূৰ্বোক্ত পৃঃ ২২)।

ড° গোহাঁয়ে ভাৰতৰ আমূল সমাজ পৰিবৰ্তনৰ আশু লক্ষ্য সম্পৰ্কে কৈছে : "....ভাৰতৰ পৰিস্থিতিত বুৰ্জোৱা সমাজ সম্পৰ্কৰ ঠাইত 'সমাজবাদী সমাজ সম্পৰ্ক' প্ৰতিষ্ঠা কৰা বাইজৰ আশু লক্ষ্য নহয়। আশু লক্ষ্য হ'ল সাম্ৰাজ্যবাদ আৰু সামন্তবাদৰ অৱসান আৰু তাৰ মাজতে প্ৰতাপী হৈ উঠা বৃহৎ বুৰ্জোৱাৰ ক্ষমতা লোপ- এটা কথাত ক'বলৈ হ'লে জনগণতান্ত্ৰিক বিপ্লৱ।" (বন্দৰৰ কাল। পূৰ্বোক্ত, পৃঃ ১৮৫)। এই মূল্যায়ন যে সঠিক

মূল্যায়ন সেইটো ইতিমধ্যে প্ৰমাণিত।

"এই বিষয়ে সন্দেহ থাকিব নোৱাৰে যে আধুনিক যুগৰ শ্ৰেষ্ঠ মাৰ্ক্সবাদী সমালোচক লুকাচ্চৰ (George Lukacs) চিন্তাধাৰা লেনিনৰ সাহিত্য চিন্তাৰে উন্নত আৰু বিশদ ৰূপ।" (**সমাজ আৰু সমালোচনা**, পূৰ্বোক্ত, পৃঃ ১২৫) লুকাচ্চ সম্পৰ্কে এনে চিন্তা পোষণ কৰা ভৱৰ তৰুণ মাৰ্ক্সবাদী ড° গোহাঁই ১৯৭০ চনৰ পৰা চি-পি-আই (এম) দলৰ যথেষ্ট ঘনিষ্ঠ হৈ পৰিছিল আৰু "নতুন পৃথিৱী"ৰ মুখ্য সম্পাদকৰ দায়িত্ব ভাৰ গ্ৰহণ কৰিছিল। **সমাজ আৰু সমালোচনা, বাস্তৱৰ স্বপ্ন, সৃষ্টি আৰু যুক্তি** - ইত্যাদি তেওঁৰ সেই সময়ৰ প্ৰবন্ধ সংকলনবোৰত সন্নিবিষ্ট প্ৰবন্ধৰাজিলৈ চকু দিলেই তেওঁ সেই সময়ছোৱাত অসমত মাৰ্ক্সবাদৰ প্ৰচাৰ, বাওঁপন্থী ধাৰাৰ সাহিত্য সমালোচনা, অসমৰ ইতিহাসৰ বাওঁপন্থী মূল্যায়ন ইত্যাদিলৈ কেনে গুৰুত্বপূৰ্ণ অৰিহণা আগবঢ়াইছিল তাক ধৰিব পাৰি। লগতে তেওঁ স্পষ্টভাৱে কৈছিল : "পুঁজিবাদ শব্দটো শিকিলেই নহ'ব, ভাৰতৰ সুকীয়া পৰিস্থিতিত ভাৰতৰ ইতিহাসৰ বৰ্তমান পৰ্যায়ত তাৰ কি চৰিত্ৰ, তাক তন্নতন্নকৈ অনুসন্ধান কৰিব লাগিব। নহ'লে যুক্তিবাদ formal আৰু অন্তঃসাৰশূন্য কছ্ৰৎ হৈ পৰিব।...লেনিনে.. সোঁৱৰাই দিছিল dialectics ৰ অৰ্থ মানসিক কছ্ৰৎ নহয় - বাস্তৱ পৰিস্থিতিৰ পুঙ্খানুপুঙ্খ পৰীক্ষা আৰু অধ্যয়ন অবিহনে সি অৰ্থহীন।" (**সৃষ্টি আৰু যুক্তি**, ড° হীৰেন গোঁহাই, প্ৰথম প্ৰকাশ ১৯৭২, লয়াৰ্ছ সংস্কৰণ, পৃঃ ৯)।

আনহাতেদি অসমৰ বামপন্থী মহলক অসমৰ বিশেষ পৰিস্থিতিৰ বিশেষ বিশ্লেষণৰ গুৰুত্ব সম্পৰ্কে যিসকলে স্পষ্ট ভাষাৰে আঙুলিয়াই দি আহিছে তাৰ ভিতৰত ড° গোহাঁই অন্যতম। তেওঁ যোৱা শতিকাৰ সত্তৰৰ দশকৰ আৰম্ভণিতেই কৈছিল : "অসমৰ সুকীয়া পৰিস্থিতিৰ কথাও বামপন্থী নেতাসকলে চিন্তা কৰাৰ সাহস অৰ্জন কৰা নাই। পোনপতীয়া প্ৰশ্ন হ'ল এয়ে : পশ্চিমবংগ আৰু কেৰেলাৰ উন্নত শ্ৰেণী সংগ্ৰামৰ অন্ধ অনুকৰণ কৰি কিবা লাভ আছে জানো? অসমত সংগ্ৰামৰ শক্তি, সম্ভাৱনা আৰু অন্তৰায়ৰ কথা আমাৰ নিজৰ সংগঠন আৰু অধ্যয়ন অবিহনে আমি জানো বুজি পাম? ....পশ্চিমবঙ্গৰ প্ৰায় বৈপ্লৱিক পৰিস্থিতিত মধ্যবিত্ত শ্ৰেণীৰ মাজত যি দ্বিধা, সংকোচ, সুবিধাবাদ, শোধনবাদে দেখা দিছে তাৰ ফলত তাৰ শ্ৰমিক দল মধ্যবিত্তৰ ওপৰত বিতুষ্ট। সেই মনোভাব অসমলৈ হুবহু আমদানি কৰাটো ঐতিহাসিক চিন্তাৰ অভাৱৰ প্ৰমাণ। অসমৰ শ্ৰেণী সংগ্ৰামৰ বৰ্তমান পৰ্যায়ত জনসাধাৰণৰ ওচৰলৈ মাৰ্ক্সবাদী তত্ত্ব বহন কৰি লৈ যোৱাৰ দায়িত্ব, জনসাধাৰণৰ সংগ্ৰামৰ পৰা লাভ কৰা শিক্ষাক তত্ত্বগত ৰূপ দিয়াৰ দায়িত্ব সম্পূৰ্ণভাৱে অসমত এতিয়াও মধ্যবিত্ত মাৰ্ক্সবাদীৰ হাতত আছে। এনেদৰে প্ৰচাৰ আৰু আন্দোলন আৰম্ভ নকৰি বৈপ্লৱিক শ্লোগান দি ফুৰিলে অসমত সঠিক মাৰ্ক্সবাদী তত্ত্ব আৰু আন্দোলন নিশিপাব....।" (**সমাজ আৰু সমালোচনা**, পূৰ্বোক্ত, পৃঃ ১৩৭)।

মাৰ্ক্সবাদৰ অনুশীলনৰ পাতনি কালতেই ড° গোহাঁয়ে ১৯৭১ চনত লক্ষণীয়ভাৱে লিখিছিল : "ষ্টালিনৰ ত্ৰুটি আৰু দোষ বহুতো আছিল। মৰণ কালত স্বয়ং লেনিনেই লেখি

থৈ গৈছিল যে ষ্টালিনৰ হাতত অত্যধিক ক্ষমতা জমা হৈছে, আৰু তাৰ ফলাফল বেয়া হ'ব। আনহাতে ট্ৰটস্কি আৰু ষ্টালিন দুয়োকে তেওঁ দলৰ যোগ্যতম আৰু সকলোতকৈ কাৰ্যদক্ষ লোক বুলি একেলগে প্ৰশংসাও কৰি গৈছিল। ....ষ্টালিনৰ আমোলত হোৱা আতিশয্যবোৰ গৰ্হিত। ...গৃহযুদ্ধই ৰুছ দেশৰ অৰ্থনীতি ছিন্ন ভিন্ন কৰাৰ পিছত আৰু সৰ্বহাৰাৰ সকলোতকৈ উন্নত আৰু সচেতন অংশটো ধ্বংস কৰাৰ পিছত ৰুছ দেশৰ পিছপৰা ৰাইজৰ মাজত স্বাভাৱিকতে আমোলাতন্ত্ৰৰ প্ৰভাৱ বাঢ়ে। দ্ৰুত উন্নয়নৰ ব্যৱস্থা নল'লে ছোভিয়েট য়ুনিয়ন স্বাৱলম্বী হ'ব নোৱাৰিব - তেতিয়া বিদেশী বুৰ্জোৱাই পুনৰ তাক ধ্বংস কৰাৰ সুবিধা পাব ঃ এই ভয়তে দ্ৰুত উন্নয়নৰ ব্যৱস্থা হাতত লোৱা হয়। বহু ক্ষেত্ৰত জনসাধাৰণে নুবুজিলেও জোৰ জবৰদস্তি কৰি তেওঁলোকক দেশৰ উন্নয়ন আৰু পুনৰ্গঠনৰ কামত লগোৱা হয়। জনসাধাৰণ পিছপৰা হোৱা বাবে আৰু বৈপ্লৱিক প্ৰেৰণা তেওঁলোকৰ সকলোৰে মাজৰ পৰা সমান পৰিমাণে নহা বাবে তেওঁলোকৰ দ্বাৰা বলপূৰ্বক সমাজবাদ গঠনৰ কাম কৰোৱা হৈছিল। ঘাইকৈ এনে পৰিস্থিতিতে আমোলাতন্ত্ৰৰ প্ৰতিপত্তি বাঢ়ে। আৰু বিপদৰ কথা আছিল এয়ে যে সিহঁতৰ উন্নত শিক্ষা-দীক্ষাৰ গুণত ভিতৰি ভিতৰি মনোভাব আৰু মতবাদ পৰিৱৰ্তন নকৰা বহুত বুৰ্জোৱাও আমোলাতন্ত্ৰৰ সভ্য হৈ পৰিল। জনসাধাৰণৰ প্ৰতি, বিপ্লৱৰ প্ৰতি সিহঁতৰ আত্মীয়তাৰ আৰু সেৱাৰ মনোভাব নাছিল। তাৰ ফলতো বহু স্বৈৰাচাৰৰ সুযোগ ওলাইছিল। ....জনসাধাৰণক পাৰ্টিয়ে সজাগ কৰি ৰাখিলে বা স্বাধীন সমালোচনাৰ সুযোগ দিলে এনে বিপদ নহ'ব।.. " **(সৃষ্টি আৰু যুক্তি, পূৰ্বোক্ত, পৃঃ ২৭)**। কথাখিনি যদিও তেওঁৰ এখন ব্যঙ্গ ৰচনাৰ অন্তৰ্ভুক্ত তথাপি ত্ৰিশ বছৰ আগেয়ে লিখা কথাখিনিৰ গুৰুত্ব আজি সচেতন মহলক সোঁৱৰাই দিয়াৰ প্ৰয়োজন নাই।

১৯৭২ চনৰ "মাধ্যম আন্দোলন"ৰ সময়ত অসমীয়া উগ্ৰ জাতীয়তাবাদে পুনৰ ধাৰণ কৰিছিল ভীষণ মূৰ্তি। সেই সংকটৰ কালত এজন প্ৰকৃত গণতন্ত্ৰীৰ ভূমিকাৰে ডº গোহাঁয়ে এই উগ্ৰ জাতীয়তাবাদী উত্তগুলিৰ বিৰুদ্ধে থিয় দিছিল আৰু গুৱাহাটী বিশ্ববিদ্যালয় চৌহদত 'সদৌ অসম ছাত্ৰ সন্থা'ৰ এচাম উদণ্ড নেতাৰ হাতত হৈছিল নিগৃহীত। সেই সংকটময় সময়ছোৱাত তেওঁ ভাষিক জাত্যাভিমানৰ বিৰুদ্ধে আৰু গণতান্ত্ৰিক সহনশীলতা তথা উদাৰতাৰ সপক্ষে "নতুন পৃথিৱী", "Assam Express" আদি কাকত-আলোচনীত দৃঢ় মত দাঙি ধৰিছিল। তাক কৰিবলৈ যাওঁতে তেওঁ গণতন্ত্ৰীৰ দায়িত্বক পূৰ্ণাংগ অৰ্থৰে গুৰুত্ব দি তথা অসমৰ জনগাঁথনিগত জটিলতাক স্বীকৃতি জনাই এফালেদি অসমীয়া ভাষাক অসমত উচ্চ শিক্ষাৰ একমাত্ৰ মাধ্যম কৰাৰ বিৰোধিতা কৰিছিল আৰু আনফালেদি অসমীয়া জাতীয় জীৱনৰ সুস্থ আশা-আকাংক্ষাবোৰৰ প্ৰতিও জনাইছিল দৃঢ় সমৰ্থন।

ড গোহাঁইৰ বুদ্ধিজীৱীৰ ভূমিকালৈ এই সময়ৰ পৰাই লক্ষণীয় পৰিৱৰ্তন অহাটো পৰিলক্ষিত হয। সাহিত্য সমালোচনাৰ উপৰি অসমৰ, বিশেষকৈ অসমীয়াৰ ইতিহাসৰ গভীৰ অনুসন্ধানৰ কামত তেওঁ এই সময়ছোৱাৰ পৰাই ব্ৰতী হোৱা দেখা যায়। 'মাধ্যম আন্দোলনে' সৃষ্টি কৰা সংকটময় পৰিস্থিতিয়ে নিশ্চয় তেওঁক এই দিশবোৰ সম্পৰ্কে

বিশেষভাৱে ভবাই তুলিছিল। অসমত বাওঁপন্থী ধাৰাৰ ইতিহাস অধ্যয়ন সূচনা কৰাৰ ক্ষেত্ৰত তিনিজন ব্যক্তিৰ নাম অতি উল্লেখযোগ্য। এই তিনিজন হ'ল - বিষ্ণু ৰাভা, ড° অমলেন্দু গুহ আৰু ড° হীৰেন গোহাঁই। এই ক্ষেত্ৰত বাটকটীয়াৰ ভূমিকা লোৱা বিষ্ণুপ্ৰসাদ ৰাভাই হওঁতে প্ৰণালীবদ্ধ শৃংখলাৰে তেওঁৰ অনুসন্ধান চলাব পৰা নাছিল। সেয়ে ড° অমলেন্দু গুহৰ ১৯৫০ চনত ৰচিত নিবন্ধকেই এই ধাৰাৰ ইতিহাস চৰ্চাৰ অনুষ্টুপীয়া আৰম্ভণি বুলি ক'ব পাৰি। 'মাধ্যম আন্দোলন'ৰ পৰা আভ্যন্তৰীণ জৰুৰী অৱস্থা ঘোষণা লৈকে - এই তিনিবছৰত (১৯৭২-৭৫) ড° গোহাঁইৰ চিন্তাৱলীৰ সাক্ষ্যৰ বহন কৰিছে **সাহিত্য আৰু চেতনা** - এই প্ৰবন্ধ সংকলনটোৱে। ১৯৭২ চনৰ আগষ্টৰ পৰা ১৯৭৩ চনৰ ফেব্ৰুৱাৰীৰ ভিতৰত 'নতুন পৃথিৱী'ত ধাৰাবাহিকভাৱে প্ৰকাশিত তথা **সাহিত্য আৰু চেতনাত** সন্নিবিষ্ট 'অসমীয়া মধ্যবিত্ত সমাজৰ ইতিহাস' আৰু ১৯৭২ চনত ৰচিত "অসমীয়া জাতীয়তাবাদৰ সমস্যা" এই প্ৰবন্ধ দুটাই অসমীয়া মধ্যবিত্তৰ ইতিহাস আৰু প্ৰচলিত অসমীয়া জাতীয়তাবাদী চিন্তা-চেতনাৰ কেৰোণবোৰ তথা সেইবোৰৰ নিৰাময় সম্পৰ্কীয় আলোচনাৰ দিশত বাটকটীয়াৰ ভূমিকা লৈছিল। জ্যোতিপ্ৰসাদৰ চিন্তাৱলীৰ বিকৃত ব্যাখ্যা দিয়াৰ বিৰুদ্ধে সেই সময়ছোৱাতেই ড° গোহাঁই দৃঢ়ভাৱে থিয় দিছিল আৰু নছৰুদ্দিন হাজৰিকা ছদ্ম নামেৰে "নতুন পৃথিৱী"ত জ্যোতিপ্ৰসাদৰ বস্তুনিষ্ঠ মূল্যায়ন আগবঢ়াইছিল। "মাৰ্ক্সবাদ আৰু মতাদৰ্শৰ সমস্যা", "সংশোধনবাদী চক্ৰবেহুত তৰুণ মাৰ্ক্স," "জ্যোতিপ্ৰসাদ, শিল্পৰ ভূমিকা আৰু মাৰ্ক্সবাদ" আদি সেই সময়ৰ ৰচনাৰাজিৰে তেওঁ অসমত মাৰ্ক্সবাদৰ চৰ্চাক কৰিছিল সমৃদ্ধ। ১৯৭৩ চনত বড়োসকলে ৰোমান লিপিৰ দাবীত গঢ়ি তোলা আন্দোলন দমন কৰিবলৈ যি চৰকাৰী অত্যাচাৰ চলিছিল আৰু গুলীচালনাৰ নৃশংস ঘটনা ঘটিছিল - সেই নৃশংসতাৰ বিৰুদ্ধে তেওঁ জনাইছিল তীব্ৰ প্ৰতিবাদ।

১৯৭৫-৭৬ - এই সময়ছোৱা ক্ষমতা হস্তান্তৰৰ পিছৰ ভাৰতীয় ইতিহাসৰ এতিয়ালৈকে সবাতোকৈ স্বৈৰাচাৰী শাসনৰ সময় হিচাপে চিনাক্ত। ড° গোহাঁয়ে অতি সাহসেৰে তথা নিষ্ঠাবান গণতন্ত্ৰীৰ ভূমিকাৰে ইন্দিৰা কংগ্ৰেছৰ দ্বাৰা জাপি দিয়া আৰু চি পি আইৰ দ্বাৰা মুক্তভাৱে সমৰ্থিত এই 'জৰুৰী অৱস্থা'ৰ স্বৈৰতন্ত্ৰক বিৰোধিতা কৰিছিল। সেই সময়ছোৱাৰ পৰাই তেওঁ জনমুখী সাংবাদিকতাও আৰম্ভ কৰে - 'পদাতিক'ৰ জৰিয়তে। 'সাম্প্ৰতিক সাময়িকী'ৰ পাতত তেওঁ গধুৰ বিষয়বস্তু সম্পৰ্কীয় আলোচনা চলাই যায়। 'জৰুৰী অৱস্থা' ঘোষণাৰ আগে আগে তেওঁৰ চি পি আই (এম) নেতৃত্বৰ সৈতে তীব্ৰ মতবিৰোধ ঘটিবলৈ ধৰে আৰু কিছুদিন পিছতেই ই বিচ্ছেদলৈ পৰিণত হয়। অৱশ্যে গণতান্ত্ৰিক প্ৰশ্নবোৰৰ ক্ষেত্ৰত প্ৰয়োজনীয় সহযোগিতাও তেওঁ আগনবঢ়োৱাকৈ থকা নাই।

ভাৰতীয় জনগণৰ স্বতঃস্ফূৰ্ত বিৰোধিতাই 'জৰুৰী অৱস্থা'ৰ অৱসান ঘটাবলৈ শাসক শ্ৰেণীক বাধ্য কৰে আৰু এই পৰিস্থিতিৰ সৃষ্টিত ড° গোঁহাই আছিল ৰাইজৰ পক্ষত। এই সময়ছোৱাতেই সৰ্বভাৰত জুৰি 'ভাৰত-চীন মৈত্ৰী আন্দোলন' শক্তিশালী হৈ উঠে আৰু অসমত সেই আন্দোলনৰ নেতৃত্বৰ আগশাৰীত আছিল ড° গোহাঁই। "জৰুৰী অৱস্থা" জাপি

দিয়া স্বৈৰাচাৰী শক্তিৰ বিৰুদ্ধে যি স্বতঃস্ফূৰ্ত গণ জাগৰণ ভাৰতীয় জনগণে গঢ়ি তুলিছিল সেই অনুকূল বাতাবৰণত সমগ্ৰ দেশত গণতান্ত্ৰিক শক্তি প্ৰবল হৈ উঠিছিল। সেই গণতান্ত্ৰিক গণজোৱাৰৰ বোকোচাত উঠি ১৯৭৭ চনত কেন্দ্ৰত আৰু ১৯৭৮ চনত অসমত জনতা পাৰ্টি ক্ষমতালৈ আহে।

অসমত প্ৰথমবাৰৰ বাবে অকংগ্ৰেছী চৰকাৰ গঠনৰ লগতেই বামপন্থী শক্তিয়েও চকুত পৰা অগ্ৰগতি এই সময়ছোৱাত লাভ কৰিছিল। বাম গণতান্ত্ৰিক শক্তিৰ এই অগ্ৰগতিত উদ্বিগ্ন হৈ ৰক্ষণশীল শক্তিবোৰে তলে তলে আৰম্ভ কৰে ফেচিষ্ট প্ৰতিৰোধৰ আয়োজন। এই দিশত পুনৰ উগ্ৰজাতীয়তাবাদকেই অস্ত্ৰ হিচাপে ব্যৱহাৰ কৰা হৈছিল আৰু কেইখনমান বিশেষ পত্ৰিকাৰ জৰিয়তে সেই শিবিৰটোৰ বুদ্ধিজীৱী মহলে উগ্ৰজাতীয়তাবাদী প্ৰচাৰৰ জোঁৱাৰ আনিছিল। (তাৰে অনেকেই আজি 'মানৱতাবাদ'ৰ সপক্ষে গুৰু গম্ভীৰ প্ৰচাৰ চলোৱা দেখা গৈছে।) এই প্ৰচাৰে সাৰুৱা কৰি থোৱা উগ্ৰজাতীয়তাবাদী বাতাবৰণতেই ১৯৭৯ চনত সূচনা হয় 'অসম আন্দোলন'ৰ। বিদেশী নাগৰিক বহিষ্কাৰ - এই অতি ন্যায্য দাবী এটাক ভীষণ আবেগিকভাৱে তথা অবাস্তৱ ৰূপেৰে উপস্থাপন কৰি ক্ৰমে গণ আন্দোলনলৈ পৰিণত কৰা হৈছিল আৰু ফেচিষ্ট গণদমনৰ ৰাজনীতিক প্ৰয়োগ কৰা হৈছিল অনা অসমীয়া বিভিন্ন গোষ্ঠী তথা বাম-গণতান্ত্ৰিক শিবিৰৰ বিৰুদ্ধে।

"অসম আন্দোলন"ত ফেচিষ্ট চক্ৰবোৰে যি মাৰাত্মক গণদমন চলাইছিল তাৰ বিৰুদ্ধে অতি সাহসেৰে তথা আদৰ্শনিষ্ঠভাৱে অসমত যিসকল ব্যক্তি থিয় দিছিল তাৰ আগশাৰীত আছিল ড° হীৰেন গোহাঁই। উগ্ৰজাতীয়তাবাদী মাস্তানৰ হাতত নিগৃহীত হোৱা সত্ত্বেও পৰম নিষ্ঠাৰে পালন কৰা এই ভূমিকাৰ স্বাক্ষৰ বহন কৰিছে তেওঁ সম্পাদনা তথা প্ৰকাশ কৰা "কলাখাৰে"। **তেজৰ আখৰে লিখা** - এই সংকলনত সংকলিত প্ৰবন্ধৰাজিয়ে এই উজ্জ্বল ভূমিকাৰ স্থায়ী সাক্ষ্য বহন কৰিছে। "অসম আন্দোলন"ৰ ফেচিষ্ট দিশবোৰ উদঙাই দি তেওঁ সেই সময়ত 'Economic and Political Weekly' ত যি প্ৰবন্ধ প্ৰকাশ কৰিছিল, তেনে প্ৰচেষ্টা অসমৰ বাহিৰৰ পত্ৰিকা-আলোচনীত এনে বস্তুনিষ্ঠতাৰে হাতত লোৱাসকলৰ মাজত তেওঁ আছিল অগ্ৰণী।

১৯৮২ চনত "অসম আন্দোলন" কিছু জামৰি পৰিছিল। ফেচিষ্ট প্ৰৱণতা থকা সত্ত্বেও কেনেবোৰ গভীৰ কাৰণে এই আন্দোলনক এক বিশাল গণ আন্দোলনলৈ পৰিণত কৰিলে, সেই বিষয়ে ড° গোহাঁয়ে দকৈ চিন্তা-চৰ্চা কৰিবলৈ সেই সময়ছোৱাত আৰম্ভ কৰে। এই আন্দোলনৰ নেতিবাচক দিশবোৰক অৱহেলা নকৰাকৈ তেওঁ তাৰ আন দিশবোৰৰ প্ৰতিও বিশেষভাৱে মনযোগ দিবলৈ ধৰে। লগতে বামপন্থী প্ৰতিৰোধ কিয় গণবিচ্ছিন্ন হৈ পৰিল - সেই গুৰুত্বপূৰ্ণ বিষয়টোকো বিশ্লেষণ কৰাৰ প্ৰচেষ্টা তেওঁ হাতত লয়। আৰু এই সিদ্ধান্তত উপনীত হয়, অসমৰ সাম্প্ৰতিক পৰিস্থিতিত বাম-গণতান্ত্ৰিক আদৰ্শক অধিক উদাৰ কৰাটো প্ৰয়োজনীয়। এই বিষয়ে বিস্তাৰিত মত 'Social Scientist', 'Sunday'

আদি সৰ্বভাৰতীয় আলোচনীত তেওঁ দাঙি ধৰে আৰু অসমতো তাৰ সপক্ষে প্ৰচাৰ আৰম্ভ কৰে। কিন্তু দৃষ্টিভংগীৰ এই পৰিবৰ্তনে তেওঁৰ গণতান্ত্ৰিক মূল্যবোধক অকণো পনীয়া যে কৰা নাছিল সেইটো স্পষ্টভাৱে ওলাই পৰে ১৯৮৩ চনৰ 'ৰক্তাক্ত নিৰ্বাচন'ৰ সময়ত নেলীত ঘটা গণহত্যাৰ বিৰুদ্ধে তেওঁ কৰা তীব্ৰ প্ৰতিবাদত।

সেই সময়তেই অসমীয়া জাতীয় চেতনাৰ মাজত নিহিত বৰ্ণাভিমান, গোষ্ঠীবাদ, জনজাতীয়তাৰ প্ৰতি অবিচাৰ আদিৰ বিৰুদ্ধে ড° গোহাঁই সৰব হৈ উঠে আৰু এই অনুচিত পথৰ বিৰুদ্ধে উদাৰ গণতান্ত্ৰিক জাতীয় চেতনা বিকাশ কৰোৱাৰ সপক্ষে দৃঢ় মত দাঙি ধৰে। বৰ্তমান অসমৰ সংবাদ জগতত এটা জনপ্ৰিয় শিতান হ'ল "প্ৰসঙ্গক্ৰমে"। ড° গোহাঁয়ে যোৱা শতিকাৰ অন্তিম ভাগত আৰম্ভ কৰা এই শিতানৰ জৰিয়তে অসমীয়া পাঠক সমাজত গণতান্ত্ৰিক সহিষ্ণুতা আৰু উদাৰতা প্ৰচাৰৰ চেষ্টা চলাই আহিছে। শিতানটোৰ ভাব ভাষাক তেওঁ এনে এক মাত্ৰা দি আহিছে যি সংখ্যাগৰিষ্ঠ পাঠকৰ সচেতনতাৰ স্তৰৰ সৈতে ৰজিতা খোৱা। এই শিতানৰ কোনো কোনো লিখাই যে তিক্ত বিতৰ্কৰ সৃষ্টি কৰা নাই তেনে নহয়। কিন্তু ড° গোহাঁয়ে মূলতঃ শোষণকাৰী তথা দমনকাৰী শক্তিবোৰৰ বিৰুদ্ধে আৰু নিপীড়িত ৰাইজৰ সপক্ষে অৱস্থান লোৱা পৰিলক্ষিত হয়।

সাম্প্ৰতিক অসমৰ অতি গুৰুত্বপূৰ্ণ ঘটনা হ'ল - "আলফা"ৰ আত্মপ্ৰকাশ। "আলফা"ৰ আদৰ্শৰে অনুপ্ৰাণিত অসম মাতৃৰ কিছু সন্তানক নিৰ্বিচাৰে ৰাষ্ট্ৰই হত্যা কৰাৰ বিৰোধিতা এফালেদি গোহাঁয়ে কৰিছে আৰু আনফালেদি "আলফা"ৰ অস্ত্ৰসৰ্বস্ব তথা অৰ্থসৰ্বস্ব হঠকাৰিতাকো বিৰোধিতা কৰিছে। **গণতন্ত্ৰৰ নৱজীৱন, স্বাধীনতাৰ সপোন আৰু দিঠক** আদি প্ৰবন্ধ সংকলনত এই দৃষ্টিভংগী স্পষ্টভাৱে প্ৰকাশ পাইছে। "আলফা"ৰ হঠকাৰিতাৰ বিৰুদ্ধে অসমত প্ৰথমবাৰৰ বাবে যি সদৌ অসম অভিৱৰ্তন গুৱাহাটীৰ জিলা পুথিভঁৰালৰ প্ৰেক্ষাগৃহত অনুষ্ঠিত হৈছিল তাৰ প্ৰধান উদ্যোক্তাসকলৰ এজন আছিল ড° গোহাঁই। সেই অভিৱৰ্তনতেই গঠিত হৈছিল "অসম গণতান্ত্ৰিক নাগৰিক সন্থা" আৰু সেই সন্থাই লক্ষীপথাৰত আৱিষ্কৃত "গণকবৰ" সম্পৰ্কে প্ৰতিবেদন প্ৰস্তুত কৰিবলৈ প্ৰেৰণ কৰা সঁজাতি দলৰ তেওঁ এজন সভ্য আছিল। সেই সন্থাই বাঁশবাৰীৰ শৰণাৰ্থী শিবিৰ ভ্ৰমণ, উজনিৰ চাহ বাগিছাত দেখা দিয়া মহামাৰীৰ বিষয়ে অনুসন্ধান- ইত্যাদি উদ্দেশ্যৰে প্ৰেৰণ কৰা সঁজাতি দলতো ড° গোহাঁই আছিল। হঠকাৰী সন্ত্ৰাসবাদৰ বিৰুদ্ধে সাহসেৰে থিয় দি তেওঁ তেনে সংগঠনৰ ভাবুকিৰো সমুখীন হৈছিল। কিন্তু গণতান্ত্ৰিক জনমত তেওঁৰ সপক্ষে থকাত সেই ভাবুকি হৈছিল নিস্ফল।

আধুনিক অসমৰ শ্ৰেষ্ঠ গণতন্ত্ৰীসকলৰ এজন ড° হীৰেন গোহাঁইৰ গণতন্ত্ৰী হিচাপে থকা ভূমিকা আজিও অম্লান। শাসক শ্ৰেণীৰ মাজত দেখা দিয়া স্বৈৰাচাৰী প্ৰৱণতা, অভাৱনীয় দুৰ্নীতি, ব্যক্তি সন্ত্ৰাস-ৰাষ্ট্ৰ সন্ত্ৰাস ইত্যাদি গণবিৰোধী কাৰ্য-কলাপৰ তেওঁ এজন স্থিতপ্ৰজ্ঞ তথা কঠোৰ সমালোচক। অসমক সম্প্ৰতি জৰ্জৰিত কৰা সমস্যাৰাজিৰ তেওঁ এজন বস্তুনিষ্ঠ বিশ্লেষক আৰু এই সমস্যাৰাজিৰ গণতান্ত্ৰিক সমাধান তেওঁ আন্তৰিকতাৰে বিচাৰিছে। জাতীয়

প্ৰশ্ন, মাৰ্ক্সবাদৰ চৰ্চা, নব্য গণতান্ত্ৰিক আদৰ্শ, সুস্থ সবল অসমীয়া জাতীয় জীৱন, সন্ত্ৰাসবাদৰ অৱসান, সুস্থ আঞ্চলিকতাবাদ, গণস্বাৰ্থৰ প্ৰতি দায়বদ্ধ চৰকাৰ - এক কথাত শোষণ নিপীড়নহীন এখন সুস্থ সবল অসম গঠনৰ স্বাৰ্থৰ হকে তেওঁ সৰ্বতোপ্ৰকাৰে চেষ্টা চলাই আহিছে। তাক কৰিবলৈ যাওঁতে ক'ৰবাত কেতিয়াবা ভুল-ত্ৰুটিও নিশ্চয় হৈছে। কিন্তু সদিচ্ছাৰে পৰিমাণ অধিক। আমি আশা কৰিছো - ড° গোহাঁয়ে তেওঁৰ এই প্ৰচেষ্টা অব্যাহত ৰাখিব আৰু নিজ চিন্তাৰাজিক অধিক বিকশিত তথা পৰিশোধিত কৰি অসম মাতৃৰ কল্যাণাৰ্থে অধিক অৰিহণা নবঢ়াব। আমি আশা কৰিছো- বয়স, স্বাস্থ্য আৰু তীক্ষ্ণ চিন্তাশীলতাই তেওঁক সেই প্ৰয়োজনীয় সুবিধা দিব। অসমৰ গণতান্ত্ৰিক জনমত যে তেওঁৰ পক্ষত সেই বিষয়ে ড° গোহাঁই নিশ্চিন্ত হোৱা উচিত। ❑

# ড° হীৰেন গোহাঁইৰ বৌদ্ধিক পৰিক্ৰমাৰ চাৰিটা দশক

## এটা চমু খতিয়ান

**•প্ৰভাত বৰা**

১৯৫২ চনৰ ১৫ নৱেম্বৰ তাৰিখে বাণীকান্ত কাকতিৰ মৃত্যুত অসমৰ বৌদ্ধিক জগতৰ এটা যুগৰ অৱসান ঘটিল। বাণীকান্তৰ সময়লৈকে অসমৰ বৌদ্ধিক জগতখন শিক্ষক-অধ্যাপকৰ পৰিবৰ্তে বিভিন্ন বৃত্তিধাৰী ব্যক্তিসকলে নিয়ন্ত্ৰণ কৰিছিল আৰু তেওঁলোকৰ বৌদ্ধিক ক্ৰিয়া-কলাপ কেৱল বিদ্যায়তনিক কুচ-কাৱাজ নাছিল। তৎকালীন সৃষ্টিশীল সাহিত্যৰ অনুপ্ৰেৰণা মূলতঃ ৰোমাণ্টিক আছিল যদিও বৌদ্ধিক কৰ্ম-প্ৰেৰণা ব্যক্তিগত নিভৃতিত আৱদ্ধ হৈ থকা নাছিল। আনকি সকলোবিধ সাহিত্য-কৰ্মও অসমীয়া জাতিটোক এটা আধুনিক জাতি হিচাপে গঢ়ি তোলাৰ অংশ হিচাপেহে বিবেচিত হৈছিল। ফলত ৰোমাণ্টিক কাব্য উপাদানৰ সংশ্লেষণত জাতীয় চৈতন্য সম্বিত হৈছিল। কটন কলেজৰ ইংৰাজী সাহিত্যৰ অধ্যাপক, পিছলৈ গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ অধ্যাপক ড° কাকতিয়েও সাহিত্য বিদ্যায়তনিক গণ্ডীৰ মাজত আৱদ্ধ ৰখা নাছিল। ড° কাকতিৰ গৱেষণা গ্ৰন্থখন অসমীয়া জাতিৰ আত্ম-প্ৰতিষ্ঠাৰ প্ৰতি তেওঁৰ শ্ৰেষ্ঠ অৱদান বুলি স্বীকৃত। শঙ্কৰদেৱৰ বিষয়ে বাঁহী-বিজুলীৰ বিতণ্ডাত তেওঁৰ অংশগ্ৰহণৰ উপৰিও অমিয় কুমাৰ দাস সম্পাদিত বাঁহীত ছদ্ম নামত লেখা তেওঁৰ ৰাজনৈতিক চিন্তাৰ প্ৰকাশ ঘটা প্ৰবন্ধকেইটাৰ কথাও মনত পেলাব পাৰি।

ড° কাকতিৰ অব্যৱহিতৰ পৰৱৰ্তীকালত তেওঁৰ উত্তৰাধিকাৰীসকলৰ (যিসকলৰ সৰহভাগেই বৃত্তিত কলেজ-ইউনিভাৰ্চিটিৰ শিক্ষক) বৌদ্ধিক বিচৰণ ক্ষেত্ৰ আছিল একান্ত বিদ্যায়তনিক। বৌদ্ধিক চিন্তা-চৰ্চাৰ ক্ষেত্ৰত ফ্ৰান্স আৰু অসমৰ তুলনা অপাংক্তেয় হ'লেও পঞ্চাশ আৰু ষাঠিৰ দশকত ফ্ৰান্সৰ বৌদ্ধিক পৰিবেশ সম্পৰ্কে Foucault and Literature অৰ লেখক Simon During অৰ মন্তব্য এটা উল্লেখ নকৰি নোৱাৰিলো। পঞ্চাশ আৰু ষাঠিৰ দশকত ফ্ৰান্সৰ বৌদ্ধিক চিন্তা-চৰ্চা বিদ্যায়তনিক পৰিধিৰ মাজত আৱদ্ধ হৈ থকাৰ কাৰণ ব্যাখ্যা কৰি During-এ কৈছে যে Sartre আৰু Blanchot অৰ উত্তৰাধিকাৰীসকলৰ

সৰহ ভাগেই আছিল বৃত্তিত ইউনিভাৰ্চিটিৰ শিক্ষক। (ফুকোঁও ইউনিভাৰ্চিটিৰ শিক্ষক আছিল) পিছৰ কথাখিনি During-অৰ লেখাৰ পৰাই উদ্ধৃত কৰিলো — The expansion of student members after the second World War, a World-wide phenomenon, offered academic work a larger constituency than even before, writing aimed at readers with a tertiary education and an interest in academic or quasi-academic trends, could become widely recognised.... last and most importantly during the fifties and sixties established political parties, including P.C.F. became less and less connected to the actual needs, desires and interests of individuals. পঞ্চাশ আৰু ষাঠিৰ দশকৰ অসমৰ বৌদ্ধিক পৰিবেশৰ সম্পৰ্কেও এই কথাবোৰ কিছু পৰিমাণে প্ৰযোজ্য। ১৯৪৮ চনত গৌহাটী ইউনিভাৰ্চিটি প্ৰতিষ্ঠিত হোৱাৰ পিছত অসমত উচ্চ শিক্ষা গ্ৰহণ কৰা ছাত্ৰৰ সংখ্যা ক্ৰমান্বয়ে বাঢ়ি আহিল। লেখক -বুদ্ধিজীৱীসকলৰ চিন্তা-চৰ্চা এই বৰ্দ্ধিত সংখ্যাৰ ছাত্ৰৰ চাহিদা পূৰণৰ উদ্দেশ্যেই ধাবিত হৈছিল। অন্যহাতে স্বাধীনতা-প্ৰাপ্তিৰ সন্তুষ্টিয়ে বুদ্ধিজীৱীসকলৰ মাজতো সামাজিক-ৰাজনৈতিক দায়-দায়িত্বৰ পৰা আজৰি পোৱাৰ আলস্যৰ ভাব এটাও সৃষ্টি কৰিছিল। ৰাজনৈতিক দলবোৰেও নিৰ্বাচনত জিকি চৰকাৰ গঠন কৰাৰ উদ্দেশ্যৰ বাহিৰে অন্যবোৰ দায়িত্ব পাহৰি পেলাইছিল। পঞ্চাশৰ আধুনিকতাবাদী সাহিত্যৰ ধামখুমীয়াৰ মাজতো চল্লিশৰ দশকত জয়ন্তীৰ পাতত গঢ় লৈ উঠা মাৰ্ক্সবাদী সমাজ-চেতনাৰ ধাৰাটোৰ ক্ষীণ প্ৰবাহ এটা ভৱানন্দ দত্তৰ লেখাৰ মাজেদি বৈ আছিল। কিন্তু ১৯৫৯ চনত দত্তৰ মৃত্যুৰ লগে লগে সিও অন্ত পৰিল বুলিয়ে ক'ব পাৰি। এনে এক পৰিবেশতে ১৯৫৫ নে ৫৭ চনৰ কটনিয়ানত ছফোক্লিছৰ নাটকৰ ওপৰত প্ৰবন্ধ এটা প্ৰকাশিত হৈছিল। প্ৰবন্ধটোৰ লেখক আছিল আই.এ.শ্ৰেণীৰ ছাত্ৰ হীৰেন্দ্ৰ নাথ গোহাঁই। তেতিয়া হীৰেন্দ্ৰ নাথ গোহাঁই হীৰেন গোহাঁই হোৱা নাছিল। কিন্তু সেই প্ৰবন্ধটোৱেই হীৰেন গোহাঁইৰ আগমনৰ আগজাননী দিছিল। স্মৰণ কৰিব পাৰি যে কাকতি-সন্দিকৈৰ লেখাৰ যোগেদি গ্ৰীক সাহিত্যৰ লগত অসমীয়া পাঠকৰ চিনাকি হৈছিল যদিও ছফোক্লিছ নতুবা অন্য কোনো গ্ৰীক নাট্যকাৰৰ সম্পৰ্কে অসমীয়া ভাষাত বিস্তৃত আলোচনা তেতিয়ালৈকে হোৱা নাছিল।

হীৰেন গোহাঁই কলিকতাৰ প্ৰেচিডেন্সি কলেজত বি.এ. পঢ়ি থকাৰ সময়ত লীবিছৰ দ্বাৰা প্ৰভাৱিত হোৱাৰ কথা তেখেতে সাহিত্যৰ সত্যৰ পাতনিত উল্লেখ কৰিছে। কোনো কোনোৱে হীৰেন গোহাঁইৰ ওপৰত লীবিছৰ প্ৰভাৱক সুধীন দত্তৰ প্ৰভাৱ বুলি ক'ব বিচাৰিলেও কোনো সন্দেহ নাই যে লীবিছৰ প্ৰভাৱ নহৈ সুধীন দত্তৰ প্ৰভাৱ হোৱা হ'লে সাই বাবাৰ আশ্ৰমেই ড° গোহাঁইৰ শেষ আশ্ৰয় হ'লহেঁতেন। এম.এ. পঢ়িবলৈ হীৰেন গোহাঁই দিল্লী বিশ্ববিদ্যালয়লৈ পঢ়িবলৈ যোৱাৰ পিছত মাৰ্কিন নতুন সমালোচনাৰ লগত তেখেতৰ সম্পৰ্ক নিবিড় হৈ পৰিছিল আৰু সেই সময়তে অসমীয়া সাহিত্য-সমালোচনাত নতুন সমালোচনাৰ ধাৰাটো প্ৰবৰ্তন কৰাত তেখেতে অগ্ৰণী ভূমিকা গ্ৰহণ কৰিছিল। উল্লেখ কৰিব পাৰি যে

গোহাঁয়ে কেম্‌ব্ৰিজ ইউনিভাৰ্চিটিত মিল্টনৰ ওপৰত ডক্টৰেট ডিগ্ৰীৰ কাৰণে গৱেষণা কৰি থকাৰ সময়ত কেম্‌ব্ৰিজত লীবিছ সক্ৰিয় হৈয়ে আছিল। পিছত তেখেতৰ গৱেষণা গ্ৰন্থখন Christopher Hill এ বিংশ শতাব্দীত মিল্টনৰ ওপৰত হোৱা অধ্যয়নসমূহৰ অন্যতম শ্ৰেষ্ঠ অধ্যয়ন বুলি অভিহিত কৰিছিল। ড° গোহাঁয়ে ইচ্ছা কৰা হ'লে অসমৰ বাহিৰতে ৰৈ যাব পাৰিলেহেঁতেন। তেখেতে কেবল ইংৰাজী ভাষাৰ মাধ্যমত চিন্তা-চৰ্চা কৰা হ'লে তেখেত যে অধিক যশৰ অধিকাৰী হ'লহেঁতেন সন্দেহ নাই। ইংৰাজী ভাষাৰ ওপৰত অসামান্য দখল আৰু অগাধ পাণ্ডিত্যই সহজতে তেখেতলৈ আন্তঃৰাষ্ট্ৰীয় খ্যাতি কঢ়িয়াই আনিলেহেঁতেন। ড° গোহাঁইৰ সমসাময়িক গায়ত্ৰী চক্ৰৱৰ্তী স্পিৱাকে বাংলাৰ মাধ্যমত চিন্তা-চৰ্চা কৰা হ'লে বিশ্বজোৰা খ্যাতি অৰ্জন কৰিলেহেঁতেননে? স্পিৱাকে সাক্ষাৎকাৰ এটাত মন্তব্য কৰিছিল "....There are intellectuals in Asia but there are no Asian intellectuals." এই মন্তব্যটোত স্পিৱাকে বুদ্ধিজীৱীৰ ইউৰোপীয় সংজ্ঞাটোৰ ওপৰত গুৰুত্ব দিছে যদিও মন্তব্যটোত বুদ্ধিজীৱী হিচাপে স্বীকৃতি পোৱাত ইউৰোপীয় ভাষাৰ ভূমিকাৰ পৰোক্ষ ইংগিত এটা নিহিত হৈ আছে। The New Yonker আলোচনীখনৰ ২৩-৩০ জুন, ১৯৯৭ চনৰ সংখ্যাত প্ৰকাশিত ছালমান ৰুছ্‌ডিৰ প্ৰবন্ধ এটাৰ আৰম্ভণিতে একে ধৰণৰ কথা এষাৰেই জুৰি দিয়া আছিল— Indians are writing some of the most adventurous fiction today. Why isn't it in Hlindi (or Assamese, or Bengali, or one of the fifteen other national languages) ? [Damme, This is the Oriental Scene for you!] আন্তঃৰাষ্ট্ৰীয় স্বীকৃতিৰ সুচল পথ পৰিহাৰ কৰি মাৰ্ক্সীয় বিশ্ববীক্ষাৰ দ্বাৰা উদ্বুদ্ধ হৈ ড° গোহাঁই উভতি আহিল অসমৰ জনগণৰ কাষৰত থিয় দিবলৈ। কেম্‌ব্ৰিজৰ পৰা উভতি অহাৰ পিছৰ পৰাই তেখেতৰ লেখা মাৰ্ক্সীয় সমাজ-চেতনা আৰু ইতিহাস-বোধত বিস্তৃত হোৱাটো পৰিলক্ষিত হয়। ১৯৯৮ চনত লীবিছৰ মৃত্যুৰ পিছতে আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ দ্বাৰা প্ৰচাৰিত আলোচনা এটাত ড° গোহাঁয়ে এই লেখকৰ প্ৰশ্ন এটাৰ উত্তৰত কৈছিল— তেখেতক লীবিছতকৈ মাৰ্কিন নতুন সমালোচকসকলে অধিক প্ৰভাৱিত কৰা হ'লে তেখেতৰ সমালোচনাত সাহিত্য-জিজ্ঞাসা আৰু মাৰ্ক্সীয় বিশ্ব-বীক্ষাৰ সহাৱস্থান সম্ভৱ নহ'লহেঁতেন। লীবিছৰ পৰা লুকাচ্চলৈ— এই দীৰ্ঘ পৰিক্ৰমা অতিক্ৰম কৰাটো ড° গোহাঁইৰ কাৰণে সম্ভৱ হ'ল জনগণৰ প্ৰতি তেখেতৰ অসীম আস্থা আৰু তেখেতৰ প্ৰতি জনগণৰ গভীৰ আস্থাৰ কাৰণেই। জনগণৰ প্ৰতি তেখেতৰ দায়িত্ববোধৰ কাৰণে তেখেতৰ চিন্তা-চৰ্চা বিশ্ববিদ্যালয়ৰ চৌহদৰ ভিতৰতে ঘূৰ্ণীপাক লোৱাৰ সলনি জনগণৰ কল্যাণত বিস্তৃত হ'ল। Umberto Eco ই তেওঁৰ **Travels in Hypereality** নামৰ গ্ৰন্থখনৰ পাতনিত তেওঁৰ মাজত এজন বিশ্ববিদ্যালয়ৰ অধ্যাপক আৰু বাতৰি কাকতৰ স্তম্ভ লেখকৰ সহাৱস্থান কেনেদৰে সম্ভৱ হৈছে বুলি এজন মাৰ্কিন সাক্ষাৎকাৰীয়ে সোধা প্ৰশ্নটোৰ উত্তৰটো উল্লেখ কৰি কৈছে— It is true that many American University professors write for cultural reviews or for the book page of the daily

papers. But many Italian Scholars and literary critics also write columns where they take a stand on political questions, and they do this not only as a natural part of their work, but also as a duty. ইয়েই হ'ল মাৰ্কিন পুঁজিবাদী শ্ৰম-বিভাজন ব্যৱস্থাই সৃষ্টি কৰা বুদ্ধিজীৱী আৰু প্ৰকৃত বুদ্ধিজীৱীৰ পাৰ্থক্য। ড° গোহাঁইৰ বৌদ্ধিক সততা আৰু দায়িত্বনিষ্ঠাৰ কাৰণে ৰাজপথতো তেখেতে শাৰীৰিকভাৱে নিগৃহীত হৈছিল। তেখেতৰ মতৰ বিপৰীতে সম্পূৰ্ণ প্ৰতিকূল অৱস্থান গ্ৰহণ কৰা কোনো ব্যক্তি অন্যায়ভাৱে নিৰ্যাতিত হ'লে তাৰ বিৰুদ্ধে প্ৰতিবাদ কৰিবলৈ ড° গোহাঁয়ে ৰাজপথলৈ ওলাই আহিবলৈ ইতস্ততঃ নকৰাটো তেখেতৰ বৌদ্ধিক সততাৰ পৰিচায়ক। সন্দেহ নাই, এই কাৰণেই অসমৰ তৰুণ প্ৰজন্মৰ কাৰণে তেখেত বিবেক-ধ্বজাত পৰিণত হৈছে আৰু তেওঁলোকৰ কাৰণে ড° গোহাঁই হ'ল folk hero-ৰ গৰিমাৰে চৈতন্যৰ সহোদৰ। ষাঠি বছৰ বয়স অতিক্ৰম কৰাৰ পিছতো আজিৰ তৰুণ চামৰ কাৰণে তেখেত এজন সমধ্যায়ী সতীৰ্থ। নতুন পদাতিকৰ সৈতে আজিও তেখেতে সমানে সমানে উচ্ছ্বাসেৰে খোজ আগবঢ়াইছে। নতুন পুৰুষে ড° গোহাঁইৰ মাজত বিচাৰি পাইছে "a man of protestant mind and a catholic heart." ❑

---

*এই লেখাটো ১৯৯৯ চনৰ ২৮ ফেব্ৰুৱাৰী তাৰিখে গুৱাহাটীৰ গৌৰী সদনত অনুষ্ঠিত ড° গোহাঁইৰ সম্বৰ্ধনা অনুষ্ঠানত পঠিত লেখাটোৰ সম্পূৰ্ণ পাঠ।*

# অসমীয়া সাহিত্য, সমাজ আৰু ড° হীৰেন গোহাঁই

• ৰাজেন কলিতা

ড° হীৰেন গোহাঁইৰ প্ৰথম প্ৰবন্ধ সংকলন সাহিত্যৰ সত্য প্ৰকাশিত হয় ১৯৭০ চনত। ইয়াত সন্নিবিষ্ট প্ৰবন্ধাৱলী তাৰ আগৰ ন-দহ বছৰৰ ভিতৰত ৰামধেনু, আবাহন আদি গুৰুত্বপূৰ্ণ আলোচনীত প্ৰকাশ পাইছিল। অৰ্থাৎ ১৯৬০ চন মানৰ পৰা ড° গোহাঁইৰ চিন্তাই অসমীয়া পাঠকক উত্তেজিত কৰিবলৈ ধৰে। সাহিত্যৰ সত্য প্ৰকাশৰ সময়লৈকে অসমৰ বিদ্বৎ সমাজ আৰু উৎসুক পাঠকৰ মাজত ড° গোহাঁই মৌলিক চিন্তাসম্পন্ন এজন লেখক ৰূপে পৰিগণিত হয়। তাৰ পিছৰ তিনিটা দশকৰ অসমৰ চিন্তা জগতত ড° গোহাঁইৰ ভূমিকা অনন্য। ড° গোহাঁইৰ প্ৰতি সমৰ্থন অথবা বিৰোধিতা— এই দুই ধাৰাৰে সকলো চিন্তা ব'বলৈ লয়, তৃতীয় কোনো ধাৰা পৰিলক্ষিত হোৱা দেখা নাযায়। এক কথাত ড° গোহাঁই হৈ পৰে অনুপেক্ষণীয়। কোনোবা বিদ্বান তেওঁৰ সৈতে একমত নহ'ব পাৰে, কিন্তু তেওঁক উপেক্ষা কৰিব নোৱাৰে। তেওঁৰ সৈতে সকলোৱে সম্মতি প্ৰকাশ নকৰাত অৱশ্যে স্বয়ং ড° গোহাঁইৰেই আপত্তি নাই : "সৰ্বজনগ্ৰাহ্য চিন্তাকনো প্ৰকৃততে চিন্তা বুলিব পাৰি নে?" (সাহিত্যৰ সত্য, পাতনি, পৃষ্ঠা : ৪)।

সাহিত্যৰ সত্যৰ পাতনিতে ড° গোহাঁয়ে এই কথা মুকলিকৈ কৈছে যে আৰম্ভণিৰ সময়ছোৱাত তেওঁ মাৰ্ক্সবাদৰ বিৰুদ্ধে বিৰূপ উক্তি কৰিলেও পাছলৈ তেওঁ মাৰ্ক্সবাদৰ প্ৰতি আকৃষ্ট হৈ পৰে (পৃষ্ঠা : ৪)। সেই সময়ৰে পৰা আজিকোপতি তেওঁ মাৰ্ক্সবাদী। কিন্তু আগডোখৰৰ ৰচনাতো ড° গোহাঁইৰ সৎ জিজ্ঞাসু মনৰ পৰিচয় অতি স্পষ্ট। মাৰ্ক্সবাদ গ্ৰহণে এই সৎ জিজ্ঞাসু মনৰ বিদ্বান যুবকজনক দিছিল জীৱন আৰু জগতক বুজাৰ বাবে এক সুতীক্ষ্ণ অস্ত্ৰ।

এনে কথা নিশ্চয় হ'ব নোৱাৰে যে ড° হীৰেন গোহাঁইৰ পূৰ্বে অসমত কোনো মাৰ্ক্সবাদী বুদ্ধিজীৱী নাছিল। সকলোৱে জানে মাৰ্ক্সবাদী দল আছিল, ভবানন্দ দত্তৰ জোখৰ মাৰ্ক্সবাদী বুদ্ধিজীৱী আছিল। কিন্তু ড° গোহাঁইৰ মাৰ্ক্সবাদ গ্ৰহণ অসমৰ বৌদ্ধিক জগতত এটা অতিশয় গুৰুত্বপূৰ্ণ ঘটনা। অসমৰ ৰাজনৈতিক ক্ষেত্ৰত মাৰ্ক্সবাদীসকলে বিশেষ কৃতিত্ব দেখুৱাব নোৱৰা সত্ত্বেও যে অসমীয়া বৌদ্ধিক জগতত মাৰ্ক্সবাদী চিন্তাক গুৰুত্ব দিবলগীয়া হৈছে তাৰ বাবে ড° গোহাঁইৰ কৃতিত্বই সৰ্বাধিক। এই কথা কওঁতে আমি সৰ্বজনশ্ৰদ্ধেয়

কেইগৰাকীমান বিদ্বান মাৰ্ক্সবাদীৰ কথা মনত নৰখা নহয়। তেখেতসকলৰ অৱদানৰ কথা স্মৰণত ৰাখিও ক'ব লাগিব যে ড° গোহাঁইৰ ভূমিকা একক আৰু অনন্য। এটা কথা মনত ৰখা উচিত হ'ব যে ড° গোহাঁইৰ বাবে বৌদ্ধিক জগতখন আমাৰ চৌদিশৰ বাস্তৱ জগতখনৰ সৈতে ওতঃপ্ৰোতভাৱে সম্পৰ্কযুক্ত; তেওঁৰ তাত্ত্বিক অন্বেষণ বাস্তৱ জীৱনৰ অনুশীলনৰ দ্বাৰা আলোকিত।

অসমীয়া সাহিত্যৰ বাবে এক উচ্চ মান নিৰ্দ্ধাৰণ কৰিবলৈ গৈ ইংগ-মাৰ্কিন সাহিত্য সমালোচনাৰ মূল সূত্ৰসমূহৰ দ্বাৰা অনুপ্ৰাণিত ড° গোহাঁইৰ আগডোখৰৰ ৰচনাসমূহত একধৰণৰ উগ্ৰতা আৰু ধৈৰ্যহীনতা পৰিলক্ষিত হয় যদিও সেইবোৰ ৰচনাতো এক অন্তৰ্ভেদী প্ৰতিভাৰ পৰিচয় সুস্পষ্ট। এই কথা আজি সৰ্বজন স্বীকৃত যে ইংগ-মাৰ্কিন সমালোচনাৰ সূত্ৰবোৰ অসমীয়া সাহিত্যত ড° গোহাঁয়েই প্ৰথম প্ৰয়োগ কৰে। অকল এই কথাটোৰ বাবেই ড° গোহাঁয়ে এক স্মৰণীয় কৃতিত্ব দাবী কৰিব পাৰে। হয়তো বিশ্ববিদ্যালয়ৰ অধ্যাপকৰূপে তেনে এক কৃতিত্ব যথেষ্টই আছিল, কিন্তু ড° গোহাঁইৰ প্ৰতিভাৰ স্বৰূপ অন্য। ই নিচক বিদ্যায়তনিক নহয়, ই অতিশয় মানৱিক আৰু সেয়ে গভীৰভাৱে সামাজিক। খুব কম সময়ৰ ভিতৰতে ড° গোহাঁইৰ প্ৰতিভাই তাৰ আত্মীয় দৰ্শন বিচাৰি পালে আৰু সাহিত্যৰ সত্য সংকলনতেই এই দৰ্শনৰে আলোকিত কেইবাখনো গুৰুত্বপূৰ্ণ ৰচনা অন্তৰ্ভুক্ত হয়।

এনে নহয় যে মাৰ্ক্সবাদ অনুপ্ৰাণিত ৰচনাবোৰৰ আগৰ ৰচনাবোৰৰ পৰা অসমীয়া সাহিত্য জগতে একো লাভ কৰা নাছিল। সেইবোৰ ৰচনাই অসমীয়া লেখকসকলৰ পৰা যেনে মানবিশিষ্ট ৰচনা দাবী কৰিছিল তেনে দাবী তাৰ পূৰ্বে কোনেও কৰা নাছিল। অসমীয়া নিঃকিন সাহিত্যিকসকলে ভাষা জননীৰ বেদীত কিবা এপাহ পুষ্প দান কৰিছে, সেয়ে যথেষ্ট : তাৰ গুণাগুণ বিচাৰৰ ক্ষেত্ৰত কঠোৰ দৃষ্টিভংগী গ্ৰহণ কৰাটো ভুল হ'ব -- এনে ধৰণৰ পৃষ্ঠপোষক সুলভ দৃষ্টিভংগীৰে সাহিত্য সমালোচনা প্ৰভাৱিত হৈ আহিছিল। এনে এক দৃষ্টিভংগীৰ সলনি এই ডেকা সমালোচকজনে যিবোৰ গুণ অসমীয়া সাহিত্যৰ পৰা বিচাৰিলে সি লেখকসকলৰ মাজতো নিশ্চয় সংক্ৰমিত হৈছিল। এই ৰচনাবোৰৰ মাজতো ড° গোহাঁইৰ সৎ জীৱন জিজ্ঞাসাই সাহিত্য আলোচনাৰ এক নৈতিক মানদণ্ড নিৰূপিত কৰিছে। সিবোৰ নিতান্তই ৰূপগত আলোচনা নহয়।

সি যি কি নহওক মাৰ্ক্সবাদ গ্ৰহণৰ ফলত ড° গোহাঁয়ে অনিবাৰ্যভাৱেই নিজৰ আগৰ ধাৰণাসমূহৰ পৰিৱৰ্তন সাধিব লগা হ'ল। ফলস্বৰূপে অসমীয়া সাহিত্যৰ মূল্যায়নৰ ক্ষেত্ৰত ভিন্ন মানদণ্ড ব্যৱহাৰ হ'বলৈ ধৰিলে ; কোৱা বাহুল্য এই মানদণ্ড মাৰ্ক্সবাদী সাহিত্য সমালোচনাৰ দ্বাৰা ইতিমধ্যে গৃহীত মানদণ্ডৰ সৈতে একে প্ৰকৃতিৰ হ'লেও অসমীয়া সাহিত্যত সিবোৰ প্ৰয়োগ কৰোঁতে ড° গোহাঁয়ে তেওঁৰ গভীৰ অধ্যয়ন, সূক্ষ্ম ৰসবোধ আৰু মৰ্মভেদী অন্তৰ্দৃষ্টিৰ গুণত যান্ত্ৰিকতা এৰাই চলিবলৈ সক্ষম হৈছিল। স্বাভাৱিকতেই পূৰ্বৰ ধাৰণাবোৰৰ দ্বাৰা চালিত হৈ কোনো সাহিত্য-কৰ্মৰ মূল্যায়ন কৰোঁতে তেওঁ যেনে সিদ্ধান্তত উপনীত হৈছিল, পিছৰ পৰ্যায়ত চিন্তাৰ পদ্ধতি সলনি হোৱা বাবে তেনে সিদ্ধান্তৰ কোনো ক্ষেত্ৰত সংশোধন ঘটাবলৈ ড° গোহাঁই কুণ্ঠিত হোৱা নাছিল। উদাহৰণ স্বৰূপে চৈয়দ আব্দুল

মালিকৰ **সূৰুজমুখীৰ স্বপ্নৰ** অতি কঠোৰ সমালোচনা কৰাৰ ৮-৯ বছৰ পিছত সেই প্ৰবন্ধটোত থকা 'কিছুমান অজ্ঞতা আৰু অন্ধতা'ৰ কথা মুকলিমনেৰে স্বীকাৰ কৰালে আঙুলিয়াব পাৰি। এই অজ্ঞতা আৰু অন্ধতাৰ অনুভৱ নিশ্চিতভাৱে জীৱনদৰ্শনৰ পৰিৱৰ্তনে আনি দিছিল।

ড° গোহাঁয়ে অসমীয়া সাহিত্যৰ পাঠক আৰু লেখকৰ বাবে চিন্তাৰ বিভিন্ন মাৰ্গ উন্মোচন কৰিছে। কীৰ্তন পুথিৰ ৰস বিচাৰৰ পৰা আধুনিক আৰু উত্তৰ আধুনিক চিন্তাৰ মূল্যায়নলৈকে ড° গোহাঁই এক নিৰ্ভৰযোগ্য সাৰথি। এটা কথা ঠিক যে ড° গোহাঁইৰ উন্মেষৰ কালচোৱাত মাৰ্ক্সবাদৰ প্ৰভাৱো আছিল আন্তৰ্জাতিকভাৱে ক্ৰমবৰ্দ্ধমান। কিন্তু ড° গোহাঁইৰ ভূমিকাই অসমৰ বৌদ্ধিক জগতত মাৰ্ক্সবাদী চিন্তাক এক কেন্দ্ৰীয় মৰ্যাদা দিলে। চিন্তাশীল যুৱক-যুৱতী আৰু লেখক-লেখিকাসকলৰ ওপৰত ড° গোহাঁইৰ ৰচনাসমূহৰ আৰু তেওঁৰ সামাজিক ভূমিকাৰ প্ৰভাৱ তুলনাবিহীন। মাৰ্ক্সবাদী ড° গোহাঁয়ে অসমীয়া সাহিত্যক এক জনমুখী গতি দিয়াত বিশেষ ভূমিকা ল'লে বুলি সকলোৱেই স্বীকাৰ কৰিব। আনহাতে অসমীয়া গণমুখী সাহিত্যত থকা যান্ত্ৰিকতা দূৰ কৰাতো ড° গোহাঁইৰ প্ৰভাৱ মনত ৰাখিব লাগিব।

মাৰ্ক্সবাদ-পূৰ্বৱৰ্তী কালছোৱাতকৈ মাৰ্ক্সবাদৰ প্ৰতি আকৃষ্ট হোৱাৰে পৰা ড° গোহাঁইৰ ভূমিকা সম্পৰ্কেহে আমাৰ অধিক আগ্ৰহ। ইয়াৰ কাৰণ অতি স্পষ্ট। প্ৰথমতে, সেইবোৰ আছিল ড° গোহাঁইৰ আগবয়সৰ ৰচনা ; তেতিয়াও তেওঁৰ জীৱন-জিজ্ঞাসাই এক স্থিৰ মাৰ্গ বিচাৰি পোৱা নাছিল। দ্বিতীয়তে, পূৰঠ বয়সৰ ৰচনাসমূহত সেই ৰচনাবোৰৰ কেন্দ্ৰীয় ধাৰণাবোৰৰ প্ৰতি ড° গোহাঁয়ে গ্ৰহণ কৰা সমালোচনামূলক দৃষ্টিভংগী। সেই ৰচনাবোৰৰ বৌদ্ধিক উজ্জ্বলতাৰ কথা স্বীকাৰ কৰিও এই কথা ক'বই লাগিব যে সেই পথেৰে আগবঢ়া হ'লে ড° গোহাঁয়ে তেওঁৰ সেই সময়ৰ কোনো পণ্ডিত বন্ধুৰ দৰে আজি বন্ধ্যা পাণ্ডিত্যৰ বোজা বহনকাৰী হ'বলগীয়া হ'লহেঁতেন। কিন্তু প্ৰকৃত প্ৰতিভাৰ এক সৃষ্টিশীল চৰিত্ৰ থাকে ; আমাৰ দৰে অমানৱীয় অসহনীয় সমাজ-ব্যৱস্থা এটাত সেই সৃষ্টিশীলতা অৱধাৰিতভাৱেই প্ৰতিষ্ঠান বিৰোধী সমালোচনাত প্ৰবৃত্ত হয়।

সাহিত্যৰ বিষয়ে আলোচনা সেয়ে ড° গোহাঁইৰ ক্ষেত্ৰত সমাজ সম্পৰ্কেও আলোচনা। আমাৰ ইতিহাস, অৰ্থনীতি, ৰাজনীতি, সংস্কৃতি— সকলোটি ক্ষেত্ৰতে ড° গোহাঁয়ে গুৰুত্বপূৰ্ণ অৱদান আগবঢ়াইছে ; কোনো কোনো ক্ষেত্ৰত অগ্ৰণী ভূমিকাও লৈছে। অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ বিষয়ে ৰচনা তেনে এক আলোচনাৰ উদাহৰণ। মনকৰিবলগীয়া যে ড° গোহাঁইৰ এখন সংকলনৰ নাম **সমাজ আৰু সমালোচনা**।

এনে এক সমাজমুখী মানসিকতাৰে উদ্বুদ্ধ ড° গোহাঁইৰ অসমীয়া ৰাইজৰ সৈতে সম্পৰ্ক যে খকাখুন্দা আৰু মৰম-চেনেহৰ হ'ব ই একো আচৰিত নহয়। অসমীয়া জাতীয়তাবাদৰ ঋণাত্মক দিশবোৰৰ ড° গোহাঁই আঁকোৰগোঁজ সমালোচক। একে সময়তে অসমীয়া জাতীয় সাহিত্য আৰু সংস্কৃতিৰ, অসমীয়া ঐতিহ্যৰ সৈতে ওতঃপ্ৰোতভাৱে জড়িত এজন সাৰ্থক অসম সন্তান। অসমীয়া উগ্ৰ জাতীয়তাবাদীবোৰে ড° গোহাঁইক শেষ কৰিয়েই দিব খুজিছিল। ই এটা অতি শুভ লক্ষণ যে আজি অসমৰ জনসাধাৰণে ড° গোহাঁইৰ ভূমিকাৰ গুৰুত্ব বুজিব

পাৰিছে। কিন্তু ই হঠাতে সম্ভৱ হোৱা নাই ; শাৰীৰিক প্ৰহাৰ, মানসিক আঘাত আৰু সামাজিক অমৰ্যাদাৰ মাজেৰে এক সুদীৰ্ঘ দিনৰ সংগ্ৰামৰ অন্ততহে জনমানসত ড° গোহাঁইৰ আজিৰ প্ৰতিষ্ঠা আহিছে। এই কণ্টকিত যাত্ৰা আছিল ঘাম, তেজ আৰু চকুলোৰে সিক্ত। নিৰাপদ অৱস্থানৰ পৰা বুদ্ধিজীৱীৰ সন্মান আৰু সুবিধা লাভ কৰা, ছল চাই চাপৰি বজোৱাবোৰৰ দলৰ পৰা ড° গোহাঁইৰ ভিন্নতা এইটো দিশৰ পৰাও লক্ষ্য কৰিব লাগিব।

অসমীয়া সমাজৰ, অসমৰ প্ৰতিটো সংকটৰ ক্ষণত, প্ৰতিটো গুৰুত্বপূৰ্ণ বিষয়ত ড° গোহাঁয়ে আগবঢ়াইছে নিৰ্ভীক আৰু সুস্পষ্ট মতামত। যেনেদৰে উগ্ৰজাতীয়তাবাদ সম্পৰ্কে, একেদৰেই সশস্ত্ৰ সংগ্ৰাম কৰি অসম স্বাধীনতা আনিবলৈ ওলোৱা সংযুক্ত মুক্তি বাহিনী (ULFA) সম্পৰ্কে। অৱশ্যে স.মু.বা.ৰ প্ৰতি ড° গোহাঁইৰ বিৰোধিতা চৰকাৰী বুদ্ধিজীৱীসকলৰ বিৰোধিতাৰ সৈতে একে নহয়। এই ক্ষেত্ৰতো ড° গোহাঁয়ে দ্বান্দ্বিক দৃষ্টিভংগী ত্যাগ কৰা নাই। স.মু.বা.ৰ নৃশংস হিংসাক অত্যন্ত কঠোৰ ভাষাত নিন্দা কৰাৰ লগে লগে ৰাষ্ট্ৰৰ নিৰ্মমতাকো তেখেতে বলিষ্ঠভাৱে আক্ৰমণ কৰিছে। ই তেখেতৰ বাবে মাথোঁ দয়া-মায়া-ক্ষমাৰ কথাই নহয় ; তেখেতৰ আক্ৰমণৰ লক্ষ্য শোষণ ভিত্তিক হিংস্ৰ ৰাষ্ট্ৰৰ আদৰ্শ আৰু কাৰ্যকলাপ। আনহাতে স.মু.বা.ৰ প্ৰতি তেখেতৰ একধৰণৰ সহানুভূতিও লক্ষ্য কৰা যায়, সেই সহানুভূতি যেন বিপথগামী আপোনজনৰ প্ৰতি থকা সহানুভূতি, কিন্তু নীতিৰ প্ৰশ্নত সেই সহানুভূতি কোনোমতেই ভাবপ্ৰৱণ নহয়।

অসমৰ সমাজ-জীৱনৰ প্ৰতিটো প্ৰশ্নতে ড° গোহাঁই সদায়ে সৰব হৈ আহিছে। এই ক্ষেত্ৰত তেখেতে মান-সন্মান, জনপ্ৰিয়তা বা আন ধৰণৰ লাভ হোৱাৰ ভয়ক কেতিয়াও বিবেচনাৰ অন্তৰ্গত কৰা নাই। তেখেতে কেতিয়াও ভুল কৰিব নোৱাৰে, ভুল সিদ্ধান্ত ল'ব নোৱাৰে, এনে কথা আমি নকওঁ, আৰু আমি জানো যে ড° গোহাঁয়ে নিজেও এনে কথা কেতিয়াও নকয়। বৰং এক মুকলি আত্মসমালোচনাৰ আৰু ভুলভ্ৰান্তি স্বীকাৰৰ বাবে থাকিবলগীয়া সৰল মনৰ অধিকাৰী এই মানুহগৰাকী তেখেতৰ ওপৰত দেৱত্ব আৰোপৰ ঘোৰ বিৰোধী, তত্ৰাচ আমি এই কথা ক'বই লাগিব যে তেখেতৰ অধ্যয়নসমৃদ্ধ সজাগ মনৰ তাৎক্ষণিক প্ৰতিক্ৰিয়াসমূহো সামাজিকভাৱে ক'বলৈ হ'লে, সাধাৰণতেই সঠিক, চিন্তা উদ্ৰেককাৰী, সমাজ আৰু জীৱনৰ বাবে হিতজনক।

ড° গোহাঁইৰ ৰচনাৱলীত ইমানবোৰ বিষয় সম্পৰ্কে আলোচনা আছে, চিন্তাৰ খোৰাক আছে যে এক কথাত তাক বিস্ময়কৰ বুলিয়ে ক'ব লাগিব। এনে বহু মন্তব্য তাত সিঁচৰতি হৈ আছে যে তাৰ সূত্ৰ ধৰি আগবাঢ়িলে মূল্যবান গ্ৰন্থ একোখন ৰচিত হ'ব পাৰে। তেখেতৰ পাণ্ডিত্যৰ ব্যাপ্তি বিশাল আৰু গভীৰতা চুব নোৱৰা। তেখেতৰ চিন্তাৰ বিষয়ে পদ্ধতিমূলকভাৱে আলোচনা কৰিবলৈ লোৱাটো এটা প্ৰত্যাহ্বানমূলক কাম হ'ব।

অসমৰ সমাজ-জীৱন আৰু অসমীয়া সাহিত্য, উভয় ক্ষেত্ৰতে ড° গোহাঁইৰ উপস্থিতি প্ৰচণ্ড শক্তিশালী। এনে শক্তিশালী ব্যক্তিত্বৰ প্ৰতি মোহান্ধ হৈ পৰাৰ আশঙ্কা প্ৰবল। কিন্তু সেই আশঙ্কাৰ প্ৰতিষেধক হিচাপে তেখেতৰ প্ৰতি অৱহেলা হ'ব চূড়ান্ত মূৰ্খামি। ড° গোহাঁয়ে এঠাইত কৈছে যে তেখেতৰ মূল উদ্দেশ্য হ'ল পাঠকক ভবাই তোলা, আৰু তেখেতৰ ৰচনাৱলীৰ সজাগ অধ্যয়নেই হ'ব তেখেতৰ প্ৰতি পাঠকে জনাব পৰা প্ৰকৃত সম্বৰ্ধনা। ❑

# সমাজ পৰিৱৰ্তন আৰু নিৰ্মাণৰ সমাজতত্ত্ব

কিশোৰ ভট্টাচাৰ্য

হীৰেন গোহাঁইৰ ৰচনাত সামাজিক গতি-প্ৰকৃতি বিশ্লেষণ কৰাৰ যথেষ্ট নিদৰ্শন পোৱা যায়। এই প্ৰৱণতা সমাজ আৰু পৰম্পৰাৰ সম্পৰ্কে লিখা ৰচনাৰ উপৰিও সাহিত্য সমালোচনাতো দেখিবলৈ পোৱা যায়। তেওঁ মাৰ্ক্সবাদী তত্ত্বৰ প্ৰয়োগ কৰি স্থানীয় সমাজক বুজিবলৈ চেষ্টা কৰিছে। প্ৰধানতঃ আধুনিক অসমীয়া সমাজ আৰু মধ্যবিত্ত শ্ৰেণীৰ চৰিত্ৰ বিশ্লেষণ, অসমৰ সামাজিক জীৱনত জনজাতীয় আৰু উচ্চ বৰ্ণৰ সম্পৰ্ক আৰু দ্বন্দ্ব আৰু অসমীয়া জাতীয়তাবাদৰ গতি-প্ৰকৃতি অনুধাৱন কৰিবলৈ প্ৰচেষ্টা কৰিছে। এই লিখাবোৰ যথেষ্ট গুৰুত্বপূৰ্ণ কাৰণ এই লিখাবোৰত তেওঁৰ প্ৰগাঢ় দৃষ্টিভংগীৰ পৰিচয় পোৱা যায় আৰু কোনো বিদ্যায়তনিক গণ্ডিৰ মাজেদি নহয় জ্ঞান-চৰ্চাৰ এক বৃহত্তৰ আৰু বিভিন্ন বিষয়ৰ সমন্বিত দৃষ্টিভংগীৰ মাজেদি সমাজক তেওঁ চাইছে। সেই দৃষ্টিভংগী মাৰ্ক্সবাদ, ইতিহাস, অৰ্থনীতি, ৰাজনীতি শাস্ত্ৰ, দৰ্শন আৰু সাহিত্য-কলা ইত্যাদিৰ সমন্বয়ত গঢ়ি উঠিছে।

তেওঁৰ লিখনিত কেতিয়াবা কোনো সমাজতাত্ত্বিকৰ নাম উচ্চাৰিত হৈছে, যেনে - - পিট্ৰিম চৰোকিন, কাৰ্ল মানহাইম, বটমোৰ ইত্যাদি। কেতিয়াবা আকৌ লুকাচ্চৰ দৰে মাৰ্ক্সবাদী তাত্ত্বিক আৰু সাহিত্য সমালোচকসকলৰ দৃষ্টিভংগীৰ উত্থাপনৰ মাজেদি সমাজ সম্পৰ্কে এক চেতনা প্ৰকাশিত হৈছে। আণ্টনিৱ' গ্ৰামশ্চি আৰু এডোৰ্ণো ইত্যাদি মাৰ্ক্সবাদী তাত্ত্বিকৰ দৃষ্টিভংগীয়ে তেওঁৰ ৰচনাত ৰেখাপাত কৰিছে। কেতিয়াবা বিভিন্ন ৰচনাৰ সমন্বয়ত কিছুমান কথা আৰু বিষয়ত তেওঁ গভীৰ উদ্‌ঘাটনধৰ্মী আলোচনা কৰিছে।

এই চুটি আলোচনাত মই তেওঁৰ ৰচনাৰ লগত বিভিন্ন সমাজতাত্ত্বিক ধাৰাৰ সম্পৰ্ক নিৰ্ণয় কৰিবলৈ চেষ্টা কৰা নাই। সেই কাম প্ৰকৃতভাৱে কৰিবলৈ গ'লে সি শ্ৰমসাধ্য প্ৰচেষ্টা হ'ব। মই এই ক্ষুদ্ৰ ৰচনাত তেওঁৰ অসমৰ সমাজ-জীৱন আৰু সংস্কৃতি সম্পৰ্কে লিখা কিছুমান ৰচনাৰ কেইটামান কেন্দ্ৰীয় বিষয় লৈ আলোচনা কৰিম। সেই গুৰুত্বপূৰ্ণ ৰচনাবোৰৰ সমাজতাত্ত্বিক অৱদানৰ বিষয়ে আলোচনা কৰিবলৈ সংক্ষিপ্তভাৱে চেষ্টা কৰিম। ভৱিষ্যতে এই বিষয়ে দীৰ্ঘভাৱে আলোচনা হ'ব– সেই দিশত ই এটা সীমিত পদক্ষেপ।

গোহাঁইদেৱৰ সমাজৰ বিশ্লেষণ এটা অংশ সাম্প্ৰতিক সমাজৰ কিছুমান আসোঁৱাহৰ প্ৰতি বিৰাগৰ পৰাও সৃষ্টি হৈছে। এই সমাজ-চৰ্চাৰ আঁৰত এক ধৰণৰ উত্তৰণৰ সাধনাও

আছে। সমাজতত্ত্বৰ এটা ধাৰাই নিৰপেক্ষ আৰু বৈজ্ঞানিক সমাজচৰ্চাতকৈ টম বটমোৰ কথিত সমাজৰ সমালোচনাক অধিক গুৰুত্ব দিয়ে। গোহাঁইদেৱৰ সমাজ-চৰ্চা এইসকল মাৰ্ক্সবাদী সমাজতাত্ত্বিকৰ দৰেই জনকল্যাণমুখী। আমি এই প্ৰবন্ধত অসমৰ সমাজ আৰু সংস্কৃতিৰ বিশ্লেষণত এই ধৰণৰ সচেতন মানসিকতাই কেনেদৰে কাম কৰিছিল লক্ষ কৰিম।

হীৰেন গোহাঁইদেৱে তেওঁৰ ৰচনাত অসমৰ আধুনিক সমাজৰ আৰু প্ৰভুত্বশীল শ্ৰেণীৰ চৰিত্ৰ, মহাপুৰুষীয়া পৰম্পৰা আৰু অসমত উচ্চবৰ্ণ আৰু জনজাতীয় ভাৱধাৰাৰ বিশ্লেষণ কৰিছে। এই বিশ্লেষণত ব্যৱহাৰ হোৱা প্ৰধান ধাৰণা (concept) হ'ল শ্ৰেণী (class), আৰ্থ-সামাজিক ব্যৱস্থা আৰু ভাৱধাৰা আৰু শ্লেষ হ'ল ৰাজহুৱা জীৱন (Public life)। ভৱিষ্যতে এই দৃষ্টিভংগীৰ লগত তেওঁৰ সাহিত্য সমালোচনাক একেলগে চোৱাৰ আৱশ্যকতা আছে। মই এই ক্ষুদ্ৰ আলোচনাত সেই প্ৰচেষ্টা কৰা নাই।

'অসমৰ মধ্যবিত্ত সমাজৰ ইতিহাস' তেওঁৰ অন্যতম ৰচনা। অসমৰ সমাজ বিজ্ঞানীসকলে যেতিয়া বিদ্যায়তনিক গণ্ডি অতিক্ৰম কৰিব নোৱাৰি কিছুমান জীৱন্ত বিষয়ক অৱহেলা কৰি আছিল, তেতিয়া গোহাঁইদেৱ আৰু অমলেন্দু গুহদেৱে অসমৰ সামাজিক জীৱনৰ কিছুমান গুৰুত্বপূৰ্ণ প্ৰশ্নৰ প্ৰাণৱন্ত আলোচনাৰ পাতনি মেলিছিল। সেই সজীৱধাৰা অসমত যদি স্থায়ী হয় তেনেহ'লে সমাজচৰ্চাৰ আমি কিছুমান চহকী নিদৰ্শন দেখিবলৈ পাম।

এই প্ৰবন্ধত তেওঁ মধ্যবিত্ত শ্ৰেণীৰ বিকাশৰ আৰ্থ-সামাজিক পটভূমি আলোচনা কৰি দেখুৱাইছে যে বৃটিছ শাসন ব্যৱস্থাত আৰু সাম্ৰাজ্যবাদী অৰ্থনীতিয়ে মধ্যবিত্ত শ্ৰেণীৰ সৃষ্টি কৰিছিল। শাসক শ্ৰেণীৰ অনুগ্ৰহৰ ওপৰত এই শ্ৰেণী নিৰ্ভৰশীল আছিল। তেওঁ মধ্যবিত্ত শ্ৰেণীৰ বিভিন্ন দুৰ্বলতা আৰু সাম্ৰাজ্যবাদী পুঁজিৰ লগত সংঘাতৰ ফলত সাম্ৰাজ্যবাদ বিৰোধিতাৰ উন্মেষৰ কথা আলোচনা কৰিছিল। কিন্তু অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ প্ৰকৃতিত নিৰ্ভৰশীলতা বিকাশৰ প্ৰধান অন্তৰায় আছিল আৰু আছে। এই শ্ৰেণীটো যে শ্ৰমজীৱী ৰাইজৰ সহযাত্ৰী হোৱা নাই সেই কথা তেওঁ আলোচনা কৰিছে আৰু পৰৱৰ্তী সময়ত এই প্ৰসংগলৈ তেওঁ আহিছে।

তেওঁ পৰৱৰ্তীকালত বিভিন্ন প্ৰবন্ধত অসমৰ দুৰ্বল আৰু অসমৰ্থ মধ্যবিত্ত শ্ৰেণীৰ কথা আনিছে। সমাজৰ আৰ্থ-সামাজিক ভিত্তিৰ উন্নতিৰ প্ৰয়োজনৰ কথা দোহাৰিছে। বন্ধৰৰ কালৰ সামাজিক আৰু সাংস্কৃতিক সংকট সম্পৰ্কে লিখা প্ৰবন্ধটোতো এই শ্ৰেণীৰ সামাজিক নেতৃত্বৰ সীমাবদ্ধতাৰ কথা উঠিছে। এইখন কিতাপতে তেওঁ উল্লেখ কৰিছে যে মধ্যবিত্ত শ্ৰেণীৰ অৰ্থনৈতিক সমৃদ্ধিৰ বাট নথকাৰ বাবে তেওঁলোকে শোষণৰ প্ৰথাগত ব্যৱস্থা অটুত ৰাখিব বিচাৰিছিল, ইয়াৰ ফলত নিম্ন বৰ্ণ আৰু জনজাতীয় মানুহৰ প্ৰতি অৱহেলা সমাজত অপৰিৱৰ্তিত থাকিল। তেওঁ বৰ সূক্ষ্মভাৱে লক্ষ্য কৰিছে যে সমাজত প্ৰগতিশীল ভাৱধাৰাৰ সূত্ৰপাত হ'লেও সেই ভাৱধাৰা সমাজৰ প্ৰধান ভাৱধাৰা হোৱা নাই।

অসম আন্দোলনৰ সমাজতাত্ত্বিক বিশ্লেষণতো এই শ্ৰেণীয়ে কেনেদৰে জাতীয়

প্ৰতিবাদক শ্ৰদ্ধা কৰি সামগ্ৰিক উন্নতিৰ প্ৰচেষ্টা হাতত ল'ব নোৱাৰে সেই কথা সকীয়াই দিছিল। নেতৃত্ব আৰু পৰামৰ্শদাতাসকলে অৰ্থনৈতিক আৰু ৰাজনৈতিক যোগাযোগৰ জাল ভেদ কৰি যে প্ৰগতিশীল পদক্ষেপ ল'ব পাৰিব সেই সম্পৰ্কে তেওঁৰ সংশয় আছিল। তেওঁ লক্ষ কৰিছে এই শ্ৰেণীটোৰ দোদুল্যমানতা আৰু উভয়বনতা (ambivalence) চৰিত্ৰগত। স্থানীয় মানুহৰ সমৰ্থন আৰু ৰাষ্ট্ৰীয় ক্ষমতাৰ পৃষ্ঠপোষকতা দুটা শক্তিৰ প্ৰয়োজন তেওঁলোকৰ বাবে আছে। আঞ্চলিক জনগণৰ সহায়ত তেওঁলোকে ক্ষমতাৰ বিকেন্দ্ৰীকৰণৰ বাবে হেঁচা দিব খোজে। কিন্তু ক্ষমতা আৰু সম্পদৰ সমবণ্টনত আগ্ৰহী নহয়।

সামাজিক পৰিৱৰ্তন আৰু ভাবাদৰ্শৰ প্ৰশ্নটো তেওঁ এই শ্ৰেণীৰ ৰচনাত উচ্চাৰিত হৈছে। তেওঁৰ মতে সমাজৰ অৰ্থনৈতিক সংকটৰ প্ৰভাৱ আদৰ্শতো পৰে (**বন্দৰৰ কাল ঃ ১১**)। এতিয়া প্ৰশ্ন উঠিব পাৰে আদৰ্শৰ ভূমিকা সম্পৰ্কে যিবোৰ চিন্তা হৈছে তাৰ আলমত এই বিষয়টোৰ সত্যৰ অধিক উন্মোচনৰ সম্ভাৱনা আছে নে? অৰ্থনৈতিক প্ৰভাৱ অতিক্ৰম কৰি আদৰ্শৰ নিজা এটা ক্ষেত্ৰ থাকিব পাৰে নে? আদৰ্শ অৰ্থনৈতিক ব্যৱস্থাৰ দ্বাৰা প্ৰভাৱিত হয় কিন্তু কিছুমান সামাজিক পৰিস্থিতিত মতাদৰ্শ সম্পূৰ্ণৰূপে অৰ্থনৈতিক কাৰণৰ অধীন হয় নে? মতাদৰ্শ অৰ্থনৈতিক-সামাজিক বাস্তৱৰ নৈৰ্ব্যক্তিক প্ৰতিফলনত গঠিত হয় নে? মই গোহাঁইদেৱৰ আলোচনাৰ মূল্যায়ন কৰিব খোজা নাই। তেওঁৰ ৰচনাই আমাক অনুপ্ৰাণিত কৰে বিষয়টো লৈ আৰু চিন্তা কৰিবলৈ, কাৰণ উত্তৰ-পূৰ্বাঞ্চলৰ সমাজতত্ত্বৰ অৰ্থনৈতিক-ৰাজনৈতিক সংকট আৰু সমাজৰ মতাদৰ্শ দুটা গুৰুত্বপূৰ্ণ বিষয়। মতাদৰ্শগত বিৰোধত দুৰ্বল শ্ৰেণীয়ে আধিপত্যকামী শ্ৰেণীক একাষৰীয়া কৰিব পাৰে নে? সমাজত বিপৰীতমুখী মতাদৰ্শৰ সংঘাতৰ মাজেদি ভাবাদৰ্শগত উত্তৰণ সম্ভৱ হয় নে? এই উত্তৰণৰ মাজেদি অৰ্থনৈতিক আৰু ৰাজনৈতিক সম্পৰ্কৰ প্ৰতি প্ৰত্যাহ্বান জনোৱা সম্ভৱ হয় নে নাই। এই প্ৰশ্নবোৰৰ সম্মুখীন হ'বলৈ হ'লে তেওঁ উত্থাপন কৰা অসমৰ সমাজৰ সঙ্কটৰ প্ৰশ্নটোৰ আমি মুখামুখি হ'ব লাগিব।

[২]

হীৰেন গোহাঁইদেৱে অসমীয়া জাতি গঠনৰ আৰু বিকাশৰ সমাজতাত্ত্বিক বিশ্লেষণ কৰিবলৈ গৈ নিম্ন বৰ্ণ আৰু জনজাতীয় মানুহৰ সমস্যা আৰু আশা-আকাংক্ষাৰ কথা আলোচনা কৰিছে। সেই দিশৰ পৰা জাতীয়তাবোধৰ সমাজতাত্ত্বিক আলোচনাৰ মাজেদি তেওঁ সমাজচৰ্চাৰ নতুন এটা দিশ সংযোজিত হৈছে। তেওঁ জনগোষ্ঠীৰ (ethnic groups) সমস্যা আৰু আন্দোলনৰ ব্যাখ্যা জাতীয় বিকাশৰ সমালোচনাৰ লগত জড়িত হৈ পৰিছে। এইখিনিতে শ্ৰেণী, বৰ্ণ আৰু জাতিগোষ্ঠীৰ আশাৰ জটিলতাক বহুক্ষেত্ৰত প্ৰাধান্য দিয়া হোৱা নাই। তেওঁ অৱলম্বন কৰা দৃষ্টিভংগীৰ মাজেদি কিছুমান মূল্যবান কথা কোৱা হৈছে আৰু বহু সূত্ৰৰ ইংগিত এই ৰচনাৰাজিত আছে।

তেওঁৰ জনজাতীয় সমাজৰ বিষয়ে লিখা প্ৰবন্ধৰাজিতো অসমীয়া মধ্যবিত্ত আৰু উচ্চবৰ্ণৰ মানুহে সমাজৰ অৱহেলিত সম্প্ৰদায়ৰ প্ৰতি কৰা অৱজ্ঞাৰ প্ৰশ্নটোৱে গুৰুত্ব পাইছে।

পিছত এই সম্পৰ্কৰ এটা গতিশীলতাও আছে আৰু সাম্প্ৰতিক কালত জনজাতীয় সমাজৰ লগত আত্মীয়তা পুৰ্নস্থাপনৰ প্ৰচেষ্টাও কৰা হৈছে। কিন্তু ঔপনিবেশিক যুগৰ পৰা তেওঁলোকে অৰ্থনৈতিক, শৈক্ষিক আৰু ৰাজনৈতিকভাৱে পিছপৰি গৈছে আৰু স্বাধীনতাৰ পিছতো এইবোৰ সম্পৰ্কৰ পৰিৱৰ্তন অসমীয়া মধ্যবিত্ত শ্ৰেণীয়ে আন্তৰিকভাৱে বিচৰা নাছিল। এই অৱস্থাৰ সুযোগ লৈ জনজাতীয় সমাজৰ নেতৃত্বই একধৰণৰ জাতি বিদ্বেষৰ জন্ম দিছে। তেওঁ এই জনজাতীয় আন্দোলনত কেনেদৰে অকল গোষ্ঠী কেন্দ্ৰিকতা অতিক্ৰম কৰি বৃহত্তৰ দৃষ্টিভংগী গ্ৰহণ কৰা উচিত সেই বিষয়টোৰ ওপৰত গুৰুত্ব দিছে।

তেওঁ আৰু এটা কথাৰ ওপৰত গুৰুত্ব আৰোপ কৰিছে : সেয়া হ'ল আন্দোলন বিলাকৰ মৰ্মবস্তু হ'ল সমাজৰ সৰহ সংখ্যক নিপীড়িত মানুহৰ ক্ষোভ আৰু বাহ্যিক ৰূপ হ'ল উগ্ৰ জাতীয়তাবাদ। আন্দোলনৰ নেতৃত্ববৰ্গ মধ্যবিত্ত ক্ষুদ্ৰস্বাৰ্থ ৰক্ষাৰ প্ৰতি মনোযোগী, কিন্তু সমাজৰ সৰ্বাংগীন উন্নতিৰ বাবে নিষ্ঠাবান নহয়। তাৰবাবে প্ৰয়োজনীয় সমাজবাদী মতাদৰ্শ আৰু কাৰ্যসূচী বিকাশৰ অন্তৰায় হ'ল জনজাতীয় মধ্যবিত্তৰ শ্ৰেণীগত অৱস্থান আৰু বিভিন্ন 'মহল, দল, সংগঠন, চৰকাৰী বা বেচৰকাৰী' শক্তিৰ লগত তেওঁলোকৰ যোগাযোগ।

জনজাতীয় সমস্যাৰ আলোচনাৰ মাজেদি তেওঁ কিছুমান চিন্তা উদ্ৰেককাৰী মন্তব্য কৰিছে। যেনে identity politics ৰ দৃষ্টিভংগীৰ পৰা অসমৰ জনগোষ্ঠী আন্দোলনৰ সীমাবদ্ধতাৰ বিশ্লেষণ সম্ভৱ নহয়। এই আন্দোলনসমূহৰ শ্ৰেণীগত প্ৰেক্ষাপটৰ আলোচনা আমাৰ দেশত গুৰুত্বপূৰ্ণ। এই দৃষ্টিভংগীয়ে সমাজৰ অন্তৰ্নিহিত জটিলতাক বুজিবলৈ যথেষ্ট সহায় কৰে। অকল জাতি ভিত্তিক ৰাজ্য গঠনৰ মাজেদি যে জাতীয় বিকাশ সম্ভৱ নহয়, কাৰণ মধ্যবিত্ত শ্ৰেণীবিলাকে বৃহত্তৰ ৰাজনৈতিক অৰ্থনীতিৰ মেৰপাক অতিক্ৰম কৰি জাতীয় বিকাশৰ পথ সুগম কৰিব নোৱাৰিব। এই বিষয়ে লিখা গোহাঁইদেৱৰ ৰচনাৰ সংখ্যা তাকৰ হ'লেও সেইবোৰ অন্তৰ্ভেদী। জনগোষ্ঠীসমূহৰ বিকাশৰ প্ৰশ্নটোত তেওঁ যথেষ্ট গুৰুত্ব দিছে, এই দৃষ্টিভংগী অৱলম্বন কৰি আমি আৰু এটা জটিল প্ৰশ্নৰ সন্মুখীন হ'ব পাৰো— সেয়া হ'ল ক্ষুদ্ৰ জাতিসমূহৰ সমৃদ্ধি আৰু পূৰ্ণ বিকাশৰ সম্ভাৱনাৰ সুযোগ স্থাপন ; এখন ৰাজ্যৰ মাজত কেনেদৰে কেবাটাও জাতিৰ পাৰস্পৰিক বিকাশ সম্ভৱ তাৰ অন্বেষণো আমি কৰি চাব পাৰো। গোহাঁইদেৱৰ এইধৰণৰ ৰচনাৰ আৰু এটা প্ৰধান বিষয় হ'ল অসমৰ মহাপুৰুষীয়া ঐতিহ্য। মহাপুৰুষীয়া পৰম্পৰাৰ একাধিক দিশলৈ তেওঁ আমাৰ মনোযোগ আকৰ্ষণ কৰিছে। সেই দিশবোৰ হ'ল : (ক) অসমীয়া জাতিগঠনত মহাপুৰুষীয়া আন্দোলনৰ ভূমিকা। (খ) মহাপুৰুষীয়া ধৰ্মৰ আৰ্থ-সামাজিক প্ৰেক্ষাপট আৰু (গ) আধুনিক অসমত মহাপুৰুষীয়া আন্দোলনৰ প্ৰাসংগিকতা। তেওঁ শঙ্কৰদেৱৰ মানৱীয় চৰিত্ৰৰ গুণবোৰলৈও আকৰ্ষিত হৈছে। তেওঁৰ মতে "....শঙ্কৰদেৱৰ তেজস্বী কিন্তু উদাৰ ব্যক্তিত্ব, নিৰ্মল কিন্তু বৈপ্লৱিক চৰিত্ৰ, তেওঁৰ গণতান্ত্ৰিক চিন্তাধাৰাৰ সাধনা আমাৰ অসমত আকৌ হ'ব লাগিব। কেৱল আনুষ্ঠানিক আড়ম্বৰৰ বাবে নহয়, অসমাপ্ত গণতান্ত্ৰিক বিপ্লৱ সমাপ্ত কৰি মুমূৰ্ষু দিক্‌ভ্ৰান্ত জনতাৰ প্ৰাণত সঞ্জীৱনী ৰস সিঁচি দিবলৈ" (**সন্ধিক্ষণ** : ১১৮)।

এই পটভূমিত আমি তেওঁ এই বিষয় সম্পৰ্কে লিখা তেওঁৰ প্ৰধান ৰচনা **অসমীয়া জাতীয় জীৱনত মহাপুৰুষীয়া পৰম্পৰাৰ** সমাজতাত্ত্বিক দিশৰ বিষয়ে আলোচনা কৰিব পাৰো। তেওঁৰ মতে মহাপুৰুষীয়া আন্দোলন জাতীয় বিকাশৰ অন্যতম ধাৰা। অসমীয়া জাতিৰ 'বস্তুগত আৰু ভাৱগত সাংস্কৃতিক ভিত্তি' গঠনত মহাপুৰুষীয়া ধৰ্মৰ গুৰুত্বৰ কথা তেওঁ আলোচনা কৰিছে।

তেওঁৰ মতে, পণ্ডিতসকলে কৈছে পুঁজিবাদী সমাজৰ বিকাশৰ বাবে ভক্তি আন্দোলনে সাংস্কৃতিক পৰিমণ্ডলৰ সৃষ্টি কৰিছিল। ভাৰতবৰ্ষৰ বিভিন্ন অঞ্চলত ভক্তি আন্দোলনৰ মাজেদি সামন্তবাদৰ অধিক উদাৰ ভাবধাৰাৰ প্ৰৱৰ্তন হৈছিল। কিন্তু অসমত বহুতো জনজাতীয় গোষ্ঠী তেতিয়ালৈকে সামন্তবাদৰ স্তৰলৈ প্ৰৱেশ কৰা নাছিল। গোহাঁইদেৱৰ মতে সামন্তবাদৰ উত্থান আৰু পণ্য উৎপাদনৰ প্ৰসাৰ অসমত একেলগে চলিছিল--- "ট্ৰটস্কিৰ গুৰুত্বপূৰ্ণ সংজ্ঞা মতে এই সংযুক্ত প্ৰক্ৰিয়া (telescoping) কোনো অনুন্নত অঞ্চলৰ বিকাশৰ বৈশিষ্ট্য। 'অসমৰ মহাপুৰুষীয়া ধৰ্মমততো সেয়ে একে ধৰণৰ telescoping পৰিলক্ষিত হয়--- জনজাতীয় সমাজৰ পৰা উন্নত পণ্য সমাজলৈকে সমাজ বিকাশৰ বিভিন্ন পৰ্ব সি আত্মসাৎ কৰি গঢ় লৈছে।' (অ.জা.জী.ম.প. ঃ ভূমিকা)। অসমীয়া আধুনিক জাতিৰ ভেটি এই প্ৰক্ৰিয়াৰ মাজেদি সৃষ্টি হোৱা বুলি তেওঁ ভাবিছে। এই বিষয়ে অলপ ভিন্ন ধৰণে আলোচনা বিভিন্ন পণ্ডিতে কৰিলেও এইধৰণৰ ভাবোদ্দীপক অৰ্ন্তদৃষ্টি এই সম্পৰ্কীয় বিস্তৃত গৱেষণাত সহায়ক হ'ব।

গোহাঁইদেৱৰ বৈষ্ণৱ আন্দোলনৰ আলোচনা অকল মতাদৰ্শৰ আৰ্থ-সামাজিক পটভূমিত সীমাবদ্ধ নহয়। আচলতে মহাপুৰুষীয়া ভাৱধাৰাৰ ইতিবাচক দিশবোৰ লৈ তেওঁ বেছি আলোচনা কৰিছে (মই দাৰ্শনিক আলোচনাৰ প্ৰসংগ আনিব খোজা নাই)। সেইবোৰ হ'ল বিভিন্ন জাতি-সম্প্ৰদায়ৰ মাজত সাম্য আৰু সম্প্ৰীতিৰ পৰম্পৰা স্থাপন আৰু উদাৰনৈতিক মানৱতাবাদৰ প্ৰচাৰ।

গোহাঁইদেৱে বৈষ্ণৱ ভাৱধাৰা আৰু চেতনাৰ আলোচনাও বিতংভাৱে কৰিছে। ভক্তি-সাহিত্যৰ মাজেদি অসমীয়া জীৱনত বিশালৰ অনুভূতি, মানৱীয় প্ৰমূল্য আৰু উদাৰতা কিছুপৰিমাণে সঞ্চাৰিত হৈছিল সেই বিষয়ে তেওঁ আলোচনা কৰিছে। সেই পৰম্পৰাৰ ভিত্তিত অসমীয়া মানুহৰ জাতীয় ঐক্য ৰচিত হৈছে বুলি যুক্তি দাঙি ধৰিছে।

তেওঁৰ আলোচনাৰ আৰু এটা উল্লেখযোগ্য দিশ হ'ল যে উক্ত কিতাপৰ দ্বিতীয় খণ্ডত তেওঁ লক্ষ কৰিছে যে শঙ্কৰদেৱৰ চিন্তাত পূৰ্ববৰ্তী সমাজ-ব্যৱস্থাৰ কিছু প্ৰভাৱ থকাটোত ঐতিহাসিকভাৱে অস্বাভাৱিক কথা একো নাই আৰু সি সামাজিক জটিলতাৰ প্ৰতি আমাক অধিক অনুসন্ধিৎসু হ'বলৈ সহায় কৰে। মহাপুৰুষীয়া পৰম্পৰাৰ উদাৰনৈতিক ধাৰাৰ বিকাশ নহ'ল আৰু সামন্ততান্ত্ৰিক প্ৰভাৱ বৃদ্ধি হ'ল বুলি তেওঁ দেখুৱাইছে। অসমীয়া জাতিয়ে সেই উদাৰনৈতিক পৰম্পৰাৰ পৰাহে অনুপ্ৰেৰণা গ্ৰহণ কৰা উচিত বুলি তেওঁ

ভাবে। তেওঁ শঙ্কৰদেৱৰ অৱদানক ঐতিহাসিক প্ৰেক্ষাপটত স্থাপন কৰি চি ৰাইট মিলচে কোৱাৰ দৰে সমাজতাত্ত্বিক গভীৰতাৰ সহযোগত ইতিহাস আৰু জীৱনীৰ যোগসূত্ৰ উদ্‌ঘাটন কৰিছে।

ওপৰত উল্লেখ কৰা কেন্দ্ৰীয় বিষয়বোৰৰ বাহিৰেও সমাজ আৰু সংস্কৃতি সম্পৰ্কে কিছুমান কৌতূহলোদ্দীপক মন্তব্য তেওঁৰ ৰচনাত আছে। এনেধৰণৰ দৃষ্টান্তৰ পৰা তেওঁৰ সমাজ চৰ্চা সম্পৰ্কে কৌতূহল আৰু অন্তৰ্দৃষ্টিৰ পৰিচয় পাওঁ। যেনে, ভাৰতৰ ৰাজনৈতিক ব্যৱস্থাৰ ভিত্তি নাগৰিক অধিকাৰ হ'লেও সমাজত যে গোষ্ঠীৰ অস্তিত্ব তাতকৈ বলবান সেই সম্পৰ্কে **নৈৰাজ্য আৰু নিৰ্মাণ** (পৃষ্ঠা ঃ ৩৩)ৰ মন্তব্যটো গুৰুত্বপূৰ্ণ। আমাৰ দেশৰ সমাজত চিভিল ছ'চাইটিৰ প্ৰতিষ্ঠানৰ লগত এইবোৰ সম্পৰ্কৰ পাৰস্পৰিক ক্ৰিয়াত বিভিন্ন ধৰণৰ জটিলতাৰ সৃষ্টি হৈছে আৰু আধিপত্যকামী গোষ্ঠীবিলাকে ক্ষুদ্ৰ জাতিবিলাকক ৰাজনৈতিক ব্যৱস্থাত সমান অধিকাৰ ভোগৰ সুযোগ দিয়া নাই।

এনে ধৰণৰ সমাজ সম্পৰ্কে উপলব্ধিৰ আৰু নিদৰ্শন আমি তেওঁৰ ৰচনাৰ পৰা দিব পাৰিম। কিন্তু আৰু এটা ভিন্নধৰ্মী উদাহৰণ দিব খুজিছো **সন্ধিক্ষণ**ৰ পৰা। তাত তেওঁ জনজাতীয় সংস্কৃতিৰ বিষয়ে লিখা এটা প্ৰবন্ধত জনজাতীয় জীৱনৰ কিছুমান সমৃদ্ধ দিশ লৈ আলোচনা কৰিছে। এই দৃষ্টিভংগী বিৱৰ্তনবাদী মতবাদৰ প্ৰভাৱৰ পৰা মুক্ত আৰু সমাজ সম্পৰ্কে উদাৰ দৃষ্টিভংগীৰ নিদৰ্শন। এই দুটা উদাহৰণৰ মাজেদি মই ক'ব খুজিছো যে তেওঁ সমাজচৰ্চাৰ সীমিত গণ্ডিৰ মাজত আবদ্ধ নহয়। সমাজৰ বিভিন্ন দিশ সম্পৰ্কে আমি তেওঁৰ কৌতূহল লক্ষ কৰো।

গোহাঁইদেৱ এজন সাহিত্য সমালোচক। তথাপি অসমৰ সমাজ-জীৱনৰ ইতিহাস সম্পৰ্কে তেওঁৰ গৱেষণাই এই দিশত মূল্যবান অৰিহণা আগবঢ়াইছে। অসমৰ বিভিন্ন সমস্যাৰ বিশ্লেষণ কৰিবলৈ গৈ তেওঁ সমাজতত্ত্বৰ ক্ষেত্ৰত প্ৰবেশ কৰিছে। তেওঁ প্ৰধানতঃ মাৰ্ক্সবাদী সমাজতত্ত্বৰ পদ্ধতি প্ৰয়োগ কৰিছে তেওঁৰ বিশ্লেষণত। ❑

# ড° হীৰেন গোহাঁই আৰু জনগোষ্ঠীয় আন্দোলন

• ইন্দিবৰ দেউৰী

ষাঠিৰ দশকত আমি কটন কলেজত পঢ়ি থাকোতে অসমীয়া ছাত্ৰ শ্ৰীযুত হীৰেন্দ্ৰনাথ গোহাঁয়ে দিল্লী বিশ্ববিদ্যালয়ৰ পূৰ্বৰ অভিলেখ ভংগ কৰি ইংৰাজী সাহিত্যত এম.এ. পাছ কৰাৰ খবৰ বাতৰি-কাকতত পাইছিলো। অসমীয়া হিচাপে তেখেতৰ কৃতিত্বত আমি সকলোৱে গৰ্ব অনুভৱ কৰিছিলো। তেখেতৰ সেই অভিলেখ বোলে এতিয়াও অক্ষত হৈ আছে। তেখেতে কেম্ব্ৰিজ বিশ্ববিদ্যালয়লৈ যোৱাৰ আগতে **ৰামধেনু** আলোচনীত অসমীয়া সাহিত্যৰ বিষয়ে কৰা অভিনৱ পৰ্যালোচনা দুই এটা আমি পঢ়িছিলো। তেতিয়া তেখেত ইলিয়ট আৰু লীৱিছৰ তত্ত্বৰ দ্বাৰা প্ৰভাৱিত আছিল আৰু পিছলৈ কাৰ্ল প'পাৰৰ তত্ত্বৰ প্ৰতিও তেখেত আগ্ৰহী হৈছিল। ষাঠিৰ দশকৰ সেই উত্তাল সময়ত আমি মাৰ্ক্সবাদী লেনিনবাদী তথা মাওবাদী চিন্তা-চৰ্চাৰ দ্বাৰা প্ৰভাৱিত হ'ব ধৰিছিলো আৰু স্বাভাৱিকতে ইলিয়ট, লীৱিছ, প'পাৰ আদিৰ তত্ত্বৰ প্ৰতি অসহিষ্ণু আছিলো। গতিকে গোহাঁইদেৱকো তেতিয়া প্ৰায় 'প্ৰতিক্ৰিয়াশীল' পৰ্যালোচক বুলিয়েই গণ্য কৰিছিলো। আমাৰ প্ৰায় হঠকাৰী জ্ঞান-বোধেৰে, পূৰ্বসূৰী পৰ্যালোচকসকলৰ গতানুগতিক পৰ্যালোচনাৰ বিপৰীতে তেখেতৰ অধিক মননশীলতাৰে সমৃদ্ধ, বাস্তৱানুগ, মৌলিক তথা প্ৰণালীবদ্ধ পৰ্যালোচনাসমূহৰ ঐতিহাসিক গুৰুত্ব আমি উপলব্ধি কৰিব পৰা নাছিলো। সাহিত্য তথা বিশেষকৈ সমাজ সম্পৰ্কে তেখেতৰ সীমাহীন জিজ্ঞাসাৰ অবিৰত অগ্ৰগতিৰ বিষয়ে আমি ধাৰণা কৰিব পৰা নাছিলো।

কেম্ব্ৰিজ বিশ্ববিদ্যালয়ৰ পৰা তেখেত ঘূৰি অহাৰ পিছত অৱশ্যে এই সকলোবোৰ সলনি হ'ল। কেম্ব্ৰিজৰ বহল বিদ্যায়তনিক পৰিবেশত তেখেতৰ সীমাহীন জিজ্ঞাসাই অৱধাৰিতৰূপেই তেখেতক মাৰ্ক্সবাদী বিশ্ববীক্ষাৰ কাষ চপাই আনিলে আৰু তেখেতে সেই বিশ্ববীক্ষা সৰ্বান্তকৰণৰে সাৱোগত কৰিলে।

ড° গোহাঁয়ে ১৯৭২-৭৩ চনত অসমীয়া মধ্যবিত্ত সমাজৰ পথিকৃৎ পৰ্যালোচনাৰে সকলোকে চমকিত কৰে। সেই সময়ত এই নিবন্ধকাৰে চাকৰিৰ সংক্ৰান্তত কলিকতাত বসবাস কৰিছিল আৰু **Frontier, Social Scientist** আদি আলোচনীত ড° গোহাঁইৰ

গভীৰ অৰ্ন্তদৃষ্টিসম্পন্ন নিবন্ধসমূহ পঢ়িছিল। মধ্যবিত্ত সমাজৰ ইতিহাস লিখাৰ আগতে **Frontier** (15th July, 1972) ত প্ৰকাশিত তেখেতৰ এনে নিবন্ধ 'Roots of Xenophobia in Assam' -এ সেই সময়ৰ অসমীয়া ভাষা-মাধ্যম আন্দোলনজনিত বহিৰাগত নিৰ্যাতন-বিতাৰণ পৰ্বৰ পৰিপ্ৰেক্ষিতত আলোড়নৰ সৃষ্টি কৰিছিল। বহিৰাগত ভীতিৰ অৰ্থনৈতিক আৰু সাংস্কৃতিক কাৰণসমূহৰ নিৰ্মোহ পৰ্যালোচনা থকা অতি সময়োপযোগী এই নিবন্ধটিয়ে অনা অসমীয়া পাঠকসকলক অসমৰ সমস্যা সম্পৰ্কে নতুন অৰ্ন্তদৃষ্টি দিছিল। সেই নিবন্ধ সন্দৰ্ভত পৰৱৰ্তীকালত ড° গোহাঁয়ে 'মাৰ্ক্সবাদ আৰু জাতি সমস্যা' নামৰ নিবন্ধত এইদৰে লিখিছে :

> "....Roots of Xenophobia নামৰ এটি প্ৰবন্ধত আঙুলিয়াই দিছিলো যে ভাৰতীয় পুঁজিবাদৰ বিশেষ ধৰণৰ 'বিকাশ'ৰ ফলত অসমৰ অৰ্থনৈতিক উন্নতি ব্যাহত আৰু ফলত অসমীয়া জাতিটোৰেই অৰ্থনৈতিক আৰু সাংস্কৃতিক দিশৰ পৰা দুৰ্বল হৈ পৰিছে। সেয়ে অসমীয়া মধ্যবিত্তৰ মনত বহিৰাগত লোকসকলৰ সম্পৰ্কে তীব্ৰ আশংকা আৰু উৎকণ্ঠাই ঠাই লৈছে। প্ৰবন্ধটিত কোৱা হৈছিল যে ভাৰতৰ আন কেইবাখনো ৰাজ্যৰ দৰে অসমো পঞা লগা জাতীয়তাবাদৰ (stunted nationalism) লীলাভূমি, যি জাতীয়তাবাদৰ অৰ্থনৈতিক দাবীসমূহ কৰ্তৃপক্ষৰ দ্বাৰা অৱহেলিত অথচ যাৰ সাংস্কৃতিক লক্ষসমূহৰ প্ৰতি কৰ্তৃপক্ষ সহানুভূতিশীল। অসমীয়া গোষ্ঠীৰ এই ফ্ৰাষ্ট্ৰেশ্যন, ক্ষোভ আৰু অসন্তোষ আৰু জটিল কৰি তুলিছে এই অঞ্চলৰ থলুৱা জনজাতিবিলাকৰ অসমীয়াসকলৰ প্ৰতি অবিশ্বাস আৰু ক্ষোভৰ মনোভাবে। তেওঁলোকে আৰু আন কিছুমান সংখ্যালঘু সম্প্ৰদায়ে ভাবে যে অৰ্থনৈতিক আৰু সাংস্কৃতিকভাৱে তেওঁলোক অসমীয়াৰ দ্বাৰা উৎপীড়িত আৰু অৱদমিত। এইবোৰ মনোভাৱ সংগত নে অসংগত সেই বিচাৰ কৰিবলৈ হ'লে অসম তথা ভাৰতবৰ্ষৰ অৰ্থনৈতিক আৰু সামাজিক বিকাশৰ বৰ্তমান পৰ্যায়টো সম্পূৰ্ণ আওকাণ কৰিব নোৱাৰি। লগতে এই কথাও যি কোনো নিৰপেক্ষ পৰ্যবেক্ষকে মানি ল'বলৈ বাধ্য হ'ব যে উক্ত বিভিন্ন জনগোষ্ঠী নিজৰ নিজৰ জাতীয়তাবাদী দৃষ্টিকোণৰ উৰ্দ্ধত উঠিব নোৱাৰিলে এই অঞ্চলত সাম্প্ৰদায়িক আৰু জাতিগত সন্দেহ আৰু বিৰোধৰ বীজ সদায় থাকি যাব। মধ্যবিত্ত উদাৰনৈতিক আৰু মানৱতাবাদী চিন্তাধাৰা এই বিৰোধৰ কণকঠিয়া মাৰিবলৈ যথেষ্ট নহয়। মঞ্চত মিলা-প্ৰীতি হৈ একেলগে গান গোৱা বা বক্তৃতা দিয়া বিভিন্ন জাতিৰ লোকে উত্তেজনাৰ সময়ত সেইবোৰ পাহৰি যোৱাটো আমাৰ এটা পৰিচিত অভিজ্ঞতা হৈ পৰিছে। আমি ক'ব খোজো মাৰ্ক্সবাদেই এই জয়াৰ পৰিস্থিতিৰ পৰা মুক্তিৰ পথ আমাক দেখুৱাব পাৰে।" (**বিশ্বায়তন**, পৃষ্ঠা : ১৯১-২)

ড° গোহাঁইৰ উক্ত বক্তব্য যোৱা শতিকাৰ শেষ দুটা দশকত প্ৰমাণিত হোৱা দেখা

গৈছে। মধ্যবিত্ত উদাৰনৈতিক আৰু মানৱতাবাদী উপদেশ-অনুযোগ সত্ত্বেও এনে সন্দেহ আৰু বিৰোধৰ বীজে গজালি মেলি গা-গছ হৈ ঠন ধৰি উঠিছে।

তেখেতৰ 'Origins of the Assamese Middle Class' নামৰ নিবন্ধটি ১৯৭৩ চনৰ **Social Scientist** (Annual Number, August, 1973)ত প্ৰকাশ পায়। এই নিবন্ধটি **নতুন পৃথিৱী** আলোচনীৰ একাধিক সংখ্যাত (আগষ্ট, ১৯৭২ ৰ পৰা ফেব্ৰুৱাৰী, ১৯৭৩) ধাৰাবাহিকভাৱে প্ৰকাশিত পথিকৃৎ নিবন্ধ 'অসমীয়া মধ্যবিত্ত সমাজৰ ইতিহাস'ৰ সাৰাংশ স্বৰূপ। কোৱা বাহুল্য যে অসমীয়া মধ্যবিত্তৰ উৎপত্তি, সামাজিক অৱস্থান আৰু চৰিত্ৰ সম্পৰ্কে তথ্য আৰু তত্ত্বপূৰ্ণ মাৰ্ক্সবাদী পৰ্যালোচনাৰে সমৃদ্ধ এই নিবন্ধ দুয়োটাই অসম তথা অসমৰ বাহিৰত সকলোৰে দৃষ্টি আকৰ্ষণ কৰিছিল আৰু লগতে যথেষ্ট বিতৰ্কৰো সূত্ৰপাত হৈছিল। প্ৰথম পিনে কোনো কোনো প্ৰতিষ্ঠিত তথা 'চৰকাৰী' বাওঁপন্থী বুদ্ধিজীৱী/ তাত্ত্বিকৰ এনে হেন ভাব আছিল— "এওঁ আকৌ ক'ৰ পৰা আহিল আমাক তত্ত্ব-জ্ঞান দিবলৈ!!" আমি তেতিয়াৰ ডেকাচামৰ সৰহভাগেই ঠেক গোষ্ঠী অথবা দলীয় পক্ষপাত তথা বাক্যবাধকতা মুক্ত তেখেতৰ পথিকৃৎ নিৰ্মোহ পৰ্যালোচনাক আদৰিলো। প্ৰখ্যাত মাৰ্ক্সবাদী সমাজবিদ ড° অমলেন্দু গুহ আৰু অৰবিন্দ এন দাসে **Social Scientist**-ৰ ১৯৭৪ চনৰ জানুৱাৰী-ফেব্ৰুৱাৰী সংখ্যাত ড° গোহাঁইৰ নিবন্ধটিৰ সমালোচনা 'Origins of the Assamese Middle Class : A Comment' ভিন্ন মতৰে প্ৰকাশ কৰিলে আৰু সেই একে সংখ্যাতেই ড° গোহাঁইৰো তাৰ উত্তৰ 'Origins of the Assamese Middle Class : Reply to Comments' প্ৰকাশ পায়। **নতুন পৃথিৱীত** প্ৰকাশিত নিবন্ধটিৰো সমালোচনা প্ৰায় একে ধৰণৰ ভিন্ন মতৰে **আমাৰ প্ৰতিনিধি** (নবেম্বৰ আৰু ডিচেম্বৰ, ১৯৭৩)ৰ নিয়মীয়া শিতান 'অৰ্থশাস্ত্ৰীয় চৰা'ত প্ৰকাশ পায় আৰু তাৰো উত্তৰ ড° গোহাঁয়ে **নতুন পৃথিৱীৰ** ১৯৭৩-৭৪ চনৰ একাধিক সংখ্যাত দিয়ে। অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ উৎপত্তি তথা চৰিত্ৰ, প্ৰাক্-বৃটিছ অৰ্থাৎ আহোম যুগৰ সামন্তবাদৰ ৰেহ-ৰূপ (ড° গোহাঁইৰ bureaucratic-feudal ৰ বিপৰীতে ড° গুহ-দাসৰ tribal-feudal) ইত্যাদি গুৰুত্বপূৰ্ণ প্ৰশ্নৰ সন্দৰ্ভত এই দুই লানি বাদানুবাদৰ পৰা আমি প্ৰায় সকলোৱে যথেষ্ট উপকৃত হৈছিলো আৰু অসমৰ সমাজ, বিভিন্ন শ্ৰেণী তথা জনগোষ্ঠী আদি সম্বন্ধে বিশদ তথ্য আহৰণ আৰু অধ্যয়ন কৰিবলৈ অনুপ্ৰেৰণা পাইছিলো। অসমৰ বৌদ্ধিক জগতত এনে সুস্থ তথা চিত্তসঞ্চালনকাৰী বাদানুবাদ অতি বিৰল। আমাৰ বোধেৰে অসমৰ আধুনিক ইতিহাসৰ বস্তুবাদী পৰ্যালোচনাৰ বাটকটীয়া হিচাপে ড° অমলেন্দু গুহদেৱ আমাৰ চিৰ নমস্য যদিও, ড° হীৰেন গোহাঁইদেৱেহে তেখেতৰ পথিকৃৎ 'অসমীয়া মধ্যবিত্ত সমাজৰ ইতিহাস' আদি নিবন্ধৰে অসমৰ বৌদ্ধিক চিন্তা-চৰ্চাত তথা সমাজ, সাহিত্য, সংস্কৃতিৰ বস্তুনিষ্ঠ সমীক্ষাৰ ক্ষেত্ৰত অভূতপূৰ্ব জাগৰণ আনিছে। আজিৰ অসমৰ বৌদ্ধিক চিন্তা-চৰ্চাৰ তথা বস্তুনিষ্ঠ সমীক্ষাৰ সাধাৰণ স্তৰ যদি উৰ্দ্ধগামী হৈছে তাৰ সৰহখিনি কৃতিত্ব ড° গোহাঁইদেৱৰ প্ৰাপ্য।

অসমৰ সমাজ আৰু ইয়াৰ বিভিন্ন সমস্যাৰ ওপৰত লিখা তেখেতৰ নিবন্ধসমূহে

গভীৰ ইতিহাসবোধ, তীক্ষ্ণ বিশ্লেষণ শক্তি, মননশীল উপলব্ধি আৰু সৰ্বোপৰি প্ৰগাঢ় অৰ্ন্তদৃষ্টি প্ৰতিফলিত কৰিছে। অসমৰ জলন্ত জনগোষ্ঠীয় সমস্যাৰ বিষয়ে তেখেতে যোৱা বিংশ শতিকাৰ সত্তৰৰ দশকৰ পৰাই নিৰ্মোহভাৱে চিন্তা-চৰ্চা কৰি আহিছে আৰু তেনে নিবন্ধবোৰতো এনে প্ৰতিফলন ঘটিছে। তথ্য সহকাৰে তেখেতেই প্ৰথম আমাক জনাইছে বৰ্ণ হিন্দু প্ৰধান অসমীয়া মধ্যবিত্ত শ্ৰেণীয়ে নিজৰ শ্ৰেণী স্বাৰ্থকেই সমগ্ৰ অসমীয়া তথা অসমবাসীৰ স্বাৰ্থ হিচাপে কেনেকৈ গণ্য কৰি আহিছে আৰু অসমৰ জনগোষ্ঠীয় সমস্যাৰ কিদৰে মধ্যবিত্ত শ্ৰেণীৰ এনে মনোভাৱো এটি প্ৰধান কাৰণ। অসমৰ বুদ্ধিজীৱীসকলৰ ভিতৰত বোধকৰো তেখেতেই প্ৰথম উপলব্ধি কৰিছিল যে এই জটিল সমস্যাৰ সমাধান কৰিবলৈ জনগোষ্ঠীসমূহৰ দৃষ্টিকোণৰ পৰা তেওঁলোকৰ অভাৱ-অভিযোগ, আশা-আকাংক্ষাবোৰ বিবেচনা কৰাৰ প্ৰয়োজন , তেওঁলোকৰ আন্দোলনসমূহক মাথোন বিচ্ছিন্নতাবাদী, গোষ্ঠীবাদী আদি আখ্যা দি থাকিলেই সমস্যাৰ সমাধান নহয়। তেখেতে কৈছে ঃ

> "মুছলিম লীগৰ দৰে আহোম সভা, ট্ৰাইবেল লীগ প্ৰভৃতি গোষ্ঠীবাদী সংগঠনকো বৃটিছ ঔপনিবেশিক চৰকাৰে সহায় কৰিছিল। কিন্তু সেইবুলিয়েই এইবোৰ সংগঠনক কেৱল বৃটিছৰ বহতীয়া বুলিব নোৱাৰি।.... বৰং অৱদমিত জাতি আৰু গোষ্ঠীবোৰৰ আকাংক্ষা আৰু বৰ্ণ হিন্দুৰ বৈষম্যবাদৰ মাজত দ্বন্দ্ব থকা বাবেই এইবোৰ সংগঠনে গা কৰি উঠিব পাৰিছিল।"
>
> (**বন্দৰৰ কাল**, পৃষ্ঠা ঃ ৪২)

তেখেতে আৰু কৈছে ঃ

> "কোনো সন্দেহ নাই যে এনেবোৰ আন্দোলনে অসমীয়া জাতীয় সত্তা দুৰ্বল কৰি বাহিৰা শত্ৰুৰ বাবে সুযোগ সৃষ্টি কৰিছিল। কিন্তু বিভিন্ন অবদমিত গোষ্ঠীৰ মনৰ সংশয় আৰু অভিযোগ দূৰ কৰিব নোৱাৰিলে জাতীয় ঐক্য ৰচনা কৰা সম্ভৱ নহয়। আজিও আমি বড়ো, কাৰ্বি, কোচ-ৰাজবংশীৰ বিভিন্ন দাবীক বিচ্ছিন্নতাবাদী, গোষ্ঠীবাদী আদি আখ্যা দি সমস্যাটো সমাধান হোৱা বুলি ভাবিব পাৰো। কিন্তু সেই মনোভাৱে সমস্যা গভীৰ কৰিহে তুলিব।"
>
> (**তৰা আৰু বোকা**, পৃষ্ঠা ঃ ৫৯-৬০)
>
> "....কিছুমান পণ্ডিত মূৰ্খই ভাবে যে অসমীয়া জাতীয়তাবাদৰ কোনো দোষ-দুৰ্বলতা নাই। জনজাতীয় বা অন্যান্য অনুন্নত গোষ্ঠীৰ আন্দোলনসমূহ প্ৰকৃততে অসমীয়া জাতীয়তাৰ বিৰোধী কিবা চক্ৰান্ত হেনো! এনেধৰণৰ চুটি-বুধিৰ ক্ষীণ দৃষ্টি ধাৰণাই ইতিমধ্যে আমাৰ বহুত অনিষ্ট কৰিলে। এতিয়া আমি আমাৰ জাতীয় লক্ষ বৰ্জন নকৰাকৈ অন্যান্য জনগোষ্ঠীৰ দৃষ্টিকোণৰ পৰা তেওঁলোকৰ অভাৱ-অভিযোগ, আশা-আকাংক্ষাসমূহ চাবলৈ শিকা উচিত।"
>
> (**তৰা আৰু বোকা**, পৃষ্ঠা ঃ ৬২)

ড° গোহাঁইৰ গভীৰ ইতিহাসবোধ আৰু প্ৰগাঢ় অৰ্ন্তদৃষ্টিৰ এটি দৃষ্টান্ত এই নিবন্ধকাৰৰ

ব্যক্তিগত অভিজ্ঞতাৰ পৰা দিয়াটো বোধকৰো অনুচিত নহ'ব। **ডেউকা** আলোচনীত (জানুৱাৰী-এপ্ৰিল, ১৯৯৮) প্ৰকাশ পোৱা এই নিবন্ধকাৰৰ 'বড়ো জনগোষ্ঠীৰ অৰ্ন্তদ্বন্দ্ব ঃ এটি আৰ্থ-সামাজিক দৃষ্টিপাত' পঢ়ি তেখেতে ইয়াৰ আন দোষ-গুণৰ আলোচনাৰ লগতে সেই নিবন্ধটিত উল্লিখিত বড়োসকলৰ মাজত গাহৰি পোহা আৰু মদ বনোৱা বৰ্জন কৰা সমাজ সংস্কাৰ কাৰ্যক্ষেত্ৰৰ বিৰুদ্ধ হোৱা প্ৰতি-আন্দোলনৰ বিশ্লেষণৰ বিষয়ে পুনৰ ভাবিবলৈ ব্যক্তিগতভাৱে কৈছিল। বদে বড়োৰ নেতৃত্বত বাথৌ ধৰ্মী সাধাৰণ দুখীয়া বড়োসকলে কৰা এই সমাজ-সংস্কাৰ বিৰোধী প্ৰতি-আন্দোলনৰ ঘাই কাৰণ হিচাপে নিম্নশ্ৰেণীৰ দুখীয়া বাথৌ ধৰ্মী বড়োসকলৰ বড়োৰেই ব্ৰহ্মধৰ্মী মধ্যবিত্ত শ্ৰেণীৰ উদ্যোগত হোৱা সমাজ-সংস্কাৰৰ বিৰুদ্ধে প্ৰতিবাদ বুলি দেখুওৱা হৈছিল, অৰ্থাৎ প্ৰধানকৈ ধৰ্মীয় কাৰণৰ ওপৰত জোৰ দিয়া হৈছিল নিবন্ধটিত। ড° গোহাঁইদেৱে প্ৰগাঢ় অৰ্ন্তদৃষ্টিৰে অনুমান কৰিছিল যে ইয়াত ধৰ্মীয় কাৰণতকৈ অৰ্থনৈতিক কাৰণ থকাৰ সম্ভাৱনাই অধিক। অৰ্থাৎ, উপাৰ্জনৰ কোনো বিকল্প ব্যৱস্থা নকৰাকৈ দুখীয়া শ্ৰেণীৰ বড়ো লোকৰ এটা উপাৰ্জনৰ উৎস গাহৰি পোহা আৰু মদ বনোৱাটো সমাজ সংস্কাৰৰ অংশ হিচাপেও বন্ধ কৰাত তেওঁলোকে এনে প্ৰতি-আন্দোলন কৰাই স্বাভাৱিক। ড° গোহাঁইৰ মন্তব্যৰ পিছত এই সংক্ৰান্তত অধিক তথ্য যোগাৰ কৰি এইটো দেখা গ'ল যে এই প্ৰতি-আন্দোলনৰ অন্তৰালত অৰ্থনৈতিক কাৰণেই প্ৰধান আছিল। কালীচৰণ ব্ৰহ্ম আদি অৱস্থাপন্ন বড়ো মধ্যবিত্ত নেতৃবৃন্দই গাহৰি পোৱা আৰু মদ বনোৱাটো যে বুজন সংখ্যক দুখীয়া বাথৌধৰ্মী বড়ো পৰিয়ালৰ এটা প্ৰধান উপাৰ্জনৰ উৎস আছিল সেইটো উপলব্ধি কৰা নাছিল। আৰু সেইবোৰ বৰ্জন কৰিবলৈ সিদ্ধান্ত লোৱাৰ সময়ত বিকল্প উপাৰ্জনৰ ব্যৱস্থাৰ কথা চিন্তাও কৰা নাছিল।

অনুন্নত জাতি-জনগোষ্ঠীসমূহৰ স্বাধিকাৰ চেতনা জাগৰণৰ প্ৰতি অসংবেদনশীল মহলৰ মাজত 'ষড়যন্ত্ৰ তত্ত্ব' (conspiracy theory) প্ৰচলিত। আম্বেদকাৰৰ দলিত জাগৰণৰ আন্দোলনেই হওক বা ট্ৰাইবেল লীগ, আহোম সভা আদিৰ আন্দোলনেই হওক নাইবা এতিয়াৰ মিচিং, বড়ো, কাৰ্বি আদি বিভিন্ন জনগোষ্ঠীৰ আন্দোলনেই হওক, এনে মহলৰ মতে এই সকলোবোৰ বৃহৎ জাতীয় অথবা জাতীয়তাৰ ঐক্য তথা স্বাৰ্থ ক্ষুণ্ন কৰিবলৈ বাহিৰা শত্ৰু তথা ন্যস্ত স্বাৰ্থই ষড়যন্ত্ৰ কৰি উচটনি দি সৃষ্টি কৰা আন্দোলনৰ বাহিৰে আন একো নহয়। কোৱা বাহুল্য যে এই মহলৰ বুজন অংশৰ মাজত এতিয়াও এই 'ষড়যন্ত্ৰ তত্ত্ব'ৰ পোষকতা কৰি এনে অৱদমিত অনুন্নত জাতি-জনগোষ্ঠীৰ স্পৃহা-আকাংক্ষাক অৱমাননা কৰাৰ প্ৰৱণতা লক্ষ্য কৰা যায়। এনে স্পৃহা-আকাংক্ষাৰ প্ৰতি আন্তৰিকভাৱে সংবেদনশীল ড° গোহাঁইদেৱে যদিও 'ষড়যন্ত্ৰ' উপাদানৰ উপস্থিতি অস্বীকাৰ কৰা নাই, এনে আন্দোলনসমূহ গা-কৰি উঠাৰ কাৰণ বৰ্ণ হিন্দু বৈষম্যবাদ আৰু অৱদমিত জাতি-জনগোষ্ঠীসমূহৰ আকাংক্ষাৰ মাজৰ দ্বন্দ্বত বিচাৰি পাইছে। এওঁলোকৰ মাজত বিচ্ছিন্নতাবাদে গা-কৰি উঠাৰ কাৰণসমূহ ফঁহিয়াই ড° গোহাঁয়ে কৈছে ঃ

"....অসমীয়া হিন্দু সমাজ-ব্যৱস্থাৰ বৈষম্য আৰু অৱহেলা জনজাতীয়সকলে

বৃটিছ শাসনত বেছিকৈ অনুভৱ কৰিব ধৰিছিল। ক্ৰমে যোগাযোগৰ উন্নতি, বেহা-বেপাৰৰ প্ৰসাৰ আৰু চৰকাৰী প্ৰশাসনৰ বিস্তাৰৰ ফলত অসমীয়া হিন্দুসকলৰ লগত জনজাতীয়সকলৰ যোগাযোগৰ পৰিমাণ আগতকৈ বহুত বাঢ়িল। লগে লগে সংঘাত আৰু সংঘৰ্ষৰ ক্ষেত্ৰও বহলি গ'ল। কৃষিজাত বস্তুৰ বজাৰখন ডাঙৰ হৈ অহাৰ ফলত অসমীয়া বাবু শ্ৰেণীটোৱে মাটিৰ মূল্য বেছিকৈ বুজা হৈছিল। সেই বাবু শ্ৰেণীৰ মানুহে কোনো কোনো অঞ্চলত জনজাতীয় লোকৰ মাটি দখল কৰিলে। আইন-আদালত আদিৰ লগত তেওঁলোকৰ সম্পৰ্কও বেছি আছিল বাবে জনজাতীয়সকলক এওঁলোকে কোনো কোনো ক্ষেত্ৰত বঞ্চিত কৰিব পাৰিলে।"

(সন্ধিক্ষণ, পৃষ্ঠা ঃ ২৭)

তেখেতে কৈছে যে প্ৰাক্ স্বৰাজ কালত এই দ্বন্দ্বত বৃটিছসকলে ইন্ধন যোগাইছিল। স্বৰাজোত্তৰ কালৰ বিষয়ে তেখেতে কৈছে ঃ

"....অসমীয়া হিন্দু সমাজৰ ৰক্ষণশীলতাৰ ফলত স্বাধীনতাৰ পিছত জনজাতীয় অসন্তোষ ক্ৰমাৎ বৃদ্ধি হ'ল। শিক্ষিত জনজাতীয় চাম এটাই অসমীয়াৰ পৰা সম্পূৰ্ণ ফালৰি কাটি যোৱাৰ ধাৰা এটা প্ৰবৰ্তন কৰিলে। হেজাৰ বছৰীয়া যোগাযোগ আৰু বিনিময়ৰ ঐতিহ্য এটা এনেকৈ দুদিনতে শেষ কৰিবলৈ বিচৰা হ'ল। এই ক্ষেত্ৰত কেন্দ্ৰৰ চৰকাৰৰ ভূমিকা লক্ষ্য কৰিবলগীয়া। অসমীয়া মধ্যশ্ৰেণীৰ ৰাজনৈতিক ভেটি ঢিলা কৰিবৰ বাবে কেন্দ্ৰীয় চৰকাৰে পৰিকল্পিতভাৱে জনজাতীয় বিচ্ছিন্নতাবাদত উচটনি দিছে। অসমীয়া নেতাই অৱহেলা কৰা বিষয়সমূহত মনোযোগ দি, অসমীয়া সমাজে পিঠি দিয়া অনুন্নত অঞ্চলবোৰত উন্নয়নৰ সুবিধা কৰি দি, কেন্দ্ৰীয় চৰকাৰে এচাম শিক্ষিত জনজাতীয় নেতাক প্ৰায় হাত কৰি পেলাইছে। এওঁলোকেই জনজাতীয় সমাজক অসমীয়া সমাজৰ পৰা এঘৰীয়া কৰি বেলেগ পিনে লৈ যাব খুজিছে। অৱশ্যে ক্ষুদ্ৰমনা আৰু অদূৰদৰ্শী অসমীয়া নেতাসকলে জনজাতীয়সকলৰ উন্নয়নৰ কোনো যথাযথ ব্যৱস্থা নকৰা বাবেই এনে ঘটনা ঘটিবলৈ পালে।" (সন্ধিক্ষণ, পৃষ্ঠা ঃ ২৮)

ড° গোহাঁয়ে অসমত চলি থকা সমন্বয় প্ৰক্ৰিয়াৰ ব্যৰ্থতাৰ বাবেই যে অনুন্নত জাতি-জনগোষ্ঠীসমূহৰ মাজত আশংকাৰ সৃষ্টি হৈছে সেই বিষয়ে কৈ আহিছে। "তেওঁলোকৰ মাজত যিসকলে অসমীয়া ভাষাত পটুতা অৰ্জন কৰি অসমীয়া ৰীতি-নীতি গ্ৰহণ কৰি সমন্বয়ৰ অংশীদাৰ হৈছে তেওঁলোকে অসমীয়া সমাজৰ কোনো দিশতে নেতৃস্থানীয় আসন পোৱা নাই। ৰাজনৈতিক ক্ষমতা আৰু প্ৰভাৱৰ পিনৰ পৰাও তেওঁলোকৰ ভূমিকা সীমাবদ্ধ।" ভূমিহীনতা, শিক্ষাহীনতা আৰু কৰ্ম-সংস্থাপনহীনতাত জৰ্জৰিত এই জনগোষ্ঠীসমূহৰ সমস্যাৰ সমাধানৰ প্ৰতি কৰ্তৃপক্ষৰ আন্তৰিকতাৰ অভাৱ। তেখেতে কৈছে

যে অসমত চলি থকা সমন্বয় প্ৰক্ৰিয়াই এই প্ৰয়োজনলৈ মন দিয়া নাই। শিক্ষা আদি ক্ষেত্ৰত ৰাজ্যিক চৰকাৰ বিশেষ উদ্যোগী নহয়। "কৃষকৰ মাটিৰ অভাৱ পূৰণ কৰিবলৈ ৰাজনৈতিক ক্ষমতাৰ প্ৰয়োজন। অসমত চলি থকা সমন্বয় প্ৰক্ৰিয়াই সেই প্ৰয়োজনলৈ মন দিয়া নাই।" তাৰোপৰি "সমন্বয়ৰ যি পন্থা অসমীয়া জাতীয়তাবাদীসকলে দাঙি ধৰিছে সেই পন্থা কাৰ্যকৰী হোৱা টান। কাৰণ শিক্ষা-দীক্ষা হৈছে, এই সমন্বয় প্ৰক্ৰিয়াৰ গুৰুত্বপূৰ্ণ অংগ আৰু যদি সমন্বয় সম্ভৱ হয়ো, সৰহসংখ্যক জনজাতীয় লোক সৰ্বহাৰা শ্ৰমিকত পৰিণত হোৱাৰ বিনিময়তহে সেই সমন্বয় সম্পূৰ্ণ হ'ব।" (**সন্ধিক্ষণ**, পৃষ্ঠা ঃ ১৩১-২)

ড° গোহাঁইদেৱে কৈছে যে "আমাৰ দেখাত গণতান্ত্ৰিক চৰকাৰত দলিত আৰু পিছপৰাসকলৰ ওজন কম আছিল আৰু বৰ্ণহিন্দু অসমীয়াসকলৰ মৰ্জি মতেই তেওঁলোকৰ অৰ্থনৈতিক আৰু সামাজিক ভাগ্য নিৰ্ধাৰিত হৈছিল।" দলিত আৰু পিছপৰাসকলৰ স্বাৰ্থৰক্ষাকাৰী সংবিধান প্ৰদত্ত অথবা আন চৰকাৰী ৰক্ষণাবেক্ষণ ব্যৱস্থাবোৰৰ বাস্তৱায়নত আন্তৰিকতাৰ অভাৱ প্ৰকট আছিল। উদাহৰণ স্বৰূপে, জনজাতীয় খণ্ড আৰু আৱেষ্টনী ব্যৱস্থাৰে জনজাতীয়সকলক ভূমিৰ ৰক্ষণাবেক্ষণ দিয়াৰ ব্যৱস্থা হৈছিল যদিও তাৰ আসোঁৱাহবোৰৰ সুবিধা গ্ৰহণ কৰি তেওঁলোকক ভূমি বঞ্চনা কৰাৰ প্ৰক্ৰিয়া চলিয়েই থাকিল। "ৰাজ্যিক চৰকাৰে নিজৰ ক্ষমতাৰ অপব্যৱহাৰ কৰি এইবোৰ বেষ্টনীৰ সীমা ইচ্ছামতে নিৰ্ধাৰণ, সংকোচন কৰি থাকিল আৰু সম্পূৰ্ণ আইন বহিৰ্ভূতভাৱে চৰকাৰেই তাত বিপুল সংখ্যক অজনজাতীয় লোক বহুৱালে। বিষ্ণুৰাম মেধিৰ দিনত চৰকাৰী মাটিতকৈ পূৰ্বপাকিস্তানৰ হিন্দু ভগনীয়াক বহুৱা হ'ল জনজাতীয় বেষ্টনীত। আৰু বিমলা চলিহাৰ দিনত চৰ অঞ্চলৰ ভূমিহীন কৃষকক তাতেই স্থান দিয়া হ'ল। যিহেতু জনজাতীয়সকলৰ ৰাজনৈতিক ক্ষমতা নাছিল, ওপৰ মহলৰ অবহেলা আৰু অন্যায়ৰ কোনো প্ৰতিকাৰো তেওঁলোকৰ হাতত নাছিল। এইবোৰ কাৰণতে জনজাতীয় বেষ্টনীত জনজাতীয় লোক যোত্ৰহীন ভূমিহীন কৃষকত পৰিণত হ'ল। আৰু এইবোৰ কাৰণতে সুকীয়া ৰাজনৈতিক ক্ষমতা বিচাৰি তেওঁলোকে এসময়ত আন্দোলন আৰম্ভ কৰিলে।" (**সন্ধিক্ষণ**, পৃষ্ঠা ঃ ১৯৫-৬)

জনগোষ্ঠীসমূহৰ অভাৱ-অভিযোগ তথা আশা-আকাংক্ষাৰ প্ৰতি আন্তৰিকভাৱে সহানুভূতিশীল যদিও ড° গোহাঁয়ে তেওঁলোকৰ গোষ্ঠীভিত্তিক আন্দোলনসমূহৰ বিপদজনক পৰিণতিবোৰৰ সম্বন্ধেও সজাগ– "...বৰ্ণবাদৰ বিৰুদ্ধে যুঁজিবলৈ গৈ বৃহৎ পুঁজিৰ ৰাষ্ট্ৰীয়তাবাদৰ হাতিয়াৰত যাতে পৰিণত নহওঁ, বহু ক্ষুদ্ৰ ক্ষুদ্ৰ দুৰ্বল গোষ্ঠীতে আবদ্ধ হৈ নপৰো, সেই বিষয়েও সজাগ থাকিব লাগিব।" তেখেতে সংগতভাৱেই আন্দোলনকাৰীসকলক ১৯৮৭ চনতেই সকীয়াই দিছিল এইদৰে ঃ

> "দলিত গোষ্ঠী আৰু জাতিবিলাকে অৰ্থনৈতিক ন্যায়, সামাজিক সাম্য, ৰাজনৈতিক অধিকাৰৰ বাবে যি যুক্তিযুক্ত, ন্যায়সংগত আন্দোলন কৰিছে, তাৰ দুটা বিপদ আছে–
>
> (১) বৰ্ণবাদী জাতীয়তাবাদকে ঘাই শত্ৰু বুলি যুঁজি আনপিনে মন নিদিয়া,

(২) বৰ্ণবাদী জাতীয়তাবাদৰ প্ৰতি সন্দেহ আৰু আশংকাত অনৈক্য আৰু আন বিপদলৈ পিঠি দিয়া।

আজি বৰ্ণহিন্দু হওক, অভিবাসী মুছলমান হওক, চাহ বনুৱা হওক, অসমৰ সকলো গোষ্ঠী একেলগে ওচৰা-ওচৰিকৈ বাস কৰিব লাগিব। অৰ্থনীতি, ভূগোল, ইতিহাসে আমাৰ মাজত যোগাযোগ আৰু বন্ধন স্থাপন কৰিছে প্ৰতি মুহূৰ্ততে। ইটো গোষ্ঠীয়ে সিটো গোষ্ঠীক বাদ দি আমি থাকিব নোৱাৰিম, থাকিলেও বিকাশ লাভ কৰিব নোৱাৰিম। সেইবাবেই সুকীয়া ৰাজ্যৰ বাবে কৰা আন্দোলনবোৰ অবাস্তৱ আৰু ক্ষতিকৰ বুলি মোৰ দৃঢ় বিশ্বাস।

ইয়াৰ অৰ্থ এনে নহয় যে বৰ্ণবাদী জাতীয়তাবাদে গঢ়ি দিয়া সামাজিক ৰাজনৈতিক সাঁজাতে আমি আবদ্ধ থাকিম। সেই সাঁজা বা খোলাটো আমি ভাঙি পেলাব লাগিব। কিন্তু তাৰ লগতে এনে এক বিকল্প গঢ়িব লাগিব যাতে আমাৰ যোগাযোগ আৰু ঘনিষ্ঠতা অধিক নিবিড়, অধিক ফলপ্ৰসূ হয়।"

(**সন্ধিক্ষণ**, পৃষ্ঠা ঃ ১৩৮-৯)

'অনৈক্য আৰু অন্যান্য বিপদ'ৰ বিষয়ে ১৯৮৭ চনত দিয়া সকীয়নি জনগোষ্ঠীয় আন্দোলনসমূহৰ মধ্যবিত্ত নেতৃত্বই শ্ৰেণী দুৰ্বলতাৰ বাবেই গুৰুত্ব নিদিয়াৰ ফলত পৰৱৰ্তী কালত গোষ্ঠী বিবাদৰ পৰিৱেশ গঢ়ি উঠি নব্বৈৰ দশকত ভয়ংকৰ ৰূপ ল'লে। এই নেতৃত্বই 'বিভিন্ন গোষ্ঠীৰ মাজত সাম্য-মৈত্ৰীৰ ভাবধাৰা আৰু আবেগ অসমৰ জনগণৰ মাজত জগাই তোলা'ৰ প্ৰয়াস কৰাৰ কথাও চিন্তা নকৰিলে। ড° গোহাঁয়ে এই পৰিস্থিতিৰ বিশ্লেষণ এইদৰে দিছে ঃ

"বৰ্তমান পৰিৱেশ গোষ্ঠী বিবাদে বিষাক্ত কৰি ৰাখিছে। প্ৰতিটো গোষ্ঠীৰে শিক্ষিত মধ্যবিত্ত নেতৃত্ব আন গোষ্ঠীৰ প্ৰতি সন্দিহান। ধাৰণা হয় যে গোষ্ঠীগত শোষণ-বঞ্চনা যদি এনে পৰিস্থিতিৰ অন্যতম কাৰণ, উক্ত পৰিস্থিতিৰ আন এক কাৰণ হৈছে মধ্যবিত্ত শ্ৰেণীৰ একচেতিয়া ক্ষমতাৰ মোহ। ৰাজনৈতিক ক্ষমতা দখল কৰিব পাৰিলে সা-সুবিধাও হস্তগত হয়। অসমীয়া মধ্যবিত্তই অসমীয়া জাতীয় ভাবাবেগত উচতনি দিয়াৰ এটা কাৰণ আন গোষ্ঠীৰ মধ্যবিত্ত প্ৰতিযোগিতা দমন কৰা। তেনেকৈ জনজাতীয় মধ্যবিত্তৰো গোষ্ঠীবাদী চিন্তা বহু সময়ত অনুপ্ৰাণিত হয় অসমীয়া মধ্যবিত্তক পৰাস্ত কৰি আছুতীয়া অঞ্চলত সা-সুবিধা নিজে দখল কৰা আকাংক্ষাৰ দ্বাৰা। মধ্যবিত্ত ৰাজনীতিক অন্য শক্তিয়ে শাসন কৰিব নোৱাৰিলে গোষ্ঠীবাদী বিবাদ আৰু সংঘৰ্ষত আমি সদায় পাকঘূৰণি খাই থাকিব লাগিব।"

(**সন্ধিক্ষণ**, পৃষ্ঠা ঃ ১৪৬)

ড° গোহাঁয়ে উল্লেখ কৰিছে যে এই মধ্যবিত্ত ৰাজনীতিক মাথোন শ্ৰমজীৱী জনগণৰ সপক্ষে থকা ৰাজনীতিয়েহে শাসন কৰিব পাৰে। আজি জনগণৰ মাজৰ পুঞ্জীভূত ক্ষোভ-

ক্ৰোধ গণ আন্দোলনৰ জৰিয়তে প্ৰকাশিত নোহোৱা পৰিবেশত সন্ত্ৰাসবাদে গা কৰি উঠিছে আৰু তাৰ পৰিণাম হৈছে অন্তহীন নৰমেধ, অবিবেকী হত্যালীলা। আনহাতে, বৰ্তমানৰ বাস্তৱ পৰিস্থিতিত এই জনগোষ্ঠীসমূহক অসমীয়াৰ লগত পুনৰ এক গোট হোৱাৰ আহ্বান দিয়াৰ অৱকাশ নাই যদিয়ো প্ৰগতিশীল ৰাজনীতিৰ যথেষ্ট কৰণীয় আছে এই পৰিস্থিতিত। তেখেতে সেয়ে কৈছে ঃ

> "আজিৰ অসমত বড়ো, মিচিং, কাৰ্বি প্ৰমুখ্যে জনজাতীয় গোষ্ঠীসমূহক অসমীয়াৰ লগত পুনৰ এক হৈ যোৱাৰ আহ্বান দিলে সি শুনাত মধুৰ হ'লেও কাৰ্যক্ষেত্ৰত প্ৰতিক্ৰিয়াশীল আৰু বিপজ্জনক হ'ব পাৰে। প্ৰতি গোষ্ঠীৰ গোষ্ঠীগত আত্ম-পৰিচয় আৰু চেতনাৰ বিকাশ এতিয়াৰ এক ঐতিহাসিক ধাৰা। কিন্তু প্ৰতি গোষ্ঠীৰে সত্তাৰ বিকাশত সহায়-সহানুভূতি দেখুওৱা যেনেকৈ আমাৰ কৰ্তব্য তাক উগ্ৰ গোষ্ঠীবাদী চাকনৈয়াৰ পৰা ৰক্ষা কৰাও প্ৰগতিশীল ৰাইজৰ কৰ্তব্য। অৰ্থনীতি, শিক্ষা, সংস্কৃতি সকলো ক্ষেত্ৰতে যাতে গোষ্ঠীগত স্বতন্ত্ৰতাৰ চিন্তাই গোষ্ঠীসমূহৰ সহযোগিতাত বাধা দিব নোৱাৰে, তাৰ প্ৰতি প্ৰগতিশীল ৰাজনীতিয়ে নজৰ ৰাখিব লাগিব।"
>
> (**সন্ধিক্ষণ**, পৃষ্ঠা ঃ ১৪৭)

ড° গোহাঁয়ে তথ্য সহকাৰে দেখুৱাইছে কিদৰে কেন্দ্ৰীয় তথা ৰাজ্যিক চৰকাৰে জনগোষ্ঠীয় সমস্যা সমাধানৰ ক্ষেত্ৰত আন্তৰিকতাৰ পৰিচয় দিয়া নাই। তেওঁ কৈছে যে কোনো জনগোষ্ঠীৰ দাবী কেন্দ্ৰৰ পক্ষে অসুবিধাজনক হৈ পৰিলে তাৰ বিৰুদ্ধে অন্যান্য জনগোষ্ঠীক উচতাই দিয়াৰ পুৰণা সাম্ৰাজ্যবাদী কৌশল ভাৰত চৰকাৰেও প্ৰয়োগ কৰি আহিছে। ফলত,

> "গণতান্ত্ৰিক আলাপ-আলোচনা, সহিষ্ণুতা, আপোচ-মীমাংসা জনগোষ্ঠীয় আন্দোলনৰ ক্ষেত্ৰত সামান্যই হৈছে। যি কণ হৈছে তাতো ক্ষমতাশালী মহলৰ সুবিধাবাদেই প্ৰকট। তাৰ ফলত এহাতে আন্দোলনৰ সমাধান হোৱা নাই, আনহাতে জনগোষ্ঠীয় আন্দোলন তাড়িত হৈছে হিংস্ৰতা, উগ্ৰতা, অসহিষ্ণুতাৰ পিনে। উগ্ৰ জাতীয়তাবাদ জনগোষ্ঠীয় আন্দোলনৰ এক স্থায়ী আৰু প্ৰধান ধাৰাত পৰিণত হৈছে। ....অথচ গণতান্ত্ৰিক আলোচনা, বিভিন্ন জনগোষ্ঠীৰ মাজত বুজাবুজি আৰু এৰাধৰাৰ জৰিয়তেহে জনগোষ্ঠীগত আন্দোলনৰ সমস্যাৰ সুস্থ আৰু স্থায়ী সমাধান সম্ভৱ। অসমীয়ায়ো একছত্ৰী অধিপত্যৰ লোভ এৰিব লাগিব, বড়ো আদি জনগোষ্ঠীও আত্মকেন্দ্ৰিক আছুতীয়া মনোভাৱৰ পৰা আঁতৰি আহিব লাগিব। সকলো জনগোষ্ঠীৰ উদাৰ, প্ৰগতিশীল আৰু মানৱতাবাদী বুদ্ধিজীৱী মিলি এই সমস্যাৰ সমাধানৰ বাবে আলাপ-আলোচনাৰ জৰিয়তে স্থায়ী ভিত্তি নিৰ্দ্ধাৰণ কৰি জনসমাজত তাৰ হৈ প্ৰচাৰ চলাব লাগিব।" (**নৈৰাজ্য আৰু নিৰ্মাণ**, পৃষ্ঠা ঃ ৪০-৪১)

আনহাতে, তেখেতে অসমীয়া তথা জনজাতীয় জনগোষ্ঠী দুয়ো পক্ষৰ নেতৃত্বক তেওঁলোকৰ স্ব-বিৰোধী অৱস্থিতিৰ বিষয়ে সজাগ কৰি দিছে এই বুলি ঃ

> "....অসমীয়াই যি ধৰণে বিশেষাধিকাৰ দাবী কৰিব পাৰে সেইদৰে অসমৰ আন কেবাটাও দুৰ্বল গোষ্ঠীয়েও সেই একে ধৰণে বিশেষাধিকাৰৰ দাবী সংগতভাৱেই তুলিব পাৰে আৰু এইবোৰ দাবী কেতিয়াবা অসমীয়াৰ কোনো কোনো শ্ৰেণীৰ স্বাৰ্থৰ বিৰুদ্ধেও যাব পাৰে। অথচ এনে সম্ভাৱনা উক্ত বুদ্ধিজীৱী মহলৰ বাবে বিশেষ উপাদেয় নহয়। মাৰ্ক্সীয় সূত্ৰ অনুসৰণ কৰি এওঁলোকৰ বহুতে অসমীয়া জাতিৰ বাবে বিশেষাধিকাৰ দাবী কৰে, অথচ মাৰ্ক্সীয় সূত্ৰৰ অন্যান্য গণতান্ত্ৰিক পৰিণামবোৰ গ্ৰহণ কৰিবলৈ এওঁলোক নাৰাজ। এই স্ববিৰোধ আমাৰ তাত্ত্বিকসকলৰ মাজত সুলভ।"
>
> (**বিশ্বায়তন**, পৃষ্ঠা ঃ ২৩৬)

তেনেদৰেই,

> "জনজাতীয় জনগোষ্ঠীৰ নেতৃত্বই এই কথা উপলব্ধি কৰিলে ভাল যে তেওঁলোকে যেনেকৈ অসমীয়া এচামৰ তলতীয়া হৈ থাকিবলৈ ভাল নাপায়, তেনেকৈ আন জনগোষ্ঠীয়েও তেওঁলোকৰ তলতীয়া হৈ থাকিবলৈ নিবিচাৰে। কিন্তু সেই গণতান্ত্ৰিক পথ নলৈ বিভিন্ন গোষ্ঠীৰ ক্ষমতালোভী মধ্যবিত্তই নিজৰ নিজৰ গোষ্ঠীৰ শ্ৰমজীৱী লোকক আন গোষ্ঠীৰ শ্ৰমজীৱী লোকৰ বিৰুদ্ধে উচটাই নিজৰ প্ৰাধান্য বজাই ৰাখিবলৈ চেষ্টা কৰে আৰু তাৰ ফলতে গোষ্ঠী সংঘৰ্ষৰ পৰিবেশ ৰচিত হয়। এই বিস্ফোৰক পৰিস্থিতিত জুইশলা মাৰিবলৈ বিচাৰি ফুৰা কুটবুধীয়া লোকৰ অভাৱ নাই।"
>
> (**নৈৰাজ্য আৰু নিৰ্মাণ**, পৃষ্ঠা ঃ ৪১)

কেন্দ্ৰীয় চৰকাৰে ১৯৬৭ চনত তেতিয়াৰ অসমৰ পৰ্বত আৰু ভৈয়ামৰ বিভিন্ন জাতি-জনগোষ্ঠীয়ে অসমীয়াৰ অধিপত্যৰ বিৰুদ্ধে কৰা ব্যাপক আন্দোলনৰ পৰিপ্ৰেক্ষিতত অসমত যুক্তৰাষ্ট্ৰীয় আৰ্হিৰ (Federal Structure) বিশেষ শাসন ব্যৱস্থাৰ প্ৰস্তাৱ দিছিল। উক্ত প্ৰস্তাৱটোক সৰ্বদলীয় পাৰ্বত্য নেতৃবৃন্দৰ সন্মিলন (APHLC), ভৈয়াম জনজাতীয় পৰিষদ (PTCA), উজনি অসম ৰাজ্য পৰিষদ (UARP) আদি বিভিন্ন জনগোষ্ঠীয় সংগঠনে আদৰণি জনাইছিল যদিও অসমীয়া নেতৃবৃন্দৰ দুৰ্ঘোৰ আপত্তিৰ বাবে বাস্তৱায়ন কৰা নহ'ল। ড° গোহাঁইদেৱে বৰ্তমানৰ জটিল পৰিস্থিতিৰ সকলো দিশ চালি-জাৰি চাই কৈছে, '.... আমি সম্পূৰ্ণ বিচ্ছিন্নতাৰ পিনে গতি নকৰি এক মুকলি সংঘীয় বা যুক্তৰাষ্ট্ৰীয় আৰ্হি গ্ৰহণ কৰিব পাৰো নেকি, প্ৰশ্নটো ৰাজহুৱাভাৱে উত্থাপন কৰিবৰ সময় আহি পৰিছে।' (**নৈৰাজ্য আৰু নিৰ্মাণ**, পৃষ্ঠা ঃ ৪২) খণ্ডিত অসমক পুনৰ খণ্ডিত কৰাৰ আগতে উক্ত প্ৰশ্নটো নিশ্চয় বিবেচনাৰ যোগ্য।

ড° গোহাঁইৰ বিৰুদ্ধে কোনো কোনো মহলে মতান্ধতাৰ অভিযোগ অনা দেখা

গৈছে। এই নিবন্ধকাৰে তেখেতৰ লিখনিসমূহ অনুধাৱন কৰি তেনে অভিযোগৰ সিদ্ধতা দেখি পোৱা নাই। তেখেতৰ সীমাহীন জিজ্ঞাসাৰ অবিৰত অগ্ৰগতিৰ বিষয়ে এই নিবন্ধৰ আৰম্ভণিতেই উল্লেখ কৰা হৈছে। এই জিজ্ঞাসাই তেখেতক পূৰ্বৰ ধ্যান-ধাৰণাৰ পৰা গতি কৰি মাৰ্ক্সবাদী বিশ্ব-বীক্ষা সাৰোগত কৰোৱালে, যি প্ৰক্ৰিয়াটোত মতান্ধতাৰ কোনো উমান নাই। পৰিহাসপূৰ্ণভাৱে, তেখেতৰ সেই জিজ্ঞাসাৰ প্ৰক্ৰিয়াৰ বাবেই হয়তো এপিনে যেনেকৈ মতান্ধতাৰ অভিযোগ আছে, আনপিনে তেনেকৈ পূৰ্ণ মত পৰিবৰ্তনৰো অভিযোগ আছে! মাৰ্ক্সবাদ প্ৰয়োগৰ ক্ষেত্ৰতো তেখেত মতান্ধ নহয়; মাৰ্ক্সবাদৰ সৃষ্টিশীল প্ৰয়োগতহে তেখেতে জোৰ দি আহিছে। উদাহৰণ স্বৰূপে, আমি উল্লেখ কৰি অহা অসমীয়া মধ্যবিত্তৰ চৰিত্ৰৰ কথা ধৰা যায়। গতানুগতিক 'চৰকাৰী' মাৰ্ক্সবাদী সাধাৰণীকৰণ আৰু সাৰ্বজনীনকৰণ (generalization and universalization) বিশ্লেষণৰ পথেৰে নগৈ তেখেতে এই মধ্যবিত্তৰ চৰিত্ৰ নিৰ্ধাৰণ কৰোঁতে আন উপাদানসমূহ (factors) অবজ্ঞা নকৰাকৈয়ো সাংস্কৃতিক উপাদানৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰিছে। অসম্পূৰ্ণ জাতি গঠন প্ৰশ্নৰ পৰিপ্ৰেক্ষিতত তেখেতে আন ভাৰতীয় মধ্যবিত্তৰ লগত অসমীয়া মধ্যবিত্তক একে চাৰিত্ৰিক বৈশিষ্ট্যৰ ডোলেৰে বন্ধোৱা নাই। আনহাতে, অসম আন্দোলন সম্পৰ্কীয় তেখেতৰ বিশ্লেষণেও মতান্ধতাৰ পৰিচয় নিদিয়ে। আন্দোলনৰ প্ৰথম অৱস্থাত তেখেতে আন বাওঁপন্থী বুদ্ধিজীৱীৰ দৰেই ইয়াৰ ঘোৰ বিৰোধী আছিল। আন্দোলনটোত প্ৰতিফলিত হোৱা অসমীয়া উগ্ৰজাতীয়তাবাদ আৰু ফেচিবাদী প্ৰবণতাৰ ক্ষুৰধাৰ সমালোচনা কৰি আৰু আন্দোলনটোক ষড়যন্ত্ৰমূলকভাৱে প্ৰতিক্ৰিয়াশীল তথা ফেচিবাদী চক্ৰই ব্যৱহাৰ কৰাৰ বিৰুদ্ধে অহৰহ সংগ্ৰাম কৰি তেখেতে আনকি নিজে শাৰীৰিকভাৱে লাঞ্ছিত হ'বলগীয়া হোৱাৰ কথাও সকলোৰে জানে। কিন্তু দিন যোৱাৰ লগে লগে আন্দোলনটোলৈ আপামৰ জনগণৰ স্বতঃস্ফূৰ্ত সহাৰিৰ প্ৰাবল্যই (তেখেতৰ নিজৰ ভাষাত 'the scale and intensity of mass participation which at times lifted it out of the Fascist squalor into heights of heroism.'– Assam, A Burning Question ৰ Introduction) তেখেতক আন্দোলনটোৰ বিষয়ে নতুনকৈ ভাবিবলৈ বাধ্য কৰিলে। বাওঁপন্থী মহলৰ তেখেতৰ বিৰুদ্ধে পূৰ্ণ মতপৰিৱৰ্তন (volte face) ৰ অভিযোগ সত্ত্বেও এইটো স্পষ্ট যে তেখেতক অন্ততঃ মতান্ধতাৰ অভিযোগেৰে অভিযুক্ত কৰা নাযায়। আন্দোলনৰ চৰিত্ৰ সম্বন্ধে পুনৰ বিশ্লেষণ সত্ত্বেও (যি তেখেতৰ সীমাহীন জিজ্ঞাসাৰেই প্ৰতিফলন) তেখেতৰ মাৰ্ক্সবাদত বিশ্বাস অটুত ৰ'ল আৰু তেখেতে দোহাৰিলে : "I continue to believe that the leftists may eventually turn out to be the saviour of Assam, if they retreat from their negative attitude to the nationalism of masses. What middle class sneers at as 'anarchy' will then turn out to be the source of genuine and vital order." (Assam, A Burning Question, পৃষ্ঠা : ১৭৬)। জনগোষ্ঠীয় সমস্যাৰ বিশ্লেষণৰ ক্ষেত্ৰতো তেখেতক মতান্ধতাৰ উৰ্দ্ধত থকা দেখা যায়। উদাহৰণ স্বৰূপে, তেখেতৰ যোৱা শতিকাৰ সত্তৰৰ দশক আৰু আশীৰ দশকৰ প্ৰথমাৰ্দ্ধৰ কোনো কোনো

নিবন্ধত আমি উল্লেখ কৰি অহা 'ষড়যন্ত্ৰ তত্ত্ব'ৰ কিছু প্ৰাধান্য পৰিলক্ষিত হয় যদিও বিশেষকৈ পৰৱৰ্তীকালত তেখেতে অৱদমিত জনগোষ্ঠীসমূহৰ অভাৱ-অভিযোগ, আশা-আকাংক্ষা তথা আশংকাজনিত আন্দোলনসমূহৰ স্বতঃস্ফূৰ্ততা আৰু যুক্তিযুক্ততাক অধিক গুৰুত্ব দিবলৈ ধৰে। অৱশ্যেই, তেখেত শাসকচক্ৰৰ বিভিন্ন জনগোষ্ঠীৰ জনগণৰ মাজত বিভেদ সৃষ্টিকাৰী ষড়যন্ত্ৰৰ বিৰুদ্ধে আগৰদৰেই সংশ্লিষ্ট সকলোকেই সকীয়াই আহিছে। প্ৰকৃততে তেখেতৰ সংবেদনশীল, আন্তৰিকতা– সততাপূৰ্ণ, দল-গোষ্ঠীস্বাৰ্থহীন, মতান্ধতাহীন, নিৰ্মোহ, বস্তুনিষ্ঠ বৈজ্ঞানিক বিশ্লেষণজনিত মতামতসমূহ, আন সকলোৰে লগতে, সংশ্লিষ্ট জনগোষ্ঠীসমূহৰ বুদ্ধিজীৱী তথা জনগণে সদায়েই গুৰুত্ব সহকাৰে বিবেচনা কৰি আহিছে আৰু, সন্দেহ নাই, ভৱিষ্যতেও কৰি থাকিব।

এইটো উল্লেখ কৰা উচিত হ'ব যে জনগোষ্ঠীয় আন্দোলনৰ প্ৰথম স্তৰৰ, বিশেষকৈ প্ৰাক-স্বৰাজকালৰ আৰু স্বৰাজোত্তৰৰ পঞ্চাশ তথা ষাঠিৰ দশকৰ কালৰ তথ্য পৰ্যাপ্ত নহয়। ড° গুহদেৱৰ **Planter-Raj to Swaraj** অথবা অসম চৰকাৰে প্ৰকাশ কৰা **Political History of Assam** (Vol. III) -এ এই অভাৱ কিছু পূৰ্ণ কৰিছে যদিও তাতো কিছু কিছু তথ্য বিতৰ্কৰ উৰ্দ্ধত নহয়। বিশেষকৈ তেতিয়াৰ জনগোষ্ঠীয় আন্দোলন বিৰোধী বুলি জনাজাত অসমীয়া, আচাম ট্ৰিবিউন আদি বাতৰিকাকতসমূহ অথবা কংগ্ৰেছৰ দলীয় প্ৰচাৰ-পত্ৰ আদিৰ পৰা আহৃত কেতবোৰ তথ্য। অৱশ্যে আশীৰ দশকৰ মাজ মানৰ পৰা আৰু নৱৈ দশকত যথেষ্ট নতুন তথ্যৰ উদঘাটন হৈছে। ইয়াৰ প্ৰতিফলন ড° গোহাঁইদেৱৰ জনগোষ্ঠীয় আন্দোলন সম্পৰ্কীয় কিছু নিবন্ধত দেখা যায়। সত্তৰৰ দশক অথবা আশীৰ দশকৰ প্ৰথমাৰ্দ্ধৰ তেখেতৰ এনে কিছু নিবন্ধত তথ্যৰ অপৰ্যাপ্ততা লক্ষ্য কৰা যায়। উদাহৰণ স্বৰূপে, দিল্লীৰ নেহৰু মেম'ৰিয়েল মিউজিয়াম এণ্ড লাইব্ৰেৰীয়ে ১৯৮৪ চনত অনুষ্ঠিত কৰা সৰ্বভাৰতীয় চিম্প'চিয়ামত তেখেতে পাঠ কৰা নিবন্ধ "Problems of Unity in Assam on the Eve of Independence"ত (যিটো সেই চেম্প'চিয়ামত পঠিত নিবন্ধসমূহৰ সংগ্ৰহ "Myth and Reality : The Struggle for Freedom in India, 1945-47" গ্ৰন্থত ১৯৮৭ চনত প্ৰকাশ পাইছে) কিছু তথ্য উপৰোক্ত উৎসৰ ওপৰত আধাৰিত বাবে বিতৰ্কৰ উৰ্দ্ধত নহয়। তেনেকৈয়ে তেখেতৰ সেই সময়ত প্ৰকাশিত প্ৰখ্যাত গ্ৰন্থ **Assam, A Burning Question** তো তেনেধৰণৰ কিছু তথ্য বিতৰ্কৰ উৰ্দ্ধত নহয়। এই নিবন্ধকাৰে দিল্লীৰ Indian Institute of Public Administration ত ১৯৮৬-৮৭ চনত অধ্যয়নৰত থাকোঁতে অধ্যয়নৰ অংশ হিচাপে এই গ্ৰন্থখনৰ বিষয়ে কৰা পৰ্যালোচনাত লিখিছিল যে গ্ৰন্থখনত তথ্যৰ কিছু অপৰ্যাপ্ততা থকা সত্ত্বেও ড° গোহাঁইদেৱৰ মূল সিদ্ধান্তসমূহৰ সিদ্ধতা (validity) স্বীকাৰ নকৰি নোৱাৰি। এই মন্তব্যটো তেখেতৰ পূৰ্বোক্ত নিবন্ধ 'Problems of Unity in Assam....'ৰ ক্ষেত্ৰতো প্ৰযোজ্য (এই নিবন্ধটিয়ো উক্ত গ্ৰন্থ 'Assam, A Burning Question'ত সন্নিবিষ্ট)। ড° গোহাঁইদেৱৰ বিস্ময়কৰ অন্তৰ্দৃষ্টিত (amazing insight) অভিভূত নহৈ নোৱাৰি।

১৯৮৫ চনৰ পৰা লিখা তেখেতৰ জনগোষ্ঠীয় সমস্যা তথা আন্দোলন সম্পৰ্কীয় নিবন্ধসমূহত তেনেধৰণৰ তথ্যৰ অপৰ্যাপ্ততা দেখা নাযায়। এই কালৰো এনে নিবন্ধসমূহ গভীৰ ইতিহাসবোধ, উপলব্ধি আৰু অন্তৰ্দৃষ্টিৰে ভৰপূৰ। পৰৱৰ্তী কালত **সন্ধিক্ষণ, অবিনাশী অসমীয়া, নৈৰাজ্য আৰু নিৰ্মাণ** আদি গ্ৰন্থত সংকলিত 'জনজাতীয় সংস্কৃতি আৰু অসমৰ ভৱিষ্যত' (১৯৮৫), 'অসমীয়া জাতি, জাতীয়তা, আন্তৰ্জাতিকতা ঃ সংকট বনাম ধূৰ্তালি' (১৯৯০, প্ৰধানকৈ সাহিত্য সভাৰ সভাপতি নৱকান্ত বৰুৱাৰ ভাষণৰ পৰ্যালোচনা যদিও ইয়াত জনগোষ্ঠীয় সমস্যা সম্পৰ্কেও অন্তৰ্দৃষ্টিপূৰ্ণ মন্তব্য আছে), 'আন্দোলন, বিভাজন আৰু সংহতি' (১৯৮৭), 'অসমৰ ভাষা সমস্যা' (১৯৯৬), 'আজি ভাৰতত আঞ্চলিকতাবাদৰ অভ্যুদয় আৰু তাৰ তাৎপৰ্য' (১৯৯৬), 'শংকৰদেৱৰ ধৰ্মৰ গণতান্ত্ৰিকতা' (১৯৯৬), 'জনগোষ্ঠীয় আন্দোলনৰ গতিপথ' (১৯৯৮), 'জনজাতীয় আন্দোলনৰ বিশ্লেষণ' (১৯৯৮), 'অসমত আৰ্যবাদ' (১৯৯৮), 'তিৱাসকলে ৰোমান লিপি ল'বই লাগিবনে?' (১৯৯৭), 'চাহ জনজাতিৰ ভৱিষ্যত আৰু অসমৰ জাতি গঠন প্ৰক্ৰিয়া' (১৯৯৭), 'উগ্ৰ জনগোষ্ঠীগত ভাবাবেগৰ বিৰুদ্ধে' (১৯৯৭), 'স্বায়ত্ব শাসন বনাম বিচ্ছিন্নতা' (১৯৯৬), 'অসমীয়াৰ জাতীয় স্বাধীনতা' (১৯৯৪) আদি নিবন্ধসমূহে বস্তুবাদী বস্তুনিষ্ঠ পৰ্যালোচনাৰে পাঠকসকলক অসমৰ জ্বলন্ত সমস্যা সম্পৰ্কে এক অন্তৰ্দৃষ্টি প্ৰদান কৰিবলৈ সক্ষম হৈছে আৰু এই ক্ষেত্ৰত এক নতুন পৰিমাত্ৰা (dimension) আনি দিছে। তেহেলৈ তেখেতৰ কিছু সিদ্ধান্ত সন্দৰ্ভত কাৰো কাৰো হয়তো ভিন্নমতো থাকিব পাৰে। কলিকতাৰ **The Telegraph** কাকতত ধাৰাবাহিভাৱে প্ৰকাশিত (৭, ৮ আৰু ৯ ফেব্ৰুৱাৰী, ১৯৯১) তেখেতৰ 'Assam and the Crisis of Indian Democracy' ও এই কালৰ এটি উল্লেখযোগ্য নিবন্ধ। বিস্তৃত তথ্য আৰু মননশীল তত্ত্ব সম্বলিত এই নিবন্ধটিযে অসমৰ সমস্যাৰ এক বস্তুনিষ্ঠ চিত্ৰ দাঙি ধৰিছে। তেতিয়ালৈকে উদঘাটিত তথ্যৰ আধাৰত তেখেতে এই নিবন্ধটিত বৰ্তমানৰ বড়ো আন্দোলন হঠাৎ সৃষ্টি হোৱা ঘটনা নহয়, ইয়াৰ উৎস ১৯৮৭ চনৰ PTCA ৰ পৃথক ৰাজ্য দাবীত বিচাৰি পোৱা যাব বুলি থিৰ কৰিছে। ইয়াৰেই আঁত ধৰি পৰৱৰ্তীকালত এই নিবন্ধকাৰে আৰু অধিক তথ্য উদঘাটন কৰি বড়ো আন্দোলনৰ উৎস যোৱা বিংশ শতিকাৰ বিশৰ দশকত বিচাৰি পাইছে। সেই তেতিয়াৰ পৰাই এই আন্দোলন ধাৰাবাহিকভাৱে বিভিন্ন পৰ্যায়ৰ মাজেৰে চলি আহিছে (এই নিবন্ধকাৰৰ ডেউকাৰ এপ্ৰিল-মে', ১৯৯৬ সংখ্যাত প্ৰকাশিত নিবন্ধ 'অসমৰ জনগোষ্ঠীগত প্ৰশ্ন আৰু স্বায়ত্ব শাসন' দ্ৰষ্টব্য)। এইদৰেই ড° গোহাঁইদেৱৰ গভীৰ অন্তৰ্দৃষ্টিসম্পন্ন আৰু চিন্তা-উদ্ৰেককাৰী নিবন্ধসমূহে পাঠকসকলক নতুন চিন্তাৰ অনুপ্ৰেৰণা যোগাই আহিছে।

অলপতে গুৱাহাটী বিশ্ববিদ্যালয় অধ্যয়ন চক্ৰই আয়োজন কৰা 'ড° হীৰেন গোহাঁইলৈ সম্বৰ্ধনা' সভাত প্ৰদান কৰা ভাষণত ড° গোহাঁইদেৱে কৈছিল, "....মাৰ্ক্সে কৈছে বুৰঞ্জীৰ নিজা সেনাদল নাই, বুৰঞ্জীয়ে নিজে সংগ্ৰাম নকৰে। মানুহেই বুৰঞ্জীৰ সেনানী। মই সেই বিশাল সেনাদলৰ এজন পদাতিক।" আমি ভাবো অলেখ পদাতিক সৃষ্টি কৰা ড° গোহাঁইদেৱ বুৰঞ্জীৰ সেনাদলৰ এজন অসাধাৰণ পদাতিক। ☐

# অগ্ৰণী সমাজ সমালোচক ড° হীৰেন গোহাঁই

• ড° ৰমেশ চন্দ্ৰ কলিতা

শিল্প-সাহিত্যৰ সমালোচকতকৈ সমাজ সমালোচকৰ দায়িত্ব গধুৰ আৰু বিপদো অধিক। যিখন সমাজ উৎপাদনৰ আহিলা উপকৰণ উপাদানৰ আৰু উৎপাদিত সামগ্ৰীৰ ওপৰত মালিকী-স্বত্বৰ প্ৰশ্নক কেন্দ্ৰ কৰি ধনী আৰু নিৰ্ধন, শোষক আৰু শোষিত, মালিক আৰু শ্ৰমিক শ্ৰেণীত বিভক্ত, যিখন সমাজ ধৰ্মীয় উন্মাদনা আৰু মৌলবাদী প্ৰৱণতাৰ দ্বাৰা বিভ্ৰান্ত, যিখন সমাজ সাম্ৰাজ্যবাদী চক্ৰান্ত আৰু ষড়যন্ত্ৰৰ দ্বাৰা ক্ষত- বিক্ষত, যিখন সমাজ পুঁজিবাদী আৰু অৰ্দ্ধসামন্তবাদী ৰাজনৈতিক, সামাজিক ধ্যান-ধাৰণাৰ দ্বাৰা পৰিচালিত আৰু প্ৰভাবান্বিত আৰু যিখন সমাজ তথাকথিত বিদ্বানসকলৰ ভেল্কীবাজীৰ দ্বাৰা প্ৰতিনিয়ত পৰিচালিত আৰু প্ৰভাবান্বিত সেইখন সমাজত যথাৰ্থ সমাজ সমালোচক পোৱাটোও অত্যন্ত দুৰূহ কথা। আমাৰ বাবে আনন্দ আৰু গৌৰৱৰ কথা এই যে আমি অন্ততঃ সাম্প্ৰতিক কালত এই পৰিস্থিতি আৰু প্ৰৱণতাসমূহৰ বিপৰীতে যথাৰ্থভাৱেই এজন সাৰ্থক আৰু সাহসী সমাজ-সমালোচক পাইছো; আৰু তেৱেঁই হ'ল গুৱাহাটী বিশ্ববিদ্যালয়ৰ ইংৰাজী সাহিত্যৰ যশস্বী অধ্যাপক ড° হীৰেন্দ্ৰ নাথ গোহাঁই।

সমাজ কোনো এটি বিমূৰ্ত বস্তু বা সত্তা নহয় ; মূৰ্তমানুহৰ সমষ্টিয়েই সমাজ। কিন্তু সমাজভূক্ত সকলো মানুহেই সমান নহয়। ইয়াৰ দ্বাৰা আমি শাৰীৰিক অৱয়ৱ তথা আকাৰৰ কথা কোৱা নাই, সমাজভূক্ত মানুহৰ বৈষয়িক অসমতাৰ কথাহে কৈছোঁ। উৎপাদনৰ আহিলা উপকৰণ উপাদানৰ আৰু উৎপাদিত সামগ্ৰীৰ ওপৰত অধিকাৰ বা মালিকীস্বত্ব থকা নথকাৰ প্ৰশ্নৰ ওপৰত ভিত্তি কৰি আদিম সাম্যবাদী সমাজৰ অৱলুপ্তি হোৱাৰ সময়ৰ পৰাই সমাজভূক্ত মানুহ 'শ্ৰেণী'ত বিভক্ত হৈ শ্ৰেণী সমাজৰ অংশীদাৰ হৈ পৰিছিল।

বৈষয়িক অৱলম্বনৰ আধাৰত বিভক্ত শ্ৰেণী সমাজত লিখক-কণ্ঠশিল্পী-সাহিত্যিক-চিন্তাবিদ-সমালোচক-সমাজকৰ্মীৰ অৱস্থানো মতাদৰ্শগতভাৱে শ্ৰেণীভিত্তিক হ'বলৈ বাধ্য। অন্য কথাত এওঁলোকে সামাজিক শ্ৰেণী দৃষ্টিকোণৰ পৰাই নিজ নিজ সৃজন ক্ষেত্ৰত কাম কৰি যায়, অৱদান দিয়ে। শ্ৰেণী বিভক্ত সমাজত, শ্ৰেণীৰ উৰ্দ্ধত কোনো নাই, শ্ৰেণী নিৰপেক্ষ কবি শিল্পী সাহিত্যিক সমালোচক চিন্তাবিদ সমাজকৰ্মী বিচৰাতো পৰ্বতত কাছকণী বিচৰাৰ দৰে পণ্ডশ্ৰম মাত্ৰ।

লিখক কবি শিল্পী সাহিত্যিক চিন্তাবিদ সমালোচক সমাজকৰ্মীসকল অকল শ্ৰেণীভুক্তই নহয়, তেওঁলোক নিজৰ নিজৰ কাল, স্থান আৰু সমাজৰো অধীন। স্থান, কাল আৰু প্ৰচলিত সামাজিক ৰাজনৈতিক ব্যৱস্থাপনা, ঘটনা-পৰিঘটনাৰ লগতে বিশ্বৰ অন্যান্য দেশ আৰু সমাজৰ আৰ্থ-সামাজিক ব্যৱস্থাপনা, ঘটনা-পৰিঘটনা, মতাদৰ্শ আদিয়েও লিখক-কবি-শিল্পী-সাহিত্যিক-সমালোচক-সমাজকৰ্মীক সততে আৰু সামগ্ৰিকভাৱে প্ৰভাৱান্বিত কৰে। আৰু যিহেতু তেওঁলোক সদায়েই পৰম্পৰাগতভাৱে নিজ ভাষা-সাহিত্য-সংস্কৃতি ঐতিহ্য-ইতিহাস-ভূগোলে নিৰ্দিষ্ট কৰি দিয়া দেশ তথা সমাজখনৰ অধীন সেয়ে তেওঁলোকৰ সৃষ্টি সম্ভাৰো প্ৰাথমিকভাৱে কেৱল মাত্ৰ সেই সমাজখনৰ জ্বৰা, ব্যাধি, ইচ্ছা আকাংক্ষাক কেন্দ্ৰ কৰিয়েই উদ্ভূত হয়।

[২]

লিখক কবি শিল্পী সাহিত্যিক সমালোচকৰ সামাজিক শ্ৰেণীভুক্তিৰ শ্ৰেণী অৱস্থানৰ প্ৰতি লক্ষ্য ৰাখিয়েই আমি আপাততঃ একে আষাৰতেই ক'ব পাৰো যে ড° হীৰেন্দ্ৰ নাথ গোহাঁই (জন্ম ১৯৩৯) বিংশ শতিকাৰ অসমৰ এজন অকুতোভয় অগ্ৰণী সমাজ সমালোচক, শোষিত নিপীড়িত নিৰ্যাতিত লাঞ্চিত লক্ষ লক্ষ লোকৰ যথাৰ্থ মুক্তিৰ পথ প্ৰদৰ্শক। তেওঁৰ ৰচনাৰাজিত তথাকথিত বুদ্ধিজীৱীৰ লিখনিত সুলভ ভেল্কীবাজী লেখমাত্ৰও নাই। সাহিত্যৰ সত্যৰ (১৯৭০) মাজেৰে উদিত সূৰ্যৰ দীপ্তিৰে বলিষ্ঠ ৰূপত আত্মপ্ৰকাশ কৰা ড° গোহাঁই সমাজ-সত্যৰ সন্ধানত ব্ৰতী জীৱন-জিজ্ঞাসাৰ কঠিন আৰু দুৰ্গম পথৰ অগন্তব্য যাত্ৰাত হাজাৰ হাজাৰ পদাতিকৰ যাত্ৰাপথৰ কাণ্ডাৰী তথা আলোকবৰ্তিকা ৰূপে প্ৰতিভাত হৈছে। দৰাচলতে ক'বলৈ গ'লে ড° হীৰেন গোহাঁই হ'ল বিংশ শতিকাৰ দ্বিতীয়াৰ্দ্ধত আমাৰ জাগ্ৰত বিবেক। 'জাগ্ৰত বিবেক' এই বাক্যাংশই আমাক বিংশ শতিকাৰ প্ৰথমাৰ্দ্ধত ফেচিবাদে গৰকা ইউৰোপৰ খ্যাতনামা মনীষী ৰোঁমা ৰোঁলালৈ মনত পেলাই দিয়ে। ৰোঁমা ৰোঁলা আছিল ফেচিবাদৰ বিপৰীতে গণতন্ত্ৰ, স্বাধীনতা আৰু মানৱতাৰ মূৰ্তপ্ৰতীক। সাম্প্ৰতিক কালত আমাৰ দেশ আৰু সমাজতো যেতিয়াই মানুহে ভাষাৰ নামত, ধৰ্মৰ নামত, জাতিৰ নামত ৰাজনীতিৰ নামত গণতন্ত্ৰ, স্বাধীনতা আৰু মানৱতাক প্ৰত্যাখ্যান কৰি পাশৱিকতাকে আদৰ্শৰূপে লৈ সামাজিক বিভীষিকাৰ সৃষ্টি কৰিবলৈ লৈছে, নৰহত্যা গৃহদাহ আদি নাৰকীয় কাৰ্যত লিপ্ত হৈছে, তেতিয়াই ড° গোহাঁয়ে, কেতিয়াবা গুটীয়াভাৱে আৰু কেতিয়াবা যুটীয়াভাৱে, থিয় দিছে বৰ্বৰতাৰ বিৰুদ্ধে যুক্তিৰে, সততাৰে, সাহসেৰে, গণতন্ত্ৰ, স্বাধীনতা সমাজতন্ত্ৰ আৰু মানৱতাৰ পক্ষ সমৰ্থনত। গণতন্ত্ৰ, স্বাধীনতা, মানৱতা, সমাজতন্ত্ৰৰ আদৰ্শ ড° গোহাঁইৰ বাবে কেৱল শব্দৰ সমষ্টিয়েই নহয়, সুযোগসন্ধানী চাতুকাৰৰ ভাষাৰ ফুলজাৰিয়েই নহয়। বিদ্যায়তনিক পৰিমণ্ডলৰ ভিতৰতে নিৰলে-নীৰৱে সমাজ বিচ্ছিন্নভাৱে জীৱন-যাপন কৰাটোও তেওঁৰ চাৰিত্ৰিক বৈশিষ্ট্যৰ বিপৰীত সেয়ে আমি তেওঁক পাইছো সত্তৰৰ দশকৰ আৰম্ভণিতে প্ৰগতিশীল সাহিত্য-সংস্কৃতিৰ বাৰ্তাবাহক আলোচনী নতুন পৃথিৱীৰ অন্যতম স্ৰষ্টা সংগঠক লিখকৰূপে। "প্ৰগতিশীল লেখক শিবিৰ"ৰ, পদাতিকৰ আৰু "ভাৰত-চীন মৈত্ৰী সংস্থা"ৰ

অগ্ৰণী অনিৰুদ্ধ সংগঠকৰূপে। 'অসম আন্দোলন'ৰ (১৯৭৯-৮৫) সময়ত ফেচিবাদী উন্মত্ততাই যেতিয়া মানুহৰ বিবেক হৰণ কৰি বৰ্বৰতাৰ পোহৰ মেলিছিল, অধিকাংশ তথাকথিত পণ্ডিত বুদ্ধিজীৱীয়ে যেতিয়া নাৰ মাছৰ দৰত বিক্ৰী কৰিছিল নিজৰ বিবেক, তেতিয়াই তেওঁ 'মানুহৰ সমাজ'ত গণতান্ত্ৰিক প্ৰমূল্য আৰু মূল্যবোধ, যুক্তি আৰু মানৱতাবোধ ওভোতাই অনাৰ বাবে বাচি লৈছিল **কলাখাৰ** প্ৰকাশ কৰাৰ দুঃসাহসিক দুৰ্গম বিপদসংকুল পথ। **কলাখাৰৰ** যোগেদি তেওঁ অসমৰ মানুহৰ হৃত গণতান্ত্ৰিক প্ৰমূল্য, বিভিন্ন ভাষিক ধৰ্মীয় সম্প্ৰদায়ৰ মাজত শান্তি সম্প্ৰীতি আৰু সংখ্যালঘুৰ মাজত আস্থাৰ আৰু বিশ্বাসৰ বাতাবৰণ সৃষ্টি কৰিবলৈ চেষ্টা চলাইছিল। সেই সময়ত "অসমৰ গণতন্ত্ৰপ্ৰেমী ব্যৱসায়ী মহলৰ প্ৰতি" সাপ্তাহিক কলাখাৰৰ পৰা হাতেলিখা এটি আবেদনত তেখেতে কোৱা কথাখিনি এইক্ষেত্ৰত অত্যন্ত তাৎপৰ্যপূৰ্ণ;

অসমৰ গণতন্ত্ৰ প্ৰেমী ব্যৱসায়ী মহলৰ প্ৰতি এটি আবেদন ঃ "সাপ্তাহিক কলাখাৰ"ৰ তৰফৰ পৰা—

শ্ৰদ্ধেয় বন্ধুসকল,

আপোনালোকে সম্ভৱতঃ অসমৰ সাম্প্ৰতিক ঘটনাৱলীৰ সন্দৰ্ভত "কলাখাৰ" নামৰ এখন কাকতৰ ভূমিকাৰ কথা শুনিছে। সেই দুৰ্দিনৰ ক্ষণবোৰত এইখন কাকতৰ দৰে নিঃশংকচিত্তে, স্পষ্টভাষাত সংখ্যলঘুসকলৰ ওপৰত হোৱা বিভিন্ন অত্যাচাৰ-উৎপীড়নৰ অবিকৃত ছবি দাঙি ধৰিবলৈ, আৰু তাৰ বিৰুদ্ধে জনমত গঢ়ি তুলিবলৈ আন কোনো কাকতে সাহস কৰা নাছিল। আমাৰেই অনুৰোধত নিৰুপমা বৰগোহাঞিয়ে "নিজ কাণক বিশ্বাস নহয়" নামৰ প্ৰত্যক্ষদৰ্শীৰ বিৱৰণ লেখিছিল। প্ৰথমৰে পৰা আন্দোলনৰ অশুভ সম্ভাৱনাৰ মূল্যায়ন কৰি দ্বিধাহীনভাৱে আমি তাৰ বিৰোধিতা কৰিছোঁ।

অথচ আমাৰ পুঁজিৰ অৱস্থা দুখলগা। চাকৰিয়াল সম্পাদকে পৰিয়াল প্ৰতিপালন কৰি বাতৰি কাকত ছপাব পৰা ধন গোটাব পৰা নাই। কিন্তু ৰাইজৰ আগ্ৰহাতিশয্যত বৰ্ত্তমান আমি ৮০০০ কপি **কলাখাৰ** ছপাইছোঁ। অৰ্থাভাৱ হেতুকে কাকতৰ প্ৰকাশ অত্যন্ত অনিয়মিত হৈছে। তাৰ ইচ্ছানুযায়ী সি সংগ্ৰামত লাগিব পৰা নাই।

আগত দিনবোৰত গণতন্ত্ৰ, গণতান্ত্ৰিক মানুহ আৰু সংখ্যালঘুবোৰৰ বাবে আৰু বিপদ আহিব সন্দেহ নাই। সেই সময়ত **কলাখাৰৰ** দৰে কাকতৰ তেজস্বী কণ্ঠই আইন-শৃংখলাৰ পৰিবেশ সৃষ্টিত সহায় কৰিব পাৰে। কিন্তু তাৰ বাবে আৰ্থিক সম্বলৰ প্ৰয়োজন। আশা কৰোঁ মুক্তহস্তে আমাৰ আবেদনত সঁহাৰি দি বাধিত কৰিব। ইতি—

শ্ৰী হীৰেন গোহাঁই, গুৱাহাটী।

২৮/১০/৮০

গণতন্ত্ৰ, মানৱতা আৰু সমাজতন্ত্ৰৰ সমৰ্থনত কৰা এই কৰ্মৰাজিৰ বাবেই তেওঁ প্ৰতিক্ৰিয়াশীল শিবিৰৰ দ্বাৰা বাৰম্বাৰ লাঞ্ছিত, অপমানিত আৰু আনকি শাৰীৰিকভাৱেও আক্ৰান্ত হ'বলগীয়া হৈছে। ১৯৭১-৭২ ত ভাষিক উন্মাদনাই সৃষ্টি কৰা উত্তাল পৰিবেশত শান্তি সম্প্ৰীতিৰ বাণী প্ৰচাৰ কৰিবলৈ গৈ তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ কেন্টিনতে কেইজনমান ছাত্ৰ নামধাৰী দুৰ্বৃত্তিকাৰীৰ দ্বাৰা লাঞ্ছিত অপমানিত হয়। তেতিয়া তেওঁৰ লগত আছিল চি.পি.আই(এম)ৰ চফল ডেকা কৰ্মী সংগঠক উদ্ধৱ বৰ্মন। অসম আন্দোলনৰ সময়ত (১৯৮০) ফেচিবাদী জিঘাংসাৰ দ্বাৰা আক্ৰান্ত হৈ গুৱাহাটীৰ ৰাজপথ ৰাঙলী কৰিছিল।

তাৰ পৰৱৰ্তীকালতো তেওঁ মানৱতা আৰু গণতন্ত্ৰৰ স্বাৰ্থত উন্মত্ত জিঘাংসাৰ বিপৰীতে প্ৰতিনিয়ত কাম কৰি গৈছিল স্থিতপ্ৰজ্ঞ ভঙ্গীৰে, প্ৰতিশোধ-প্ৰৱণতাৰে নহয়, সমাজৰ অশুভ শক্তি-প্ৰৱণতাৰ বিৰুদ্ধে বাকযুদ্ধত অৱতীৰ্ণ হৈছিল, বিশেষকৈ 'লিথূ' কৰি প্ৰকাশ কৰা **সংকেতৰ** মাধ্যমত। আমাৰ সমাজৰ অধিক সংখ্যক বুদ্ধিজীৱীৰ ক্ষেত্ৰত দেখা সহজলভ্য ভণ্ডামি আৰু আনফালে অত্যন্ত ব্যক্তিকেন্দ্ৰিকতাৰ বিপৰীতে আমি প্ৰত্যক্ষ কৰা ড° গোহাঁইৰ এই সামাজিক দায়বদ্ধতা তথা দায়িত্ববোধ তেতিয়া আমৰ দৰে বহুতৰ বাবেই আছিল অনুপ্ৰেৰণাৰ অমোঘ উৎস।

ড° গোহাঁই প্ৰখৰ বুদ্ধিদীপ্ত আৰু বুদ্ধিসত্তাৰ লোক। ইতিহাসৰ আনুষ্ঠানিক ছাত্ৰ নহয় যদিও তেওঁৰ ঐতিহাসিক অন্তৰ্দৃষ্টি কোনোজন প্ৰখ্যাত আৰু সমসাময়িক ঐতিহাসিকৰ অন্তৰ্দৃষ্টিতকৈ কোনো গুণে নিম্নমানৰ নহয়, বৰং কোনো কোনো ক্ষেত্ৰত আনসকলতকৈ উচ্চমানবিশিষ্টহে। এই গুণৰ অধিকাৰী বাবেই তেওঁ অশুভ শক্তি তথা গণতন্ত্ৰৰ শত্ৰুসকলৰ দ্বাৰা বাৰম্বাৰ লাঞ্ছিত, অপমানিত আৰু পৰিশেষত শাৰীৰিকভাৱে আক্ৰান্ত হৈছে যদিও এই শক্তিসমূহক আমাৰ দেশ তথা সমাজৰ ব্যাপক ঐতিহাসিক কেনভাচৰ পৰা আঁতৰাই আনি আছুতীয়া আৰু বিচ্ছিন্নভাৱে লোৱাৰ প্ৰয়াস কৰা নাই। তেওঁৰ বিপুল ৰচনাৰাজিৰ ছত্ৰে ছত্ৰে এই উপলব্ধিৰ সাক্ষী আছে, জাজ্বল্যমান প্ৰমাণ আছে।

১৯৭৪-৭৫ ৰ কথা। তেখেতে তেতিয়া **পদাতিক** প্ৰকাশ কৰিছিল, ব্যক্তিগত উদ্যোগত। তেতিয়া আমাৰ মনত **পদাতিকৰ** কেইটামান সংখ্যাক কেন্দ্ৰ কৰি উদয় হোৱা কিছু বিভ্ৰান্তিৰ কথা তেওঁৰ ওচৰত খোলোচাভাৱে প্ৰকাশ কৰিছিলোঁ। তাৰ উত্তৰত তেখেতে মৃদু গঞ্জনাৰ সুৰত মোলৈ লিখিছিল –

মৰমৰ ৰমেশ,

তোমাৰ চিঠিৰ স্পষ্টবাদিতাক প্ৰশংসা কৰোঁ কিন্তু তাৰ তৰল মনোভাবৰ শলাগ ল'ব নোৱাৰোঁ।

তুমি লোকৰ মুখত শুনি অভিযোগ কৰিছা যে মই **পদাতিকক** মৃত্যু মুখলৈ ঠেলি দিছোঁ, কিন্তু মোৰ পৰা আচল পৰিস্থিতি সম্পৰ্কে জানিবলৈ বিচৰা নাই।

**পদাতিকে** লোকক বিভ্ৰান্ত কৰা বুলিছা। কি অৰ্থত? বহু জনাবুজা মানুহে **পদাতিকৰ** ভূয়সী প্ৰশংসাও কৰিছে। গতিকে তোমাৰ আলাসতে কৰা মন্তব্য মানি ল'বলৈ মই কিয় বাধ্য হ'ম?

পৃথিৱীৰ এনে এখন আলোচনীৰ নাম ক'বাচোন যাৰ ভুল হোৱা নাই। ভুল আমাৰো হ'ব পাৰে। কিন্তু গোটেইখিনি ভুল নহয়।

আশা কৰোঁ ভালে আছা। ইতি–

তোমাৰ হীৰেন গোহাঁই।

অসম আন্দোলনৰ আৰম্ভণিৰে পৰাই অসমত গণতান্ত্ৰিক আৰু বামপন্থী ব্যক্তি সংগঠনৰ ওপৰত আন্দোলনকাৰীসকলৰ দ্বাৰা আক্ৰমণ সংগঠিত কৰা হৈছিল। মত প্ৰকাশৰ, সংগঠন কৰাৰ অধিকাৰ হৰণ কৰাৰ, বলপূৰ্বক বন্ধ কৰাৰ এক অশুভ বিধ্বংসী ৰাজনৈতিক সংস্কৃতিৰ সৃষ্টি কৰা হৈছিল। এই লিখককো চি.পি.আই (এম)ৰ সদস্য বুলি ধৰি লৈ সহকৰ্মী অধ্যাপকসকলৰ সহযোগত পহিলা মে'ৰ (১৯৮০) পৰা কাৰ্যকৰী হোৱাকৈ কলেজ শিক্ষক সংস্থাৰ পৰা বহিষ্কাৰ কৰাৰ লগতে সামাজিক বৰ্জনৰ দৰে পাশৱিক সিদ্ধান্ত লৈ এই লিখকক নিৰ্যাতন কৰাৰ পথ লৈছিল। তেনে পৰিস্থিতিত এই লিখকৰ অনুপ্ৰেৰণাৰ উৎস আছিল মাৰ্ক্সীয় দৰ্শনৰ প্ৰতি মতাদৰ্শগত স্থিতি (লিখক তেতিয়া CPI (M) ৰ সদস্য নাছিল), সহধৰ্মিনীৰ সহায়-সমৰ্থন, এমা-ডিমা ছোৱালী দুজনীৰ অনাবিল হাঁহি-তামচা, পৰিয়ালৰ অন্যান্য সদস্যসকল বিশেষকৈ শহুৰ দেউতা প্ৰয়াত সদানন্দ দাস দেৱৰ সহায় সমৰ্থন, মোৰ নিজস্ব অধ্যয়নস্পৃহা, আৰু সেই দুৰ্দিনৰ সময়ত সময়ে সময়ে পোৱা বন্ধুবৰ অধ্যাপক ৰাজেন শইকীয়া, ড° অমলেন্দু গুহ, অধ্যাপক শশী শৰ্মা আৰু ড° হীৰেন গোহাঁই আদি প্ৰখ্যাত বুদ্ধিজীৱীসকলৰ পৰা চিঠিপত্ৰসমূহ। এই ক্ষেত্ৰত ড° গোহাঁয়ে মোলৈ লিখা চিঠি এখনৰ কথাখিনি অত্যন্ত প্ৰণিধানযোগ্য। প্ৰণিধানযোগ্য এই কাৰণেই যে তেওঁৰ স্বভাৱসুলভ প্ৰজ্ঞা আৰু ঐতিহাসিক অন্তৰ্দৃষ্টিৰে আন্দোলনৰ ফেচিবাদী আৰু নেতৃত্বদায়ী অংশটোক আৰু সিহঁতৰ মতলববাজী কাণ্ড-কাৰখানাবোৰক অনুগামী অনুসৰণকাৰী জনসাধাৰণৰ পৰা পৃথকাই চোৱাৰ প্ৰয়াস পাইছিল, আৰু সমাজৰ ক্ষতিকাৰক এই নেতৃত্বক এঘৰীয়া কৰিবলৈ মতাদৰ্শগত সংগ্ৰাম চলাই যোৱাত গুৰুত্ব দিছিল। ড° গোহাঁয়ে লিখিছিল :

মৰমৰ ৰমেশ,

তোমাৰ চিঠিয়ে সঁচাকৈ উৎকণ্ঠিত কৰিলে। আন্দোলনকাৰী মানুহখিনিৰ আমাৰ বিৰুদ্ধে প্ৰতিশোধ পৰায়ণ মনোভাৱে আমাক সকলোকে বিপাণ্ডত পেলাইছে। অনিল ৰায়চৌধুৰি বিশ্ববিদ্যালয় এৰি পলাবলৈ বাধ্য হৈছে, আমাকো যাবলৈ কৈছিল, কিন্তু কোনোৰকমে আছোঁ। দুদিনমান ঘৰৰ পৰা ওলোৱাই নাই। অৱশ্যে আমি যিখিনি কাম কৰোঁ, কৰি আছোঁ।

এই অবুজ প্ৰতিহিংসাৰ বাবে অধৈৰ্য বা ক্ৰুদ্ধ নহৈ আমি বিশ্লেষণ কৰিব লাগে তাৰ কাৰণ কি। এমুঠি নেতৃস্থানীয় ব্যক্তিয়ে এইবোৰ প্ৰতিহিংসাত প্ৰৰোচনা দিয়ে, বাকীবোৰ অনুসৰণকাৰী বিভ্ৰান্ত, অতএব পথভ্ৰষ্ট। আমাৰ কাম হ'ব এমুঠি নেতৃস্থানীয় ব্যক্তিক Isolate কৰা। তাৰ বাবে আমি Stand দিব লাগিব। তেওঁলোকৰ গালি গঞ্জনা অপমান ধৈৰ্য ধৰি সহি তৰ্ক কৰিব লাগিব,

বুজাব লাগিব। হেজাৰ বিৰোধিতা সত্ত্বেও আমাৰ Stand এৰি দিব নালাগিব। তেনেহ'লে কাম হ'ব। স্থায়ী লাভ হ'ব।

তাকে নকৰি তেওঁলোকৰ অবুজ হিংসাৰ উত্তৰ আমিও অবুজ হিংসাৰে দিবলৈ গ'লে ফল শুভ নহ'ব। তেওঁলোকৰ শত্ৰুতা confirm কৰাহে হ'ব। সেয়ে তেওঁলোকে যি গণতন্ত্ৰ আৰু দেশপ্ৰেমৰ দোহাই দিয়ে তাৰ ভিত্তিতে তেওঁলোকৰ ওচৰত আবেদন ৰাখিব লাগিব, তেওঁলোকৰ লগত তৰ্ক কৰিব লাগিব। এনেদৰে লাগি থাকিলে আত্মসন্মানৰ খাটিৰত নিজৰ position এৰি নিদিলেও অৱশেষত তোমাক শ্ৰদ্ধা কৰিব।

জনগণৰ লগত আমাৰ দ্বন্দ্ব সমাধানৰ আন পথ আৰু নাই। স্পষ্টকৈয়ে আমি চৰকাৰৰ দমনমূলক মনোভাব ল'ব নোৱাৰোঁ। কিন্তু ওপৰত দিয়া কৌশলে মাজে সময়ে ইয়াত কাম দিছে। ইতি—

তোমাৰ

হীৰেন গোহাঁই

১৭/৫/৮০।

১৯৮১ চনৰ আন এখন চিঠিত তেখেতে অসম আন্দোলনৰ নেতৃত্বকাৰী অংশটোৰ বিধ্বংসী চৰিত্ৰৰ প্ৰতি পুনৰ সকীয়াই দি লিখিছিল;

মৰমৰ ৰমেশ,

আশা কৰোঁ ভালে আছা। এতিয়া নিশ্চয় আগৰ আক্ৰোশ আৰু বিদ্বেষৰ ভাব বহুত কমিছে। সহজে adjust কৰাৰ চেষ্টা কৰা। বেছিভাগ মানুহেই চিন্তা নকৰাকৈ উত্তেজনাত জাহ গৈছিল। ভৱিষ্যতে আকৌ যাব। কেতিয়াবা সৎপথেদিও যাব। কেৱল leader কিটাক চিনি লোৱা আৰু চিনি ৰাখা। আমাৰ যুদ্ধ সিহঁতৰ লগতহে।

আন্দোলনৰ বহুৰ দুটা বৌদ্ধিক দিশৰ পৰা তোমাৰ বাবে বিশেষ উপকাৰীয়েই হ'ল। মোৰ অভিনন্দন ল'বা। বহু নতুন আৰু বিস্ময়ৰ তথ্য বাহিৰ কৰিব পাৰিছা। এতিয়া গভীৰতৰ বিশ্লেষণৰ চেষ্টা কৰা।

গুৱাহাটীৰ ঘটনাবোৰৰ অশুভ দিশ দুটা চকুত পৰিছে। সাংস্কৃতিক ফ্ৰন্টৰ কাম-কাজত ইমান গোড়ামি আৰু দল পকোৱা ঠিক নহয়। তাৰ ফলত আমাৰ সাংস্কৃতিক কাম-কাজৰ প্ৰভাৱ সংকুচিত হ'বলৈ বাধ্য। ইতি—

তোমাৰ

হীৰেন গোহাঁই

৭/১১/৮১

উপৰোক্ত চিঠিখনৰ শেহৰফালে লিখা তেখেতৰ ভৱিষ্যতবাণী পৰৱৰ্তীকালত অসমৰ গণতান্ত্রিক আৰু প্রগতিশীল সংস্কৃতিক কাম-কাজৰ ক্ষেত্ৰত আখৰে আখৰে যথাৰ্থ প্ৰমাণিত হোৱাটো সকলোৱে দেখিবলৈ পাইছে। অসমৰ গণতান্ত্রিক, প্রগতিশীল আৰু বিবেকবান শিল্পী কবি সাহিত্যিক সাংস্কৃতিক সমাজকৰ্মীৰ অক্লান্ত চেষ্টা আৰু উদ্যোগত গঢ়ি উঠা গণসংস্কৃতি বিকাশ সমিতি আৰু 'নতুন সাহিত্য পৰিষদ' এই 'গোড়ামি আৰু দল পকোৱা' প্রৱণতাৰ ফলশ্রুতিতেই আজি ব্যাপক গণমঞ্চ হোৱাৰ পৰিবৰ্তে মুষ্টিমেয় উপদলীয় লোকৰ বিচৰণ ক্ষেত্র তথা প্রগতিশীল সম্পত্তিত (?) পৰিণত হ'বলৈ বাধ্য হৈছে।

[৩]

আমাৰ দেশ ভাৰতবৰ্ষ প্ৰায় ১৯০ বছৰ কাল বৃটিশ সাম্রাজ্যবাদৰ পদানত হৈ আছিল। বৃটিশে সিহঁতৰ ঔপনিবেশিক-সাম্রাজ্যবাদী স্বাৰ্থত ৰাজনৈতিক বৈষয়িক সমুদায় দিশতে য'ত যি প্রয়োজন সেই মতে ভঙা-গঢ়াৰ কাম কৰিছিল। প্রয়োজনমতে পুৰণিক ভাঙি নতুনৰ সৃষ্টি কৰিছিল, আৰু প্ৰয়োজন মতে নতুনত্বৰ প্ৰবেশ নিষিদ্ধ কৰি পুৰণিকে আটোমটোকাৰিকৈ ৰক্ষণাবেক্ষণ দিছিল। আমদানি-ৰপ্তানিৰ সুচল হোৱাকৈ ৰেল চলাচলৰ ব্যৱস্থা ক ৰিবলৈ লৈছিল যদিও, প্রশাসনিক ৰাজনৈতিক দিশত সমৰ্থন আদায়ৰ বাবে এটি মধ্যবিত্ত শ্ৰেণীৰ জন্ম দিছিল যদিও সেই একেই কাৰণত ভূস্বামী জমিদাৰ নবাব-জাইগীৰদাৰসকলৰ ঘাই অৱলম্বন ভূমিস্বত্বৰ কোনো পৰিবৰ্তন সাধন নকৰি কৃষি ক্ষেত্ৰত ব্যাপক পশ্চাদ্‌পদতা সৃষ্টি কৰাৰ লগতে উদ্যোগীকৰণক প্রকাশ্যভাৱেই অৱহেলা কৰিছিল। বৃটিশ সাম্রাজ্যবাদী শাসন-শোষণৰ হাতধৰা লিগিৰীৰূপে, বৃটিশ বুৰ্জোৱা ৰাজনৈতিক, প্রশাসনিক মতাদৰ্শৰ সদৰ্থক প্ৰতিক্ৰিয়াৰূপে (Positive nationalist response) সংগঠিত জাতীয় আন্দোলনৰ ফলশ্ৰুতিত দেশে স্বাধীনতা লাভ কৰিলে যদিও দেশৰ সামগ্রিক ৰাষ্ট্রীয় চৰিত্র অৰ্ধসামন্তবাদী অৰ্ধ পুঁজিবাদী হৈয়েই থাকিল।

অসমত স্বাধীনতা আন্দোলনৰ সময়তেই বিষ্ণুপ্রসাদ ৰাভা আৰু জ্যোতিপ্রসাদ আগৰৱালাই দেশৰ অৰ্থনৈতিক-ৰাজনৈতিক-সামাজিক-সাংস্কৃতিক ক্ষেত্ৰত ধনতন্ত্ৰবাদ আৰু সাম্রাজ্যবাদৰ ক্ষতিকাৰক দিশসমূহৰ সম্পৰ্কত সাংস্কৃতিক কাম-কাজৰ পৰিমণ্ডলৰ ভিতৰতেই জনসাধাৰণক যথাৰ্থ মুক্তিৰ বাবে সচেতন কৰি তুলিবলৈ চেষ্টা কৰিছিল। কিন্তু ধনতন্ত্রবাদ আৰু সাম্রাজ্যবাদে গৰকা আমাৰ দেশ আৰু সমাজৰ পশ্চাদপদতা সম্পৰ্কত তেওঁলোকে বিশেষ মাৰ্ক্সীয় তাত্ত্বিক আলোচনা আগবঢ়োৱা নাছিল। তেওঁলোকৰ পৰৱৰ্তীকালত ভবানন্দ দত্তই পৰিকল্পিতভাবে মাৰ্ক্সীয় দৰ্শনৰ আলমত **অসমীয়া কবিতাৰ কাহিনী** (১৯৬৯) আৰু **অসমৰ জাতীয় সমস্যাৰ বিবৰ্তনৰ** (১৯৮৭) জৰিয়তে সমাজ সমালোচনাত অৱতীৰ্ণ হৈছিল যদিও তেওঁৰ অকাল বিয়োগৰ বাবে সেই প্ৰচেষ্টাই পূৰ্ণতাপ্ৰাপ্তি নকৰিলে। তথাপিও সেই আলোচনাত তেওঁ মাৰ্ক্সীয় দৰ্শনৰ আধাৰত সমাজ সমালোচনাৰ যি আৰ্হি আদৰ্শ ৰূপৰেখাৰ সূচনা কৰিছিল সি সঁচাকৈয়ে বিস্ময়কৰ আৰু প্ৰণিধানযোগ্য; "কৃষক আৰু শ্ৰমিকৰ নিষ্পেষিত জীৱনৰ প্ৰতি সহানুভূতি আৰু সমবেদনা প্রগতিশীল কবি সাহিত্যিকৰ

কাৰণে প্ৰথম প্ৰয়োজন। কবি হৃদয়ৰ এই উন্মুখতা থাকিলেহে কবিয়ে নিজৰ সামাজিক সীমাবদ্ধতা আৰু জীৱনযাত্ৰাৰ ঠেক চিন্তাধাৰাৰ পৰা মুক্ত হৈ নিজৰ দৃষ্টিক আৰু অনুভূতিক বাহিৰৰ বহল গতিশীল আৰু সংঘাতময় জীৱন প্ৰবাহৰ লগত মিলাই দিব পাৰে। কিন্তু অকল সেইখিনি হ'লেই যথেষ্ট নহয়। তাৰ লগতে কৃষক আৰু শ্ৰমিকৰ ব্যক্তিগত আৰু শ্ৰেণীগত জীৱন যাত্ৰা, চিন্তাধাৰা, অনুভূতি আৰু কৰ্ম প্ৰেৰণাৰ প্ৰকৃত পৰিচয় কেৱল বুদ্ধিৰে নহয়, হৃদয়েৰে পাব লাগে। যদি সেই পৰিচয় নাথাকে তেনেহ'লে কবিৰ অন্তৰত এনে এটা অহমিকা থাকিব পাৰে যে আমি মহৎ অন্তৰৰ লোক আৰু এইসকল ধন-মান, শিক্ষা-জ্ঞান আদি সকলোৰে পৰা বঞ্চিত। গতিকে আমি ত্যাগ আৰু বিপ্লৱ কৰি এওঁলোকৰ এটা ভাল ব্যৱস্থা কৰি দিব লাগিব। এনে অনুভূতি বহু সময়ত আত্মকেন্দ্ৰিক ভাববিলাস মাত্ৰ হৈ থাকে। কেৱল এই ভাৰত শ্ৰমজীৱী মানুহৰ জীৱন যাত্ৰাৰ প্ৰতি এটা প্ৰচ্ছন্ন ঘৃণা আৰু তাচ্ছিল্যহে থাকিব পাৰে, সমাজৰ বাবু শ্ৰেণীৰ আৰু উচ্চ শ্ৰেণীৰ মানুহৰ এই তৰপৰ মানুহলৈ যি দৃষ্টি সেইটোও কবিৰ নিজা চাল-চলন আৰু ব্যৱহাৰত থাকি যাব পাৰে। তেনেক্ষেত্ৰত এই অনুভূতি ভিক্ষাৰীক দয়া পৰব হৈ ভিক্ষা দি তাক কৃতাৰ্থ কৰাৰ নিচিনা অনুভূতিহে হয়। এই কথা উল্লেখ কৰিবলগীয়া হ'ল, কাৰণ আজিকালি বহুত কবি ওলাইছে, যিবিলাকৰ দৃষ্টিভঙ্গী আৰু প্ৰগতিশীল উপলব্ধি ইয়াতকৈ বেছি উচ্চ স্তৰৰ নহয়।"

**অসমৰ জাতীয় সমস্যাৰ বিবৰ্তন** শীৰ্ষক প্ৰবন্ধ সংকলনখনতো সমাজ সমালোচনাৰ মাৰ্ক্সীয় ধাৰাটোৰ ধাৰাবাহিকতাৰ সুস্থ আৰু পৈণত বিস্তৃতি দেখা যায়। ভবানন্দ দত্তৰ মতে অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ বিকাশৰ পথত প্ৰধান সমস্যা আছিল চাহ বাগিচা খোলাৰ আৰু ব্যৱসায় বাণিজ্য কৰাৰ ক্ষেত্ৰত অহা সৰ্বভাৰতীয় বণিক আৰু কল-কাৰখানাৰ মালিক গোষ্ঠীৰ ফালৰ পৰা অহা তীব্ৰ প্ৰতিদ্বন্দ্বিতা আৰু প্ৰতিবেশী বাংলা ভাষা-ভাষীৰ ফালৰ পৰা অহা তীব্ৰ সাংস্কৃতিক প্ৰতিদ্বন্দ্বিতা তথা সম্প্ৰসাৰণবাদী মনোভাব। তেওঁৰ ভাষাত, "বি.এ. জগন্নাথ আৰু আন বহুত অসমীয়াই চাহৰ কাৰবাৰৰ ফালে মন দিয়াত অসমত লাহে লাহে চাহ বাগিচাৰ মালিক শ্ৰেণী গঢ়ি উঠিল। চাহ বাগিচাৰ উপৰিও মাণিক বৰুৱা, ভোলা বৰুৱা, বেজবৰুৱা প্ৰমুখ্যে অনেকে নানা ৰকম দালালী কাৰবাৰত লাগি জীৱন-জীৱিকাৰ ব্যৱস্থা কৰিছিল। এই স্বাৱলম্বিতা আৰু বাণিজ্যৰ প্ৰতি ধাউতিৰ ফলত এই শ্ৰেণী ইংৰাজী শিক্ষিত মধ্যবিত্তৰ জৰিয়তে জাতীয়তাবোধৰ প্ৰেৰণা দেশলৈ আহে। এওঁলোকে নিজৰ কৰ্মজীৱনৰ মাজেদি পাশ্চাত্য বণিক সভ্যতাৰ নিৰ্মল বাণী অৰ্থাৎ ঐহিক মানৱতাবোধ আৰু ব্যক্তিস্বাতন্ত্ৰ্যবোধ, উদাৰ নৈতিক আৰু সংস্কাৰবাদী মনোভাব আৰু দেশপ্ৰেমৰ প্ৰেৰণা পাইছিল। এওঁলোকৰ সেই নতুন চকুৰ ন দীপ্তিৰে দেশৰ ভিতৰত থকা নানা কুসংস্কাৰ আদি অশিক্ষা, অন্ধবিশ্বাস আৰু শঠতা, কপটতা সংকীৰ্ণতা স্বাৰ্থপৰতা আদি দেখি সেইবোৰ দূৰ কৰিবৰ বাবে অহোপুৰুষাৰ্থ কৰিছিল।" কিন্তু সৰ্বভাৰতীয় বণিক গোষ্ঠী আৰু মিল মালিক শ্ৰেণীৰ ফালৰ পৰা অহা তীব্ৰ প্ৰতিদ্বন্দ্বিতাই এওঁলোকৰ ইচ্ছা আকাংক্ষাক বাস্তৱায়িত কৰাত প্ৰচণ্ড বাধা দিছিল। তাৰেই পৰিপ্ৰেক্ষিতত "ভাৰতীয় বণিক শ্ৰেণীৰ লগত প্ৰতিযোগিতাত

অসম শিল্প বাণিজ্যৰ উন্নতিৰ প্ৰেৰণাই এওঁলোকক জাতীয়তাবাদী কৰি তুলিলে।" তেওঁ আৰু কৈছে, "সৰ্বভাৰতীয় শিল্প বাণিজ্যৰ ক্ষেত্ৰত অসমে কোনো স্থান নোপোৱাৰ বাবে আৰু অসমৰ প্ৰাকৃতিক সম্পদ আৰু অসমৰ ব্যৱসায় বাণিজ্য অনা অসমীয়া ভাৰতীয়ৰ আৰু ইংৰাজৰ অধীন স্বাভাৱিকতে তীব্ৰভাৱে অসমীয়া জাতিক শোষণ মুক্ত কৰাৰ কথাতহে বিশেষকৈ উদ্বুদ্ধ হয়।"

অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ বিকাশৰ দ্বিতীয় প্ৰধান অন্তৰায়টো আছিল ভাষা সমস্যা। দত্তৰ ভাষাত, অসমত "…. ভাষাৰ সমস্যা ইমান তীব্ৰ আছিলে যে অসমীয়া পণ্ডিতসকলে সাহিত্য, কলা, দৰ্শন আদিৰ তত্ত্বমূলক চিন্তা কৰাটো প্ৰায় বিলাসিতাৰ নিচিনা আছিল। অসমীয়াৰ জাতীয় অস্তিত্বৰ লগত এই ভাষা সমস্যাটো এনেভাৱে জড়িত (sic) যে ড° (sic) কাকতিয়ে ইয়াৰ অৰ্থে নিজৰ সৰ্বশক্তি নিয়োগ কৰি ইয়াক পূৰ্ণ প্ৰতিষ্ঠা দান কৰে। এইবোৰ সমস্যাতেই ইমানদিনে অসমীয়াৰ শক্তি আজিলৈকে নিয়োজন হৈ আহিছে। আৰু সেই কাৰণে সৰ্বভাৰতীয় ক্ষেত্ৰত আৰু আন্তৰ্জাতিক ক্ষেত্ৰত যিবোৰ ভাবধাৰাৰ উখল-মাখল সেইবোৰত অসমীয়াৰ শক্তিয়ে আজিলৈ নিজক একাগ্ৰভাৱে নিয়োজিত কৰিব পৰা নাই।"

অসমীয়া সমাজ আৰু মধ্যবিত্ত শ্ৰেণীয়ে সন্মুখীন হোৱা সমস্যাৰাজি সম্পৰ্কীয় ভবানন্দ দত্তৰ এই কথাখিনি এইবাবেই উল্লেখ কৰা হ'ল যে অসমীয়া সাহিত্যত মাৰ্ক্সীয় দৃষ্টিকোণৰ পৰা সমাজ সমালোচনাৰ সূচনা কৰিছিল ভবানন্দ দত্তই। অৱশ্যে এইখিনি ক'বলৈ যোৱাৰ অৰ্থ এইটো নহয় যে তেওঁৰ তেনে আলোচনাৰ পাতনি নেপালে ড° গোহাঁয়ে মাৰ্ক্সীয় দৰ্শনৰ আধাৰত অসমীয়া সাহিত্যত সমাজ সমালোচনাৰ অংশীদাৰ আৰু আটাইতকৈ শক্তিশালী সমালোচকৰূপে প্ৰতিভাত নহ'লহেতেঁন। আমি মাত্ৰ কথাখিনি ঐতিহাসিক প্ৰেক্ষাপট, প্ৰাসঙ্গিকতা আৰু কালানুক্ৰমৰ সৈতে সংগতি ৰাখি উল্লেখ কৰি থ'লোঁ।

[৪]

সকলো সমাজৰেই এক ঐতিহাসিক ব্যাপ্তি আৰু সাম্প্ৰতিক ধাৰাবাহিকতা আছে। অৱশ্যে ইয়াৰ অৰ্থ এইটো নহয় সমাজ সদায়েই স্থবিৰ। সেয়ে সমাজৰ ঐতিহাসিক ব্যাপ্তি আৰু ধাৰাবাহিকতাক বাদ দি কোনো সমাজৰেই বস্তুনিষ্ঠ আলোচনা বা সমালোচনা সম্ভৱ নহয়, কিয়নো বৰ্ত্তমানৰ সমাজখনৰ শিপাডাল আছে অতীতত। গতিকে কোনো বিজ্ঞ সমালোচকেই অতীতক অৱজ্ঞা কৰিব নোৱাৰে। বৰ্তমানত থাকি ভৱিষ্যতৰ পিনে ঢাপলি মেলাৰ আগতে আমি সকলোৱেই অতীতৰ পিনে চাবলগীয়া হয়। লগতে এইটোও ক'ব পাৰি যে সমাজ সচেতন কেনো সমালোচকেই নিজৰ সামাজিক স্থিতি আৰু সমাজৰ প্ৰতি দায়িত্ববোধ অস্বীকাৰ কৰিব নোৱাৰে। কাজেই তেনে সমাজ সমালোচকৰ ৰচনাত অতীত বৰ্তমান আৰু ভৱিষ্যত প্ৰায় একাকাৰ হৈ পৰে। উদাহৰণ হিচাপে ক'ব পাৰি যে অসমৰ মধ্যবিত্ত শ্ৰেণীৰ বিকাশ সম্পৰ্কে আলোচনা কৰিবলৈ ল'লে অন্ততঃ আমি অসমত বৃটিশ যুগৰ সূচনা পৰ্বলৈ যাব লাগিব। তেহে বৰ্তমানত সেই মধ্যবিত্ত শ্ৰেণীৰ ভূমিকা আৰু

ভৱিষ্যতত সেই শ্ৰেণীৰ সামাজিক অৱস্থান কি বা কেনেকুৱা হ'ব তাৰ এটি আভাস পোৱা যাব। এইক্ষেত্ৰত ড° গোহাঁইৰ "Future of Assam and the Asom Sahitya Sabha" (The North East Times, 5February, 2000) শীৰ্ষক ৰচনাখনৰ কেইটামান মন্তব্যৰ প্ৰতি আঙুলিয়াব পাৰি ঃ (1) "The Assamese elite had grown up on the margins of the British colonial economy and the state, and in spite of the basic attempts of certain Assamese leaders like Gopinath Bordoloi and Ambikagiri, even after independence its socio-political basis remained dependent on a powerful metropolitan economy and state."

(2) "The Assamese middle-class failed to acquire independent initiative and a production oriented outlook, though some feeble attempts were made. Once again it was content to play the role of a client-class to metropolitan industry and finance."

(3) "The middle-class now turned to the funds that came to the state under different five-year plans to meet their rising aspirations - setting in motion a process of corruption that has now acquired phenomenal proportions and virtually engulfed all sphere of the state. Since the plan funds here meant to relieve the poor and improve their conditions this massive plunder left the lower classes in a some state."

(4) "Under the circumstances the Assamese elite thought if the safest course to inculcate chauvinism as the only respectable ideology in society through the different media and educational and cutural institutions under its control. Any sense of a threat to the domination of the elite would turn the normally mild chauvinism into a violent and ugly phenomenon."

(5) "In the early seventies the first real challenge to this dominant ideology emerged in a state of revolutionary poetry, story-writing and plays. Naxalism became respectable among the young."

(6) "This alarmed not only the Assamese elite but also - the view of Assam's location as a border state - the Government of India, and perhaps international crusaders against Communism."

(7) "The Assam in danger" slogan rent the skies in 1972, and again in 1979. But the greater weight of Assamese chauvinism, and the curnage if inspired in 1980 and 1983, did not lead to a review of the economic objectives and political priorities of the Assamese middle-class. The result was a fierce revival of ethnic assertion and separation among weaker

ethnic groups and tribes. Again the escapist elite refused to read the writing on the wall. If invented a war slogan- "samannay"- (hermonious blending of different ethnic groups) - without thinking seriously of establishing the relations among the resident communities on a new footing...."

অসমৰ সাম্প্ৰতিক সমাজ ইতিহাসৰ এনেকুৱা যথাৰ্থ আৰু ক্ষুৰধাৰ বিশ্লেষণ আমি আন কাৰো লেখাত প্ৰত্যক্ষ কৰা নাই। ড° গোহাঁইৰ এক বিশেষ ঐতিহাসিক দূৰদৃষ্টি আছে বাবেই এইটো সম্ভৱ। তেখেতৰ অন্যান্য ভালেমান ৰচনাতো অন্যত্ৰ বিৰল এই দূৰদৃষ্টিৰ আভাস পোৱা যায়।

ড° গোহাঁয়ে তেওঁৰ **সমাজ আৰু সমালোচনাত** (১৯৭১) প্ৰকাশ কৰা ৰচনা কেইখন; **বাস্তৱৰ স্বপ্নত** (১৯৭২) 'দাৰিদ্ৰ্যৰ নিৰ্ণয় আৰু নিৰাময়', 'দুৰ্নীতি শ্ৰেণী সমাজ আৰু শাসনতন্ত্ৰৰ সংস্কাৰ', 'শ্ৰীমন্ত শঙ্কৰদেৱ আৰু অসমৰ ইতিহাস', **সাহিত্য আৰু চেতনাত** (১৯৭৬) সন্নিবিষ্ট 'অসমৰ মধ্যবিত্ত সমাজৰ ইতিহাস', 'অসমীয়া জাতীয়তাবাদৰ সমস্যা', 'জ্যোতি প্ৰতিভাৰ বিচাৰ', **তেজৰ আখৰে লিখাত** (১৯৮২) 'দেশদ্ৰোহী কোন?', 'সাম্প্ৰতিক আন্দোলনৰ সন্দৰ্ভত', 'মোৰ দেশ ....কাৰ দেশ', 'এটা কঠিন দায়িত্ব', **বিশ্বায়তনত** (১৯৮৩) 'মাৰ্ক্সবাদ আৰু জাতি সমস্যা', 'জাতি সমস্যা আৰু মাৰ্ক্সবাদৰ অপপ্ৰয়োগ', 'জ্যোতি প্ৰসাদৰ চিন্তাধাৰাৰ বিবৰ্তন আৰু সাম্প্ৰতিক চেতনাত জ্যোতিপ্ৰসাদ', 'জ্যোতিপ্ৰসাদৰ মানসিক সংকট আৰু তেওঁৰ উত্তৰণ', **ঐতিহ্যৰ ৰূপান্তৰ আৰু অন্যান্য প্ৰবন্ধত** (১৯৯৩) 'দেশ গঠনত সাংবাদিকৰ ভূমিকা', 'সাম্প্ৰতিক ৰাষ্ট্ৰব্যৱস্থা আৰু অসমৰ বিকাশ', 'আদি উনবিংশ শতাব্দীৰ অসমৰ নৱযুগৰ ওপৰত বঙালী প্ৰভাৱ', **কালস্ৰোত আৰু কাণ্ডাৰীত** (১৯৯৫) 'লোহিত চন্দ্ৰ নায়ক আৰু অসমীয়া জাতি গঠনৰ আদিযুগ'; **বন্দৰৰ কালত** (১৯৮৭) 'অসমীয়া সমাজ আৰু সাম্প্ৰতিক সংস্কৃতিক সংকট' 'অসম সমস্যা আৰু জাতীয়তাবাদৰ প্ৰতিশ্ৰুতি', 'সংস্কৃতিক উৎস আৰু অভিব্যক্তি'; আৰু ইংৰাজীত ৰচিত আৰু প্ৰকাশিত **Assam : Burning Question**ত (১৯৮৫) সন্নিবিষ্ট Social Scientist, ১৯৭৩ সহ অন্যান্য ৰচনাসমূহ আৰু অতি সম্প্ৰতি বিভিন্ন সাময়িকী আৰু বাতৰি কাকতত প্ৰকাশিত প্ৰবন্ধসমূহ এই ক্ষেত্ৰত উল্লেখনীয়। ১৯৯৮ চনৰ 'অসমীয়া প্ৰতিদিন' কাকতত প্ৰকাশিত তেখেতৰ 'ফেচিবাদৰ পূৰ্বাভাস' (১০/১১ আগষ্ট) আৰু 'সাম্প্ৰতিক অসমত শিল্পীৰ স্বাধীনতা' (১৭ আগষ্ট) নামৰ প্ৰবন্ধ দুটিত তেখেতে ক্ষুৰধাৰ ভাষাত আৰু সন্তোলিত ব্যাখ্যা-বিশ্লেষণৰ মাধ্যমত সামাজিক ব্যভিচাৰ আৰু অৱক্ষীয়মান সামাজিক মূল্যবোধৰ ওপৰত আলোকপাত কৰাৰ লগতে চাতুকাৰসকলৰ ক্ষতিকাৰক আৰু বন্ধ্যা ভূমিকাৰ কথা সদৰি কৰিছে। এই প্ৰবন্ধ দুটিয়ে আনহাতে আমাৰ বৌদ্ধিক দীনতাৰ কথাও পাঠকৰ মনলৈ আনিছে।

'অসমীয়া প্ৰতিদিন'ত প্ৰকাশিত প্ৰথম প্ৰবন্ধটিত তেখেতে ফেচিবাদৰ আগমনত কেনেকৈ নামজ্বলা বুদ্ধিজীৱীয়ে পোহনীয়া কুকুৰৰ দৰে আচৰণ কৰি জনসাধাৰণ জীৱনমান

বিধ্বস্ত কৰাৰ লগে লগে সমাজ-সভ্যতা-সংস্কৃতিৰ ধ্বংস সাধন কৰে তাক ইটালী আৰু জাৰ্মানীৰ বিগত শতিকাৰ উদাহৰণৰ সৈতে পাঠকৰ আগত দাঙি ধৰিছে। সাম্প্ৰতিক কালত আমাৰ সমাজতো ফেচিবাদৰ আগমনৰ মৃদু পদধ্বনি শুনা গৈছে। কাজেই 'ফেচিবাদৰ পূৰ্বাভাস'ত সকলোকে সতৰ্কবাণী শুনাইছে। আমি তেখেতৰ কথাৰেই অলপ আগবাঢ়োঁ, "কোনো এক সমাজ ব্যৱস্থা আৰু তাৰ ভিত্তিত গঢ়ি উঠা ৰাষ্ট্ৰ আৰু সভ্যতাৰ যেতিয়া সংকট হয়, তেতিয়াই সেই সমাজৰ শ্ৰেষ্ঠ প্ৰতিভূসকলৰো আদৰ্শ, বিশ্বাস আৰু মূল্যবোধত গৰাখহনীয়া হয়। তেওঁলোকৰ একাংশই যে কেৱল বিশ্বাস আৰু আদৰ্শ হেৰুৱায়, তেনে নহয়। তেওঁলোকে অশুভ, নীচ আৰু দানৱীয় আদৰ্শৰ ওচৰত আত্মসমৰ্পন কৰে।" জাৰ্মানীআৰু ইটালীত নামজ্বলা বুদ্ধিজীৱী সাহিত্যিক পণ্ডিত কেনেকৈ দলে দলে ফেচিবাদৰ স্তাৱকত পৰিণত হৈছিল সেই বিষয়ে ড° গোহাঁয়ে উল্লেখ কৰিছে এইদৰে; "জাৰ্মানীৰ হাইডে'গাৰৰ দৰে দাৰ্শনিক, গৎফ্ৰিড বে'নৰ দৰে কবি, লে'নি ৰেইফেন্‌তাল আৰু পাবস্তৰ দৰে দক্ষ কথাচিত্ৰ নিৰ্মাতা, ইটালীত পিৰাণ্ডে'লো আৰু ডনুৎছিৱ'ৰ দৰে সাহিত্যিক, জ্যো ভান্নি জে'ন্তিলে'ৰ দৰে দাৰ্শনিক, মাৰিনে'ত্তিৰ দৰে শিল্পীয়ে মানৱতাবাদত আস্থা হেৰুৱাই ফেচিবাদৰ অন্ধকাৰ সমুদ্ৰত জাপ দিছিল। ফেচিবাদৰ নানা মানৱ-বিদ্বেষী বধৰ অভিযানৰ বিৰুদ্ধে — বাতৰি কাকতৰ কণ্ঠৰোধ, শিল্পী সাহিত্যিকৰ স্বাধীনতা হ্ৰাস, কৃষ্ণাংগ আৰু ইহুদীৰ ওপৰত গুণ্ডাৰ আক্ৰমণ, শ্ৰমিক সংগঠনৰ বিলোপ সাধন, বিসম্বাদীৰ বিৰুদ্ধে বৰ্বৰতা ইত্যাদি — তেওঁলোকে এষাৰ মাতো মতা নাছিল, কুখ্যাত গ্ৰন্থমেধ যজ্ঞৰ (Book-burning) পুৰোহিত হৈছিল স্বয়ং হাইডে'গাৰ। জে'ন্তিলেই ইটালীৰ শৈক্ষিক জীৱনৰ অৱনতিত গুৰি ধৰিছিল সংস্কৃতি দপ্তৰৰ মন্ত্ৰী হিচাপে। সভ্য সমাজৰ উপযোগী আচৰণ কৰাৰ ক্ষমতাই নাছিল ৰাস্তাৰ গুণ্ডাসদৃশ অধিকাংশ ফেচিষ্টৰ। সিহঁতকেই জনগণৰ প্ৰতীক সজাই লৈ মুছ'লিনি আৰু হিটলাৰে বিভীষিকাৰ প্ৰশাসন প্ৰতিষ্ঠা কৰিছিল দুখন পুৰণি সুসভ্য দেশত। বিশ্বৰ ইতিহাস কলঙ্কিত কৰা এই ঘটনাৰ পৰা ড° গোহাঁয়ে এটি তাৎপৰ্যপূৰ্ণ অনুসিদ্ধান্তলৈ আহি কৈছে যে সমাজত "সাংস্কৃতিক পৰম্পৰাৰ অৱক্ষয়"ৰ আৰম্ভণিৰ "লগে লগে নতুন মূল্যবোধ প্ৰতিষ্ঠাৰ প্ৰবল সংগ্ৰাম চলি নাথাকে তেতিয়া তেনে অৱক্ষয়ৰ পৰা সমাজ তথা মানৱতাৰ নিদাৰুণ সংকট হয়। সমাজত মানুহৰ ঠাইত পশুৰ প্ৰাধান্য স্থাপিত হয়।" তেখেতে আৰু কৈছে, "কান্ট,গ্যেটে, হীগেল, বীটোফে'ন যি জাতিৰ মাজৰ পৰা ওলাইছিল সেই জাতিৰ মানুহে তেনে স্থূল, সম্ভীয়া, পশু প্ৰকৃতিৰ ধ্যান-ধাৰণা কেনেকৈ গ্ৰহণ কৰিলে, সি আজিও এক অমীমাংসিত ৰহস্য। পণ্ডিতসকলে কয় যে পুঁজিবাদৰ বিকাশ পিছত হোৱা জাৰ্মানীত সামন্তবাদী প্ৰভুত্ববাদী আৰু দাস সুলভ মনোভাব ভালেখিনি বৰ্তি আছিল।"

জাৰ্মানী ইটালীৰ কথা বাদেই আমাৰ সমাজতেই আমি ১৯৭৯-৮৫ ৰ কালছোৱাত "মানুহৰ ঠাইত পশুৰ প্ৰাধান্য স্থাপিত" হোৱা দেখিছোঁ, তথাপিও তাৰ পৰা আমি কিবা শিক্ষা লৈছোনে, নে তাৰ বিপৰীতে আৰু অধিক সামাজিক সাংস্কৃতিক বিপৰ্যয়ত অৱক্ষয়ত ইন্ধন যোগাইছো ভাবিবলগীয়া। সাম্প্ৰতিক কালত আমি আমাৰ দেশ আৰু সমাজত আমাৰ

গণতান্ত্রিক প্রমূল্য, অনুষ্ঠান, প্রক্রিয়াসমূহৰ দ্রুত স্খলন হোৱাটো দেখিছোঁ, শিক্ষা সাংস্কৃতিক কেন্দ্র, সংসদ, আইনসভা, আইন আদালত সকলো প্রহসনত পৰিণত হোৱা দেখিছোঁ। "যেতিয়া মানুহৰ মঙ্গল বা উপকাৰৰ লক্ষ্যটো ৰাষ্ট্রই আওকাণ বা অগ্রাহ্য কৰে তেতিয়া গণতান্ত্রিক লোকে সেই ৰাষ্ট্রক সন্দেহ আৰু বিৰাগৰ চকুৰে চাবলৈ আৰম্ভ কৰে।" ড° গোহাঁয়ে কোৱা এই অৱস্থা আজি ভাৰতত, অসমত বৰ্তমান। এই অৱস্থাৰ মাজতেই কিন্তু "ধন-মান-যশস্যাৰ লোভত বিহুল হৈ থকা এচাম শিল্পী সাহিত্যিকেও ৰাষ্ট্রৰ এই চতুৰ সেৱাদাসবিলাকৰ লগত জোট বান্ধি জনগণৰ মনত দাসত্বৰ মোহ সৃষ্টি কৰিবলৈ বিচাৰিছে। তেওঁলোক আজি জনসাধাৰণৰ পৰা ইমান বিচ্ছিন্ন যে জনগণৰ স্বতঃস্ফূর্ত শ্রদ্ধা ভাল পোৱাতকৈ ৰাষ্ট্রীৰ প্রচাৰ মাধ্যমৰ অলীক সন্মানৰ ৰহণ তেওঁলোকৰ অধিক কাম্য।" গতিকে আমাৰ দেশ আৰু সমাজৰ বিপদো অধিক ঘনীভূত হৈ আহিছে। 'ফেচিবাদৰ পূৰ্বাভাস' তাৰেই সতৰ্কবাণী।

'সাম্প্রতিক অসমত শিল্পীৰ স্বাধীনতা' শীৰ্ষক ৰচনাত তেওঁ পুনৰ দোহ্যৰিছে; "আজি চাৰিওপিনে হিংসাৰ বিস্ফোৰণত জহি-খহি গৈছে সুপ্রাচীন মূল্যবোধ, মানৱীয় দয়া মমতাৰ সৌধ। তাৰ মূলতে হয়তো আছে আৰ্থিক দুৰ্দশা, নিৰাশ্রয়াৱস্থা, বৈষম্য, দুৰ্নীতি, বঞ্চনাবোধ আৰু ক্ষোভ। সেইবোৰ কাৰণ অগ্রাহ্য কৰি শিল্পী আৰু বুদ্ধিজীৱীয়ে যদি কেৱল 'হায় হায়'কৈ খেদ কৰে, যদি তাক কেৱল এক আদর্শৰ পৰা জনগণৰ স্খলন বুলিয়েই তেওঁলোকে ৰূপায়িত কৰে, তেনেহ'লে তেওঁলোকে তাৰ প্রকৃত স্বৰূপ উদঘাটন কৰিব নোৱাৰিব আৰু তাৰ অৱসান ঘটোৱাতো বৰঙণি দিব নোৱাৰিব। শোষকৰ দানৱীয়তা উন্মোচন নকৰাকৈ নিষ্পেষিত জনতাৰ মানৱীয়তা তেওঁলোকে জাগ্রত কৰিব নোৱাৰিব।" সেয়ে শিল্পীৰ স্বাধীনতা আৰু তাৰ সঠিক ব্যৱহাৰৰ ওপৰতে নিৰ্ভৰ কৰিছে জনগণৰ স্বাধীনতাৰ প্রশ্ন আৰু তেওঁলোকৰ ভৱিষ্যত। তেখেতৰ দৃঢ় বিশ্বাস "শিল্পকলা আৰু মনীষা আজিৰ সমাজত গণ্য নহৈ নোৱাৰে, কিন্তু শিল্প চৰ্চা বা বৌদ্ধিক চৰ্চাক অন্ততঃ বেশ্যাবৃত্তিলৈ অধঃপতিত হ'বলৈ দিব নোৱাৰি। কাৰণ সেইবোৰ চৰ্চাৰ সততাৰ ওপৰতে, স্বাধীনতাৰ ওপৰতে নিৰ্ভৰ কৰিছে এক সুস্থ, সুন্দৰ ভৱিষ্যতৰ ভৰসা।"

সাম্প্রতিক কালত আমাৰ সমাজত যে ফেচিবাদৰ ঘনঘোৰ কলিয়া ডাৱৰৰ আবিৰ্ভাৱ হৈছে সেই কথা ড° গোহাঁয়ে অন্য এখন ৰচনাতো ভালেমান বছৰৰ আগতেই উনুকিয়াই দিছিল। আমাৰ সমাজত গণতান্ত্রিক প্রমূল্যসমূহ অত্যন্ত শক্তিশালী নহয়, দেশৰ সমূদায় প্রক্রিয়াটোৰ গণতান্ত্রিকীকৰণৰ যিঁ আৰম্ভণি স্বাধীনতা আন্দোলনৰ অঙ্গাঙ্গীভাৱে চলিছিল, স্বাধীনতা প্রাপ্তিৰ লগে লগে সি স্থবিৰ হৈ পৰিল। সমাজত আৰু দেশৰ প্রশাসনিক ব্যৱস্থাপনাত অৱক্ষীয়মান সামন্তীয় আৰু অৰ্দ্ধসামন্তীয় ধ্যান-ধাৰণা প্রমূল্য আৰু পুঁজিবাদৰ অসহিষ্ণু আৰু আগ্রাসী ভূমিকা আৰু নব্য-পুঁজিবাদৰ চোৰাং অনুপ্রবেশ আৰু সিহঁতৰ গোপন আৰু সুবিধাবাদী মিতিৰালিয়ে গণতান্ত্রিক প্রক্রিয়া আৰু ব্যৱস্থাপনাক শক্তিশালী কৰাত বাধাৰ প্রাচীৰ ৰূপে দেখা দিলে। ধৰ্মীয় গোড়ামি আৰু জাতিগত দম্ভালি সেয়ে পুৰামাত্রাই

সমাজ নিয়ন্ত্ৰণৰ ভূমিকাত প্ৰায় অপৰিৱৰ্তিত হৈ থাকিল। এই সকলোবোৰৰ সাৰপানী পায়েই আজি ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘৰ নেতৃত্বত বহুজাতিক- বহুভাষিক সুসভ্য ভাৰতবৰ্ষত আৰম্ভ হোৱা সামৰিক শিবিৰৰ জীৱন সদৃশ সামাজিক শৃংখলা আৰু (ভাৰতীয়) সংস্কৃতিৰ হিন্দুত্ববাদী ৰাজনৈতিকায়ন প্ৰক্ৰিয়াই এই বিপদৰ সৃষ্টি কৰিছে। 'The Telegraph' কাকতত (১২ আগষ্ট, ১৯৮৩) প্ৰকাশিত 'No Bigger than a Hand' (RSS Prospects) শীৰ্ষক ৰচনাখনৰ (Assam : A Burning question, PP. 14-22) মাধ্যমত ড° গোহাঁয়ে এই বিপদ সম্পৰ্কে তেখেতৰ সতৰ্ক আৰু সচেতন দৃষ্টিভঙ্গী প্ৰকাশ কৰিছিল। ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘৰ সামাজিক শক্তিৰ মূলাধাৰ সম্পৰ্কে তেখেতে কৈছিল, "The social bases of the RSS include decaying feudal and semi-feudal elements, big traders and oppressed lower middle-clases. Since the earlier prosperity and power of the caste Hindu elite depended on customary privilege, the enosion of this privilege has led to accumulation of frustration and discontent among the displaced or threatened gentry."

"Big traders in India ....... turn out to be major patrons of the RSS. But the mass base is supplied by the disinherited lower middle-class including its legious of unemployed youths. The slogans of bourgeois democracy mean little to them, for much freedoms donot promise economic security to them at a time of profound crisis."

"The military notion of social discipline and the politicisation of culture that the RSS upholds are modern developments that have their parallel in other countries. As for their realism and dedication we have seen what comes of such virtues in the charred bodies and remouldering ashes in different corners of India. But this is only the tip of the iceberg. Nazi Geramny is there in all its regimented in humanity to remind us of the other horrors that await us under that dispensation."

বাতৰি কাকত আদি প্ৰচাৰ মাধ্যমৰ মালিক গোষ্ঠী আৰু এতিয়া দূৰদৰ্শনৰ বাবে হ'ল ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘ বিশ্বস্ত সুহৃদ "The RSS is their new found weapon of national integration, the weapon that ensures discipline through terror, unity through force. The clashes with Christians in the south and with Muslims in the north, and with leflists every-where, are a rehearsal for a more widespread. Use of such discipline."

সেয়ে ড° গোহাঁয়ে ভৱিষ্যতৰ আশাঙ্কাত দগ্ধ হৃদয়েৰে আৰু সমাজৰ পৰিত্ৰাণৰ আশাত অত্যন্ত আত্ম প্ৰত্যয়ৰে সৈতে লিখিছে, "The left must orgenised, not for the revolution but for the defence of democracy, the workers, the peasants, the middle class and the intellectuals." (গুৰুত্ব চিহ্ন আমাৰ)

গতিকে একধৰ্ম, এক ভাষা, এক জাতি, এক নেতাৰ আৰ্হি আদৰ্শৰ বিপৰীতে বহুভাষিক বহুজাতিক প্ৰাচীন সুসভ্য দেশখনৰ সমাজ সংস্কৃতি সভ্যতা আৰু মানৱতাৰ উত্তৰোত্তৰ উন্নতিৰ বাবে আজি সবাতোকৈ প্ৰয়োজন দেশখনৰ গণতান্ত্ৰিক কাৰ্যবোৰৰ ৰক্ষণাবেক্ষণ। চাপৰিলে মেঘা নাতৰে, সামূহিক স্বাৰ্থত বিপদৰ গতিৰোধ কৰিব লাগে। ইতিহাসৰ আমোঘ শিক্ষা এইটোৱেই।

[৫]

ড" হীৰেন গোহাঁই হ'ল প্ৰধানতঃ এজন আগশাৰীৰ সাহিত্য সমালোচক। এফালে সাহিত্য সমালোচনা আৰু আনফালে মাৰ্ক্সীয় দৰ্শনৰ অধ্যয়নে অৱধাৰিতভাৱেই তেওঁক লৈ গৈছে সমাজ সমালোচনাৰ ব্যাপক আৰু বিশাল ক্ষেত্ৰলৈ। এই ক্ষুদ্ৰ প্ৰবন্ধত সমাজ সমালোচনা সম্পৰ্কীয় তেখেতৰ সমুদায় ৰচনাৰ ওপৰত খৰচি মাৰি আলোচনা আগবঢ়োৱাটো সম্ভৱপৰ নহয়। যিখিনি"কোৱা হৈছে তাতকৈ হয়তো আৰু অধিক ক'বলৈ থাকি গৈছে। তাৰ দ্বাৰা তেখেতৰ মহত্ত্বৰ পৰিমাণ নকমে, আমাৰ সীমাবদ্ধতাৰ কথাহে সদৰি হৈ পৰিব।

ড" গোহাঁই কোনো বামপন্থী ৰাজনৈতিক দল সংগঠনৰ সদস্য বা কৰ্মী নহয়, কাৰ্ড-হ'ল্ডাৰ কেডাৰ নহয়। নহ'লেইবা কি হ'ল তাতে। বহু নিষ্ঠাবান বামপন্থী কৰ্মী সদস্যৰ মনত তেওঁ দল সংগঠনৰ কৰ্মী বা সংগঠকতকৈও গুৰুত্বপূৰ্ণ, মাৰ্ক্সবাদৰ প্ৰতি তেখেতৰ ভণ্ডামিহীন আনুগত্যৰ বাবে, সিও Dogmatic ভাৱে নহয় বাবে। অসম আন্দোলনৰ সময়তে আমি দেখি আহিছো, তেখেতে অসমীয়া ছ'ভিনিজ্‌মক আক্ৰমণ কৰিলে, নিজেও আক্ৰান্ত হৈছে, কিন্তু লগতে সময়ত টিঘিলঘিলাই থকা বঙালী চ'ভিনিজ্‌মকো তেওঁ 'ওৱাক্ অভাৰ' দিয়া নাই। যদিও তেখেতকো সেই সময়ত বাঙালী দালাল বুলি পতনুৱা আৰু উতনুৱাসকলে ৰটনা কৰিছিল। ১৯৮৩ চনতে বঙালী ছ'ভিনিজ্‌মৰ পৰা অহা বিপদ সম্পৰ্কে তেখেতে সতৰ্ক কৰি দিছিল এই বুলি; "For reasons .. .exposure of Bengali chauvinism has secure almost as dangerous as a denouniciation of Assamese chauvinism. The cup of misery for Bengalis in Assam is full. Such an exposures conceivably can add to the arsenal of militant Assamese chauvinism. But that does not appear to me sufficient reason for polite silence on an ugly aspect of our political and social life. While it is not given to mob violence Bengali chauvinism not only seeks to protect and advance the material interests of the Bengalis regardless of means but also generates perpetually an attitude of insularity and cultural superiority that of minds with the Assamese. Awareness of this problem is vital for any approach to a solution of the Assam problem. Demography acquires in this context for the Assamese fresh terrors." (Assam ; A Burning Question, P-XXVIII).

আৰু দুষাৰমান ব্যক্তিগত কথা কৈ সামৰিব খুজিছোঁ।

অসমীয়া আধাকেচেলুৱা বীৰপুঙ্গৱসকলৰদ্বাৰা আক্ৰান্ত হৈ ড° গোহাঁয়ে গুৱাহাটীৰ ৰাজপথ বাঙলী কৰিবলগীয়া হোৱা কথাৰ উল্লেখ কৰি আহিছো আগত। ঘটনাটো সংঘটিত হোৱাৰ ভালেমান মাহৰ পিছত তেখেতক দেখা কৰিছিলো, তেখেতৰ বিশ্ববিদ্যালয়ৰ বাসগৃহত। কথা প্ৰসঙ্গত কৈছিলো, ইয়াত এনেকৈ লাঞ্ছিত অপমানিত হৈ আৰু মাৰ কিল খাই থকাতকৈ, আপোনাৰ মেধা আছে, যোগ্যতা আছে, ভাৰতবৰ্ষ কিয় পৃথিৱীৰ যিকোনো দেশতে, চাকৰি এটি লৈ সুখে সন্তোষে থাকিব পাৰে, এফালে ওলাই নাযায় কেলেই। হ'ব দিয়া, মৰিলে অসমীয়া ল'ৰা কিটাৰ হাতেতে মাৰ কিল খাই মৰিম, ক'লৈকো নাযাওঁ। অসমৰ সমাজখনৰ প্ৰতি, এই অসমীয়া ল'ৰা কেইটাৰ প্ৰতি কৰিবলগীয়া বহুত আছে। নিজৰ মেধা বিক্ৰি কৰি অসমীয়া বোলাই বিদেশত থকা 'অসমীয়া লোক' আছে। ড° গোহাঁই ছাৰো আছে, অসমীয়া হৈ অসমতে।

দ্বিতীয় কথাটো হ'ল, বাতৰি কাকতত অনবৰত প্ৰবন্ধ লিখি সময় নষ্ট কৰাটো ড° গোহাঁই ছাৰৰ বাবে আমি মেধাৰ অপচয় বুলি ভাবিছিলো। মৰসাহ কৰি চিঠি এখন দিলো, সেই বিলাক ফুচুৰি কথা লিখা বন্ধ কৰি serious কিবাকিবি লিখিবলৈ অনুৰোধ কৰি। ছাৰে মোৰ অতপালি দেখি খংটো দমাই ৰাখি লিখিলে;

মৰমৰ ৰমেশ,

তোমাৰ চিঠি পালোঁ। তোমাৰ পৰামৰ্শবোৰ মনত ৰাখিম। কিন্তু আমাৰ বক্তব্য প্ৰকাশৰো পথ এটাতো লাগিব। সেয়ে বুৰ্জোৱা কাকতৰ শৰণ লৈছোঁ।

শুভেচ্ছাৰে

তোমাৰ হীৰেন গোহাঁই

১৭/৫/৮৪

হয়তো, ড° গোহাঁয়ে বুৰ্জোৱা কাকতৰ শৰণ লৈ হাতত কাপ-মৈলাম নোলোৱা হ'লে বিগত কালছোৱাৰ অসমৰ সামাজিক ইতিহাসৰ এক বৃহৎ অংশ বিস্মৃতিৰ গৰ্ভত বিলীন হৈ গ'লহেঁতেন।

ড° গোহাঁই ছাৰৰ বিশাল কৰ্মময় জীৱনৰ প্ৰতি আজিৰ এই শুভক্ষণত মোৰ শ্ৰদ্ধাভৰা অভিনন্দন জনাই দীৰ্ঘায়ু কামনা কৰিলোঁ। ❑

# 'পদাতিক'ৰ পৰা 'নতুন পদাতিক'লৈ ড° হীৰেন গোহাঁইৰ অবিৰত পদযাত্ৰা

• দেৱব্ৰত শৰ্মা

১৯৭৫ চনৰ পৰা ১৯৯৯ চনলৈ সময়ৰ লেখেৰে এটা শতিকাৰ এক চতুৰ্থাংশ। এই আঢ়ৈটা দশকৰ ভিতৰত দেশখনৰ ৰাজনীতি-অৰ্থনীতি আৰু সমাজৰ ওপৰত প্ৰতিক্ৰিয়াশীল শক্তিসমূহৰ দুটা প্ৰবল প্ৰচণ্ড আক্ৰমণ আহিছে। এই আক্ৰমণ আহিছে সাম্ৰাজ্যবাদৰ পৃষ্ঠপোষকতাপ্ৰাপ্ত ফেচিবাদৰ ৰূপত। '৭৫ ৰ জুন মাহৰ কলংকিত ২৬ তাৰিখটোত শ্ৰীমতী ইন্দিৰা গান্ধীয়ে জৰুৰীকালীন অৱস্থা জাৰি কৰি দেশবাসীৰ কষ্টাৰ্জিত গণতান্ত্ৰিক অধিকাৰৰ ওপৰত চৰম কুঠাৰাঘাত হানিছিল। ৬০,০০০ ৰাজনৈতিক কৰ্মীক তেওঁ কাৰাগাৰৰ নিশ্চিদ্ৰ অন্ধকাৰত নিক্ষেপ কৰিছিল ; নক্সালপন্থীকে মুখ্য কৰি ১০,০০০ জনক বাচি বাচি হত্যা কৰাইছিল। জাৰি কৰা হৈছিল প্ৰেছ চেন্সৰশ্বিপ, খৰ্ব কৰা হৈছিল বাক্-স্বাধীনতা, মতামত প্ৰকাশৰ স্বাধীনতা। শাসক শ্ৰেণীৰ, আনকি শাসক দলৰো একাংশ সদস্য কাৰাবদ্ধ কৰাৰ পাছত শোষিত-নিপীড়িত ৰাইজৰ দশা কেনে হ'ব পাৰে, সি সহজেই অনুমেয়।

এনে এক নিৰ্মম দমন-পীড়নৰ অসহনীয় ক্ষণতো অসমত সূচীভেদ্য ফেচিবাদী অমানিশা ভেদি খোজ দিছিল ড° হীৰেন গোহাঁই সম্পাদিত **পদাতিক**। জৰুৰী অৱস্থা জাপি দিয়াৰ কিছুদিন পূৰ্বে, ১৯৭৪ চনৰ ৭ চেপ্তেম্বৰত পষেকীয়া বাৰ্তালোচনীখনৰ (১৮ পৃষ্ঠা, ৭৫ পইচা, ডিমাই $^1/_4$ আকাৰ) জন্মলগ্নত সম্পাদকে **পদাতিক**ৰ উদ্দেশ্য ব্যাখ্যা কৰি লিখিছিল ঃ

*পেটৰ ভোকত থৰকবৰককৈ খোজ দিয়া, ল'ৰাৰ আৰাৰ-তিৰোতাৰ উচুপনিত বলীয়া হোৱা হালোৱা-হজুৱা-বনুৱাক আমি ক'ম, 'তোমালোকৰ দুখৰ কাৰণে দায়ী কোন ভাবিছানে?' এফালে মান ৰাখিবলৈ যাওঁতে আনফালে ধাৰে-ঋণে তমোময় দেখা চাকৰিয়ালক আমি ক'ম, 'এই কষ্টৰো শেষ আছে।' মন্ত্ৰী-আমোলৰ বাৰাণ্ডাত থিয় দি ভৰি বিষোৱা আৰু দিল্লী-বোম্বাইৰ ডাঙৰ ব্যৱসায়ীৰ জালত কফ্‌বকাই ফুৰা সৰুসুৰা মালিকক ক'ম, 'এনেদৰে কিমান দিন চেঙালুটি পাৰিবা? জনতাৰ ওচৰলৈ আহাঁ।' নিবনুৱাক ক'ম, 'নিজক আৰু দেশকো মুক্ত কৰাই তোমালোকৰ বন।' শিক্ষক-ছাত্ৰ-শিল্পী-লেখকক ক'ম, 'প্ৰকৃত জ্ঞানৰ দুৱাৰ মেলি ধৰা।*

*মানুহবোৰ সাৰ পাই উঠক, ভাঙি পেলাওক দেহাৰ-মনৰ জিঞ্জিৰি। পৃথিৱীৰ দেশে দেশে মুক্তিৰ যি সুৰ বাজিছে, আমাৰ নিচলা কাকততো সেই সুৰ বাজি উঠক!'*

দেশজুৰি চলি থকা ফেচিষ্ট জৰুৰী অৱস্থা সত্বেও পদাতিকে তাৰ ফেচিবাদ বিৰোধী অৱস্থান বাহাল ৰখাটোৱেই বাৰ্তালোচনীখনৰ বৃহত্তম বিজয়স্তম্ভ। ইয়াৰ এটা সংখ্যাত 'জৰুৰী অৱস্থাৰ প্ৰতি প্ৰতিক্ৰিয়া' শিতানত সম্পাদকজনে বিনা মন্তব্য আৰু সুকৌশলে উদঙাই দিলে যে FICCI, বিনোৱা ভাৱে আদিৰ উপৰিও ছোভিয়েট ইউনিয়ন, ভাৰতৰ কমিউনিষ্ট পাৰ্টি আদিয়ে নগ্নভাৱে ফেচিবাদৰ সমৰ্থন কৰিছিল। ৫ আগষ্ট ১৯৭৫ সংখ্যাত প্ৰকাশিত হ'ল এক অত্যন্ত সাহসী ৰাজনৈতিক প্ৰবন্ধ 'ফেচিবাদ মানে কি?' ৰজনীপাম দত্ত আৰু জৰ্জি ডিমিট্ৰিভৰ বক্তব্যৰ আধাৰত প্ৰস্তুত প্ৰবন্ধটোত ক্ষুৰধাৰ যুক্তিৰে সাব্যস্ত কৰা হয় যে ঃ ফেচিবাদ পুঁজিবাদৰ মৰণ সংকটৰ লক্ষণ আৰু শ্ৰমিক শ্ৰেণীৰ ওপৰত নৃশংস আক্ৰমণ। সংসদী গণতন্ত্ৰৰ আচাৰ-অনুষ্ঠানবোৰ ধ্বংস কৰি ফেচিবাদে যে সমাজক প্ৰাগৈতিহাসিক বৰ্বৰতাৰ ফালে লৈ যায়, ই যে সমাজবাদৰ মুখা পিন্ধি মানুহক মোহগ্ৰস্ত কৰে আৰু জাতীয়তাবাদী, সাম্প্ৰদায়িকতাবাদী উত্তেজনা বিয়পায়, সেই কথাও প্ৰবন্ধটোত প্ৰতিপন্ন কৰা হয়। ১৫ চেপ্তেম্বৰ ১৯৭৫ সংখ্যাত 'গাঁও অঞ্চলত জৰুৰী অৱস্থাৰ প্ৰভাৱ' শীৰ্ষক হৰেশ্বৰ বৰ্মনৰ প্ৰবন্ধ এটাৰ বাহিৰেও ড° গোহাঁইৰ 'শৃংখলা বনাম গোলামী' নামৰ এটা তাৎপৰ্যপূৰ্ণ লেখনি প্ৰকাশ পায়। তীখাতীক্ষ্ণ মাতেৰে তাত ড° গোহাঁয়ে কয় ঃ

*আজিও গোলামীকে নিজৰ ভাগ্য বুলি মানি লোৱা মানুহৰ বাহিৰে আন সকলোৰে অন্তৰত স্বাধীনতাৰ প্ৰতি তীব্ৰ হাবিয়াস বাচি আছে। ৰাষ্ট্ৰৰ চালক আৰু সমাজৰ কৰ্মকৰ্তাসকলক এওঁলোকে প্ৰভু বুলি মানিব নোৱাৰে। তেওঁলোক আচলতে ৰাইজৰ স্বনিৰ্বাচিত অভিভাৱক--সেই অভিভাৱকৰ দায়িত্ব আৰু কৰ্তব্য আওহেলা কৰি কেৱল বেতৰ নাচোনেৰে মানুহক উঠ-বহ কৰাই যি তৃপ্তি পায় সিও গোলামৰ চৰ্দাৰ গোলামহে। গোলামী যাৰ সহজাত প্ৰবৃত্তি সি এই বেতৰ নাচোনতে হৰিধ্বনি দি নিজেও নাচে আৰু আনকো নচুৱাবলৈ চেষ্টা কৰে। বেতৰ নাচোনকে শৃংখলা বুলি সিহঁতে আমাক সৌৰৱাই দিয়ে যে দণ্ডিত বান্দৰহে নাচে।*

পদাতিক আৰু ইয়াৰ সম্পাদকে এই কথাত সুস্পষ্ট আছিল যে সেই ফেচিবাদী জৰুৰী অৱস্থাৰ মুখ্য পৃষ্ঠপোষক আছিল সামাজিক সাম্ৰাজ্যবাদী ছোভিয়েট ইউনিয়ন। পদাতিকৰ ভালেকিটা সংখ্যাত ছোভিয়েট সামাজিক সাম্ৰাজ্যবাদৰ প্ৰকৃত স্বৰূপ উদঙাই দিয়া হৈছিল। চীন-ৰাছিয়াৰ মাজত মতাদৰ্শগত মহাবিতৰ্ক সম্পৰ্কে এলানি তাৰ্কিক দলিল ধাৰাবাহিক ৰূপে প্ৰকাশ কৰি পদাতিকে শুদ্ধ স্থিতি ল'বলৈ পাঠকক সহায় কৰিছিল। আলোচনীখনৰ বুজন সংখ্যক পৃষ্ঠা দখল কৰিছিল আন্তৰ্জাতিক ঘটনাপ্ৰবাহ আৰু বিষয়বস্তুৱে। কাম্বোডিয়াৰ ঐতিহাসিক বিজয়, ৰুছদেশৰ কৃষিসংকট, কে.জি.বি. আৰু চি.আই.এ দুয়োটা গুপ্তচৰ সংস্থাৰে গুপ্তচক্ৰান্ত, বাংলাদেশত মুজিব চৰকাৰৰ পতন, পৰ্তুগালৰ ৰাজনৈতিক সংকট আদি বিভিন্ন বিষয়ত নিয়মিত ৰাজনৈতিক পৰ্যালোচনা আগবঢ়োৱাৰ উপৰিও পদাতিকে বিশেষ গুৰুত্ব আৰোপ কৰিছিল তেতিয়াৰ পৃথিৱীৰ একমাত্ৰ সমাজতান্ত্ৰিক দেশ চীনৰ

বিষয়ে গভীৰ আগ্ৰহ গঢ়ি তোলাত। 'চীনৰ নাৰী সমাজ আৰু সাংস্কৃতিক বিপ্লৱ', 'ভাৰত-চীন মৈত্ৰীৰ সপক্ষে', 'চীনৰ জনগণৰ তৰফৰ পৰা অসমৰ ৰাইজলৈ অভিনন্দন'ৰ বাহিৰেও হেমাংগ বিশ্বাসৰ 'চীনৰ সাম্প্ৰতিক সাংস্কৃতিক জীৱন' শীৰ্ষক লেখনি ইয়াত প্ৰকাশ পাইছিল, যেনেকৈ ওলাইছিল হেমাংগ বিশ্বাসৰ 'আকৌ চীন চাই আহিলো' গ্ৰন্থৰ সমালোচনা।

সমাজতান্ত্ৰিক চীনৰ বাহিৰে আন যিখন দেশে সত্তৰ দশকৰ বিশ্ব মানসিকতাক বিপ্লৱী ভাবাবেগেৰে উদ্বেল কৰি তুলিছিল সেইখন নিঃসন্দেহে আছিল অজেয় ভিয়েটনাম। এই সম্পৰ্কে নিয়মিত তথ্যপূৰ্ণ লেখনি প্ৰকাশ কৰাৰ বাহিৰেও ৮ মে' ১৯৭৫ সংখ্যা পদাতিকৰ সম্পাদকীয়ত ড° হীৰেন গোহাঁয়ে লিখিছিল ঃ

*সুদীৰ্ঘ সংগ্ৰামৰ পিছত এখন অবিস্মৰণীয় ঐতিহাসিক নাটকৰ যৱনিকা পৰিল। ভিয়েটনামী জনতাৰ দুই দশকজোৰা যন্ত্ৰণা আৰু বীৰত্বৰ, ত্যাগ আৰু আৰু নিষ্ঠাৰ, বৰ্বৰ নিপীড়ণৰ সমুখত অটল ধৈৰ্য আৰু অক্ষয় সাহসৰ পৰিণতি ঘটিল দেশপ্ৰেমিসকলৰ তৰ্কাতীত সাফল্যাত। সাম্ৰাজ্যবাদীইঁতৰ প্ৰাণত, সাম্ৰাজ্যবাদীইঁতৰ বহতীয়াইঁতৰ প্ৰাণত এতিয়া শংকাৰ তুফান। নিম্নমধ্যবিত্ত হতাশাবাদী আৰু অদৃষ্টবাদী বিলাকৰ সমুখত সংগ্ৰামৰ এই দৃষ্টান্তই জিলিকাই তুলিলে জীয়াই থকাৰ একমাত্ৰ নিৰ্ভুল পথ। সাম্ৰাজ্যবাদৰ এই শোচনীয় পৰাজয়ৰ মাজত তৃতীয় বিশ্বৰ অগণন নিপীড়িত জনতাই বিচাৰি পালে নিজৰ প্ৰকৃত পৰিচয়। পুনৰ প্ৰমাণ হ'ল জনসাধাৰণেই ইতিহাসৰ চালিকাশক্তি।*

নিঃসন্দেহে সামাজিক সাম্ৰাজ্যবাদী চোভিয়েট ইউনিয়নে সূচনা কৰা সংশোধনবাদ আৰু ন-সংশোধনবাদৰ ঘৃণ্য ৰাজনীতিৰ বিৰুদ্ধে চীন আৰু ভিয়েটনামৰ সপক্ষে এনে কঠিন, দৃঢ় অৱস্থান অসমৰ প্ৰগতিশীল সাংবাদিকতাৰ ইতিহাসত স্বৰ্ণাভ আখৰেৰে খোদিত হৈ থাকিব। পাছৰ দুয়োখন দেশ যে পৰৱৰ্তী কালত সংশোধনবাদলৈ অধঃপতিত হ'ল সেয়া অন্য এক কাহিনী।

আন্তৰ্জাতিক পৰিস্থিতিৰ বিশ্লেষণতে কেৱল ব্যস্ত নাছিল পদাতিক। এহাতে যেনেকৈ চি.পি.এম. আৰু চি.পি.আই (এম্-এল)ৰ মাজত তিক্ত বিতৰ্কই ইয়াত ঠাই পাইছিল, ঠিক তেনেকৈ ভাৰতৰ আণৱিক বিস্ফোৰণ, আৰ্যভট্টৰ প্ৰক্ষেপণ, ভাৰতত তেলৰ সংকট, চাহৰ বজাৰ, ধুবুৰীৰ বানপানী, নলবাৰীৰ দুৰ্ভিক্ষ, দৈয়াঙৰ উচ্ছেদ, ৰেল ধৰ্মঘট আদি বিভিন্ন বিষয়ত ই প্ৰতিবাদত সৰৱ হৈ উঠিছিল। ১ অক্টোবৰ '৭৪ সংখ্যাত প্ৰকাশিত 'দেশজোৰা দুৰ্ভিক্ষ আৰু ৰাইজৰ কৰ্তব্য' শীৰ্ষক জংগী সম্পাদকীয়ত ড° গোহাঁয়ে ভাৰতৰ দুৰ্ভিক্ষৰ বাবে আমেৰিকা, ফ্ৰান্স, ইংলণ্ড, জাপান আদি সাম্ৰাজ্যবাদী দেশৰ বাহিৰেও 'ভাৰতৰ বন্ধু (??) নামে জনাজাত সংশোধনবাদী চোভিয়েট ৰাশ্যা'ক দায়ী কৰিছে আৰু সংগঠিতভাৱে চোৰাংচালনাৰ ট্ৰাকৰ পৰা, নাৱৰ পৰা ধান সংগ্ৰহ কৰা, মজুতকাৰীৰ ভঁৰালৰ পৰা খাদ্য কাঢ়ি লোৱাটোক সেই পৰিস্থিতিত প্ৰকৃত নৈতিকতা বুলি আখ্যা দিছে। প্ৰস্তাৱনা সংখ্যাতেই 'ছাত্ৰ আন্দোলনৰ খতিয়ান'ত 'মৰিশালিৰ দৰে নিতাল মাৰি থকা অসমৰ সমাজ আৰু ৰাজনীতিত' ('৭৪ৰ) মে'-জুন মাহৰ ছাত্ৰ আন্দোলনে সৃষ্টি কৰা আলোড়নক ওলগ জনোৱা হৈছে।

'অভাৱ আৰু অনাহাৰৰ হেঁচাত পংগু সমাজ'ৰ বিপৰীতে জেলৰ লৌহ আলিংগনলৈ ভয় নকৰি নিৰ্ভীকভাৱে থিয় হোৱা এই ছাত্ৰসমাজৰ উদাহৰণ দি কোৱা হৈছে ঃ

*'আজিৰ দুৰ্দিনত অসমীয়া জাতিৰ পিত মৰি গ'ল বুলি যিসকলে আক্ষেপ কৰে তেওঁলোকে এইবাৰ আন্দোলনলৈ চকু মেলি চাওক।'*

বাৰ্তালোচনীখনৰ ১৮/২০ টা পৃষ্ঠাৰ ভিতৰতে চাহমজদুৰৰ মুক্তি, বড়ো ভাষাৰ লিপি ইত্যাদি বিষয়তো বিতং আলোচনা আগবঢ়োৱা হৈছিল। বিশেষকৈ বড়ো ভাষাৰ লিপি সংক্ৰান্তীয় আলচবোৰত বড়ো জনতাৰ ন্যায্য আশা-আকাঙ্ক্ষাৰ ওপৰত উগ্ৰজাতীয়তাবাদী ৰাষ্ট্ৰীয় দমন-নিপীড়নক কঠোৰ ভাষাৰে বিৰোধিতা কৰা হৈছিল। ১৬ নবেম্বৰ '৭৪ সংখ্যাৰ **পদাতিকত** 'নিপীড়িত জনতাৰ অভিশাপ যাৰ মূৰত' শিৰোনামাৰ বাতৰিত বড়ো আন্দোলন দমনৰ নামত শতাধিক বড়ো গাভৰুক উগ্ৰ জাতীয়তাবাদী গুণ্ডা আৰু পুলিচে মিলি গণধৰ্ষণ কৰাৰ, উলংগ কৰি স্তন আৰু নিতম্বত বেত মাৰি তেজেৰে ৰাঙলী কৰাৰ লোমহৰ্ষক ঘটনাৰ প্ৰবল প্ৰতিবাদ কৰা হৈছে। কিন্তু ২ জুন ১৯৭৫ সংখ্যাৰ সম্পাদকীয়ত বড়ো আন্দোলনৰ অন্তৰ্নিহিত দুৰ্বলতা বা অন্তৰ্ঘাতী প্ৰৱণতাবোৰৰ সম্পৰ্কেও সাৱধানবাণী শুনোৱা হৈছে।

উল্লেখযোগ্য যে **পদাতিক** মূলতঃ ৰাজনৈতিক পত্ৰিকা হ'লেও ইয়াত সাহিত্য-সংস্কৃতিৰ বিষয়েও নিয়মিতভাৱে স্থান পাইছিল। ইয়াৰ ক'ৰবাত যদি আছে শ্যাম বেনেগলৰ **অংকুৰ** অথবা হোমেন বৰগোহাঞিৰ **পিতাপুত্ৰৰ** সমালোচনা, তেনেহ'লে আন কোনোবা পৃষ্ঠাত সিঁচৰতি হৈ আছে মৃণাল সেনৰ **কোৰাছ** আৰু ভবেন বৰুৱাৰ **সংজ্ঞাৰ** লেখনিৰ সমালোচনা। নলিনীধৰ ভট্টাচাৰ্য্য, শশী শৰ্মা, প্ৰসেনজিৎ চৌধুৰী, তোষেশ্বৰ চেতিয়া, অপূৰ্ব শৰ্মা, পুতুল হাজৰিকা, ৰফিকুল হুছেইন আদিৰ প্ৰবন্ধ, গল্প, কবিতায়ো **পদাতিকৰ** ৰহণ চৰাইছিল। অনূদিত লেখনিৰ সংখ্যাও খুব কম নাছিল। নাজিম হিকমত, লু চুন, হো চি মিন, গৰ্থিয়া লৰ্কা, ট' হু, বাৰ্টল্ট ব্ৰেষ্ট আদিৰ কবিতাৰ অনুবাদেই তাৰ উদাহৰণ। কিন্তু ইয়াৰ বাহিৰেও **পদাতিকৰ** অন্যতম প্ৰবল আকৰ্ষণ আছিল ড° গোহাঁইৰ স্বভাৱসিদ্ধ ব্যংগৰ চাবুকপাত। উদাহৰণস্বৰূপে তেলিয়াপট্টি তিনতলীয়া গাঁৱৰ টেটোন বৰঠাকুৰ, মেটোন বৰঠাকুৰ আৰু ভেপু চক্ৰৱৰ্তীৰ 'আপুনি হেমলিন চহৰৰ অনাতাঁৰ কেন্দ্ৰৰ বিষয়ে কি ভাবে?' — প্ৰশ্নটোৰ উত্তৰ ড° গোহাঁয়ে এনেকৈ দিছে ঃ

*পাতিকাউৰীৰ বাঁহ বুলি। পাতিকাউৰীৰ প্ৰধান খাদ্য হ'ল এৰেহ্য আৰু আৱৰ্জনা। সিহঁতে অমূল্য মণিমুক্তাৰ দৰে বাঁহত গোটায় ভগা আইনা, ৰঙা-নীলা কাপোৰৰ টুকুৰা আৰু জিলমিলাই থকা সস্তীয়া পেলনি যোৱা বস্তু। সিহঁতৰ সংস্কৃতি হ'ল কেইবাটাও একেঠাইতে বহি ৰমলিয়াই মানুহৰ কাণ কলা কৰা আৰু বাটৰুৱাৰ গাত নিপুনভাৱে বিষ্ঠা ত্যাগ কৰা। তাৰ পিছতো মনৰ তৃপ্তি নাহিলে গহীন বিধৰ ঢোৰা কাউৰীক নিমন্ত্ৰণ কৰি বক্তৃতা দিয়ায় যে পাতিকাউৰী পৃথিৱীৰ শ্ৰেষ্ঠ জীৱ।*

কোৱা বাহুল্য যে আমাৰ হাতত পৰা বাৰ্তালোচনীখনৰ সৰ্বমুঠ বাৰটা সংখ্যাৰ (তাৰে দহোটা যোৰহাটৰ অজিত গোস্বামীৰ পৰা প্ৰাপ্ত) ভিত্তিত আমি ইয়াত তাৰ এক

ৰূপৰেখাহে দাঙি ধৰিব বিচাৰিছোঁ। এই চমু আলোচনাৰ পৰা আমি এই সিদ্ধান্তলৈ যাব পাৰো যে অৰ্দ্ধসামন্ততান্ত্ৰিক ভাৰতবৰ্ষক অৰ্ধ উপনিবেশৰ পৰা নয়া উপনিবেশলৈ পৰিবৰ্তন কৰাৰ চক্ৰান্তেৰে চোভিয়েট সামাজিক সাম্ৰাজ্যবাদে ভাৰতৰ মাটিত এক অভূতপূৰ্ব ফেচিবাদৰ পৃষ্ঠপোষকতা কৰিছিল। সেই তাৰিখত এজন প্ৰগতিশীল ব্যক্তিৰ, আনকি এজন গণতন্ত্ৰীৰ প্ৰকৃত পৰিচয় ফুটি উঠিছিল এই ফেচিবাদৰ বিৰোধিতা কৰাত। যেতিয়া অসমমুলুকৰ প্ৰায় সকলো বাঘা-বাঘা বুদ্ধিজীৱীয়ে এই ফেচিবাদৰ ওচৰত নিঃচৰ্ত আত্মসমৰ্পণ কৰিছিল (শশী শৰ্মাৰ 'জৰুৰীকালীন অৱস্থাত অসমীয়া বুদ্ধিজীৱীৰ ভূমিকা' দ্ৰষ্টব্য)। সেই সময়ত মেৰুদণ্ড পোন কৰি তাৰ বিপক্ষে সাহসী প্ৰত্যাহ্বান জনাইছিল এমুঠিমান বাওঁপন্থীৰ লগতে ড° গোহাঁইৰ পদাতিকে । এদিন যেতিয়া অসমৰ সমাজ জীৱনলৈ তেখেতৰ বৰঙণিৰ পুৰ্নমূল্যায়ন হ'ব, তেতিয়া তাত অনুজ্জল আখৰৰ নিষ্প্ৰভ ছপাবন্ধাৰ পদাতিকৰ অধ্যায়টো আপোন গৰিমাৰে জিলিকি থাকিব।

বৌদ্ধিক পৰ্যায়ত পদাতিকৰ দৰে ক্ষুদ্ৰ কাকত-আলোচনীয়ে যেনেকৈ জৰুৰীকালীন অৱস্থাৰ নামত জাপি দিয়া ফেচিবাদৰ বিৰুদ্ধে সৰব হৈছিল, তেনেকৈ সাংগঠনিক ক্ষেত্ৰতো বাঁওপন্থী গণতন্ত্ৰী শ্ৰমিক-কৃষক-ছাত্ৰ—যুৱককে ধৰি ভাৰতীয় সমাজৰ এক বুজন অংশই প্ৰকাশ্য অথবা গোপনে সংগ্ৰামত অৱতীৰ্ণ হৈছিল। আন্তৰ্জাতিক পৰ্যায়তো ইন্দিৰা গান্ধী অকলশৰীয়া হৈ পৰিছিল। ক্ৰমবৰ্ধমান আভ্যন্তৰীণ প্ৰতিৰোধৰ লগতে আন্তৰ্জাতিক জনমতৰ হেঁচাত পৰি অৱশেষত ১৯৭৭ চনৰ জানুৱাৰী মাহত জৰুৰী অৱস্থাৰ উনৈশ মহীয়া অন্ধকাৰ ৰাজত্বৰ অৱসান ঘটে। সমগ্ৰ ফেচিবাদ বিৰোধী শক্তিৰ এক ব্যাপকতম মৰ্চা গঢ়ি উঠে সদ্য জেলফেৰৎ নেতৃবৃন্দক সমুখত লৈ। '৭৭ চনৰ মাৰ্চত সাধাৰণ নিৰ্বাচনক কেন্দ্ৰ কৰি এক প্ৰবল জনজোৱাৰ গঢ়ি উঠে। এই জনজোৱাৰে টৌৱাই লৈ যায় ইন্দিৰা ফেচিবাদক অন্ততঃ ক্ষমতাৰ পৰা। প্ৰতিবাদী শক্তিৰ এই সবল আত্মপ্ৰকাশেই সুনিশ্চিত কৰিছিল সীমাবদ্ধভাৱে হ'লেও গণতন্ত্ৰৰ পুনৰ প্ৰতিষ্ঠা। প্ৰেছ চেন্সৰশ্বিপ প্ৰত্যাহৃত হৈছিল ৰাইজে ঘুৰাই পাইছিল তুলনামূলক গণতান্ত্ৰিক অধিকাৰ।

অসমো এই পৰিবৰ্তনৰ প্ৰক্ৰিয়াৰ পৰা সম্পূৰ্ণ মুক্ত নাছিল। ১৯৭৮ চনৰ মাৰ্চত ৰাজ্যত প্ৰথমবাৰৰ বাবে এখন অকংগ্ৰেছী চৰকাৰ ক্ষমতাধিষ্ঠিত হৈছিল। কিন্তু ৰাজ্যখনত কংগ্ৰেছৰ সুদৃঢ় আৰু সুগভীৰ গণভিত্তি ধ্বংস হ'বৰ নৌ এথোন। ফলস্বৰূপে ১২৬ জনীয়া বিধানসভাত জনতাপাৰ্টিয়ে মাত্ৰ ৫৩ খন আসন হে দখল কৰিবলৈ সমৰ্থ হয়। এই নিৰ্বাচনৰ এটা তাৎপৰ্যপূৰ্ণ ঘটনা আছিল বাঁওশক্তিৰ অভ্যুদয়। চি.পি.এমে ১১ খন, চি.পি.আই-এ ৬ খন আৰ চি.পি.পি.আই-এ ৪খন, আৰু চি.পি.আই.এম.এল (পি.চি.চি)য়ে এখন— সৰ্বমুখ ২২ খন আসন বাঁওপন্থী দলবোৰে দখল কৰে। বাঁওপন্থীসকলৰ উপৰিও চাৰিজনীয়া পিটিচি এ'ৰ গোটে সমৰ্থন দিয়াত জনতা পাৰ্টিৰ চৰকাৰ গঠন হয়। কিন্তু আৰম্ভণিৰ পৰাই ই আছিল এক থুনুকা, সংখ্যালঘু চৰকাৰ। এবছৰ নৌযাওঁতেই চৰকাৰখন ভিতৰে-বাহিৰে কেবাটাও গভীৰ প্ৰত্যাহ্বানৰ সমুখীন হয়। '৭৮ চনৰ মাজভাগৰ পৰাই 'বহিৰাগত বিতাড়ন'ৰ

ধ্বনিৰে আৰম্ভ হোৱা উগ্ৰজাতীয়তাবাদী আন্দোলনে '৭৯ৰ মাজভাগৰ পৰা বিদেশী নাগৰিক বিতাড়নৰ আপাতভাৱে বৈধ দাবীৰ আঁৰত এক ব্যাপক সুসংগঠিত ৰূপ পৰিগ্ৰহ কৰে। সেই আন্দোলনৰ ধামখুমীয়াত এহাতে যেনেকৈ জনতা-চৰকাৰক ক্ষমতাচ্যুত কৰি এদেও দুদেওকৈ ইন্দিৰা কংগ্ৰেছৰ প্ৰত্যাবৰ্তনৰ বাট মুকলি কৰা হয়, আনহাতে তেনেকৈ বাঁওপন্থীসকলৰ ওপৰতো নমাই অনা হয় ব্যাপক পূৰ্বপৰিকল্পিত আৰু সুসংগঠিত আক্ৰমণ, সংখ্যালঘু আৰু জনজাতিসকল ব্যাপক গণহত্যাৰ বলি হয়, নিম্নতৰ জাতি-বৰ্ণ তথা ভিন্নতৰ মতাৱলম্বীসকলৰ ওপৰতো নামি আহে ফেচিবাদী আক্ৰমণ। জৰুৰীকালীন অৱস্থাত যি ফেচিবাদ আহিছিল মূলতঃ ৰাষ্ট্ৰীয় দমনমূলক সংস্থাবিলাকৰ মাৰফৎ, এইবাৰ সেইক্ষেত্ৰত ফেচিবাদ আহিলে গণ-উন্মাদনাৰ মাৰফৎ।

অসমৰ জাতীয় জীৱনলৈ নামি অহা এই চৰমতম অগ্নিপৰীক্ষাৰ সময়ত প্ৰগতিশীল বুদ্ধিজীৱীৰ কান্ধত ইতিহাসে ন্যস্ত কৰা দায়িত্ব পালন কৰিবলৈ অকুতোভয়ে ওলাই আহিল ড° হীৰেন গোহাঁই। **কলাখাৰ** নামৰ অধুনালুপ্ত এখন অনিয়মিত সাপ্তাহিক কাকতৰ জৰিয়তে তেওঁ অসমৰ বাঁওপন্থী, গণতন্ত্ৰী, সংখ্যালঘু, জনজাতি আৰু আন বিবেকবান মানুহৰ বৌদ্ধিক সেনাপতিত্বৰ দায়িত্ব কান্ধ পাতি ল'লে। তাৰ পাছত ক'ৰবাত **কলাখাৰ**ৰ টোপোলা জ্বলিল, ক'ৰবাত ছপাশাল জ্বলিল, কেতিয়াবা কাকতখনৰ প্ৰচাৰক প্ৰহৃত হ'ল আৰু অৱশেষত ড° গোহাঁই নিজেও গুৱাহাটীৰ ৰাজপথত জাতিপ্ৰেমীসকলৰ হাতত ধৰাশায়ী হ'ব লগা হ'ল ৰক্তাক্ত শিৰেৰে। তথাপিও তিনি-চাৰিমাহৰ ভিতৰতে কাকতখনৰ বিক্ৰী ১০০০ৰ পৰা বাঢ়ি গৈ ৮০০০ হৈছিলগৈ। গোৱালপাৰা, মঙলদৈ ইত্যাদি ঠাইত কাকতখনৰ হেজাৰ হেজাৰ কপি পুনৰমুদ্ৰণ কৰি পাঠকসকলে নিজেই প্ৰচাৰ কৰিছিল। পঞ্চাশ পইচা দামৰ কাকতখন বহু হাত বাগৰাৰ পাছতো ৩০/৪০ টকা মূল্যত বিক্ৰী হৈছিল। কি আছিল কাকতখনত, যাৰ বাবে জীৱন বিপদাপন্ন কৰিও চৰাদামত সেইখন কিনিবলগা হৈছিল বহুজনে?

কাকতখন এটা সম্পাদকীয়ত কোৱা হৈছিল ঃ

*.... অসমত অসমীয়া জাতিয়ে পূৰ্ণবিকশিত জাতি হিচাপে পৰিচয় লাভ কৰিব পৰা নাই। অসমীয়া শ্ৰেণীবোৰৰ ভিতৰত বিশেষকৈ মধ্যবিত্তৰ মাজত এই বিফলতাৰ বাবে গভীৰ আক্ষেপ আৰু হতাশা পুঞ্জীভূত হৈ আছে। অসমৰ শাসকবৃন্দই এই হতাশাত সদায় সাৰজাবৰ দি আহিছে। অসমৰ অসংখ্য ছাত্ৰই উচ্চমাধ্যমিক বা প্ৰাক্‌বিশ্ববিদ্যালয় স্তৰতে অসমীয়া পাঠ্যপুথিৰ পৰা এই ধাৰণাত গভীৰভাৱে দীক্ষিত হয় যে অসমৰ জাতিগঠন আৰু জাতীয় অগ্ৰগতিৰ পথত বঙালী জাতিয়েই প্ৰধানকৈ বাধা দিছে। অসমৰ অধিকাংশ শিক্ষিত লোকেই শিকা নাই যে সাম্ৰাজ্যবাদেই অসমীয়া জাতিৰ উন্নতিৰ পথত প্ৰধান বাধা আছিল আৰু আজি বৃহৎ ভাৰতীয় পুঁজিয়ে সাম্ৰাজ্যবাদৰ লগ লাগি জাতি গঠনৰ ভেঁটিটো পংগু কৰি আছে। এহাতে পৰম্পৰাক্ৰমে আৰু অচেতন শিক্ষাৰ ফলত পোৱা বঙালী বিদ্বেষ আৰু আনহাতে ন্যায়সংগত আশা-আকাঙ্ক্ষাৰ অপমৃত্যু— তাৰ ফলত অসমৰ মধ্যশ্ৰেণীৰ মাজত গভীৰ হতাশাই খোপনি পুতিছে। গঠনমূলক দৃষ্টিৰে ভৱিষ্যতলৈ চাবলৈ তাৰ শক্তি নাই।*

*কিন্তু কেনেবাকৈ তাৰ জাতীয় অস্তিত্ব বিপন্ন হ'ব পাৰে বুলি ত্ৰাস বা আশংকা সৃষ্টি হ'লে সহজ নিপুন প্ৰচাৰৰ সহায়েৰে তাক বনজুইৰ দৰে বিয়পাই দিব পাৰি। এই উৎকণ্ঠা আৰু হতাশাকে ইন্ধন হিচাপে ব্যৱহাৰ কৰি আছে প্ৰতিক্ৰিয়াশীল দেশী-বিদেশী চক্ৰই। (সম্পাদকীয়, কলাখাৰ, ২৪/১১/৭৯)।*

**কলাখাৰৰ** ৭ জানুৱাৰী, ১৯৮০ সংখ্যাত প্ৰকাশিত 'মোৰ দেশ... কাৰ দেশ?' শীৰ্ষক সম্পাদকীয়ত অত্যন্ত বিচক্ষণ দূৰদৰ্শিতাৰে বিদেশী নাগৰিক বিতাড়ন আন্দোলনৰ অন্তিম পৰিণতি সম্পৰ্কে এনেকৈ ভৱিষ্যতবাণী কৰা হৈছিল ঃ

*এটা জাতিৰ ইতিহাসৰ চলন্ত প্ৰৱাহত কোনো কথাই হেৰাই নেযায়। সেইবাবেই নিষ্ঠুৰতা আৰু অত্যাচাৰ, নীচতা আৰু শঠতাক মূলধন কৰি কোনো জাতিয়েই বেছিদূৰ আগবাঢ়িব নোৱাৰে। প্ৰচাৰৰ আলোকিত বৃত্তৰ বাহিৰত এন্ধাৰত এইবোৰ পাপে সিহঁতক ক্ষণ গণি বৈ থাকে আৰু এদিন সিহঁতৰ প্ৰেতমূৰ্তিয়ে জাতিৰ কলিজা হেঁচা মাৰি ধৰেহি। আজিৰ বাকপটু নেতা আৰু বাগী দিয়া সাংবাদিক যেতিয়া ধূলিত মিহলি হৈ যাব তেতিয়াও জাতিৰ বংশধৰসকলে নিস্তাৰ নাপাব। অধঃপতনৰ নৈৰাশ্যৰ মাজত গভীৰ খেদেৰে তেওঁলোকে ভাবিবলৈ বাধ্য হ'ব, ক'ত বাট ভুল হৈ গ'ল আৰু কেতিয়া?*

আজি যেতিয়া সঁচাকৈয়ে সিদিনাৰ পৰ্বতপ্ৰমাণ পাপে জাতিৰ কলিজা হেঁচা মাৰি ধৰিছেহি, সিদিনাৰ বাকপটু নেতা আৰু বাগী দিয়া সাংবাদিক যেতিয়া ধূলিত মিহলি হৈ গৈছে, তেতিয়া এইবোৰ কথা আৰু বেছি কঠোৰভাৱে প্ৰাসংগিক হৈ পৰিছে।

**কলাখাৰৰ** পাতত উত্তৰ কামৰূপৰ সংখ্যালঘুসকলৰ ওপৰত হোৱা নৃশংস আৰু হৃদয়বিদাৰক অত্যাচাৰক কাপুৰুষৰ বৰ্বৰতাৰ লক্ষণ বুলি আখ্যা দি স্পষ্টভাৱে কোৱা হৈছিল ঃ

*দেশপ্ৰেমিকে নিৰীহ আৰু অসহায় লোকৰ জীৱনেৰে হেতালি নেখেলে, বৰং দুৰ্গত আৰু নিপীড়িতক ৰক্ষা কৰিবলৈ হিমালয়ৰ দৰে অত্যাচাৰী শাসকৰ সমুখত থিয় হয়।*

উত্তৰ কামৰূপৰ ঘটনাক ঘৃণনীয় আৰু লজ্জাকৰ আত্মবিস্মৃতিৰ ইতিহাস আখ্যা দিলেও **কলাখাৰে** তাৰ বাবে অসমৰ যুৱসমাজকে দায়ী নকৰি কৰিছিল 'তামোলৰ সেলেঙী লগোৱা হাঁহিৰে, সুৰদী মাতৰ ৰাগীৰে, বয়স আৰু মান-মৰ্যাদাৰ সম্ভ্ৰমেৰে তেওঁলোকক অভিভূত কৰি নৰহত্যা আৰু অমানৱিকতাক প্ৰৰোচিত কৰা কেতবোৰ দেউলীয়া ভ্ৰষ্টচৰিত্ৰ বৃদ্ধক'। ধুৰন্ধৰ ৰাজনীতিবিদ, দগাবাজ আমোলা আৰু ভেৰোণীয়া বুদ্ধিজীৱীয়েই এইবোৰ ভণ্ড।

উত্তৰ কামৰূপৰ দৰে যুলুং চাপৰিত বিহুৰাম বড়ো, হাবিৰাম বড়োৰ জঘন্য হত্যাকাণ্ডৰ বিৰুদ্ধে প্ৰবল প্ৰতিবাদত সোচ্চাৰ হৈ উঠিছিল **কলাখাৰ**। ১৫ ডিচেম্বৰ, ১৯৭৯ চনৰ সম্পাদকীয়ত কোৱা হৈছিল ঃ

*চহৰত কোট-পেণ্ট পিন্ধি অসমৰ আৰু অসমীয়াৰ দুৰ্গতিৰ ওপৰত লেকচাৰ দিয়া অসমীয়া বিহুৰাম আৰু হাবিৰাম নহয়। এওঁলোক হ'ল তেনে অসমীয়া মানুহ, যাৰ পৰিশ্ৰমে*

*জীয়াই ৰাখিছে অসমীয়া জাতি আৰু অসমীয়া সংস্কৃতি। আমাৰ দেশপ্ৰেম কিহে ইমান উন্মত্ত কৰিলে যে এনে লোকৰ ভৰিৰ ধূলি শিৰত সানিব নেজানি তেওঁলোকৰ তেজেৰে আমাৰ হাত ৰাঙলী কৰিলো।*

*নে আমাৰ দেশপ্ৰেমৰ সাম্প্ৰতিক জোৱাৰত বহু সৎ সম্ভাৱনাৰ লগত লুকাই আছে এনে এক ভয়ংকৰ ফেচিবাদৰ বীজ যি দেশ ৰক্ষাৰ নামত দেশৰ সাধাৰণ মানুহৰ ডিঙি ভৰিৰে গচকিব খোজে, সি সেৱাৰ আদৰ্শৰ ঠাইত প্ৰতিষ্ঠা কৰিব খোজে ক্ষমতালোলুপ দম্ভ আৰু বৰ্বৰতাৰ ৰাজত্ব।*

*প্ৰতিজন সুস্থ মস্তিষ্কৰ অসম সন্তানে কথাটো দ-কৈ ভাবি চাবৰ হ'ল।*

**কলাখাৰৰ** ক্ষমাহীন সমালোচনা আৰু শাণিত ব্যংগৰ নিৰ্মমতাৰ আঁৰতো সন্তৰ্পনে বৈ আছিল নিৰ্মল আত্মসমালোচনাৰ নিষ্পাপ অশ্ৰুজলেৰে এক অন্তঃসলিলা ফল্গু। উদাহৰণ স্বৰূপে গুৱালকুছিত উজনি অসমৰ অসমীয়া মুছলমান নাৱৰীয়া কেইজনমান আন্দোলনকাৰীৰ হাতত 'বাংলাদেশী' অভিযোগত আহত আৰু নিহত হোৱাৰ পাছত ৭ জানুৱাৰী ১৯৮০ চনৰ **কলাখাৰৰ** সম্পাদকীয়ত কোৱা হ'ল ঃ

*গুৱালকুছিৰ ৰাইজ বুৰঞ্জীপ্ৰসিদ্ধ ঠাই এখনৰ বাসিন্দা— অসমীয়া জাতিৰ পিতা শঙ্কৰ-মাধৱৰ পদৰেণু পৰি যি ঠাই ধন্য হৈছিল। কিন্তু আজি নিৰীহ শ্ৰমজীৱী লোকৰ ওপৰত কৰা অত্যাচাৰে এই মহান ঐক্যত কালিমা সানিলে। তাৰ যোগ্য উত্তৰাধিকাৰী হ'বলৈ হ'লে তেওঁলোকে এই কলংক মোচন কৰিব লাগিব।*

*এই নিৰ্মম হত্যাকাণ্ডৰ নায়কৰ মুখা খুলি দিয়ক তেওঁলোকে। সকলোৱে চাই লওক প্ৰকৃত দেশদ্ৰোহীৰ চেহেৰা। আৰু তেলাহীৰ দুটা দুৰ্ভগীয়া পৰিয়ালৰ ওচৰত নতজানু হৈ অনুতাপৰ অশ্ৰুৰে ক্ষমা প্ৰাৰ্থনা কৰক। পাৰিলে সেই পৰিয়াল দুটাৰ ভৰণ-পোষণৰ বাবে উপযুক্ত ব্যৱস্থা লওক। অসমীয়া জাতিৰ বুৰঞ্জীত তাতোকৈ মহান অৱদান আৰু একো হ'ব নোৱাৰে।*

উত্তৰ গুৱাহাটীৰ সংঘৰ্ষপীড়িত অঞ্চলত চৰজমিন তদন্ত কৰি উঠি ৫২ জন নিহতৰ তালিকা প্ৰকাশ কৰিছিল **কলাখাৰেই**। অসমীয়া জাতিৰ আহত বিবেকৰ প্ৰতীক হৈ **কলাখাৰেই** আৰ্তনাদ কৰি উঠিছিল ঃ

*আজি এইসকল লোক নিশ্চল হৈ বাগৰি আছে বাটৰ ধূলিত, পথাৰৰ ঘাঁহবনৰ ওপৰত, দলঙৰ তলৰ বোকাত। এওঁলোক আৰু এতিয়া অসমীয়া বা বঙালী নহয়, হিন্দু বা মুছলমান নহয়— মৃত্যুৰ অনন্ত স্তব্ধতাৰ মাজত এওঁলোক কেৱল মানুহ, আৰু মানুহ হিচাপেই এই মুহূৰ্তত দাবী কৰিছে আমাৰ সন্তপ্ত হৃদয়ৰ শ্ৰদ্ধা আৰু সমবেদনা। (তিমিৰ ফাড়িয়া বাজ, সম্পাদকীয়, ৬ জুন, ১৯৮০ চন)।*

**কলাখাৰে** সোঁৱৰাই দিছিল যে এইবোৰ ঘটনা কোনো প্ৰাকৃতিক দুৰ্ঘটনা নাছিল। সংকীৰ্ণ, অন্ধ শ্ৰেণীস্বাৰ্থৰ বাবে মানুহেই মানুহৰ তেনে দশা কৰিছিল। এই শ্ৰেণীস্বাৰ্থ

উদঙাই দিবলৈ যাওঁতে কাকতখন **কলাখাৰৰ** দৰেই চোকা, খাৰুৱা হ'ব লগা হৈছিল। ইয়াৰ এক প্ৰধান আৰু মোক্ষম হাতিয়াৰ আছিল শাণিত আৰু তিৰ্যক ব্যংগ। অৱশ্যে সেই ব্যংগ মাজে মাজে ব্যক্তিগত পৰ্যায়লৈকে যে অৱনমিত হোৱা নাছিল এনে নহয়। ড° গোহাঁয়ে পাছত নিজেই স্বীকাৰ কৰিছে যে তেতিয়াৰ পৰিস্থিতি কিছু পৰিমাণে স্থূলতাৰে মোকাবিলা কৰিবলৈ তেওঁ বাধ্য হৈছিল। (**তেজৰ আখৰে লিখা**, প্ৰথম খণ্ড, পৃষ্ঠা ঃ V)। 'ৰাজনৈতিক ভাৱে বীতৰাগ হৈ অহা ৰাইজৰ মন আকৰ্ষণ কৰিবলৈ ৰাজনৈতিক ব্যংগৰে' কাকতখন ভৰাই দিয়া হৈছিল। ড° গোহাঁইৰ তেনে তিৰ্যক ব্যংগৰ নমুনা পোৱা যায় 'অসমৰ চানাচুৰ আন্দোলন বিক্ৰী নহয় কিয়' শীৰ্ষক সম্পাদকীয়ত ঃ

*....গৰম বস্তু, গৰম মানুহৰ খাতিৰ বেছি আজিকালি। বাতৰি কাকতত মুখেৰে ধোঁৱা উলিয়াব পৰা বীৰপুৰুষ পালে পালে ওলাব ধৰিছে। ইমান দিনে অসমৰ উন্নতিৰ উপায় চিন্তা কৰিয়েই এওঁলোক বোধহয় মনে মনে আছিল। বাটে-ঘাটে গৰম আৰু 'মজাদাৰ' দেশপ্ৰেমৰ চানাচুৰ ফেৰি কৰি গছৰ পাত সৰুৱাইছে কোনো কোনোৱে। তপত কেৰাহীত চানাভজাৰ দৰে ফট্‌ফটাই আছে শব্দৰাশি। ফালেণ্ডি সম্পাদকসকলেও ব-চুঙা লৈ কেৰাহীৰ জুই ফুৱাই ফুৱাই মুখ আওঠাৰ দৰে ৰঙা কৰিছে। ....চানাচুৰৰ পোকসকলে অৱশ্যে কোনো কিতাপৰে প্ৰথম পৃষ্ঠাৰে পৰা শেষ পৃষ্ঠালৈ বগাই পোৱা নাই। দেহি, লৰনু শৰীৰ, ভাগৰ লাগে। ....অতএব হে চানাচুৰৱালা বীৰ বণিকবৃন্দ! যিমান মন যায় টিলিঙা বজোৱা, বালকবিলাকক পেট ভৰাই চানাচুৰ খুৱাই দেশ সেৱা কৰা। কিন্তু তেওঁলোকৰ প্ৰলাপক জ্ঞানৰ মণিমৰকত বুলি বেহাবলৈ নানিবা। গাহক নাই। (সম্পাদকীয়, ১৪ নৱেম্বৰ, ১৯৭৯)*

এনে বংকিম ব্যংগক 'চানাচুৰৱালা' বুলি অভিহিত আন্দোলনৰ নেতৃত্বই কেনেকৈ লৈছিল সি সহজেই অনুমেয়। আনহাতে আন্দোলনৰ চৰখৰীয়াৰ মাজত তেনে ব্যংগ সৃষ্টি কৰাটো কেনে ধৰণৰ দুঃসাহসিক কাণ্ড আছিল তাকো সহজেই কল্পনা কৰিব পাৰি। যিকি নহওক **কলাখাৰৰ** ব্যংগখিনি বাদ দিলে কাকতখন নিতান্তই অসম্পূৰ্ণ হৈ ৰ'ব। আনহাতে কাকতখনত প্ৰকাশিত 'অসমত চি আই এ'ৰ প্ৰেতলীলা শীৰ্ষক নিবন্ধত (১৫ ডিচেম্বৰ '৭৯, ৭ জানুৱাৰী '৮০) আন্দোলনটোৰ আঁৰত মাৰ্কিন চক্ৰান্ত থকা বুলি সন্দেহ প্ৰকাশ কৰা হৈছে। ২৫ মাৰ্চ, ১৯৮০ ৰ সম্পাদকীয়ত দূৰদৰ্শিতাৰেই প্ৰস্তাৱ কৰা হৈছিল, '৭১ কে সীমাৰেখা কৰা হওক'। 'পূজাৰ বেদী কলুষিত নকৰিব' শীৰ্ষক আন এটা সম্পাদকীয়ত 'বোকাপানীভৰা পথাৰৰ পৰা অমল সূৰ্যৰ জ্যোতিৰে ওলাই অহা অৱহেলিত, বঞ্চিত অসমৰ হেজাৰ হেজাৰ কিশোৰ কিশোৰী যুৱক-যুৱতীৰ বিদ্ৰোহী, দুঃসাহসী যৌৱনৰ অভিব্যক্তি, সিহঁতৰ চকুৰ স্নিগ্ধ সপোন, মুখমণ্ডলৰ লৌহ কঠিন প্ৰতিজ্ঞা, মৰণ বিজয়ী দুঃসাহস'ৰ সশ্ৰদ্ধ উল্লেখ কৰিও আন্দোলনটোৰ ফেচিবাদী প্ৰৱণতাৰ কথা উদঙাই দিয়া হৈছে।

এইখিনিতে কৈ ৰখা দৰকাৰ যে হেজাৰ মতপাৰ্থক্য সত্ত্বেও কলাখাৰ অসমৰ প্ৰায় সকলো বাওঁপন্থী সংগঠনৰ উমৈহতীয়া কাকতৰ দৰে হৈ পৰিছিল (অৱশ্যে চি.পি.আই.এম.এল. লিবাৰেশ্যনে সিদিনা সেই উগ্ৰজাতীয়তাবাদী আন্দোলনলৈ পূৰ্ণ সমৰ্থন আগ বঢ়াইছিল)।

সেইবোৰ সংগঠনৰ ভিতৰে-বাহিৰে থকা বাওঁপন্থীসকলৰ লেখনিয়ে ইয়াত নিয়মীয়াকৈ স্থান পাইছিল। উদাহৰণ স্বৰূপে নিৰুপমা বৰগোহাঞিৰ বিখ্যাত 'নিজৰ কাণক বিশ্বাস নহয় (২৬ জানুৱাৰী, ১১ ফেব্ৰুৱাৰী '৮০)', চেখ নুৰ মহম্মদৰ 'অজ্ঞাত শ্বহীদৰ কৰুণ কাহিনী (২৫-২-৮০)', নৰেন্দ্ৰ কুমাৰ দাসৰ 'আশ্ৰয় শিবিৰৰ অকথিত কাহিনী (২৫-৩-৮০)', 'বিদেশী বিতাড়নৰ প্ৰথম খুন্দা ঃ মংগলদৈ সমষ্টি (৫-৪-৮০)', বাসন্তিকা মণ্ডলৰ 'অসমৰ সাম্প্ৰতিক আন্দোলনৰ পটভূমিকাত গোৱালপাৰা জিলা (২০-৫-৮০)', ৰাম বাহাদুৰ ছেত্ৰীৰ 'বিকৃত বাতৰি আৰু অসমৰ নেপালী সম্প্ৰদায় (১৬-৭-৮০)' আদি লেখনিয়ে আন্দোলনৰ পৰিণতিত ঘটা বহু মৰ্মস্পৰ্শী আৰু হৃদয়বিদাৰক কাহিনী পোহৰলৈ আনিছিল।

আন্দোলনৰ লক্ষ্য, পদ্ধতি আৰু তাৰ পৰিচালিকা মতাদৰ্শ-ৰাজনীতিৰ সম্পৰ্কে এলানি বিশ্লেষণাত্মক প্ৰবন্ধ কলাখাৰত প্ৰকাশ পাইছিল। সেইবিলাকৰ ভিতৰত উমা শৰ্মা, শশী শৰ্মা, যোগেন বৰ্মন, কন্দৰ্প মহন্ত, দেবেন তামুলী, ৰমেন হাঁলৈ আদিৰ প্ৰবন্ধবোৰ উল্লেখযোগ্য। আন্দোলনৰ বিষয়ে নহ'লেও আন গুৰুত্বপূৰ্ণ বিষয়ৰ ওপৰত মূল্যবান প্ৰবন্ধ যিসকলে লিখিছিল, তাৰ ভিতৰত দিলীপ বৰদলৈ, খগেন মেধি, চামচুল ইচলাম, ৰেজিনা খাতুন, কৌস্তভমণি বৰুৱা, উদয়াদিত্য ভৰালী, ঝিন্দন চাওঁতাল, বিষ্ণুৰাম বড়ো আদিৰ নাম উল্লেখযোগ্য। এনেকৈয়ে একক উদ্যোগে এক যৌথ উদ্যোগৰ ৰূপ পাইছিল আৰু অসম আন্দোলনৰ বিপৰীতে আক্ৰান্ত কিন্তু আপোচহীন এক সংগঠিত বাওঁপন্থী শিবিৰৰ ধাৰণা স্পষ্ট হৈ উঠিছিল।

এহাতেদি বাওঁপন্থী প্ৰগতিশীল বুদ্ধিজীবীৰ সেই বৌদ্ধিক সংগ্ৰাম, আনহাতে শতাধিক বাওঁপন্থী কৰ্মীৰ গৌৰবোজ্জ্বল শ্বহীদী স্বীকাৰ ; তদুপৰি কচুবা, লালতাপু আদিৰ দৰে অজস্ৰ ঠাইত আক্ৰান্ত সংখ্যালঘু, জনজাতি, ঝাড়খণ্ডী-আদিবাসীৰ বীৰত্বপূৰ্ণ গণপ্ৰতিৰোধৰ ফলত, লগতে আন্দোলনটোৰ আপোন অন্তৰ্নিহিত দুৰ্বলতাৰ বাবেই এসময়ত ই থমকি ৰ'বলৈ বাধ্য হৈছিল, বিধ্বস্ত হৈ পৰিছিল। আজি সিদিনাৰ অসম আন্দোলনৰ নেতৃবৃন্দ ৰাইজৰ দ্বাৰা বহুলাংশে ধিকৃত, নিন্দিত আৰু ঘৃণিত। আন্দোলনৰ ফচল আলফা আৰু চালফাই অসমৰ ৰাইজক কুলাংগাৰ পুত্ৰৰ দৰেই অতীষ্ঠ কৰি তুলিছে। আছুৰ অধঃপতনে উদ্ৰেক কৰিছে ৰাইজৰ প্ৰবলতম বিৰক্তি, বিস্বাদ আৰু বিযোদগাৰ। অসম সাহিত্য সভাৰ বৃহৎ অট্টালিকা আজি অনিবাৰ্য পতনৰ অভিমুখে হালিব লাগিছে। এনে মুহূৰ্তত কলাখাৰ পুনৰ স্বমহিমাৰে উদ্ভাসিত হৈ উঠাৰে কথা। জাতিয়ে আজি ভাৱন্তিৰে কলাখাৰ পুনৰ্পাঠ কৰা প্ৰয়োজন। (এই আপাহতে সদৌটিলৈকে এটি গোহাৰি জনাই ৰাখো ঃ পদাতিক আৰু কলাখাৰৰ সম্পূৰ্ণ একত্ৰিত সংকলন আজি প্ৰকাশ পোৱা প্ৰয়োজন বস্তুনিষ্ঠ ইতিহাসৰ স্বাৰ্থতে। এই ক্ষেত্ৰত আমিও সহায় কৰিবলৈ সাজু আছো।) এইটো অৱশ্যে ইতিহাসৰ বিস্ময়বিলাকৰ ভিতৰত অন্যতম যে বাঁওপন্থীসকলৰ প্ৰবল প্ৰতিৰোধৰ ফলত অসম আন্দোলন যেতিয়া জহিখহি গ'ল, তেতিয়া তাৰ কৃতিত্ব ল'বলৈ আৰু বাওঁপন্থীসকলেই এটা শক্তিশালী শিবিৰ হিচাপে টিকি নাথাকিল। পৰাজিত আৰু বিধ্বস্ত আন্দোলনটোৰ ওচৰত এটাৰ পাছত এটাকৈ

কেইবাটাও বাঁওপন্থী ফৈদে আত্মসমৰ্পণ বা আপোচ কৰাৰ দৃশ্যবোৰ আছিল সকৰুণ কৌতুকেৰে আচ্ছন্ন।

সেয়েহে আজি এটা উগ্ৰজাতীয়তাবাদী আন্দোলনৰ চূড়ান্ত পতনে যেনেকৈ এক আপাতভাৱে গণতান্ত্ৰিক পৰিবেশৰ সূচনা কৰিছে, ঠিক তেনেকৈ আন এক অধিক বিপজ্জনক ফেচিবাদৰ উত্থানৰ সম্ভাৱনাও ইয়াতেই নিহিত হৈ আছে। কাৰণ নিৰন্তৰ পুংখানুপুংখ মতাদৰ্শগত ৰাজনৈতিক-সাংগঠনিক সৰ্বাত্মক সংগ্ৰামৰ জৰিয়তে উগ্ৰজাতীয়তা, সাম্প্ৰদায়িকতাৰ দূৰুমূল শিপাক উৎখাৎ কৰাৰ কাম এতিয়াও অসম্পূৰ্ণ। সেয়েহে অসম আন্দোলনৰ ব্যৰ্থতাৰ এই হতাশাময় পৰিবেশৰ মাজত হিন্দী-হিন্দুবাদী ফেচিষ্ট উত্থানৰ সমল সাজু আছে। ইন্দিৰা গান্ধীৰ ফেচিবাদতকৈও ভয়াবহ হ'ব এই ফেচিবাদ। কাৰণ ইন্দিৰা-সঞ্জয়ে চৰকাৰী-বেচৰকাৰী গুণ্ডাবাহিনীৰ প্ৰয়োগ আৰু ৰাষ্ট্ৰীয় দমনেৰেই ফেচিবাদ কায়েম কৰাৰ সপোন দেখিছিল ; তাৰ বিপৰীতে বিজেপি নেতৃত্বাধীন মৰ্চাই এক সৰ্বাত্মক মতাদৰ্শগত আধিপত্যও প্ৰতিষ্ঠা কৰিব বিচাৰিছে। আনহাতে সিদিনা সামাজিক সাম্ৰাজ্যবাদী ছোভিয়েট ইউনিয়নেই আছিল জৰুৰী অৱস্থাৰ মুখ্য পৃষ্ঠপোষক; বাকীবোৰ সাম্ৰাজ্যবাদো আনকি মোটামুটিভাৱে তাৰ বিৰোধী আছিল। কিন্তু আজিৰ পৃথিৱী বহুমেৰুবিভক্ত। সাম্ৰাজ্যবাদী দেশবোৰে আজি বিশ্ব আধিপত্যৰ বাবে এক মৰণপণ প্ৰতিদ্বন্দ্বিতাত নামিছে। নিজৰ মাজৰ চৰম দ্বন্দ্ব সত্বেও সকলো সাম্ৰাজ্যবাদী শক্তিয়েই ভাৰতৰ (আৰু আন তৃতীয় বিশ্বৰ দেশত) বৰ্বৰ ফেচিবাদ কায়েম কৰিবলৈ বদ্ধপৰিকৰ। সেই অৰ্থত সাম্ৰাজ্যবাদ শিবিৰ হিচাপেই ফেচিবাদৰ পৃষ্ঠপোষক। বিশ্বপুঁজিবাদৰ ইতিহাসৰ অভূতপূৰ্ব সংকটৰ ফলস্বৰূপে সাম্ৰাজ্যবাদ ফেচিবাদৰ যুৰীয়া দৈত্য আজি বহু বেছি আগ্ৰাসী, নিষ্ঠুৰ আৰু উন্মাদ। তাৰ এই মৰিয়া-বেপৰোৱা চেহেৰাৰ বিপৰীতে অসমৰ জাতীয়তাবাদী শিবিৰ আজি বিধ্বস্ত, সংসদীয় বাঁওপন্থীসকল বিপৰ্যস্ত। এনে প্ৰত্যাহ্বানপূৰ্বক মুহূৰ্তত আগৰ দুবাৰৰ দৰে এইবাৰো ড° হীৰেন গোহাঁয়ে আগবাঢ়ি আহি নতুন পদাতিক সম্পাদনা কৰিছে এদল কনিষ্ঠ যুৱক-যুৱতীৰ সহযোগত।

যোৱা এটা বছৰত নতুন পদাতিকে প্ৰকাশ কৰিছে মনোৰমা দাস মেধি, জেহিৰুল হুছেইন, দেৱব্ৰত দাস, অৰূপা পটংগীয়া কলিতা, পূৰবী বৰমুদৈ, বিপুল খাটনিয়াৰ, অৰূপ কুমাৰ নাথ আদিৰ কেইটামান শ্ৰেষ্ঠ গল্প। ঝাকপ্ৰেভেৰ, নিকানোৰ পাৰৰা, বাৰ্টল্ট ব্ৰেখ্‌ট, ক্ৰিষ্টফাৰ লগ, পাবলো নেৰুদা, পল এলুয়াঁৰ, লেংষ্টন হিউজেচ আদিৰ ভালেকিটা শ্ৰেষ্ঠ কবিতাৰ সোৱাদো অসমীয়া পাঠকে প্ৰথম পাইছে নতুন পদাতিকৰ পৃষ্ঠাতে। জ্ঞান পূজাৰী, ৰফিকুল হুছেইন, অনুভৱ তুলসী, জীৱন নৰহ, সমীৰ তাঁতী, সমীৰ্দ্ৰ হুজুৰীৰ দৰে জ্যেষ্ঠ কবিৰ কবিতা ছপোৱাৰ উপৰিও এদল নতুন কবিকো ই পোহৰলৈ আনিছে। প্ৰদীপ আচাৰ্যৰ অক্টাভিঅ' পাজৰ কাব্য আৰু ইতিহাসচৰ্চা, মৌচুমী কন্দলীৰ মিলান কুণ্ডেৰা আৰু লেটিন আমেৰিকাৰ সাহিত্য চৰ্চা, ৰাণা হাজৰিকাৰ দাৰিয়ঁ ফঁৰ নাটকৰ অনুবাদ, প্ৰাণজিৎ বৰাৰ কাফকা, প্ৰসেনজিৎ চৌধুৰীৰ জ্যোতিপ্ৰসাদ চৰ্চা, গৌতম কুমাৰ বৰাৰ ইংৰাজী ভাষিক সাম্ৰাজ্যবাদ আৰু চমস্কি আদি প্ৰসংগ, ইন্দিবৰ দেউৰী আৰু দেৱব্ৰত শৰ্মাৰ সাহিত্য সভা

চৰ্চাৰ উপৰিও নামনি অসমৰ মধ্য শ্ৰেণী - অনিল ৰায় চৌধুৰী, মোহিনী কলাৰ ছবি - ড° নিৰোদ বৰুৱা, বাঘেটাপুৰ ৰাতি - অপূৰ্ব শৰ্মা, অসমৰ জাতীয়জীৱন আৰু অভিবাসী মুছলমান - ইছমাইল হুছেইন, লক্ষীধৰ শৰ্মা ৰচনাৱলী, লাম্বাদা নাচৰ শেৰত - মৌচুমী কন্দলী, আশীৰ্বাদৰ ৰং - অৰুণ শৰ্মা, The Colours of Violence - সুধীৰ কাকৰ, চেনাবৰ সোঁত - মামণি ৰয়চম গোস্বামী, বিদ্ৰোহী জনা আৰু অন্যে - গোলাপচন্দ্ৰ বৰা আদি বহু মূল্যবান গ্ৰন্থৰ সমালোচনাই নতুন পদাতিকত ঠাই পাইছে। ড° হীৰেন গোহাঁয়ে নিজেই ব্ৰেখ্‌ট বনাম লুকাচ্চৰ মাৰ্ক্সীয় সাহিত্যৰ বিতৰ্কৰ পৰা আৰম্ভ কৰি সাম্প্ৰতিক সাহিত্য সমালোচনাৰ ধাৰা সম্পৰ্কে ৰাইজক আলোকিত কৰিছে।

অৰ্থনীতি, বিজ্ঞান ইত্যাদি বিষয়তো নতুন পদাতিকে হস্তক্ষেপ নকৰাকৈ থকা নাই। ড° কুলেন্দু প্ৰাঠকৰ কোৱাণ্টাম অনিশ্চয়তাবাদ, কেয়'ছ..., দীপক গোস্বামীৰ জিনৰ পৰা ইণ্টাৰনেটলৈ তথ্য প্ৰযুক্তি আৰু সমাজ, অমৰ্ত্য সেনৰ অৰ্থনৈতিক চিন্তা, ইউৰ' ডলাৰ, আন্দ্ৰে গুন্দাৰ ফ্ৰেংক, পুঁজিবাদ আৰু তৃতীয় বিশ্বৰ অৰ্থনীতি, এণ্টনিঅ' গ্ৰামশ্চি আদিৰ বিষয়ে অখিল ৰঞ্জন দত্ত, ধ্ৰুৱজ্যোতি বৰা, বিশ্বজিৎ চক্ৰৱৰ্তী, তাৰক গোস্বামী আৰু ড° হীৰেন গোহাঁইৰ নিজৰ চিন্তাউদ্দীপক প্ৰবন্ধই নতুন পদাতিকক অহৰহ সমৃদ্ধ কৰিছে।

আলোচনীখনত সংগঠিত আলফা সম্পৰ্কীয় বিতৰ্কত ভাগ লৈছে মছউদুল হক, মুকুল মহন্ত, ড° কৃষ্ণগোপাল ভট্টাচাৰ্য্য আদিয়ে। ৰাজেন কলিতাই বিজেপিৰ উত্থানৰ সম্পৰ্কে আলোচনা কৰিছে। কংকন ডেকা আৰু সুপ্ৰকাশ তালুকদাৰে ৰাছিয়া, কিউবা, কোৰিয়া, ইৰাক, লেটিন আমেৰিকাৰ সাম্প্ৰতিক পৰিস্থিতি সম্পৰ্কে আলোচনা কৰিছে। প্ৰকাশ পাইছে জ্যোতি ৰচনাৱলী সম্পৰ্কীয় বিতৰ্ক। সমাজতন্ত্ৰ সম্পৰ্কীয় বিতৰ্কত ভাগ লৈছে ড° অমলেন্দু গুহ, বিশ্বজিৎ চক্ৰৱৰ্তী, গোলাপ বৰবৰা, ধ্ৰুৱজ্যোতি বৰা (লংকা) আদিয়ে। জনগোষ্ঠীগত ৰাজনীতি, সমাজ-সংস্কৃতি সম্পৰ্কীয় মননশীল আলোচনাত অংশগ্ৰহণ কৰিছে ইন্দিবৰ দেউৰী, পৰমানন্দ মজুমদাৰ, ইছমাইল হোছেইন, অনিল বড়ো, দেৱব্ৰত শৰ্মা আদিয়ে। ড° ৰমেশ কলিতাই ছাত্ৰ আন্দোলনৰ বিষয়ে চৰ্চা কৰিছে।

আমাৰ ইতিহাসৰ পুনৰ্নিৰ্মাণ কৰিবলৈ গৈ ড° গোহাঁয়ে শঙ্কৰদেৱৰ পৰ্বতপ্ৰমাণ ব্যক্তিত্ব আৰু তেওঁৰ ঐতিহাসিক ভূমিকাৰ অধ্যয়নক এক বেলেগ মাত্ৰা প্ৰদান কৰিছে। অসমৰ জাতীয় জীৱনত মহাপুৰুষীয়া পৰম্পৰা নামৰ গ্ৰন্থৰ বাবে তেখেতে সাহিত্য একাডেমীৰ পুৰস্কাৰো পাইছিল। নতুন পদাতিকৰ প্ৰস্তাৱনা সংখ্যাৰ সম্পাদকীয়ৰ বিষয়বস্তুও শঙ্কৰদেৱেই। ইয়াত কোৱা হৈছে যে শঙ্কৰদেৱক আন্তৰ্জাতিক প্ৰতিষ্ঠা দিবলৈ দিল্লী-দিছপুৰে যেতিয়া কোটি কোটি টকা খৰচ কৰিবলৈ ওলাইছে, তাৰ আচল কাৰণ অসমীয়া জনমানসত শঙ্কৰদেৱৰ মহিমামণ্ডিত ভাবমূৰ্তি। কিন্তু দিল্লী-দিছপুৰীয়া উৎসুকতাৰ আঁৰত আছে সিবোৰৰ গাদীৰক্ষাৰ তাড়ণা। সম্পাদকীয়টোত আৰু সোঁৱৰাই দিয়া হয় যে ঃ

*....আজিৰ বিশ্বৰ অৰ্থনীতি আৰু সংস্কৃতিৰ চাবিকাঠি সাম্ৰাজ্যবাদী পশ্চিমে অদ্ভুত কৌশলেৰে হস্তগত কৰিছে, অন্ততঃ প্ৰচলিত অৰ্থনীতি আৰু সংস্কৃতিৰ। এই সময়তে*

*ভাৰতীয় সুন্দৰী আৰু ভাৰতীয় শিল্পীয়ে বিদেশৰ বঁটাবাহনেৰে নতুন মৰ্যাদা লাভ কৰিছে। আমাৰো ধাৰণা হৈছে যে শঙ্কৰদেৱক বিদেশী সম্মান, বিদেশী উপাধি প্ৰদান নকৰিলে আৰু নচলে। শঙ্কৰদেৱৰ শিক্ষা আমাৰ সমাজত প্ৰকৃততে প্ৰয়োগ কৰাৰ প্ৰশ্ন নাই। কেৱল শঙ্কৰদেৱক এক আন্তৰ্জাতিক স্বীকৃতি আৰু প্ৰতিষ্ঠা দিয়াৰ প্ৰশ্নহে প্ৰাসংগিক। কিয়? কাৰণ সহজ। আমাৰ প্ৰভাৱশালী ৰাজনৈতিক, সম্মানিত বিদ্বান, প্ৰতিপত্তিশালী শিল্পী-সাহিত্যিকৰ দ্বাৰা যি শাসক শ্ৰেণী গঠিত হৈছে, তেওঁলোকক এতিয়া শংকৰদেৱৰ বৰ দৰকাৰ। আন্তৰ্জাতিক পুঁজিৰ মালিকসকলে তেওঁলোকক মূল্য দিব ; যদি শঙ্কৰদেৱক তেওঁলোকৰ প্ৰতীক হিচাপে মৰ্যাদা দিয়াব পৰা যায়। আনহাতে সেই প্ৰতিফলিত গৰিমাৰে তেওঁলোকে অসমৰ ক্ষুব্ধ আৰু দুৰ্গত জনগণৰ সম্মান আদায় কৰিবলৈ সুযোগ ল'ব। (সম্পাদকীয়, অক্টোবৰ, ১৯৯৮)*

আলোচনীখনৰ দ্বিতীয় সংখ্যাৰ সম্পাদকীয়ত বলিউডমাৰ্কা বজৰুৱা অপসংস্কৃতিয়ে কেনেকৈ যৌনতা-হিংসা আৰু আধ্যাত্মিকতাৰ খিচিৰি খুৱাই লোক-সংস্কৃতিৰ কণকঠিয়া মাৰিবলৈ বিচাৰিছে, তাক উদঙাই দিয়া হৈছে (নৱেম্বৰ, ১৯৯৮)। তৃতীয় সংখ্যাত অসমৰ প্ৰগতিশীল সাংস্কৃতিক আন্দোলনৰ সেনাপতি হেমাংগ বিশ্বাসক নতুন পোহৰত প্ৰক্ষেপণ কৰা হৈছে (ডিচেম্বৰ, ১৯৯৮)। চতুৰ্থ সংখ্যাত এক প্ৰত্যক্ষভাৱে ৰাজনৈতিক প্ৰসংগৰ অৱতাৰণা কৰা হৈছে। সেয়া হৈছে আমেৰিকাৰ ইৰাক আক্ৰমণ। বিশ্বায়তনৰ নামত মাৰ্কিন প্ৰভুত্ব প্ৰতিষ্ঠাৰ প্ৰচেষ্টাৰ বিৰুদ্ধে ইয়াত পাঠকক সঁকিয়াই দিয়া হৈছে। ফেব্ৰুৱাৰী '৯৯ৰ পঞ্চম সংখ্যাত লুম্পেন মানসিকতাৰ বিৰুদ্ধে সদৃশ সঁকিয়নি দিয়া হৈছে। মাৰ্চ '৯৯ ৰ ষষ্ঠ সংখ্যাত কেৰালা শাস্ত্ৰ সাহিত্য পৰিষদৰ আৰ্হিত ভূমি সংস্কাৰ আৰু কৃষক আন্দোলনৰ সমান্তৰালভাৱে গণবিজ্ঞান আৰু গণসাংস্কৃতিক আন্দোলন গঢ়ি তোলাত গুৰুত্ব আৰোপ কৰা হয়। পৰৱৰ্তী সংখ্যাৰ সম্পাদকীয়ত পশ্চিমীয়া সংস্কৃতিৰ প্ৰতি উন্মাদ আকৰ্ষণৰ বিৰোধিতা কৰি নিজৰ শিপা শক্তিশালী কৰাৰ লগতে বাহিৰা বতাহ উপভোগ কৰাৰ কথা কোৱা হৈছে। অষ্টম সংখ্যাত দুৰ্নীতিৰ গ্ৰাসৰ পৰা সংস্কৃতিক মুক্ত কৰাৰ আহ্বান জনোৱা হৈছে। বিশ্ববেংক আৰু আন্তৰ্জাতিক মুদ্ৰা নিধিয়ে কেনেকৈ বিশ্বায়তনৰ নামত তৃতীয় বিশ্বৰ দেশবিলাকত শিক্ষা, স্বাস্থ্য আদি কল্যাণমূলক সেৱাবোৰ ভংগ কৰি দিবলৈ ওলাইছে, তাৰ বিৰুদ্ধে প্ৰতিবাদৰ আশংকাতে সাংস্কৃতিক এজেণ্টবোৰক কেনেকৈ পথাৰত নমোৱা হৈছে, তাৰো আভাস দিয়া হৈছে।

প্ৰথম বছৰৰ দশম সংখ্যাত প্ৰকাশিত এটা শক্তিশালী ৰাজনৈতিক সম্পাদকীয়ত কাৰ্গিলৰ নামত হিন্দুত্ববাদী - ফেচিবাদী শক্তিয়ে দেশজুৰি গঢ়ি তোলা পাকিস্থান-বিৰোধী গণ উন্মাদনাৰ বিভীষিকা সম্পৰ্কে সময়োচিত আৰু সাহসী সকীয়নি দিয়া হৈছে। আনহাতে একাদশ সংখ্যাৰ সম্পাদকীয় মৌলবাদৰ বিপদ সম্পৰ্কতো আঙুলিয়াই দিয়া হৈছে। বছৰটোৰ শেহৰ সংখ্যাটোৰ আধুনিকতাৰ নামত বিদেশৰ অন্ধ অনুকৰণ নকৰাকৈ আৰু স্বদেশিকতাৰ নামত পৰম্পৰাৰ শাসত্ব স্বীকাৰ নকৰাকৈ এক স্বাধীনচিতীয়া কিন্তু মুক্তমনা জাতীয় জীৱন গঢ়াৰ আহ্বান জনোৱা হৈছে।

দেখা যায় যে, **পদাতিক** আৰু **কলাখাৰৰ** বিপৰীতে **নতুন পদাতিকৰ** সম্পাদকীয় আৰু বিষয়বস্তু উভয়তে প্ৰত্যক্ষ ৰাজনৈতিক আলোচনা তাকৰীয়া। প্ৰকৃতাৰ্থত আগৰ দুখন যদি আছিল মৌলিকভাৱে ৰাজনৈতিক পত্ৰিকা, শেহৰখন তেনেহ'লে মূলতঃ সাহিত্য-সাংস্কৃতিক পত্ৰিকা। আগৰ দুখনৰ উদগ্ৰ ভংগী, ৰাজনৈতিক স্থিতিৰ বিপৰীতে **নতুন পদাতিক** অনেক ধীৰ-স্থিৰ, সংযত প্ৰশান্ত। **পদাতিক** আৰু **কলাখাৰৰ** অপৰিহাৰ্য বৈশিষ্ট্য ব্যংগৰ চেঙা চাবুকপাত ইয়াত ড° গোহাঁয়ে পৰিত্যাগ কৰিছে স্বেচ্ছাই। এয়া হয়তো কিছু পৰিমাণে সংযমৰ কঠোৰ অনুশীলন আৰু কিছু পৰিমাণে দীৰ্ঘ যাত্ৰাৰ অনিবাৰ্য অৱসাদ। তথাপিও আশা কৰা যায়, সময় চমু চাপি অহাৰ লগে লগেই, প্ৰত্যাহ্বান সুতীব্ৰ আৰু ভয়াবহ হৈ অহাৰ লগে লগেই **নতুন পদাতিকে** তাৰ ফেচিবাদ বিৰোধী, সাম্ৰাজ্যবাদ বিৰোধী (লগতে জাতি-বৰ্ণবাদ বিৰোধী) ঐতিহাসিক ভূমিকা পালন কৰিব পাৰিব।

কাৰণ আমি দেখিছোঁ, সুদীৰ্ঘ তিনিটা দশক বিয়াপি, নতুন শতিকা/ সহস্ৰাব্দ অভিমুখে (সম্পাদক হিচাপে) ড° গোহাঁইৰ পদযাত্ৰা অব্যাহত আছে। মাজৰছোৱা সময়ত তেখেত পৰিণত হৈছে অসমৰ আটাইতকৈ বিতৰ্কিত অথচ বহুজন শ্ৰদ্ধেয় বুদ্ধিজীৱীত। বিতৰ্কই তেখেতক বিলুপ্ত কৰা নাই, উজলাইহে তুলিছে। কিন্তু কেতিয়াবা কেতিয়াবা বিতৰ্কক ব্যক্তিগত পৰ্যায়লৈ নমাই অনাৰ অভিযোগো তেখেতৰ বিপক্ষে উঠিছে। দেখা যায়, তেখেত প্ৰায়ে অতি সহজে প্ৰৰোচিত হয় আৰু শত্ৰু-মিত্ৰ নিৰ্বিশেষে বিভিন্নজনৰ বিৰুদ্ধে যুঁজত নামে। ফলত তেখেতে কেতিয়াবা চিকা মাৰিও হাত গোদ্ধোৱায়। আনহে নালাগে তেখেতৰ বিদ্ৰূপ আৰু ব্যংগৰ কষাঘাতৰ পৰা ৰেহাই পোৱা শুভাকাংক্ষীৰ সংখ্যা নগণ্য। গণতান্ত্ৰিক অধিকাৰ সংগ্ৰাম সমিতি (গছ)ত তেখেতৰ লগত একেলগে কাৰ্যনিৰ্বাহ কৰাৰ সময়ত দেখিছো আনকি যুক্তমৰ্চাৰ কাৰ্যকলাপতো তেখেতে প্ৰায় অসহিষ্ণুতাৰ পৰিচয় দিয়ে। ফলত সাংগঠনিক সমস্যাৰো উদ্ভৱ হয়। মই নিশ্চিত যে এই অনুচ্ছেদৰ প্ৰতিটো বাক্যই বিতৰ্কৰ যোগ্য আৰু সেই বিতৰ্ক মই কৰিব লাগিব ড° হীৰেন গোহাঁইৰ সৈতেই। যিদৰে অসম আন্দোলন সম্পৰ্কে তেখেতৰ পৰৱৰ্তী মূল্যায়ন সম্পৰ্কে, অন্যান্য আৰু বহু বিষয় সম্পৰ্কে তেখেতৰ লগত বিতৰ্কৰ অৱকাশ নথকা নহয়।

কিন্তু এনে হেজাৰ মতপাৰ্থক্য থাকিলেও এই কথা আমি দ্বিধাহীনভাৱে, নিসংকোচে স্বীকাৰ কৰোঁ যে তিনি দশকজোৰা ঐতিহাসিক প্ৰত্যাহ্বানৰ সময়ত সমগ্ৰ অসম আৰু অসমীয়া জাতিক বৌদ্ধিক নেতৃত্ব দিয়াত ব্যক্তি হিচাপে তেখেত এক আৰু অদ্বিতীয়। তদুপৰি ইন্দিৰা ফেচিবাদৰ বিপক্ষে, অসম আন্দোলনৰ পৰা আলফালৈকে অসমীয়া উগ্ৰজাতীয়তাবাদৰ বিৰুদ্ধে আৰু আজি সাম্ৰাজ্যবাদৰ পৃষ্ঠপোষকতাপ্ৰাপ্ত হিন্দী-হিন্দুবাদী ফেচিবাদৰ বিৰুদ্ধে ড° গোহাঁই আৰু তেখেতৰ দ্বাৰা সম্পাদিত পত্ৰ-পত্ৰিকাসমূহে মূলতঃ সঠিক, মূলতঃ প্ৰগতিশীল ভূমিকা পালন কৰি আহিছে। আমি কামনা কৰোঁ যে আগন্তুক দিনৰ বৌদ্ধিক বিতৰ্কতো ড° হীৰেন গোহাঁয়ে এক গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰিব, অব্যাহত ৰাখিব তেওঁৰ অবিৰত পদযাত্ৰা। ❑

# মাৰ্ক্সবাদ আৰু ড° হীৰেন গোহাঁই

• অখিল ৰঞ্জন দত্ত

[১]

মাৰ্ক্সবাদ এক গতিশীল চিন্তা আৰু কৰ্মপন্থা— ই সকলো ধৰণৰ গোড়া আদৰ্শ আৰু কৰ্মপন্থাৰ বিৰোধী আৰু সেইবাবেই মাৰ্ক্সে কৈছিল "I am not a Marxist"— মই নিজে মাৰ্ক্সবাদী নহওঁ। ইয়াৰ অৰ্থ এয়ে যে সমাজ পুনৰ্নিৰ্মাণৰ আৰু সমাজৰ বৈপ্লৱিক পৰিবৰ্তনৰ শেষ অথবা চূড়ান্ত কথা কাৰ্লমাৰ্ক্সে কৈ যোৱা নাই। মাৰ্ক্সীয় আদৰ্শেৰে সমাজ পৰিবৰ্তনৰ পোষকতা কৰা, সাম্যবাদী সমাজ প্ৰতিষ্ঠাৰ হকে সংগ্ৰাম কৰা এজন ব্যক্তিয়ে গতিশীল সমাজ-জীৱনৰ বিশেষ পৰিস্থিতিৰ বস্তুনিষ্ঠ আলোচনাৰ জৰিয়তে নিজৰ সংগ্ৰামী অৱস্থান নিৰ্ণয় কৰি লয়। এনে কৰিবলৈ যাওঁতে এজন ব্যক্তিয়ে সমাজ পৰিবৰ্তনৰ মাৰ্ক্সীয় মূল ভাবাদৰ্শৰ প্ৰতি নিজৰ আস্থা আৰু বিশ্বাস অটুত ৰাখিও জটিল সমাজ-জীৱনৰ ঘটনা প্ৰৱাহত নিজৰ সংগ্ৰামী স্থিতি আৰু অৱস্থানৰ সংশোধন আৰু পৰিবৰ্তন ঘটাব পাৰে, নিজৰ পূৰ্বৰ স্থিতিক সমালোচনাত্মক দৃষ্টিভংগীৰে চাব পাৰে। কিন্তু যি কথাৰ পৰিবৰ্তন নহয়, সেয়া হ'ল সমাজ ৰূপান্তৰৰ প্ৰতি থকা প্ৰবল দায়বদ্ধতা আৰু জন-কল্যাণৰ প্ৰতি থকা আন্তৰিক নিষ্ঠা। এই দায়বদ্ধতা আৰু নিষ্ঠা চৌখিন ব্যৱসায় অথবা আত্ম-প্ৰবঞ্চনা নহয়। মাৰ্ক্সবাদ নিতৌ সমৃদ্ধ হ'ব ধৰিছে সমাজ ৰূপান্তৰৰ স'তে বিশেষ পৰিস্থিতিত সংগ্ৰাম কৰি অহা বহু বিপ্লৱীৰ অৰিহণাৰে, মাৰ্ক্সীয় চিন্তালৈ তেওঁলোকে যোগাই অহা মৌলিক অৱদানেৰে। ৰ'জা লুক্সেমবাৰ্গ, গ্ৰামশ্চি অথবা মাও-ছে-তুঙৰ চিন্তা আৰু কৰ্মৰ মৌলিকত্বই সেয়েহে মাৰ্ক্সীয় চিন্তাক প্ৰত্যাহ্বান জনোৱাৰ বিপৰীতে ইয়াক গতিশীল আৰু সমৃদ্ধহে কৰি তুলিছে।

মাৰ্ক্সীয় বিশ্ববীক্ষাত দীক্ষিত আৰু সাম্যবাদৰ ভাবাদৰ্শত বিশ্বাসী ড° হীৰেন গোহাঁইৰ ৰাজনৈতিক মতাদৰ্শ আৰু কাৰ্যপন্থা অসমৰ বিশেষ প্ৰেক্ষাপটৰ পৰা নিলগাই চাব নোৱাৰি। মাৰ্ক্সবাদক 'Praxis' অৰ্থাৎ তত্ত্ব আৰু কৰ্মৰ সমাহাৰ বুলি বিশ্বাস কৰা ড° হীৰেন গোহাঁইৰ বাবে মাৰ্ক্সীয় দ্বন্দ্ববাদৰ অৰ্থ মানসিক কচ্‌ৰৎ মাত্ৰ নহয়— বাস্তৱ পৰিস্থিতিৰ পুংখানুপুংখ পৰীক্ষণৰ জৰিয়তে প্ৰকৃত সমস্যাৰ অনুধাৱন আৰু তাৰ সমাধান সূত্ৰৰ সন্ধান। মাৰ্ক্সীয় যুক্তিবাদেৰে তেওঁ সমাজ জীৱনৰ মাজত অৱস্থান লৈ ইয়াৰ প্ৰতিটো সমস্যা আন্তৰিকতাৰে উপলব্ধি কৰিবৰ চেষ্টা কৰিছে। ড° গোহাঁইৰ নিজৰ ভাষাত তেখেতে মাৰ্ক্সবাদৰ যান্ত্ৰিক প্ৰয়োগ বিচৰা নাই। অথবা বিধিবদ্ধ সূত্ৰৰ অনুসৰণ কৰিব বিচৰা নাই।

জ্ঞান আৰু সচেতনতা সম্পৰ্কে German Ideology-ত কাৰ্লমাৰ্ক্সে এষাৰ অতি গুৰুত্বপূৰ্ণ কথা কৈছিল ঃ "Conciousness can never be anything else than concious existance, and concious existance is their actual process." মাৰ্ক্সৰ এই কথাষাৰৰ তাৎপৰ্য স্বীকাৰ কৰি লৈয়েই ড° গোহাঁয়ে কৈছে ঃ "জ্ঞান পণ্ডিতৰ অলস মগজুৰ সৃষ্টি নহয়— কৰ্মী মানুহৰ বিশ্বৰ লগত চলা অহৰহ আদান-প্ৰদানৰ গতিশীল পৰিণতি।" ড° গোহাঁইৰ চিন্তা আৰু কৰ্মৰ আলোচনাত এই কথাষাৰৰ যথেষ্ট গুৰুত্ব আছে।

[২]

এগৰাকী বিশিষ্ট চিন্তাবিদ, অসমৰ সমাজ-জীৱনৰ অতন্দ্ৰ প্ৰহৰী, ড° হীৰেন গোহাঁইৰ বৌদ্ধিক বিচৰণৰ ক্ষেত্ৰ অতি বিশাল, চিন্তাৰ সোঁত গভীৰ আৰু অধ্যয়নপুষ্ট, আলোচনা অন্তৰ্ভেদী। মাৰ্ক্সীয় বিশ্ববীক্ষাত দীক্ষিত ড° গোহাঁইৰ আলোচনাৰ দৃষ্টিভংগী সমাজতাত্ত্বিক (Sociological) আৰু সেয়েহে সমাজ-জীৱনৰ প্ৰতিটো ঘটনা পৰিঘটনাৰ আলোচনাত তেখেতে সমসাময়িক সমাজ-জীৱনৰ সামগ্ৰিক চৰিত্ৰ বিশ্লেষণত গুৰুত্ব আৰোপ কৰি আহিছে। তথ্যসমৃদ্ধ আলোচনা তেখেতৰ বৌদ্ধিক চিন্তাৰ বৈশিষ্ট্য। কিন্তু তথ্যই তেখেতৰ ব্যাখ্যাক যিদৰে অৱদমিত কৰিব পৰা নাই, ঠিক সেইদৰে তথ্যবিহীন টুলুঙা যুক্তিৰে কোনো সিদ্ধান্তত উপনীত হ'বৰ বাবে তেখেতে হামৰাও কঢ়া নাই।

সমসাময়িক অসমৰ সমাজ-জীৱনৰ প্ৰতিটো ঘটনা প্ৰবাহৰ স'তে তেখেতৰ চিন্তা আৰু কৰ্ম এনেদৰে জড়িত হৈ পৰিছে যে তেখেতৰ চিন্তা বা কৰ্মক সাহিত্য, সংস্কৃতি, অৰ্থনীতি বা ৰাজনীতি আদি বিভিন্ন ক্ষেত্ৰত ভগাই লোৱাটো অতি কঠিন। সাহিত্য সমালোচনাৰ কোনোবাটো প্ৰবন্ধতে হয়তো তেখেতৰ সামাজিক আদৰ্শ অতি স্পষ্ট হৈ উঠিছে, আকৌ সংস্কৃতি বিষয়ক কোনোবাটো আলোচনাত হয়তো ভিত্তি-উপৰিসৌধৰ (Base-superstructure) মাৰ্ক্সীয় দৰ্শনক বহলাই আলোচনা কৰিছে। আকৌ তেখেতৰ তাত্ত্বিক অৱস্থান সম্পৰ্কেও শৃঙ্খলাবদ্ধভাৱে কোনো গ্ৰন্থ বা প্ৰবন্ধত আলোচনা কৰা হোৱা নাই, বিভিন্ন বিষয়ৰ ওপৰত চলোৱা আলোচনাৰ মাজেদিহে সি নিৰ্গত হৈছে। ড° হীৰেন গোহাঁইৰ চিন্তাত মাৰ্ক্সবাদী দৃষ্টিকোণ কিদৰে প্ৰৱাহমান তাৰ আলোচনাৰ বেলিকাও আমি থমকি ৰ'বলগীয়া হৈছে, তেখেতৰ সাহিত্য, সংস্কৃতি, ৰাজনীতি, ইতিহাস বিষয়ক বিভিন্ন লিখনিৰ মাজত তাৰ অনুসন্ধান কৰিবলগীয়া হৈছে। তৎসত্ত্বেও তেখেতৰ কেইটামান বিশেষ প্ৰবন্ধত তেখেতৰ ৰাজনৈতিক দৰ্শন আৰু মাৰ্ক্সবাদ সম্পৰ্কে তেখেতৰ ধাৰণা অধিক বহলভাৱে আলোচনা কৰা হৈছে। অধিক সচেতন পাঠকৰ বাবে ইয়াত সংযোজনৰ সম্ভাৱনা নুই কৰিব নোৱাৰি। মোৰ দৃষ্টিত সেই প্ৰবন্ধসমূহ হ'ল ঃ

১। মাৰ্ক্সবাদ আৰু যুক্তিবাদ (সংকলন ঃ সৃষ্টি আৰু যুক্তি)

২। মাৰ্ক্সবাদ আৰু মতাদৰ্শৰ সমস্যা (সংকলন ঃ সাহিত্য আৰু চেতনা)

৩। শোধনবাদী চক্ৰবেহুত তৰুণ মাৰ্ক্স (সংকলন ঃ সাহিত্য আৰু চেতনা)

৪। লেখকৰ পৰা পাঠকলৈ... (পাতনি : **সাহিত্য আৰু চেতনা**)

৫। গান্ধীবাদ আৰু লেনিনবাদ (সংকলন : **সমাজ আৰু সমালোচনা**)

৬। সন্তীয়া চিন্তাৰ বিৰুদ্ধে : মাৰ্ক্সবাদৰ সূৰ্য্যগ্ৰহণ নে সূৰ্য্যাস্ত (সংকলন : **সন্ধিক্ষণ**)

৭। ফ্ৰেডৰিক এংগেলছ্ আৰু আৰু মাৰ্ক্সবাদৰ বিকাশত তেওঁৰ অৱদান (সংকলন : **কালস্ৰোত আৰু কাণ্ডাৰী**)

৮। বিপ্লৱৰ কেৰোণ : (ক) বিপ্লৱ বনাম কূটাঘাট
(খ) পাৰ্টী আৰু জনগণ
(গ) পাৰ্টী, জনগণ, সংগ্ৰামৰ পথ
(ঘ) গণতন্ত্ৰৰ ব্যৱহাৰ
(ঙ) গণতান্ত্ৰিক ৰাজনীতিৰ পৰিসৰ
(সংকলন : **গণতন্ত্ৰৰ নৱজীৱন**)

৯। সাম্যবাদী ইস্তাহাৰৰ ডেৰশ বছৰ (সংকলন : **নৈৰাজ্য আৰু নিৰ্মাণ**)

১০। মাৰ্ক্সবাদ আৰু জাতি সমস্যা

১১। জাতিসমস্যা আৰু মাৰ্ক্সবাদৰ অপপ্ৰয়োগ। ইত্যাদি।

নিঃসন্দেহে এই প্ৰবন্ধসমূহৰ এক সুকীয়া সংকলন প্ৰকাশ কৰিলে মাৰ্ক্সবাদৰ অনুসন্ধিৎসু পাঠকৰ বাবে ই প্ৰসংগ পুথি হৈ উঠিব।

[৩]

ড' গোহাঁইৰ বাবে মাৰ্ক্সবাদ এক সংগ্ৰামী সত্ত্বাৰ পথ নিদৰ্শনকাৰী মতাদৰ্শ। কিন্তু ই মতান্ধতাৰ পৰা পৃথক। এই মতাদৰ্শৰ গতিশীল চৰিত্ৰৰ কথা ক'বলৈ গৈ তেখেতে লিখিছে : "প্ৰকৃত শিক্ষিত আৰু আলোকিত মনত মতাদৰ্শৰ লগত নিষ্ঠাৰ সহঃঅৱস্থান কৰে সতৰ্কতা আৰু আত্মসমালোচনাই। এনে এপালি সংশয়ৰ অভাৱতে সৃষ্টিশীল প্ৰতিভা বন্ধ্যা আত্মৰম্ভৰিতালৈ অধঃপতিত হয়।" (**সৃষ্টি আৰু যুক্তি**, পৃঃ ৩৫)

মাৰ্ক্সীয় বিশ্ববীক্ষাৰ দ্বাৰা প্ৰভাৱান্বিত হৈও সেয়েহে ড° গোহাঁয়ে গোড়া মাৰ্ক্সবাদীসকলৰ "অৰ্থনৈতিক নিৰ্ণেয়তাবাদ"ৰ (Economic determinism) খোলাটোৰ পৰা নিজক মুক্ত কৰি অসম তথা ভাৰতবৰ্ষৰ প্ৰতিটো সমস্যাৰ অনুসন্ধানৰ ক্ষেত্ৰত এক গতিশীল অৱস্থান গ্ৰহণ কৰিছে। ভাৰতৰ স্বাধীনতা আন্দোলনৰ কাণ্ডাৰী গান্ধীজীৰ সমাজ পৰিবৰ্তন আৰু পুনৰ নিৰ্মাণৰ দৃষ্টিভংগীৰ সীমাবদ্ধতাৰ কথা উল্লেখ কৰি ষাঠিৰ দশকতে লিখা "গান্ধীজীৰ সমাজবাদৰ ব্যুৎপত্তি" শীৰ্ষক প্ৰবন্ধটোত লিখিছিল : "গান্ধীজীৰ শ্ৰেণীসংগ্ৰামৰ ধাৰণা স্থানু (Static) আৰু পৰিৱৰ্তনহীন। তেওঁৰ মনত শ্ৰেণী সংগ্ৰাম কেতিয়াবা এটা অস্বাভাৱিক

ব্যাধি আৰু কেতিয়াবা এটা স্বাভাৱিক কন্দল — যি সামাজিক ঐক্য কেতিয়াও বিপন্ন কৰিব নোৱাৰে বা নালাগে।"

"ভাৰতৰ সমাজখন গান্ধীজীয়ে একধৰণে চিনি পাইছিল সঁচা, কিন্তু তেওঁৰ সেই জ্ঞানত ঐতিহাসিক বিশ্লেষণ আৰু ভবিষ্যৎমুখী দৃষ্টিভংগী সক্রিয় নাছিল। সেয়ে সমাজবাদৰ প্ৰাণত যি বৈপ্লৱিক জ্ঞান অংকুৰিত হয়, সি তেওঁৰ ভাৱধাৰাত অদৃশ্য।" **(সমাজ আৰু সমালোচনা, পৃঃ ৩৪)**

শ্ৰেণী বিৰোধ আৰু শ্ৰেণী সংঘৰ্ষ সম্পৰ্কত গান্ধীজীৰ এই অপৈণত চিন্তা সত্বেও ভাৰতীয় সমাজ-সভ্যতাৰ পুনৰ্নিৰ্মাণৰ ক্ষেত্ৰত গান্ধীজীৰ ভূমিকাক অস্বীকাৰ বা অৱমূল্যায়ন কৰিব পৰা নাযায়। গান্ধীজীৰ সমালোচনাত সেয়েহে ড° গোহাঁয়ে এক সতর্ক আৰু সচেতন অৱস্থান গ্ৰহণ কৰিছে। "ভাৰতীয় সমাজ-সভ্যতাৰ পুনৰ্নিৰ্মাণ" শীৰ্ষক ৯০-ৰ দশকত লিখা এটা প্ৰবন্ধ গান্ধী-চিন্তাৰ সাম্প্ৰতিক প্ৰাসংগিকতাৰ কথা দোহাৰি তেখেতে লিখিছে ঃ "সমাজ ব্যৱস্থা আৰু ৰাজনীতিৰ যথাযথ বিশ্লেষণত গান্ধীজী সফল নহ'ল। পুঁজিবাদী অৰ্থনীতিৰ শক্তি আৰু ৰাষ্ট্ৰৰ ভূমিকা বিশেষ বিবেচনা নকৰাকৈ কেৱল আদৰ্শ আৰু নৈতিকতাৰ জোৰত অৰ্থনীতিৰ নতুন গঢ় দিব পাৰিব বুলি ভাবিছিল। কিন্তু গান্ধীজীৰ বিশ্লেষণৰ এই ভুলে তেখেতৰ ভুল বুলি আঙুলিয়াই নিদিয়ে। আগতেই কৈছোঁ যে বৰ্তমান সমাজ-ব্যৱস্থাৰ গুৰুতৰ ত্ৰুটি বা অমংগল গান্ধীজীৰ বিচাৰে পৰিষ্কাৰকৈ দাঙি ধৰিছে। ভৱিষ্যতে আদৰ্শ মানৱ সমাজ গঢ়িবলৈ যোৱাসকলে সেই বিচাৰৰ পৰা শিকিবলগীয়া কথা বহুত আছে।" **(সাহিত্য, সত্তা আৰু সাধনা ; পৃঃ ৩২)**

একেটা প্ৰবন্ধৰ শেষৰ পিনে ড° গোহাঁয়ে আঙুলিয়াই দিছে ঃ "কিছুমানে গান্ধীজীৰ সমাজবাদী ভাৱধাৰাৰ মৰ্ম নুবুজি তেওঁক ব্যক্তিবাদী বুলি অভিহিত কৰে। নৈতিক চেতনাৰ পোহৰত ব্যক্তিয়ে জনগণৰ সেৱা কৰাটো উচ্চতম নৈতিক জ্ঞানৰ লক্ষণ। কিন্তু ব্যক্তি সত্বাহে এনে নৈতিক বিচাৰ বা সিদ্ধান্তৰ আধাৰ-- অৰ্থাৎ তেওঁলোকৰ মতে ব্যক্তিয়ে সমাজৰ কথা নভবাকৈও থাকিব পাৰে। কিন্তু গান্ধীজীৰ ভাৱধাৰাৰ লগত নিবিড় পৰিচয় থকা লোকমাত্ৰেই জানে যে গান্ধীজীৰ মতে আদৰ্শ মানৱতা হৈছে সমাজপ্ৰাণ ব্যক্তিসত্বা"। **(সাহিত্য, সত্তা আৰু সাধনা ; পৃঃ ৩৩)**

মাৰ্ক্সীয় দ্বন্দ্ববাদক চকু-কাণ মুদি একমাত্ৰ শ্ৰেণী-সূত্ৰৰ দ্বাৰা সমৰ্থন কৰি অহা যিকোনো গোড়া মাৰ্ক্সবাদীয়েই ড° গোহাঁইৰ এনে বিশ্লেষণক মাৰ্ক্সবাদ বিৰোধী বুলি ক'বলৈ বাধ্য।

সাম্প্ৰতিক সময়ত মাৰ্ক্সবাদ সম্পৰ্কে ড° গোহাঁয়ে লিখা এটা অতি গুৰুত্বপূৰ্ণ আৰু মৌলিক চিন্তা সম্বলিত প্ৰবন্ধ "সাম্যবাদী ইস্তাহাৰৰ ডেৰশবছৰ"ত মাৰ্ক্সবাদী হিচাপে ড° গোহাঁইৰ তাত্বিক অৱস্থান অধিক স্পষ্ট হৈ উঠিছে। মাৰ্ক্সবাদী চিন্তাজগতলৈ এক অনবদ্য বৰঙণি হিচাপে স্বীকৃতিৰ যোগ্য এই ৰচনাখনত সাম্যবাদী ইস্তাহাৰৰ তাৎপৰ্য আৰু সমাজবাদী শিবিৰৰ পতনৰ উত্তৰকালতো এই ইস্তাহাৰৰ প্ৰবাহমান প্ৰাসংগিকতাৰ কথাই কেৱল আলোচনা কৰা হোৱা নাই, আচলতে ইয়াত মাৰ্ক্সীয় চিন্তাৰ বিশালতা আৰু সাম্যবাদী সমাজ গঠনৰ অপৰিহাৰ্যতা সম্পৰ্কেও আলোচনা কৰা হৈছে।

ড° হীৰেন গোহাঁই সাম্যবাদ আৰু বিপ্লৱী ভাৱাদৰ্শত বিশ্বাসী এগৰাকী শ্ৰমিক কৃষকৰ কাণ্ডাৰী বুদ্ধিজীৱী। কিন্তু জন্মসূত্ৰে মধ্যবিত্তীয় চৰিত্ৰ অৰ্জন কৰা, ছাত্ৰাৱস্থাত সক্ৰিয় বামপন্থী ৰাজনীতিৰ স'তে সম্পৰ্ক নথকা, এনেকি এটা সময়ত মাৰ্ক্সবাদৰ বিৰুদ্ধে বিৰূপ মন্তব্য কৰা, ড° গোহাঁই কেনেকৈ শ্ৰমিক-কৃষকৰ কাণ্ডাৰী হ'ব পাৰে। "সাম্যবাদী ইস্তাহাৰৰ ডেৰশ বছৰ" শীৰ্ষক গুৰুত্বপূৰ্ণ ৰচনাখনত ইয়াৰ সম্ভেদ পোৱা যাব। "সাম্যবাদী ইস্তাহাৰৰ প্ৰথমখণ্ডৰ পিনে কোৱা হৈছে যে শিল্পায়নৰ অভিযানৰ ফলস্বৰূপেই বুৰ্জোৱা কিছুমান অংশ অৰ্থনৈতিকভাৱে পীড়িত হৈ শ্ৰমিক শ্ৰেণীৰ অন্তৰ্ভূক্ত হয়। সেইবোৰৰ পৰাই শ্ৰমিক শ্ৰেণীয়ে বোধি আৰু নতুন উপাদান (Enlightenment and pros) লাভ কৰে। তদুপৰি সংগ্ৰামে উত্তপ্ত, জ্বলন্ত ৰূপ ধাৰণ কৰাৰ লগে লগে শাসক শ্ৰেণীৰ এক ক্ষুদ্ৰ অংশই নিজৰ স্বাৰ্থ নেওচা দি ভৱিষ্যতৰ কাণ্ডাৰী ৰূপে এই শ্ৰেণীত যোগ দিয়ে। এই অংশৰ মাজত বিশেষকৈ উল্লেখযোগ্য হৈছে সমগ্ৰ ঐতিহাসিক আন্দোলনটো তাত্ত্বিকভাৱে অনুধাৱন কৰিব পৰা বুৰ্জোৱা ভাৱাদৰ্শ ৰণুৱাৰ (Ideologues) চামটো। হয়তো মাৰ্ক্স-এংগেলছে নিজকো তেনে স্ব-শ্ৰেণী ত্যাগী বিপ্লৱী ভাৱাদৰ্শ ৰণুৱাৰ মাজত গণ্য কৰিছিল।" (**নৈৰাজ্য আৰু নিৰ্মাণ**, পৃঃ ৪৯, ৫০)

ড° হীৰেন গোহাঁইৰ সংগ্ৰামী অৱস্থানক এনে দৃষ্টিকোণৰ পৰা লক্ষ্য কৰিব পাৰি নেকি? অৰ্থাৎ বুৰ্জোৱা ভাৱাদৰ্শৰ খোলাটোৰ পৰা নিজকে মুক্ত কৰি শ্ৰমিক-কৃষকৰ শ্ৰেণীত যোগ দিয়াৰ লক্ষণ ড° গোহাঁইৰ জীৱন যাত্ৰাত প্ৰতিফলিত হৈছে নেকি? "দেৱকান্ত বৰুৱাৰ স্মৃতি" শীৰ্ষক ৰচনাখনত তেখেতে উল্লেখ কৰিছে ঃ "বিলাতৰ পৰা উভতি অহাৰ পিছত মোৰ দৃষ্টিভংগী কিছু সলনি হ'ল। অকলে নিজৰ জীৱনটো সুখী, সমৃদ্ধ আৰু সৃষ্টিশীল কৰি উপভোগ কৰাটো পাপ যেন লগা হ'ল। সাম্যবাদৰ প্ৰতি কিছু আকৃষ্ট হ'লো। দিল্লী বিশ্ববিদ্যালয়ত তেতিয়া ইংৰাজী বিভাগত এজন প্ৰফেচাৰ, দুজন ৰীডাৰ আছিল। তৃতীয় ৰীডাৰৰ চাকৰি মোক যাঁচি দিলে। নলওঁ বুলি লিখি দিলোঁ।" (**সন্ধিক্ষণ**, পৃঃ ১৬৫)

জন-জীৱনৰ পৰা সম্পৰ্ক ৰহিত হৈ, সুখ-সম্ভোগৰ মাজত নিজক সপি দিয়াৰ পৰিবৰ্তে তেখেত অসমৰ সমাজ-জীৱনলৈ ঘূৰি আহিল। বিশ্ববিদ্যালয়ত চাকৰি কৰিও, তাৰ মাজতে আবদ্ধ নাথাকি, ড° গোহাঁয়ে অসমৰ সমাজ-জীৱনৰ মাজত অৱস্থান লৈ কৃষক-শ্ৰমিকৰ স'তে সক্ৰিয়ভাৱে কাম কৰি যোৱাৰ পথ বাছি ল'লে। এয়া স্ব-শ্ৰেণী ত্যাগৰ এক লক্ষণ।

কিন্তু ড° গোহাঁইৰ সক্ৰিয় ৰাজনৈতিক জীৱনত, তেখেতৰ চিন্তা আৰু কৰ্মত বহু সময়ত আত্মদ্বন্দ্ব প্ৰকট হৈ উঠা দেখা যায়। কেতিয়াবা তেখেতে বামপন্থী ৰাজনৈতিক দলৰ স'তে সক্ৰিয় মিত্ৰতা স্থাপন কৰিছে আৰু কেতিয়াবা নিজকে আঁতৰাই আনি প্ৰতিক্ৰিয়াশীল কিছুমান শক্তিৰ স'তে হাত মিলাইছে। অসম আন্দোলনৰ সময়ত তেখেতে এই দ্বন্দ্ব জড়িত ভূমিকাই তেখেতক সমালোচনাৰ মাজলৈ ঠেলি দিছে। সংযুক্ত মুক্তি বাহিনী, অসমৰ প্ৰতি গ্ৰহণ কৰা তেখেতৰ ভূমিকাও সমালোচনাৰ গৰাহত পৰিছে। কেতিয়াবা কংগ্ৰেছী অপশাসনৰ কবলৰ পৰা অসমক ৰক্ষা কৰিবলৈ আঞ্চলিকতাবাদী শক্তিসমূহক

সহায় কৰিছে আৰু তাৰবাবে নিজকে প্ৰগতিশীল শক্তি বুলি দাবী কৰা শক্তিসমূহৰ ৰোষত পৰিছে। আকৌ আঞ্চলিকতাবাদী শক্তিসমূহৰ ভণ্ডামিত অতিষ্ঠ হৈ প্ৰগতিশীল চামটোৰ স'তে হাত মিলাই এই ভণ্ডামিৰ ক্ষুৰধাৰ সমালোচনা কৰিছে। এতিয়া প্ৰশ্ন হয়, ড° গোহাঁইৰ চিন্তাত এই দ্বন্দ্ব কিয়?

এয়া আমাৰ সমাজ-জীৱনৰ দ্বন্দ্বৰ প্ৰতিফলন। এগৰাকী সক্ৰিয় ৰাজনৈতিক কৰ্মী হিচাপে যেতিয়া "তাৎক্ষণিক ৰাজনৈতিক প্ৰয়োজন" আৰু "দীৰ্ঘম্যাদী ৰাজনৈতিক লক্ষ্য" পূৰণৰ বাবে সমান্তৰালভাৱে যুঁজ কৰিবলগীয়া হৈছে তেতিয়া নিজৰ সাম্যবাদী সমাজ গঠনৰ লক্ষ্যক সাময়িকভাৱে স্থগিত ৰাখি ভণ্ডামি অথবা হঠকাৰিতাৰ পৰা জনগণক ৰক্ষা কৰাটো অপৰিহাৰ্য হৈ পৰিছে। আমাৰ সমাজ-জীৱনত শ্ৰেণী-সংগ্ৰামৰ ভেটি সুদৃঢ় হৈ নুঠাটোৱেই ইয়াৰ বাবে প্ৰধানকৈ জগৰীয়া। কিন্তু "শ্ৰেণী সংগ্ৰাম যিমানেই চৰম বিন্দুৰ পিনে আগবাঢ়িব, মতাদৰ্শগত সংগ্ৰামৰ তীব্ৰতা আৰু ব্যাপ্তি যিমানেই বাঢ়িব, সিমানেই এনে বুদ্ধিজীৱীৰ বৈপ্লৱিক চেতনা দৃঢ় হ'ব, আৰু তেওঁলোকৰ বৈপ্লৱিক ভূমিকা শক্তিশালী হ'ব।" **(নৈৰাজ্য আৰু নিৰ্মাণ,** পৃঃ ৫০)

ইতিমধ্যে উল্লেখ কৰা হৈছে যে জীৱন পৰিক্ৰমাত ড° গোহাঁইৰ ভাৱাদৰ্শৰ উত্তৰণ ঘটিছে। চিন্তা-চেতনা তথা কৰ্ম-পন্থাৰ ক্ষেত্ৰত তেখেতে ক্ৰমে বুৰ্জোৱা ভাবাদৰ্শৰ খোলাটোৰ পৰা নিজকে মুক্ত কৰিবৰ বাবে সংগ্ৰাম কৰি আহিছে। সাহিত্য-সমালোচনা, সংস্কৃতিৰ অন্বেষণ আৰু অনুধাৱন, ইতিহাস অনুসন্ধান, সমাজ ৰূপান্তৰৰ চিত্ৰায়ণ— আদি সকলোবোৰ ক্ষেত্ৰতে এনে উত্তৰণ অনুৰণিত হয়। ড° গোহাঁয়ে বৌদ্ধিক জীৱনৰ পাতনি মেলে এগৰাকী সাহিত্য-সমালোচক হিচাপে। সাহিত্য সমালোচনাৰ আদি পৰ্বত তেখেত বিদগ্ধ ইংৰাজ সমালোচক এফ.আৰ.লীৱিছৰ চিন্তাধাৰাৰ দ্বাৰা বৰকৈ প্ৰভাৱান্বিত হৈছিল। লীৱিছৰ মতে "প্ৰতিটো জাতীয় সাহিত্যৰ ধাৰা এক বিশেষ ঐতিহাসিক সংস্কৃতিৰ প্ৰকাশ আৰু সংস্কৃতি হ'ল মানৱাত্মাৰ (Human Spirit) অভিব্যক্তি। সাহিত্য সমালোচনা সেইবাবে শেহান্তৰত সেই জাতীয় ঐতিহ্যৰ তথা সংস্কৃতিৰ ৰেহৰূপ আৱিষ্কাৰ কৰাৰ আৰু জীৱিত ৰখাৰ উপায়।" **(সমাজ আৰু সমালোচনা,** পৃঃ ১০-১১) **নিজৰ ওপৰৰ পৰা লীৱিছিয় প্ৰভাৱক উল্লেখ কৰি সাহিত্যৰ সত্য** শীৰ্ষক সংকলনত তেখেতে লিখিছে ঃ "লীৱিছ সম্পৰ্কে নানা সংশয়, সন্দেহ আৰু অপপ্ৰচাৰৰ জাল ছেদ কৰি মই তেওঁৰ ৰচনাৰ মাজত প্ৰত্যক্ষ কৰো এক উদ্বুদ্ধ আৰু বুদ্ধিদীপ্ত নৈতিক চেতনা। মোৰ মনত সি দীৰ্ঘ সাঁচ বহুৱায়। জীৱনযাত্ৰা, সভ্যতা আৰু মানৱ জীৱনৰ লক্ষ্য সম্পৰ্কে লীৱিছে উত্থাপন কৰা বহু প্ৰশ্ন আৰু সমস্যা মোৰ আগৰডোখৰৰ ৰচনাৰ পটভূমিত সুস্পষ্ট।" **(সাহিত্যৰ সত্য,** পৃঃ ৬-৭)

কিন্তু মাৰ্ক্সীয় চিন্তাৰ গভীৰতালৈ প্ৰৱেশ কৰাৰ লগে লগে তেখেতে উপলব্ধি কৰিছে যে লীৱিছৰ চিন্তা-চেতনা বুৰ্জোৱা সভ্যতাৰ পৰিবেশৰ মাজত বন্দী হৈ ৰোৱাৰ ফলত তেখেতে উত্থাপন কৰা বহু প্ৰশ্ন আৰু সমস্যাৰ উত্তৰে "আত্মপ্ৰৱঞ্চনা"ৰ ৰূপ লৈছে। সাহিত্য আৰু সংস্কৃতিৰ চিন্তা-চেতনাত তেখেতৰ যি উত্তৰণ সেই ক্ষেত্ৰত মাও-ছে-তুঙৰ প্ৰভাৱ সৰ্বাধিক। "লেখকৰ পৰা পাঠকলৈ...." শীৰ্ষক **সাহিত্য আৰু চেতনা** নামৰ প্ৰবন্ধ সংকলনটোৰ

পাতনিত তেখেতে লিখিছে : "সংস্কৃতিসেৱী হিচাপে আমাৰ আগৰ চিন্তাধাৰা বুৰ্জোৱা আদৰ্শেৰে বিদূষিত আছিল। .... ৰাজনীতিত আমি কৈছিলো প্ৰগতিৰ কথা, শ্ৰেণী সংগ্ৰামৰ কথা। অথচ কলা-সংস্কৃতিত আমি আছিলো উচ্চমানৰ সৌন্দৰ্য আৰু বিশুদ্ধ কলাৰ উপাসক। জনগণৰ বাবে কথাশিল্প "পনীয়া" কৰিবলৈ আমাৰ দুৰ্ঘোৰ আপত্তি আছিল। এই সম্পৰ্কে পৰিষ্কাৰ চিন্তাৰ ক্ষমতা আমি অৰ্জন কৰিছো মাও-ছে-চুঙৰ ৰচনাৱলীৰ পৰা।" লগে লগে তেওঁ উপলব্ধি কৰিছে যে "ৰাজনীতি" আৰু "সাহিত্য"ৰ ৰণাংগণ তথা ইয়াৰ "কৌশল" সুকীয়া হোৱা সত্ত্বেও যুদ্ধ কিন্তু একেখনেই। "মাও-ছে-তুঙে কৈছে দুটা ফৌজৰ কথা, ৰাজনৈতিক আৰু সাংস্কৃতিক ফৌজ। প্ৰথমটো প্ৰধান সন্দেহ নাই, কিন্তু দ্বিতীয়টো অপৰিহাৰ্য আৰু গুৰুত্বপূৰ্ণ।" **(সাহিত্য আৰু চেতনা, পৃঃ ১)**

অসমৰ বৌদ্ধিক চিন্তাৰ জগতত ড° গোহাঁয়ে ইতিমধ্যে অপ্ৰতিদ্বন্দ্বী মাৰ্ক্সবাদী চিন্তাবিদ তথা অক্লান্ত ৰাজনৈতিক কৰ্মী হিচাপে প্ৰতিষ্ঠা লাভ কৰিছে। কিন্তু ড° গোহাঁইৰ চিন্তাৰ সোঁত আৰু অধ্যয়নৰ পৰিসৰ ইমান গভীৰ আৰু বিশাল যে তেওঁ আঞ্চলিক তথা ৰাষ্ট্ৰীয় সমাজ-জীৱনৰ সমস্যাসমূহৰ নিৰ্মোহ আৰু বস্তুনিষ্ঠ আলোচনা তথা ইয়াৰ সমাধান সূত্ৰৰ সন্ধানতে সীমাবদ্ধ হৈ ৰোৱা নাই। আন্তৰ্জাতিক পৰ্যায়ত সাহিত্য অথবা মাৰ্ক্সীয় চিন্তাৰ যি তাত্ত্বিক বিতৰ্ক হ'ব ধৰিছে তাত তেওঁ নিজা মৌলিক, অধ্যয়নপুষ্ট তথা পৈণত চিন্তাৰে সক্ৰিয়ভাৱে অংশগ্ৰহণ কৰি আহিছে।

মাৰ্ক্সবাদ সম্পৰ্কে নিতৌ হোৱা বিতৰ্কত কিছুমান বিজতৰীয়া, অপব্যাখ্যাৰ টিঘিলঘিলনি সম্পৰ্কে সচেতন পাঠক মহল অজ্ঞাত নহয়। এই বিতৰ্কৰ ভিতৰত সত্তৰৰ দশকৰ শেষৰফালে লুই আলথ্যুচাৰৰ "For Marx" গ্ৰন্থই সৃষ্টি কৰা তৰুণ মাৰ্ক্স আৰু পৰিণত বয়সৰ মাৰ্ক্সৰ চিন্তাৰ মাজৰ "Epistemological Break"এ মাৰ্ক্সবাদী চিন্তা মহলত একধৰণৰ ভূঁইকঁপৰ সৃষ্টি কৰিছিল। আলথ্যুচাৰ আৰু তেওঁৰ পদানুসৰণকাৰীসকলে ঘোষণা কৰিলে যে তৰুণ মাৰ্ক্সৰ চিন্তাত যি মানৱতাবাদী চিন্তাৰ প্ৰতিফলন ঘটিছিল, পৰিণত বয়সত সি ক্ৰমে লুপ্ত পাবলৈ ধৰে। আৰু তাৰ লগে লগে মাৰ্ক্সীয় চিন্তাৰো অধঃপতন আৰম্ভ হয়। মাৰ্ক্সীয় চিন্তাতত্ত্বক ভাগ ভাগ কৰোঁতা এইসকল চিন্তাবিদৰ মতে মাৰ্ক্সীয় চিন্তাৰ এই অধঃপতনৰ অন্যতম কাৰণ হ'ল এংগেলছৰ স'তে গঢ়ি উঠা মাৰ্ক্সৰ বন্ধুত্ব। কিন্তু "বস্তুবাদী" মাৰ্ক্সীয় চিন্তাত কবৰ দিব খোজা এই বিজতৰীয়া ব্যাখ্যাক ক্ষুৰধাৰ সমালোচনা কৰি "শোধনবাদী চক্ৰবেহুত তৰুণ মাৰ্ক্স" শীৰ্ষক প্ৰবন্ধটোত ড° গোহাঁয়ে লিখিছে : "মাৰ্ক্স আৰু মাৰ্ক্সবাদৰ এনেবোৰ বিজতৰীয়া ব্যাখ্যাক 'দ্বান্দ্বিক বস্তুবাদ' তথা দ্বান্দ্বিক দৃষ্টিকোণ অৱলম্বন কৰাৰ নিষ্কৰ্মা বুৰ্জোৱা পণ্ডিতৰ ব্যৰ্থতাহে সূচিত হয়। আধুনিক বুৰ্জোৱা চিন্তাধাৰাৰ অভ্যন্ত ভাববাদৰ পৰিসীমা এইবোৰ পণ্ডিতে প্ৰকৃততে অতিক্ৰম কৰিব পৰা নাই। দ্বান্দ্বিক বস্তুবাদে যে মানৱীয় চেতনাৰ গুৰুত্ব স্বীকাৰ কৰিও তাৰ প্ৰথম আৰু প্ৰধান ভূমিকা দিয়া নাই, তাতেই এওঁলোকৰ অভিমান।" এইসকলে বুৰ্জোৱা পণ্ডিতক ড° গোহাঁয়ে সোঁৱৰাই দিছে : "মাৰ্ক্সীয় চিন্তাৰ সাৰ্বিকতা আৰু বহুদৰ্শিতা আওকাণ কৰি খণ্ডিত (আৰু হেগেলৰ দিনতে বিধ্বস্ত) বুৰ্জোৱা জ্ঞানতত্ত্বৰ (Epistemology) সহায়েৰে দ্বান্দ্বিক বস্তুবাদক পৰাভূত কৰিবলৈ

ওলোৱা জ্ঞানগৰ্বী প্ৰয়াস কেনে হাস্যকৰ, এওঁলোকে নুবুজে।" (**সাহিত্য আৰু চেতনা**, পৃঃ ১৫৫)

৮০ ৰ দশকৰ শেষাৰ্দ্ধত সমাজবাদী ৰাষ্ট্ৰ ৰাছিয়া আৰু পূব ইউৰোপৰ সমাজবাদী শিবিৰৰ পতন তথা সম্প্ৰতি চীনত চলি থকা বজাৰ সমাজবাদৰ (Market-Socialism) পৰীক্ষা-নিৰীক্ষাৰ প্ৰেক্ষাপটত পুঁজিবাদী শিবিৰ অতিকৈ উৎফুল্লিত আৰু সমাজবাদ-সাম্যবাদৰ সপোন ধূলিস্যাৎ হৈ যোৱা বুলি ঢোল কোবোৱাত ব্যস্ত। এনেকি সমাজবাদত বিশ্বাসী বহুলোকেও "অন্য কোনো বিকল্প নাই" (TIWA) বুলি পুঁজিবাদী শিবিৰে চলোৱা অপ-প্ৰচাৰৰ মাজত কিংকৰ্ত্তব্যবিমূঢ় হৈ পুঁজিবাদকেই শেষ সত্য বুলি গ্ৰহণ কৰিব ধৰিছে। এনে সুযোগ গ্ৰহণ কৰি পুঁজিবাদৰ প্ৰবক্তাসকলে নানান বিজতৰীয়া সূত্ৰ নিৰ্মাণ কৰিছে। "ইতিহাসৰ পৰিসমাপ্তি"ৰ পৰা অবাধ-আপেক্ষিকতাৰ পোষকতাকাৰী "পষ্টমডাৰ্ণ তত্ত্ব"লৈকে পুঁজিবাদৰ নানান ছল-চাতুৰিয়ে মতাদৰ্শগত সংগ্ৰামখনকেই ধুৰঁলি-কুঁৰলি কৰি পেলাইছে। এনে প্ৰচাৰ-অপপ্ৰচাৰৰ মাজত সাম্যবাদত অতদিনে বিশ্বাস কৰি অহা বহুলোকে যেতিয়া ইয়াক "ভ্ৰান্তিবিলাস" বুলি ত্যাগ কৰি পুঁজিবাদকেই মুক্তিৰ সোপান বুলি গ্ৰহণ কৰিছে, তেতিয়া সাম্যবাদত অটল বিশ্বাসী ড° হীৰেন গোহাঁয়ে প্ৰশ্ন তুলিছে- এয়া "মাৰ্ক্সবাদৰ সূৰ্য্যগ্ৰহণ নে সূৰ্য্যাস্ত?" (**সন্ধিক্ষণ**, পৃঃ ৩৪-৪৬)

ৰাছিয়াত স্তালিনৰ বৰ্বৰতাক মাৰ্ক্সবাদৰ অবিকল প্ৰয়োগ নহয় বুলি কৈ ড° গোহাঁয়ে কৈছে যে প্ৰকৃত সমাজবাদৰ লক্ষ্য আত্মাক কাৰাৰুদ্ধ কৰা নহয়, তাক মুক্ত কৰাহে। বৈজ্ঞানিক সমাজবাদে "সমাজব্যৱস্থাৰ যিবোৰ হেঁচাই মানুহক পংগু আৰু অসহায় কৰে, মানুহৰ আত্মাক অন্ধ আৰু দুৰ্বল কৰে, সেইবোৰ হেঁচাৰ পৰা প্ৰথমে মানুহক মুক্তি দিব খোজে। ....বৈজ্ঞানিক সমাজবাদে মানুহক ব্যৱস্থাৰ সদায় ক্ৰীড়নক বা দাস কৰি নাৰাখে, নিজৰ জীৱনৰ অৱস্থাসমূহৰ ওপৰত শাসন বা কৰ্তৃত্ব স্থাপন কৰিবলৈ মানুহক সহায় কৰে।" (**সন্ধিক্ষণ**, পৃঃ ৫০) কিন্তু আজি সাম্যবাদৰ কৰ্তাব্যক্তিসকলে দণ্ডবিদ্যাৰ বাঘজৰী হাতত লৈ সত্যৰ ৰথ চলোৱাৰ নামত "দলবাজী কৰি, গোপন চক্ৰান্ত কৰি, নানান ধৰণৰ তলখাপৰ ৰাজনীতি কৰি" ব্যক্তিগত প্ৰতিপত্তি আৰু প্ৰাধান্য প্ৰতিষ্ঠাৰ স্বাৰ্থত যিদৰে "সাম্যবাদী দলৰ অধঃপতন" আৰু "সাম্যবাদী ৰাষ্ট্ৰৰ বিকৃতি ঘটালে" সি মাৰ্ক্সবাদক এক জড়, অপৰীক্ষিত আৰু মতান্ধ তত্ত্বত পৰিণত কৰিলে।" (**সন্ধিক্ষণ**, পৃঃ ৩৪)

ড° গোহাঁই এনে মতান্ধতাৰ বিৰোধী। কিন্তু তৎসত্ত্বেও মাৰ্ক্সীয় মতাদৰ্শৰ প্ৰতি থকা তেখেতৰ প্ৰবল নিষ্ঠাত কেতিয়াও যতি পৰা নাই। পুঁজিবাদৰ হাতোৰাই আকুটি-বাকুটি যিমানেই মানুহৰ মুক্তিৰ সপোন ধূলিস্যাৎ কৰি দিব বিচাৰিছে, সিমানেই সাম্যবাদৰ প্ৰতি তেখেতৰ নিষ্ঠা দৃঢ়তৰ হ'ব ধৰিছে। স্থায়ী মতবাদ সম্পৰ্কে ঘোৰতৰ সংযমীসকলৰ দৰে মাৰ্ক্সীয় মতাদৰ্শৰ প্ৰতি তেখেতৰ প্ৰবল নিষ্ঠাই তেখেতৰ মনত কেতিয়াও 'আত্মপীড়ন'ৰ সৃষ্টি কৰা নাই। তেওঁ এই বিশ্বাসত এতিয়াও অটল হৈ আছে যে যেতিয়ালৈকে মানুহৰ সঁচা মুক্তিৰ সপোন জীয়াই থাকিব, তেতিয়ালৈকে সমাজবাদ-সাম্যবাদ প্ৰতিষ্ঠাৰ হকে চলা সংগ্ৰামো অব্যাহত থাকিব। মানুহেই হ'ল এই সংগ্ৰামৰ অপ্ৰতিৰোধ্য সেনানী আৰু ড° গোহাঁই নিজে সেই সেনাদলৰ এজন নিষ্ঠাবান পদাতিক। ❑

# বামপন্থী ৰাজনীতি আৰু ড° হীৰেন গোহাঁই মই যিদৰে জানো

• তোযেশ্বৰ চেতিয়া

শ্ৰদ্ধেয় ড° হীৰেন গোহাঁই মোৰ শিক্ষাগুৰু। গুৱাহাটী বিশ্ববিদ্যালয়ত ইংৰাজী সাহিত্যত স্নাতকোত্তৰ পাঠ্যক্ৰম পঢ়িবলৈ যাওঁতে আমাৰ মুখ্য আকৰ্ষণ আছিল ড° হীৰেন গোহাঁই ছাৰ। কিন্তু অতি পশ্চাৎপদী-অনগ্ৰসৰ শৈক্ষিক-সাংস্কৃতিক পটভূমিৰ পৰা যোৱা বাবেই ড° গোহাঁই ছাৰৰ উচ্চস্তৰৰ বৌদ্ধিক মানদণ্ডৰ শিক্ষাদান এক হীনাম্মিক মানসিকতাৰ বাবেই হ'বলা উপভোগ কৰিব নোৱাৰিলো। অৱশ্যে ছাত্ৰ হিচাপে ড° গোহাঁই ছাৰৰ দৃষ্টি আকৰ্ষণ কৰিব নোৱাৰিলেও বৌদ্ধিক আৰু বামপন্থী আদৰ্শৰ দিশৰ পৰা তেখেতৰ ওচৰ চাপি আত্মীয়তা লাভ কৰিবলৈ সক্ষম হৈছিলো।

গুৱাহাটী বিশ্ববিদ্যালয়ৰ এক প্ৰজন্মগত সংঘাতৰ যোগেদিয়েই ড° হীৰেন গোহাঁই ছাৰৰ লগত মোৰ প্ৰথম ৰাজহুৱা পৰিচয়। কলেজীয়া জীৱনৰ পৰাই এক বামপন্থী ছাত্ৰ সংগঠন 'অল ইণ্ডিয়া ষ্টুডেণ্টছ্ ফেডাৰেচন' (A.I.S.F.)ৰ লগত জড়িত আছিলো। জালুকবাৰীত গৈয়ো আমাৰ ঘিলামৰা-ঢকুৱাখনাৰ চাৰি-পাঁচজন ছাত্ৰই এ.আই.এছ.এফৰ শাখা এটা আৰম্ভ কৰিছিলো। গতিকে এনে আদৰ্শই অন্ততঃ উচিত বুলি ভবা কথা, কোৱা আৰু প্ৰতিবাদ কৰাৰ এক সাহস প্ৰদান কৰিছিল।

ড° হীৰেন গোহাঁই কেম্ব্ৰিজত মাৰ্ক্সবাদী আদৰ্শেৰে প্ৰভাৱিত হৈ আহিছিল। অসমলৈ আহি তেখেতে তীক্ষ্ণ-শ্লেষ আৰু ক্ষুৰধাৰ ভাষাৰে লেখা আৰম্ভ কৰিছিল। শ্ৰদ্ধেয় হোমেন বৰগোহাঞিৰ দ্বাৰা সম্পাদিত সাপ্তাহিক নীলাচল কাকতত 'নতুন পুৰুষ' শিতানত নবীন-প্ৰবীণৰ মাজত কঠোৰ বিতৰ্ক চলিছিল। ড° গোহাঁই ছাৰে অসমৰ নতুন পুৰুষৰ অসমৰ্থতাৰ কঠোৰ সমালোচনা কৰিছিল। নতুন পুৰুষৰ পক্ষে শ্ৰদ্ধেয় হৰেন্দ্ৰ কুমাৰ ভূঞা আৰু আমি বহুতেই অংশগ্ৰহণ কৰিছিলো। ডেকালী কিছু উষ্মা আৰু উচ্ছ্বাসেৰে মই ড° গোহাঁই ছাৰৰ সমালোচনাৰ উত্তৰত লিখিছিলো যে— কলিকতা-দিল্লী আৰু কেম্ব্ৰিজত পঢ়াৰ সুযোগ পোৱা হ'লে হয়তো বহুতেই ড° গোহাঁই ছাৰৰ দৰে সফলতা লাভ কৰিলেহেঁতেন— যিটো হয়তো কিছু অতিৰঞ্জিত আছিল। উত্তৰত ড° গোহাঁই ছাৰে প্ৰচণ্ড ব্যংগৰে লিখিলে— "অ' হে হীৰেন্দ্ৰ, অব তোহোৰ মৰণ মিলিল। তোযেশ্বৰ নামক এক নতুন পুৰুষে তোহোৰ গৰ্জন

লিব।" (হে হীৰেন্দ্ৰ এতিয়া তোমাৰ মৰণ হ'ল। তোৰেশ্বৰ নামৰ এজন নতুন পুৰুষে তোমাৰ 'গৰ্ডন' ল'ব)। মই নিৰ্ভীক আৰু নিষ্কম্পভাৱে গোহাঁই ছাৰৰ ব্যংগৰ উত্তৰ দিলো আৰু ড° গোহাঁই ছাৰৰ দৰে তীক্ষ্ণধী পণ্ডিতৰ লগত প্ৰথম ৰাজহুৱা বিতৰ্ক কৰি বহুতৰে পৰা সাহসৰ শলাগো পালো।

দৈনিক অসমৰ দেওবৰীয়া সংখ্যাত তেতিয়া মই 'অখিল ভাৰতীয় বিদ্যাৰ্থী পৰিষদ' আদি হিন্দুবাদী সংগঠনক সমালোচনা কৰি "আজিৰ সত্য" বুলি এটা গল্প লেখিছিলো। ড° গোহাঁই ছাৰে বিভাগীয় কোঠাত লগ পাই সুধিলে "আপুনি বিশ্ববিদ্যালয়ৰ সকলো পণ্ডিতকেই সমালোচনা কৰিছে?" "নহয় ছাৰ, আপুনি গল্পটো ভালকৈ পঢ়ি চাব। মই কেৱল হিন্দুবাদী সংগঠনক সমৰ্থন কৰা জনদিয়েক মুধাফুটা পণ্ডিতকহে সমালোচনা কৰিছো।" মই ক'লো। গোহাঁই ছাৰে মোৰ গল্পটো পুনৰ পঢ়ি চাই পিছত ক'লে– "ঠিকেই আছে।" এনেদৰেই তেখেতৰ লগত মোৰ বৌদ্ধিক আৰু আদৰ্শগত সম্পৰ্ক ওচৰ চাপি আহিছিল। এইক্ষেত্ৰত বিশেষধৰণে সহায় কৰিছিল জালুকবাৰীৰ মোৰ প্ৰিয়তম সহপাঠী লক্ষ্মীপ্ৰিয়া বৰদলৈয়ে।

ক্ৰমে এক বামপন্থী পৰিবেশ গুৱাহাটী বিশ্ববিদ্যালয়ত গঢ়ি তোলাৰ প্ৰয়াস চলিল। ছাত্ৰসভাৰ নিৰ্বাচনৰ বাবে আমি বামপন্থী ভাবাপন্ন আটায়ে মিলি তেতিয়া বিপ্লৱী কমিউনিষ্ট দলৰ লগত জড়িত ৰাজেন শইকীয়াক (এতিয়া ডক্টৰেট) প্ৰাৰ্থীৰূপে থিয় কৰালো সাধাৰণ সম্পাদকৰ পদৰ বাবে। ড° হীৰেন গোহাঁই, ড° এম.এছ. প্ৰভাকৰ, ড° দেৱপ্ৰসাদ বৰুৱা, অধ্যাপিকা নীলিমা দত্ত আদি আটায়ে উঠিপৰি লাগিছিল। মোক আনকি ছাত্ৰীনিবাসত প্ৰচাৰ কাৰ্যৰ শেষ সময়ত ৰাতি নিষিদ্ধ সময়ত গোহাৰি বিলোৱা বিপদজনক কামতো লগালে। এ.আই.এছ.এফ.এ কংগ্ৰেছী প্ৰাৰ্থী বলীন কুলিক সমৰ্থন কৰি আমাৰ অজ্ঞাতে গোহাৰি উলিওৱা হঠকাৰী কাৰ্যই মোক সেই সোঁপন্থী দলৰ পৰা চিৰদিনৰ বাবে আঁতৰাই অনালে। ফলত প্ৰথম বছৰ ৰাজেন শইকীয়া আৰু পিছৰ বছৰ বৈকুণ্ঠ গোস্বামীক জিকাই আমি গুৱাহাটী বিশ্ববিদ্যালয়ক এক বামপন্থী আবহাৱা, সুস্থ শৈক্ষিক বাতাবৰণ আৰু সাহিত্য-চৰ্চাৰ মঞ্চত পৰিণত কৰিব পাৰিছিলো।

মনত পৰে সেই সময়ক তজ্‌বজীয়া শ্ৰমিকনেতা ছ'চিয়েলিষ্ট জৰ্জ ফাৰ্ণাণ্ডেজৰ বক্তৃতা অনুষ্ঠানৰ বাবে ড° গোহাঁই, ড° দেৱপ্ৰসাদ বৰুৱা আৰু ড° প্ৰভাকৰ ছাৰহঁতৰ ব্যস্ততাৰ কথা আৰু মনত পৰে সেই সময়ৰ বিখ্যাত কমিউনিষ্ট নেতা কমৰেড জ্যোতি বসুৰ ৰাজহুৱা সভাৰ বাবে গুৱাহাটীৰ জৰ্জ ফিল্ডত ড° গোহাঁই ছাৰহঁতৰ আন্তৰিক ব্যগ্ৰতা আৰু ব্যস্ততাৰ কথা। বিশ্ববিদ্যালয়ৰ শেষকাল আৰু নিকট পৰৱৰ্তীকালত লক্ষ কৰিছিলো ব্যক্তিবাদী, মাৰ্ক্সবাদী, বুদ্ধিজীৱী ড° হীৰেন গোহাঁই ক্ৰমে নতুনকৈ অসমত গা কৰি উঠা ভাৰতৰ কমিউনিষ্ট পাৰ্টি (মাৰ্ক্সবাদী)ৰ লগত জড়িত হৈ পৰা। তাৰ দুটা ঘটনা হ'ল– (১) ১৯৭২ চনৰ মাধ্যম আন্দোলনৰ উন্মাদনাৰ বিৰুদ্ধে তেতিয়াৰ এছ.এফ.আই.ৰ নেতা– পিছত সাংসদ হোৱা কম্ উদ্ধৱ বৰ্মনৰ লগত বিস্ৰাত উঠি গোহাৰি বিলাই বিশ্ববিদ্যালয়ৰ চৌহদত প্ৰচণ্ডভাৱে আক্ৰান্ত হোৱা আমাৰ চাক্ষুস ঘটনা। (২) উক্ত চি.পি.আই.(এম) দলৰ অনুগত বামপন্থী বুদ্ধিজীৱীসকলৰ

লগ লাগি **নতুন পৃথিৱী** আলোচনী সম্পাদনা কৰা। একেৰাহে যোল্ল বছৰ চলা আৰু প্ৰথম প্ৰায় এক দশক কাল ড° হীৰেন গোহাঁয়ে সম্পাদনা কৰা **নতুন পৃথিৱী**ক প্ৰথম অৱস্থাত গ্ৰহণ কৰিবলৈ কিছুৱে সঙ্কোচ ভাৱ প্ৰকাশ কৰিলেও ক্ৰমে সকলো ছিৰিয়াছ পাঠকেই অসমৰ একমাত্ৰ তত্ত্বগধুৰ-আদৰ্শনিষ্ঠ আলোচনী বুলি গ্ৰহণ কৰিবলৈ লৈছিল। অসমৰ সাহিত্য চৰ্চাৰ এক গুৰুগম্ভীৰ বামপন্থীধাৰা **নতুন পৃথিৱী**য়ে প্ৰতিষ্ঠা কৰিলে, যাক আজি সকলো সাহিত্য আলোচকেই স্বীকাৰ কৰিবলৈ বাধ্য হৈছে। **নতুন পৃথিৱী**য়ে ভালেখিনি প্ৰগতিশীল-সমাজদায়বদ্ধ লেখক-পাঠকৰো সৃষ্টি কৰিলে। মাজপৰ্যায়ৰ পৰা ময়ো এই পত্ৰিকাৰ লেখক-সংগঠক, প্ৰচাৰক, বিক্ৰেতাৰূপে সম্পাদক গোহাঁই ছাৰৰ লগত সুসম্পৰ্ক ৰক্ষা কৰিছিলো। স্বয়ং ছোভিয়েট দেশ আৰু অন্যান্যতো নাকচ কৰিব বিচৰা ষ্টেলিনৰ পুনৰ মূল্যায়ন ড° গোহাঁয়ে নিজেই **নতুন পৃথিৱী**ত কৰিছিল, যি ষ্টেলিনৰ লৌহশৃঙ্খল নীতি চি.পি.আই.(এম) দলে এতিয়াও মানি থাকিব খোজে।

১৯৭২-৯৩ ৰ ভিতৰত ড° হীৰেন গোহাঁইক চি.পি.আই.(এম)ৰ বুদ্ধিজীৱী বুলিয়েই জনা গৈছিল। তেখেতে নিজেও পাৰ্টিৰ লগত একাত্মতা ৰক্ষা কৰি চলিছিল। সেই সময়তে ড° গোহাঁই ছাৰে আমাৰ অনুৰোধক্ৰমে আমাৰ অঞ্চল ভ্ৰমণ কৰিছিল। ঘিলামৰাত তেখেতে আনকি এখন পথসভাতো বক্তৃতা দিছিল পাৰ্টিৰ নেতৃত্বতেই আৰু সন্ধ্যা পাৰ্টিৰ কৰ্মীসভাতো ড° গোহাঁয়ে অংশগ্ৰহণ কৰিছিল। বিভিন্ন পাৰ্টি কমৰেডৰ মাৰ্ক্সবাদী তত্ত্বৰ ওপৰত কৰা প্ৰশ্নৰ তেখেতে উত্তৰ দিছিল আৰু পাৰ্টিৰ লাইনৰ ক্ষেত্ৰত তেখেতে কম্ অচিন্ত্য ভট্টাচাৰ্যৰ সহায় ল'বলৈ পৰামৰ্শ দিছিল। সেই যাত্ৰাতে কেৱল ঘিলামৰাতেই নহয় ঢকুৱাখানা এম.ভি স্কুল, মাছখোৱা হাইস্কুল আৰু ধেমাজিৰ প্ৰমোদ ভৱনতো বৃহৎ সংখ্যক আগ্ৰহী বুদ্ধিজীৱীৰ সন্মুখত বক্তৃতা আৰু প্ৰশ্নোত্তৰ দিছিল আৰু ধেমাজিত জনদিয়েক মতলবী বুদ্ধিজীৱীৰ লগত ড° গোহাঁইৰ তীক্ষ্ণ যুক্তিতৰ্কও হৈছিল। মাৰ্ক্সবাদী কমিউনিষ্ট পাৰ্টিৰ ৰাজনীতিক সতীৰ্থ আৰু লক্ষীমপুৰীয়া জোঁৱাই বঙহৰূপে পোৱা সেই যাত্ৰাত ড° গোহাঁই ছাৰে তীব্ৰ শ্লেষ কৰি কোৱা অসমৰ দুটাহে উদ্যোগ আছে মাথোন, এটা হ'ল— ভেঞ্চাৰ স্কুল আৰু আনটো চুলাইমদ বোলা মন্তব্যষাৰ আজিও মনত আছে।

তাৰ পিছত আমাৰ অজ্ঞাত কাৰণত মতানৈক্য হৈ ড° গোহাঁই ছাৰে **নতুন পৃথিৱী**ৰ সম্পাদকৰ পদ ইস্তফা দিয়ে। **নতুন পৃথিৱী** এখন গণতান্ত্ৰিক প্ৰগতিশীল আলোচনী হ'লেও পত্ৰিকাখনৰ পৃষ্ঠপোষক-লেখক-পাঠক-সংগঠক আৰু প্ৰচাৰকসকলৰ এক নিৰ্দিষ্ট বামপন্থী পাৰ্টিজান লাইন থকাৰ বাবেই হ'বলা ড° গোহাঁয়ে অধিক ব্যক্তি স্বাধীনতাৰ স্বাৰ্থত পাৰ্টিজান বুদ্ধিজীৱী হৈ থাকিবলৈ ইচ্ছা নকৰিলে। সেয়ে দেখা গ'ল যে তেখেতে চি.পি.আই, চি.পি.আই.(এম) আৰু চি.পি.আই (এম,এল) দলৰ সমন্নিকটবৰ্তী অৱস্থান লৈ এক বহুলভিত্তিৰ উদাৰ বামপন্থী ভূমিকা পালন কৰিবলৈ ল'লে। অৰ্থাৎ ন ন পাৰ্টি, ন ন অৱস্থানেৰেই ৰাজনীতি কৰিবলৈ। পৰবৰ্তীকালত ড° গোহাঁই ছাৰে ইমান উদাৰ আৰু বহুলভিত্তিৰ অৱস্থান ল'লে যে কোনোবা এখন কাকতত তেখেতে নিজক কেৱল 'গণতান্ত্ৰিক' বুলিহে ক'বলৈ ভালপোৱা বুলি প্ৰকাশ কৰিলে।

সেইবুলি চি পি আই (এম) দলৰ লগত ড° গোহাঁই ছাৰৰ সম্পৰ্ক ছিন্ন বা অতি তিক্ত কেতিয়াও হোৱা নাছিল আৰু উক্ত দলেও তেখেতক সৰ্বদাই শ্ৰদ্ধা কৰি আহিছে। উক্ত দলৰ সংকটকালত ড গোহাঁয়ে যিদৰে বিপদ সঙ্কুলতাৰ সন্মুখীন হৈও পাৰ্টিৰ পক্ষত থিয় দি আহিছে, সেইদৰে এই দলেও ড গোহাঁইৰ বামপন্থী বৌদ্ধিক সংগ্ৰামত সৰ্বতোপ্ৰকাৰে সহায় কৰি আহিছে।

কুখ্যাত জৰুৰী অৱস্থাৰ সময়ত চি পি আই (এম) দলৰ প্ৰায় সকলো নেতা আৰু গণসংগঠনৰ নেতাকেই বিনা বিচাৰে আভ্যন্তৰীণ নিৰাপত্তা ৰক্ষা নামৰ ক'লা আইনত বন্দী কৰি ৰাখিছিল। তেতিয়া অসমৰ অনেক বাঘা বাঘা বুদ্ধিজীৱীয়ে চৰকাৰী কলা সংস্কৃতিৰ নাগপাশত বন্দী হৈছিল যদিও ড° হীৰেন গোহাঁয়ে কোনো ধৰণৰ আপোচ কৰা নাছিল। বৰঞ্চ তেখেতে সম্পূৰ্ণ বামপন্থী বুদ্ধিজীৱীৰ ভূমিকা জৰুৰী অৱস্থাৰ ভয়-ভাবুকি আৰু স্বৈৰতান্ত্ৰিক সন্ত্ৰাসকো নেওচি নিৰ্ভীকভাৱে পালন কৰিছিল। উদাহৰণ স্বৰূপে মই নগাঁও বিশেষ কাৰাগাৰত সুদীৰ্ঘ ওঠৰ মাহকাল কাৰাৰুদ্ধ হৈ থকাৰ অৱস্থাত ড গোহাঁই ছাৰৰ লগত চিঠিৰে যোগাযোগ কৰিছিলো। তেখেতে অকুতোভয়চিত্তে মোক চিঠিৰে সাহস আৰু উৎসাহ দিছিল। তেখেতে আনকি মোলৈ— **আকৌ চীন চাই আহিলো, পিতাপুত্ৰ,** স্তেলিনৰ **দ্বন্দ্বমূলক বস্তুবাদ** আদি গ্ৰন্থ পঠাইছিল আৰু কঠোৰ চেঞ্চৰৰ মাজেদি সেই পুথিবোৰ অতি পলমকৈ হ'লেও মোৰ হাতত পৰিছিলগৈ। গতিকে ড° গোহাঁই ছাৰ কাৰাবন্দী নহ'লেও তেখেতৰ জৰুৰী অৱস্থাৰ প্ৰতি প্ৰবল ঘৃণা আৰু আমাৰ দৰে বামপন্থী ৰাজবন্দীসকলৰ প্ৰতি গভীৰ দৰদ এনেবোৰ কামৰ পৰাই প্ৰকাশ পাইছিল।

অসম আন্দোলনৰ আৰম্ভণিকালত আন্দোলনটোৰ জনবিৰোধী কাৰ্যৰ প্ৰচণ্ড প্ৰতিবাদত ড° হীৰেন গোহাঁই ছাৰৰ সম্পাদনাত যি **কলাখাৰ** কাকত প্ৰকাশ পাইছিল সেই কাকতৰ লেখক পৃষ্ঠপোষক বিক্ৰেতা প্ৰচাৰক মুখ্যতঃ বামপন্থীসকল বিশেষকৈ চি পি আই (এম) দলেই আছিল। **কলাখাৰ** কাকতৰ সাৰভাগ প্ৰকাশপোৱা **তেজৰ আখৰে লেখা** নামৰ পুথিখনেও তাৰ স্বাক্ষৰ বহন কৰে। আন্দোলনকাৰী বালকসুলভ উত্তাল-উত্তেজনাক তেখেতে "চানাচুৰৰ দেশপ্ৰেম" আখ্যা দিছিল। যাক জ্যোতি বসুৱে "দেশপ্ৰেমৰ পিক্‌নিক পাৰ্টি" বুলিছিল। অসম আন্দোলনৰ এনে বন্যতাৰ বলি হৈ ড° গোহাঁই ছাৰ দিবালোকত প্ৰকাশ্যভাৱেই গুৱাহাটীৰ ৰাজআলিত ৰক্তাক্ত হ'বলগা হৈছিল। উল্লেখযোগ্য যে **কলাখাৰ** কাকতৰ চমু জীৱনৰ অন্তিম কাললৈকে চি পি আই (এম) দল আৰু দলৰ নেতাকৰ্মীবৃন্দই ড° গোহাঁইৰ সতীৰ্থ সেনানী আছিল। ড° গোহাঁইৰ দৰে এই দলৰ নেতা কৰ্মীসকলে **কলাখাৰৰ** লেখক-পাঠক-এজেন্ট-সমৰ্থক হোৱাত উন্মাদ আন্দোলনকাৰীৰ হাতত ভীষণভাৱে আক্ৰান্ত হৈছিল। চি পি আই (এম) দলৰ নেতা কৰ্মী দৰদীসকলৰ ৫০ জনতকৈও অধিক লোকক হত্যা, শ শ জনক আক্ৰমণ কৰি পংগু কৰি পেলোৱা, হাজাৰজনৰ ঘৰ জ্বলোৱা আৰু সকলো বামপন্থীকে সমাজ বৰ্জন কৰা আদি নৃশংস ঘটনাবোৰতো ঘটিছিলেই।

অসম আন্দোলনৰ পিছৰ পৰ্যায়ত ড° হীৰেন গোহাঁইৰ অসম আন্দোলনৰ প্ৰতি

দৃষ্টিভংগী ভালেখিনি বদলি হয় আৰু আন্দোলনৰ নেতা প্ৰফুল্ল মহন্ত আৰু ভৃগু কুমাৰ ফুকনৰ লগত তেখেতৰ যোগাযোগো আৰম্ভ হ'ল। অসম আন্দোলনৰ মাজত ড° গোহাঁয়ে ইতিবাচক দিশ দেখা পালে আৰু আৰম্ভণিৰ চি.পি.আই.(এম) দল অনুসৃত অসম আন্দোলন সংক্ৰান্ত মূল্যায়নৰ পৰা তেখেত ভালেখিনি আঁতৰি আহে। অসম আন্দোলনৰ মাজত বামপন্থীসকলে দেখা পোৱা বাম বিৰোধী, ধৰ্মীয় ভাষিক সংখ্যালঘু, জনজাতীয় বিৰোধী প্ৰতিক্ৰিয়াশীলতাৰ মাজতো ড° গোহাঁয়ে কিছু ইতিবাচক সমল লক্ষ্য কৰি আন্দোলন আৰু আন্দোলনৰ নেতাসকলৰ প্ৰতি তেখেতৰ মনোভাব কোমলাবলৈ ধৰে। এটা সময়ত তেখেতৰ অসম আন্দোলনৰ নেতা 'আছু'ৰ লগত সম্পৰ্ক ইমান ঘনিষ্ঠ হ'ল যে তেখেতে 'আছু'ৰ দ্বাৰা সংগঠিত জাতীয় সন্মিলনৰ মুখ্য উপদেষ্টাও হ'ব পৰা হ'ল। যদিও তেখেতে তেনে দায়িত্বত বেছিদিন থাকিব নোৱাৰিলে, যিটো কথাৰ ভৱিষ্যতবাণী বহুতেই কৰিছিল।

অসমত জাতিবাদী উগ্ৰতা আৰু গণতান্ত্ৰিক পৰিবেশ ব্যাঘাত হোৱা প্ৰায় শ্বাসৰুদ্ধ পৰিবেশক সাংস্কৃতিকভাৱে মোকামিলা কৰিবৰ বাবে মুখ্যতঃ চি.পি.আই.(এম) দল আৰু বামপন্থী বুদ্ধিজীৱীৰ উদ্যোগতেই গঠিত হোৱা **নতুন সাহিত্য পৰিষদ, গণ সংস্কৃতি বিকাশ সমিতি আৰু সাপ্তাহিক জনজীৱন** কাকত আদিৰ লগতো ড° হীৰেন গোহাঁই জড়িত হৈছিল। পিছে পৰৱৰ্তীকালত তেখেত সেইবোৰ অনুষ্ঠান আৰু মাধ্যমৰ পৰা সক্ৰিয় সহযোগিতা পৰিহাৰ কৰি কেৱল নৈতিক সমৰ্থন দিহে থাকিল।

আন্দোলনৰ নেতা ছাত্ৰসকলেই অসম গণ পৰিষদ দল গঠন কৰি ১৯৮৪ চনত চৰকাৰ পাতি নিৰ্বাচিত কাল সম্পূৰ্ণ কৰিব নোৱাৰাকৈয়ে ক্ষমতা হেৰুৱাই পৰৱৰ্তী নিৰ্বাচনত পৰাজিত হৈ আন্দোলনকাল আৰু প্ৰথম শাসনকালৰ ভুল স্বীকাৰ কৰি সংশোধনৰ প্ৰতিশ্ৰুতি দি যোৱা বিধানসভা, লোকসভা আৰু লোকসভাৰ মধ্যৱৰ্তী তথা আগন্তুক লোকসভাৰ মধ্যৱৰ্তী নিৰ্বাচনত চি.পি.এম, চি.পি.আই আদি বামপন্থী দলেও পূৰ্বৰ প্ৰচণ্ড বিৰোধিতা এৰি কংগ্ৰেছ-বিজেপি বিৰোধী অগপ নেতাৰ মিত্ৰজোঁটত আবদ্ধ হৈছে। এনে যুগ্ম ৰাজনৈতিক কাম-কাজৰ ফলাফল বামপন্থীসকলৰ পক্ষে যাব নে নেযায় তাৰ চূড়ান্ত ৰায়দান কৰাৰ সময় এতিয়াও হোৱা নাই আৰু তেনে আলোচনাৰ এই লেখাত স্থানো নাই। মাথোঁ এটা প্ৰশ্নই আহিব পাৰে যে অসম আন্দোলনৰ আৰম্ভণিকালৰ কঠোৰ বিৰোধিতা পৰিত্যাগ কৰি ড° হীৰেন গোহাঁয়ে কৰা অসম আন্দোলনৰ পৰিবৰ্তিত মূল্যায়নৰ পৰোক্ষ প্ৰভাৱ বামপন্থী দলদ্বয়ৰ ওপৰতো পৰিছিল নেকি? বামপন্থী দলৰ উত্তৰ হ'ল যে ড° গোহাঁইৰ মূল্যায়নৰ পৰাই নহয়, চি.পি.আই.(এম) দলৰ সৰ্বভাৰতীয় মূল্যায়ন, স্বৈৰতান্ত্ৰিক কংগ্ৰেছ আৰু ধৰ্মান্ধ বিজেপি সংঘ পৰিবাৰ বিৰোধী বাম-গণতান্ত্ৰিক ধৰ্মনিৰপেক্ষ নীতি অনুসৰণ কৰিহে এসময়ত অন্ধ্ৰৰ তেলেগু দেশম, তামিলনাডুৰ ডি.এম.কে আৰু জম্মু-কাশ্মীৰৰ নেছনেল কনফাৰেন্স আদি আঞ্চলিক দলবোৰৰ দৰে অসম গণ পৰিষদ আঞ্চলিক দলৰ লগতো বুজাবুজি কৰা হৈছিল। অৱশ্যে অতি সাম্প্ৰতিকে, টি.ডি.পি., ডি.এম.কে., নেচনেল কংগ্ৰেছ আদি আঞ্চলিক দলবোৰ কেৱল ক্ষমতাৰ মোহতে নীতি আদৰ্শহীনভাৱে বিজেপি মৰ্চাভুক্ত হোৱা আৰু

মৌলবাদী বিজেপি সংঘ পৰিবাৰক বাধা দিবলৈ এই বামপন্থী দল দুটাৰ দৃষ্টিভংগীও কংগ্ৰেছৰ প্ৰতি কিছু কোমল হোৱাতো ভাৰতীয় ৰাজনীতিত এক নতুন মাত্ৰাস্বৰূপ। তথাপি এই কথা বিনাদ্বিধাই ক'ব পাৰি যে ড° গোহাঁইৰ বামপন্থীসকলৰ লগত হোৱা সাময়িক মতানৈক্যত কোনো সোঁপন্থী সংকীৰ্ণতা অথবা মতলববাজিতা কেতিয়াও প্ৰকাশ পোৱা নাই। য'তে যাৰ লগতেই সহযোগিতা নকৰক লাগে ড° গোহাঁই ছাৰৰ ভূমিকা আৰু মানসিকতাত এক সৎ-মংগলাকাংক্ষাই ক্ৰিয়া কৰা দেখা যায়। বামপন্থীৰ লগত মতানৈক্যৰ মূলত ড° গোহাঁইৰ আপোন ব্যক্তিগত চিন্তা-চৰ্চা বিবেচনা নীতিক কাৰ্যকৰী কৰাৰ স্বাধীন মানসিকতাই অধিক ক্ৰিয়া কৰে।

ড° হীৰেন গোহাঁই কোনো বামপন্থী ৰাজনৈতিক দলৰ লগত সুসংগতভাৱে সম্পৰ্কিত নহ'লেও সকলো বামপন্থী গণতান্ত্ৰিক শুভ বুদ্ধিৰ লোকৰ প্ৰতি তেখেতৰ আন্তৰিক সৌহাৰ্দ্য সৰ্বদাই বিদ্যমান। তেনে দল বা ব্যক্তিৰ ওপৰত আক্ৰমণ হ'লেই তেখেতৰ কলম গৰজি উঠে আৰু বাস্তৱভাৱেই আক্ৰান্তসকলৰ কাষত থাকা হয়। তেনে পটন্তৰ অনেক। ১৯৯৫ চনত গড়কাপ্তানি শ্ৰমিক নেতা ৰূপে আন্দোলন কৰি মোক জেইললৈ প্ৰেৰণ কৰা আৰু চাকৰিৰ পৰা নিলম্বিত কৰাৰ সময়ত ড° গোহাঁই ছাৰ কেৱল প্ৰতিবাদী টোকা লেখিয়েই ক্ষান্ত নেথাকি মোৰ ওপৰত নিলম্বন প্ৰত্যাহাৰ কৰাৰ বাবে সতীৰ্থসকলৰ সৈতে একাধিকবাৰ উচ্চ শিক্ষাধিকাৰকো লগ কৰিছিল। তদনুৰূপ চি.পি.আই.(এম-এল) দলৰ নেতা অধ্যাপক অনিল বৰুৱা আৰু চি.পি.এমৰ নেতা সংগ্ৰামী সুৰেন্দ্ৰনাথ বৰুৱাৰ নৃশংস হত্যাতো ড° হীৰেন গোহাঁইৰ প্ৰচণ্ড প্ৰতিবাদ উল্লেখযোগ্য।

ড° হীৰেন গোহাঁইৰ দৰে তীক্ষ্ণ প্ৰতিভা আৰু অসাধাৰণ ব্যুৎপত্তিসম্পন্ন পণ্ডিত-বুদ্ধিজীৱীয়ে কোনো বামপন্থী দলভুক্ত হৈ নথকাৰ মূল যুক্তি হয়তো ব্যক্তি স্বাধীনতাৰ প্ৰশ্ন। বামপন্থী-বিশেষকৈ চি.পি.আই.(এম)ৰ দৰে দলৰ দলভুক্ত হ'বলৈ হ'লে অতি কঠিন নিয়ম শৃংখলা ৰক্ষা কৰিব লগা হয়। ড° গোহাঁয়ে নিজেই ইতিবাচক মূল্যায়ন কৰা ভ্লেলিনে কৈছিল যে কমিউনিষ্টসকল বেলেগ পদাৰ্থৰে গঠিত আৰু তেওঁলোক হ'ব লাগিব লৌহ কঠিন। ভ্লেলিনে নিজকো কেৱল কমিউনিষ্ট হ'বলৈ চেষ্টা কৰা লোক বুলিহে নম্ৰভাৱে স্বীকাৰ কৰিছিল। গতিকে বামপন্থী দলভুক্ত হ'লে কিছু নিয়ম শৃঙ্খলা মানিবই লাগিব যাক বুদ্ধিজীৱীৰ মধ্যশ্ৰেণীসুলভ দৃষ্টিৰে যান্ত্ৰিক আৰু ব্যক্তিস্বাধীনতা ক্ষুণ্ণ কৰা বুলি গণ্য কৰা যায়। এনে কাৰণতেই হ'বলা কেৱল মধ্যমীয়া প্ৰতিভাৰ বুদ্ধিজীৱীৰ বাহিৰে ড° গোহাঁইৰ দৰে ব্যক্তিসচেতন তীক্ষ্ণধী বুদ্ধিজীৱীয়ে কোনো সুশৃঙ্খল দল বা সংগঠনত দীৰ্ঘদিন থাকিব নোৱাৰে।

বামপন্থীসকলে বিপ্লৱ বিচাৰে আৰু সেয়ে লেনিনে কোৱাৰ দৰে এটা সুশৃংখল বিপ্লৱী দল অবিহনে বিপ্লৱৰ পথত অগ্ৰসৰ হোৱা সম্ভৱ নহয় বুলিও বিশ্বাস কৰে। এনে কাৰণতেই বামপন্থীসকলে কমিউনিষ্ট দলভুক্ত হোৱাৰ যুক্তি আৰু প্ৰয়োজন থাকে। আমাৰ দেশৰ বহুতে হয়তো ক'ব যে এইদেশত প্ৰকৃত শুদ্ধ কমিউনিষ্ট দল নাই বাবেই তেওঁলোকে দলভুক্ত হোৱা নাই। তথাপি এইক্ষেত্ৰত তুলনামূলকভাৱে যোগ্যতৰ কোনো কমিউনিষ্ট

দলভুক্ত হোৱা অথবা কম অনিষ্টকৰ (Lesser Evil) দলৰ পক্ষ লোৱাৰ প্ৰশ্ন আহে। কাৰণ ব্যক্তি প্ৰতিভা অপৰিসীম হ'লেও যিমানেই অসাধাৰণ প্ৰতিভা নহওক, সংগঠিত সংগ্ৰাম-ব্যতিৰেকে সমাজত কোনো নিৰ্ণায়ক পৰিৱৰ্তন সাধন কৰিব নোৱাৰি। অৱশ্যে বামপন্থী দলবোৰেও যান্ত্ৰিকতা, ডেমাকি, খবৰদাৰী আৰু একদিশদৰ্শিতা পৰিহাৰ কৰি সৃষ্টিশীল প্ৰতিভাৰ বুদ্ধিজীৱীসকলক আকৰ্ষণ কৰিবলৈ কিছু উদাৰ নমনীয় আৰু গতিশীল ভূমিকা পালন কৰিব লাগিব। পেটিবুৰ্জোৱা বুলি বুদ্ধিজীৱীসকলক উলাই কৰি গ'লে বামপন্থী দলো তৰল আৰু বৌদ্ধিক দৈন্যত ভুগিবলৈ বাধ্য হ'ব। বিপৰীতে অত্যধিক ব্যক্তি স্বাতন্ত্ৰ্য আৰু খাম-খেয়ালীযুক্ত বুদ্ধিজীৱীক সু-সংহত কমিউনিষ্ট দলে আওকাণ কৰিবলৈ বাধ্য হয়, তেনে লোক যিমানেই বৃহৎ বুদ্ধিজীৱী নহওক কিয়।

শিক্ষাগুৰু আৰু এসময়ৰ পাৰ্টিসংগী ড° হীৰেন গোহাঁই ছাৰৰ লগত মোৰ আৰু অনেক বামপন্থীৰেই মতানৈক্য ঘটিলেও আন্তৰিক শ্ৰদ্ধাৰ হীন-দেৰি হোৱা নাই। উদাহৰণ স্বৰূপে **জনক্ৰান্তি**, **জনজীৱন** আৰু **আজিৰ বাতৰি** আদি কাকতত আৰু দুই এখন সভাত আৰু আলোচনা চক্ৰত ড° গোহাঁই ছাৰৰ লগত মাজে মাজে মতানৈক্য প্ৰকাশ পাইছে আমাৰ পাৰ্টিজান দৃষ্টিভংগীৰ পৰা। কাৰণ অন্যান্য বুৰ্জোৱা-- গণতন্ত্ৰী দলত সম্ভৱ হ'লেও চি.পি.আই.(এম)ৰ দৰে কঠিন শৃঙ্খলাৰ দলত থাকি দলীয় দৃষ্টিভংগীক আওকাণ কৰি একো ক'ব পৰা নেযায় যিখিনি ড° গোহাঁই ছাৰৰ দৰে দলবৰ্হিভূত বুদ্ধিজীৱীয়ে ক'ব পাৰে। সেইবুলি নিজৰ প্ৰত্যয়পূৰ্ণ সমৰ্থন (Firm Conviction) নোহোৱাকৈ কেৱল দলৰ শ্ৰুতলিপি অন্ধভাৱে লৈয়ো আমি তেনে কৰা নাই। তথাপি ড° গোহাঁই ছাৰৰ প্ৰতি শ্ৰদ্ধা-সন্মান হ্ৰাস পোৱাৰ প্ৰশ্নই উঠা নাই আৰু ড° গোহাঁই ছাৰৰো আমাৰ প্ৰতি প্ৰীতি ভাৱ নিশ্চয় হ্ৰাস হোৱা নাই। কাৰণ নীতি-আদৰ্শৰ দ্বন্দ্বক ব্যক্তিগত বৈৰিতালৈ নিয়াৰ বামপন্থী দৰদী ড° গোহাঁই ছাৰ আৰু বামপন্থী দলভুক্ত আমাৰ উভয় পক্ষৰেই সংকীৰ্ণতা আৰু ৰুচিবোধহীনতা নাই।

পৰিশেষত ক'ব পাৰি যে বামপন্থী ৰাজনৈতিক দলভুক্ত নহৈও আৰু বামপন্থী দল বিশেষকৈ চি.পি.আই.(এম)ৰ সমালোচক হৈয়ো ড° গোহাঁইৰ লেখা, বক্তৃতা আৰু কাম-কাজত এক বামপন্থী ৰাজনৈতিক দৃষ্টিভংগী প্ৰকাশ পায় আৰু ড° গোহাঁয়ে বামপন্থীৰ বৈৰীশিবিৰৰ মিত্ৰ হোৱাৰ অৱস্থান লোৱাৰ নজিৰ নাই এই কথা বিনা দ্বিধাই ক'ব পাৰি। গতিকে বামপন্থী ধাৰাৰ ৰাজনীতি আৰু বৌদ্ধিক চিন্তাৰ অসমৰ অন্যতম কাণ্ডাৰী ৰূপেই ড° গোহাঁইক মানুহে জানে আৰু তেখেতৰ পৰা তেনে ভূমিকাই আটায়ে আশা কৰে। ❑

# অসমৰ বামপন্থী আন্দোলন আৰু ডʼ হীৰেন গোহাঁই

• কল্যাণ চৌধুৰী

প্ৰতিটো যুগৰ প্ৰেক্ষাপটত সমাজ বিকাশৰ সুনির্দিষ্ট গতিধাৰাত ভূমিকা পালনৰ মাজেৰেই সমাজৰ মানুহৰ ওচৰত এজন ব্যক্তিৰ স্থান নির্দ্ধাৰিত হয়। প্ৰতিটো যুগত প্ৰতিষ্ঠিত সমাজৰ অভ্যন্তৰত যেতিয়া বন্ধ্যাত্বই দেখা দিয়ে তেতিয়া নতুন সমাজ গঢ়াৰ প্ৰয়োজনত সামাজিক আৰু সাংস্কৃতিক আন্দোলন গঢ়ি তোলাৰ সংগ্ৰামত যিসকল ব্যক্তিয়ে ভূমিকা পালন কৰে তেওঁলোক সেই সমাজৰ প্ৰগতিশীল শক্তিৰূপে পৰিগণিত হয়। আমাৰ দেশৰ সমাজ প্ৰগতিৰ পথ আজি ৰূদ্ধ কৰি পেলাইছে দেশৰ ক্ষয়িষ্ণু পুঁজিবাদী সমাজ ব্যৱস্থাই। এই পুঁজিবাদী সমাজ ব্যৱস্থাৰ উচ্ছেদৰ বাবে বিপ্লৱাত্মক আন্দোলন গঢ়ি তোলাটোৱেই আজি সমাজ প্ৰগতিৰ যথাৰ্থ পথ। এই উদ্দেশ্য সমুখত ৰাখি বাম-গণতান্ত্ৰিক আন্দোলনৰ অগ্ৰগতি ঘটোৱাটোৱে বৰ্তমান সময়ৰ জৰুৰী কৰ্তব্য। এই কামত যিজনে যিমানখিনি ভূমিকা পালন কৰিছে দেশৰ শোষিত প্ৰগতিবাদী মানুহে তেওঁক সেই অনুসৰিয়েই নিজৰ আপোনজন হিচাপে গ্ৰহণ কৰিছে। ডʼ হীৰেন গোহাঁইদেৱে এই ৰূপান্তৰৰ সদিচ্ছা মনে-প্ৰাণে পোষণ কৰে আৰু এই দিশত উদ্যোগী সংগঠনৰ লগত সৰ্বান্তকৰণেৰে সহযোগিতা কৰে বুলিয়েই ৰাজ্যৰ প্ৰগতিশীল শক্তিয়ে তেখেতক আপোনজন বুলি ভাবে।

অসমৰ বামপন্থী আন্দোলনৰ স্থিতি আৰম্ভণিৰে পৰাই অত্যন্ত দুৰ্বল আছিল। অসমৰ বিভিন্ন অংশৰ শোষিত নিৰ্যাতিত মানুহৰ ন্যায়সংগত আশা-আকাঙ্ক্ষাৰ ভিত্তিত সাধাৰণ দাবী-চনদ আৰু কৰ্মসূচীৰ ভিত্তিত শক্তিশালী ঐক্যবদ্ধ গণ-আন্দোলনৰ ভিত্তি কেতিয়াও গঢ়ি উঠা নাই। এই দুৰ্বলতাৰ সুযোগ লৈ ৰাজ্যৰ উগ্ৰ প্ৰাদেশিকতাবাদী আৰু আঞ্চলিকতাবাদী শক্তি বাৰে বাৰে মূৰ দাঙি উঠিছে, খণ্ড চিন্তা, গোষ্ঠী চিন্তা, সংকীৰ্ণতাবাদী চিন্তাই সমাজ-জীৱনক আচ্ছন্ন কৰিছে, ভ্ৰাতৃঘাতী সংঘৰ্ষৰ জন্ম দিছে আৰু ইয়াৰ ফলত জনগণৰ ঐক্য থানবান হৈ পৰিছে। ডʼ হীৰেন গোহাঁয়ে এইবোৰ শক্তিৰ বিৰুদ্ধে সকলো সময়তে সৰব ভূমিকা পালন কৰি আহিছে।

৮০ ৰ দশকত এই ৰাজ্যত উগ্ৰ প্ৰাদেশিকতাবাদী শক্তিয়ে অসমীয়াভাষী জনগণৰ মাজত পুঁজিবাদৰ সংকটৰ পৰা উদ্ভূত ক্ষোভ বিক্ষোভক কামত লগাই ভাষা, সংস্কৃতি আৰু

অস্তিত্ব সম্পৰ্কে বিভ্ৰান্তিকৰ তত্ত্বৰ অৱতাৰণা কৰি তেওঁলোকক আবেগিক কৰি তুলি যি অসম আন্দোলনৰ জন্ম দিছিল, তাৰ পৰিণামত ৰাজ্যৰ সংখ্যালঘু আৰু সংখ্যাগুৰু জনগণ যিদৰে দ্বিধা বিভক্ত হৈ পৰিছিল, সমাজ জীৱনত এই আন্দোলনে যি অশুভ প্ৰভাৱ পেলাইছিল সেয়া আজি ৰাজ্যৰ বহুতো চিন্তাশীল ব্যক্তিয়েই অনুভৱ কৰিছে। কিন্তু সিদিনাখন এই সম্পৰ্কে জনগণক সচেতন কৰিবলৈ ব্যক্তিগত উদ্যোগ লৈ মুষ্টিমেয় যিকেইজনে ভূমিকা পালন কৰিছিল ড° হীৰেন গোহাঁই আছিল তেওঁলোকৰ অন্যতম। সিদিনাখন আমাৰ দলে ৰাজ্যৰ উভয় অংশৰ জনগণৰ আশা-আকাঙ্ক্ষা অনুভৱ কৰি জনগণৰ মাজত ঐক্য প্ৰতিষ্ঠাৰ উদ্দেশ্যেৰে, ৰাজ্যৰ সৰু-বৰ সকলো সংখ্যালঘু জনগোষ্ঠীৰ ভাষা সংক্ৰান্ত প্ৰশ্নত সংবিধান সন্মত অধিকাৰ অক্ষুণ্ণ ৰাখি জনসংখ্যাৰ প্ৰকৃতি পৰিবৰ্তনৰ লগত সম্পৰ্কযুক্ত নকৰি ৰাজ্যৰ ৰাজ্যভাষা হিচাপে অসমীয়া ভাষাৰ স্বীকৃতি স্থায়ী কৰাৰ বাবে সংবিধান সংশোধন কৰা, ৰাজ্যৰ দ্ৰুত শিল্পায়নৰ বাবে পেকেজ ঘোষণা কৰা, সীমান্ত সুৰক্ষা কৰা আৰু ১৯৭১ চনক ভিত্তি হিচাপে লৈ বিদেশী চিনাক্তকৰণ কৰাৰ দাবী উত্থাপন কৰি উভয় অংশৰ জনগণৰ মাজত এক বুজাবুজিৰ সেতু ৰচনাৰ পৰিবেশ ৰচনাত যেতিয়া উদ্যোগী হৈছিল তেতিয়া আমি লক্ষ্য কৰিছো যে, ড° হীৰেন গোহাঁইদেৱে সেই সংকটময় দিনত নিজস্ব চিন্তাৰ ভিত্তিত এটাৰ পিছত এটাকৈ প্ৰবন্ধ লিখি অসমৰ জনগণক উগ্ৰ প্ৰাদেশিকতাবাদী চিন্তাধাৰাৰ প্ৰভাৱৰ পৰা মুক্ত কৰিবলৈ এক বলিষ্ঠ ভূমিকা পালন কৰিছে। তেখেতৰ বক্তব্যত স্বাভাৱিকভাৱেই তেতিয়া উগ্ৰ প্ৰাদেশিকতাবাদী শক্তি ক্ষিপ্ত হৈ উঠিছিল আৰু তেখেতক শাৰীৰিকভাৱে আক্ৰমণো কৰিছিল। কিন্তু এনেধৰণৰ আক্ৰমণৰ মুখতো তেখেত কোনোভাৱে বিচলিত নহৈ নিৰ্ভীকচিত্তে তেখেতৰ বক্তব্য দাঙি ধৰে। এনেকৈয়ে তেখেতে অসমৰ প্ৰগতিশীল সমাজ আন্দোলনৰ লগত একাত্মতা গঢ়ি তোলে।

পৰৱৰ্তী পৰ্যায়ত অসম চুক্তি সম্পাদিত হোৱাৰ পিছত আৰু অসম আন্দোলনৰ ঢৌ কিছু পৰিমাণে স্তিমিত হোৱাৰ পিছত ড° হীৰেন গোহাঁইদেৱে অসম আন্দোলনৰ অন্যতম শক্তি আছুক বিভিন্ন ধৰণৰ পৰামৰ্শ দি তেওঁলোকক উগ্ৰতামুক্ত কৰাত সচেষ্ট হয়। সেই প্ৰচেষ্টাত তেখেতে কিমানদূৰ সফল হৈছিল সেই প্ৰশ্ন স্বতন্ত্ৰ, কিন্তু অসমত যাতে এক সুস্থ পৰিবেশ গঢ়ি উঠে আৰু ঐক্যবদ্ধ আন্দোলনৰ পৰিবেশ পুনঃ স্থাপিত হয় সেইটোৱেই আছিল তেখেতৰ ঐকান্তিক ইচ্ছা।

এই কথা সত্য যে, অসমৰ বামপন্থী আন্দোলনৰ গতি সঞ্চাৰ হ'ব পাৰে যথাৰ্থ বামপন্থী দলসমূহৰ সন্মিলিত প্ৰচেষ্টা আৰু উদ্যোগৰ মাজেৰেই। এগৰাকী ব্যক্তিয়ে তাৰ সপক্ষে জয়গান গাই তাক সঞ্জীৱিত কৰিব পাৰে, নিজে যুক্ত হৈ বিশেষ বিশেষ আন্দোলনৰ উৎসাহিত কৰিব পাৰে। ড° হীৰেন গোহাঁইদেৱে প্ৰত্যক্ষভাৱে কোনো ৰাজনৈতিক দলৰ লগত যুক্ত ন'হৈয়ো বাম-গণতান্ত্ৰিক আন্দোলনৰ সপক্ষে জয়গান গাইছে। প্ৰগতিশীল শক্তিৰ আহ্বানত সঁহাৰি জনাই বহু আন্দোলনত নিজে সক্ৰিয়ভাৱে যুক্ত হৈছে। অসমৰ জনগণ তেখেতৰ এই ভূমিকাত যথেষ্ট উৎসাহিত হৈছে, অনুপ্ৰেৰণা লাভ কৰিছে। আমি

আশা ৰাখিছো— জীৱনৰ শেষ দিন পৰ্যন্ত তেখেতে এইদৰে বাম-গণতান্ত্ৰিক আন্দোলনৰ ক্ষেত্ৰত সহায়ক ভূমিকা পালন কৰি যাব।

অসমৰ বিশিষ্ট শিক্ষাবিদ, গুৱাহাটী বিশ্ববিদ্যালয়ৰ স্বনামধন্য অধ্যাপক ড° হীৰেন গোহাঁই অসমৰ এগৰাকী অন্যতম সাহিত্যিক, সাহিত্য-সমালোচক হিচাপে সুপৰিচিত। মই কেৱলমাত্ৰ বামপন্থী আন্দোলনৰ অগ্ৰগতিত তেখেতে যি ভূমিকা পালন কৰি আছে তাৰেই সংক্ষিপ্তভাৱে উল্লেখ কৰিলো। অসমৰ জনগণে তেখেতৰ দীৰ্ঘজীৱন কামনা কৰে। ❑

*[ লেখক এছ. ইউ. চি. আই দলৰ অসম ৰাজ্যিক সমিতিৰ সম্পাদক - সম্পাদক।]*

# ড° হীৰেন গোহাঁই
# আমাৰ চকুত

• দেবজিৎ চৌধুৰী

প্ৰখৰ মেধাসম্পন্ন, প্ৰতিষ্ঠিত নিৰ্ভীক বুদ্ধিজীৱী তথা পণ্ডিত মানুহ, আপাতদৃষ্টিত অহংকাৰী অথচ ৰাইজৰ প্ৰয়োজনত, পৰিস্থিতিৰ দাবীত সৰল মনেৰে, দৃপ্তভংগীৰে অতি সাধাৰণ মানুহৰ কান্ধত কান্ধ মিলাই ৰাজপথৰ সমদলত খোজে খোজ মিলোৱা মানুহ জনৰ নাম ড° হীৰেন গোহাঁই।

১৯৮০ চনৰ যুক্তিহীন আবেগ সৰ্বস্বতাৰ দিনবোৰত, যেতিয়া প্ৰতিবাদী কণ্ঠস্বৰ মাত্ৰেই আক্ৰমণৰ লক্ষ্য বস্তু, গণতান্ত্ৰিক মূল্যবোধ আৰু চিন্তাধাৰা চৰম বিপৰ্যয়ৰ সন্মুখীন যেতিয়া, তেতিয়া ব্যঙ্গ আৰু শ্লেষৰ কষাঘাতেৰে আমাৰ বিবেকক অনুপ্ৰাণিত কৰি তোলা 'কলাখাৰ'ৰ সম্পাদকজনৰ নাম ড° হীৰেন গোহাঁই। 'কলাখাৰ' বিলাই থাকোতে ৰাজপথত আক্ৰান্তও হৈছিল তেখেতেই।

জৰুৰী অৱস্থাৰ প্ৰথমছোৱাত গুৱাহাটী তথা অসমৰ উদীয়মান প্ৰগতিশীল তৰুণচামৰ অতি চেনেহৰ পদাতিকখনৰো তেখেতেই আছিল গুৰিধৰোঁতা।

'৭২ ৰ সেই দিনবোৰত, যেতিয়া অসমত উগ্ৰজাতীয়তাবাদৰ বিৰুদ্ধে আবেদন আৰু বাণী শুনোৱাটোৱেই ৰেওয়াজ আছিল, ৰাজহুৱাভাবে প্ৰতিবাদ কৰাটো ৰীতি নাছিল, তেতিয়া ৰীতিভঙ্গ কৰি বিশ্ববিদ্যালয়ৰ বাহৃত অপদস্থ হোৱা মানুহজনো আছিল ড° হীৰেন গোহাঁই।

এনেবোৰ অগ্ৰজ ঘটনাই ড° গোহাঁইক পৰিচিত কৰাইছে আমাৰ লগত। ড° গোহাঁইক এজন সাহসী, পণ্ডিত ব্যক্তি হিচাপে যেনেকৈ সকলোৱে স্বীকাৰ কৰি লৈছে, তেনেকৈয়ে তেখেতৰ বিদ্ৰূপ আৰু সংশয়ৰ কষাঘাতৰ দ্বাৰা জৰ্জৰিত নোহোৱা তেখেতৰ গুণগ্ৰাহীৰ সংখ্যাও কম।

অনেকক অহেতুকভাৱে ড° গোহাঁয়ে বিব্ৰত কৰিছে, অনেকক যুক্তিপূৰ্ণভাৱেও। আচলতে আমি ভাবো, বাওঁ কিম্বা সোঁ বিচ্যুতিৰ সম্পৰ্কে অতিৰিক্ত সতৰ্কতা তথা বৰ্তমান সমাজখনৰ মধ্যবিত্তসকলৰ (যি সকল প্ৰকৃতাৰ্থত মধ্যবিত্ত) সংকীৰ্ণতা আৰু স্বাৰ্থপৰতা

সম্পৰ্কে অতিৰিক্ত সংশয়ে তেখেতক লগতে আমাকো কেতিয়াবা বিব্ৰত কৰিছে। কিন্তু এনেদৰে কোৱাতো নিশ্চয় যুক্তিহীন নহ'ব যে ব্যক্তিগত আসোঁৱাহবোৰ শেষ বিচাৰত নগণ্যহে।

আমাৰ অনেকৰ দৰে ড° হীৰেন গোহাঁয়ো, যিহেতু যৌথ শৃঙ্খলাত অভ্যস্ত নহয়, সেইহেতু নিন্দা, স্তুতি বা বিৰূপ সমালোচনাৰ প্ৰতিক্ৰিয়াৰ উৰ্ধ্বত নহয়। তেওঁক আমাৰে মাজৰে এজন, অথচ বিশিষ্ট বুলি ভাবিলেই বহু সমস্যাৰেই অন্ত পৰে।

তাহানি ভবানন্দ দত্তৰ অকাল মৃত্যুত অসমত ঠন ধৰি উঠিবলৈ ধৰা আধুনিক সমালোচনাৰ ধাৰাটো যি সাময়িক স্থবিৰতাৰ সম্মুখীন হৈছিল, ড° গোহাঁয়ে কেৱল যে তাক গতিশীল কৰিছে তেনে নহয়, তাক সমৃদ্ধও কৰিছে।

ড° গোহাঁই বহুতৰে বাবে বিতৰ্কিত ব্যক্তিত্ব, বিতৰ্কিত বুদ্ধিজীৱী। অথচ কেনে ধৰণে, কেনে বলিষ্ঠতাৰে তেখেত বিতৰ্কত সোমাই তাৰ শেহতীয়া উদাহৰণ ULFA সম্পৰ্কে আজিৰ অসমত প্ৰকাশিত তেখেতৰ বিচক্ষণ লিখনি। আমি বহুতেই যেতিয়া ড° গোহাঁয়ে কোৱা কথাবোৰ ক'ব খুজিছিলো, কিন্তু ক'ব পৰা নাছিলো, তেতিয়া তেখেতেই গুৰি ধৰিলে। আৰু অন্ততঃ এই বাবেই ড° গোহাঁই আমাৰ বাবে অপৰিহাৰ্য। ❑

*[ ১৯৯০ চনৰ ৪ ফেব্ৰুৱাৰীত ইণ্ডিয়ান ষ্টুডেন্টচ্ এছ'চিয়েচনৰ গুৱাহাটী মহানগৰ সমিতিয়ে নলিনীধৰ ভট্টাচাৰ্য আৰু ড° হীৰেন গোহাঁইক জনোৱা সম্বৰ্ধনা অনুষ্ঠানৰ স্মৃতিগ্ৰন্থৰ পৰা লেখাটি লোৱা হৈছে — সম্পাদক।]*

# সংখ্যালঘুৰ মৰ্মবেদনাৰ সমভাগী সেই মানুহজন

• ইছমাইল হোছেইন

[১]

১৯৭৯ চন। আমি তেতিয়া নৱম শ্ৰেণীৰ ছাত্ৰ। আমাৰ ঘৰৰ পৰা প্ৰায় আঠ কিলোমিটাৰ দূৰৰ ভৱানীপুৰ হাইস্কুল (বৰ্তমানৰ উচ্চতৰ মাধ্যমিক)ত পঢ়িছিলো। কেতিয়াবা বাছত, কেতিয়াবা চাইকেলত আৰু কেতিয়াবা খোজ কাঢ়িয়েই আমি কয়াকুছিৰ পৰা ভৱানীপুৰলৈ অহা-যোৱা কৰিব লগা হৈছিল। আবেলি স্কুলৰ পৰা ঘৰলৈ অহাৰ পিছত মোৰ দৈনন্দিন কাম আছিল দৈনিক অসম, অসম বাণী আৰু কলাখাৰ কাকত বিক্ৰী কৰা। কাকত বিক্ৰী কৰি যি দুই-চাৰি পইচা অৰ্জন কৰিছিলোঁ সেইখিনিৰে কিতাপ, কাগজ, কলম, চিয়াঁহী আৰু চাউল কিনাৰ উপৰিও আমাৰ স্কুললৈ অহা-যোৱা খৰচ উলিয়াইছিলো। আমাৰ স্থানীয় ঠাই কয়াকুছিত বিক্ৰী হোৱা কাকতৰ উপৰিও যি দুই-একপি বৈ গৈছিল সেইখিনি আমি স্কুললৈ যাওঁতে বাছৰ যাত্ৰীৰ ওচৰত বিক্ৰী কৰিছিলো। বাছৰ যাত্ৰীসকলৰ মাজত বিশেষকৈ কলাখাৰৰ বিক্ৰী আছিল সন্তোষজনক।

নৱমমানত আমাৰ বয়স বৰ বেছি পোন্ধৰ বছৰ। বয়স কম হ'লেও আমি তেতিয়া ভাৰতৰ ছাত্ৰ ফেডাৰেচন (এছ, এফ, আই)ৰ দুৰ্দান্ত কৰ্মী। ভৱানীপুৰৰ দৰে খাচ-অসমীয়া বসতি প্ৰধান ঠাইৰ এখন নামজ্বলা স্কুলত ভৰ্তি হৈ আমি কয়াকুছিৰ দৰে সংখ্যালঘু-প্ৰধান অঞ্চলৰ মাত্ৰ দুজন ছাত্ৰই শ্ৰেণীসমূহত আশানুৰূপ সুনাম অৰ্জন কৰাৰ উপৰিও স্থানীয় ছাত্ৰ বন্ধু কন্দৰ্প দাস, অজিত নাথ, অৰ্জুন গয়াৰী আদিৰ সহযোগত এছ.এফ.আই.ৰ সংগঠন গঢ়ি তুলিছিলো। মাত্ৰ বাৰটামান ভোটৰ ব্যৱধানত এছ.এফ.আই.ৰ প্ৰাৰ্থী কন্দৰ্প দাস সাধাৰণ সম্পাদকৰ পদত পৰাজিত হোৱাত আমাৰ ওপৰত আন্দোলনকাৰী ছাত্ৰৰ মৃদু আক্ৰমণ সংঘটিত হৈছিল। আমি এছ, এফ, আই,ৰ ছাত্ৰ-সদস্যসকলে আন্দোলনকাৰী ছাত্ৰৰ দ্বাৰা বাৰে বাৰে ভাবুকিৰ সন্মুখীন হৈছিলো যদিও আন্দোলনৰ মাজত গা কৰি উঠা উত্তেজনা, অসহনশীলতা আৰু সৰ্বত্ৰ অৰাজকতাৰো প্ৰতিবাদ নকৰাকৈ থকা নাছিলো। এবাৰ আমাৰ সমনীয়া ছাত্ৰ এজনে এছ, এফ, আই,ৰ সদস্যসকলক 'দেশদ্ৰোহী' বুলি গালি দিয়াত তপৰাই তেওঁৰ আগত আমি কোমলমতীয়া দুজন ছাত্ৰই এখন কাকতত প্ৰকাশিত 'দেশদ্ৰোহী

কোন?' শীৰ্ষক প্ৰবন্ধ এটি মেলি ধৰিছিলো আৰু তেওঁক অনুৰোধ কৰিছিলো প্ৰবন্ধটি পঢ়ি চাবলৈ। কথাটো অহকাণে-পহকাণে আমাৰ ওপৰ শ্ৰেণীৰ ছাত্ৰৰ কাণত পৰিছিলগৈ। তেওঁলোকে আমাৰ হাতৰ পৰা কাকতখন কাঢ়ি নি ফালি পেলোৱাৰ উপৰিও আমাক দাবি-ধমকি দি সেইদিনা ঘৰলৈ পঠাইছিল।

যিখন কাকতত 'দেশদ্ৰোহী কোন?' প্ৰবন্ধটি প্ৰকাশ পাইছিল সেই কাকতখন আছিল সাপ্তাহিক **কলাখাৰ** আৰু প্ৰবন্ধটো লিখিছিল কাকতখনৰ সম্পাদক ড° হীৰেন গোহাঁয়ে। সেই ঘটনাটোৰ পিছৰে পৰা আমি 'হীৰেন গোহাঁইৰ 'শিষ্য' বুলি আন্দোলনৰ সমৰ্থক ছাত্ৰসকলৰ তিৰষ্কাৰৰ সন্মুখীন হৈছিলো।

ড° হীৰেন গোহাঁইৰ নাম নৱম শ্ৰেণীৰে পৰা শুনিলেও তেওঁক আমি স্বচক্ষে দেখা নাছিলো। সেই সময়ত আমাৰ ধাৰণাত ড° হীৰেন গোহাঁই আছিল দুৰ্দান্ত সাহসী লোক, উচ্চ বুদ্ধিদীপ্ত ব্যক্তি আৰু অন্যায়-অবিচাৰৰ বিৰুদ্ধে ন্যায়ৰ প্ৰহৰী স্বৰূপ। কিন্তু যেতিয়াই শুনিলো **কলাখাৰৰ** সম্পাদক গুৱাহাটীৰ ৰাজপথত আন্দোলনকাৰী চেমনীয়া ছাত্ৰ কিছুমানৰ দ্বাৰা শাৰীৰিকভাৱে আক্ৰান্ত হ'ল, তেতিয়াৰে পৰা অধিক প্ৰত্যয়েৰে ড° হীৰেন গোহাঁই নামৰ ব্যক্তি গৰাকীক আমাৰ অন্তৰৰ মাজত সুমুৱাই ল'লো।

[২]

এটা শিক্ষাবৰ্ষ বিনষ্ট হোৱাৰ পিছত আমি ১৯৮২ চনত কটন কলেজলৈ পঢ়িবলৈ আহিলো। ইতিমধ্যে আমাৰ হাইস্কুলীয়া জীৱনত এক অভাৱনীয় ঘটনা এটা ঘটি যোৱাৰ উপক্ৰম হৈছিল। স্কুলত **কলাখাৰ** প্ৰদৰ্শন কৰাৰ পিছৰে পৰা আমাৰ ৰাজনৈতিক শত্ৰু বাঢ়িবলৈ ধৰিলে আৰু ক্ৰমান্বয়ে ভাবুকিৰ সন্মুখীন হ'বলৈ ধৰিলো। ১৯৮০ চনৰ ৯ নৱেম্বৰৰ দিনা আমি 'সংখ্যালঘু - মুছলমান' সমাজৰ দুজন ছাত্ৰই শ্ৰেণী শেষ কৰি বিদ্যালয়ৰ পৰা ঘৰলৈ উভতি অহাৰ পথত প্ৰায় দহ গৰাকী ছাত্ৰই জামুৰতলী নামৰ ঠাইত গাড়ীৰ পৰা জোৰপূৰ্বক নমাই বিশাল হাবি এখনলৈ লৈ যায় আৰু তাত প্ৰাণনাশৰ চেষ্টা চলায়। উপস্থিত বুদ্ধি আৰু তাৎক্ষণিক কৌশল প্ৰয়োগ কৰি আমি সেই নিশ্চিত বিপদৰ পৰা হাত সাৰিছিলো। আজিও মনত পৰিলে গাৰ নোম শিয়ৰি উঠা সেই ঘটনা সংঘটিত কৰিবলৈ আমাক যিকেইটা কাৰণত 'অপৰাধী' সজাইছিল তাৰ অন্যতম তিনিটা কাৰণ আছিল এনেধৰণৰ ঃ

(ক) আন্দোলন ক্ৰমান্বয়ে মুছলমান - বিৰোধী হৈ পৰাত আমাৰ প্ৰতি আন্দোলনকাৰীৰ মনোভাৱ ইতিবাচক নাছিল।

(খ) আমি 'সংখ্যালঘু' সমাজৰ সন্তান হোৱা হেতুকে একাংশ আন্দোলনকাৰীৰ ধাৰণাত আমি আছিলো সন্দেহযুক্ত-বিদেশী বা বাংলাদেশী।

(গ) আমি বামপন্থী মতাদৰ্শৰ ছাত্ৰ-সংগঠন এছ, এফ, আই,ৰ নিষ্ঠাবান কৰ্মী হোৱা হেতুকে আমাক 'বিদেশীৰ বন্ধু' বা 'দেশদ্ৰোহী' বুলি চিনাক্ত কৰা হৈছিল।

আন্দোলনৰ সময়ত আমাৰ ওপৰত জাপি দিয়া অপবাদ, অত্যাচাৰ আৰু ষড়যন্ত্ৰৰ

জাল ফালি যিসকলে মূৰ নত নকৰাকৈ নিভীকচিত্তে গণতন্ত্ৰৰ আৰু মানৱতাবাদৰ পক্ষে থিয় দিছিল তেওঁলোকৰ মাজত ড° হীৰেন গোহাঁই আছিল শীৰ্ষত। কেৱল শীৰ্ষত আছিল বুলি ক'লে ভুল কৰা হ'ব - কাৰণ, আন্দোলনৰ আবেগ সৰ্বস্ব গড্ডালিকা প্ৰবাহৰ বিপৰীতে মহীৰুহৰ দৰে থিয় হৈ থাকিবলৈ আমাক যিগৰাকী লেখক - বুদ্ধিজীৱীয়ে কলমেৰে সাহস আৰু প্ৰেৰণা দান কৰিছিল তেওঁৱেই ড° হীৰেন গোহাঁই।

[৩]

ড° হীৰেন গোহাঁইক কেৱল 'সংখ্যালঘু'ৰ মৰ্মবেদনাৰ সমভাগী এজন মানুহ বুলি ক'লেই যথেষ্ট নহ'ব। ড° গোহাঁয়ে সংখ্যালঘু আৰু নিপীড়িত মানুহৰ স্বাধীনতা আৰু অধিকাৰৰ হকে যিবোৰ কাম কৰিছে তাৰ আধাৰত তেওঁক আমি বিবেকৰ কণ্ঠস্বৰ বুলি অভিহিত কৰিব পাৰোঁ। ড° গোহাঁয়ে সংখ্যালঘুৰ মৰ্মবেদনা উপলব্ধি কৰি তেওঁলোকৰ বাবে যিমানখিনি কৰিছে তাৰ বিচাৰত আমি ক'ব পাৰোঁ যে, অসমৰ বৌদ্ধিক সমাজত তেওঁৰ সমকক্ষ কোনো পণ্ডিত বা বুদ্ধিজীৱী নাই। এনেকি আন্দোলনৰ সময়ত ড° গোহাঁইৰ দৰে সংখ্যালঘুৰ মৰ্মবেদনা বুজি পোৱা এগৰাকী ব্যক্তি সংখ্যালঘু সম্প্ৰদায়ৰ মাজতো ওলোৱা নাছিল।

ড° হীৰেন গোহাঁয়ে ১৯৭৯ চনৰ পৰা **কলাখাৰ** নামৰ যি নিভীক কাকত সম্পাদনা কৰিছিল তাৰ পাতত প্ৰকাশ পোৱা সম্পাদকীয় আৰু প্ৰবন্ধবোৰৰ মাজত ডঃ গোহাঁইৰ ভিতৰৰ আচল মানুহ গৰাকীক বিচাৰি পোৱা যায়। **কলাখাৰৰ** নিৰ্বাচিত প্ৰবন্ধবোৰৰ সংকলন-গ্ৰন্থ **তেজৰ আখৰে লিখা** (দ্বিতীয় সংস্কৰণ, ১৯৭৫, লয়াৰ্ছ বুক ষ্টল)ৰ পাতনি (আমাৰ দুৰ্নাম আৰু দুৰ নহয়)ত ড° গোহাঁইয়ে কাকতখনৰ উদ্দেশ্যৰ কথা ক'বলৈ গৈ সংখ্যালঘুৰ প্ৰসঙ্গ উত্থাপন কৰি লিখিছে :

(ক) "**কলাখাৰৰ** দুৰ্দ্দমনীয় অভিযানৰ ফলতেই আতংকিত আৰু কিংকৰ্ত্তব্যবিমূঢ় সংখ্যালঘুসকলৰ মুখলৈ পানী আহিছিল।"

(খ) "..... সেই দুৰ্দিনত সংখ্যালঘুসকলৰ, গণতান্ত্ৰিক ৰাইজৰ, আশা-ভৰসাৰ একমাত্ৰ থল আছিল **কলাখাৰ**।"

(গ) "...**কলাখাৰ** থিয় হৈছিল গণতন্ত্ৰৰ নীতি ভৰিৰে গচকা ফেচিবাদৰ বিৰুদ্ধে, ক্ষমতালিপ্সু নেতাৰ অসত্য প্ৰচাৰৰ বিৰুদ্ধে, সাম্প্ৰতিক ষড়যন্ত্ৰৰ বিৰুদ্ধে, সংখ্যালঘুৰ অধিকাৰ হৰণ কৰিব খোজা উগ্ৰজাতিয়তাবাদৰ বিৰুদ্ধে।"

ড° গোহাঁয়ে কাকতখনৰ প্ৰায় প্ৰতিটো সংখ্যাতে কম-বেছি পৰিমাণে সংখ্যালঘুৰ অধিকাৰৰ সপক্ষে মাত মাতিছিল। **কলাখাৰৰ** প্ৰকাশ আৰু প্ৰচাৰৰ ক্ষেত্ৰত সংখ্যালঘুসকলৰ পৰা পোৱা সহায় আৰু প্ৰেৰণাৰ কথাও ড° গোহাঁয়ে **তেজৰ আখৰে লিখা** গ্ৰন্থখনৰ পাতনিত উল্লেখ কৰিছে।

অসম আন্দোলনৰ সময়ত ড° গোহাঁয়ে **কলাখাৰৰ** যিবোৰ লেখাৰ মাজেদি সংখ্যালঘু

জনগোষ্ঠীৰ মৰ্মবেদনাৰ উল্লেখ কৰিছে সেইবোৰৰ অন্যতম হ'ল 'মোৰ দেশ ... কাৰ দেশ?' (৭ জানুৱাৰী, ১৯৮০), 'ৰক্তাক্ত দিগন্ত (২)' (১১ ফেব্ৰুৱাৰী, ১৯৮০), '৭১কে সীমাৰেখা কৰা হওক' (২৫ মাৰ্চ, ১৯৮০), 'তিমিৰ ফাড়িয়া বাজ' (৬ জুন, ১৯৮০), 'অঘৰীৰ ঘৰ' (১৮ অক্টোবৰ, ১৯৭৯), 'ফুলুং চাপৰিৰ তেজৰঙা কাহিনী' (১৫ ডিচেম্বৰ, ১৯৭৯), 'সাম্প্ৰতিক আন্দোলনৰ সন্দৰ্ভত' (১৫ ডিচেম্বৰ, ১৯৭৯) আদি। ড° গোহাঁয়ে কেৱল আন্দোলনৰ সমালোচনাৰ নামতেই যে সংখ্যালঘুৰ প্ৰসঙ্গ উত্থাপন কৰিছে তেনে নহয়, প্ৰকৃতাৰ্থত এখন শক্তিশালী সমাজ, সমৃদ্ধিশালী দেশ গঢ়ি তুলিবলৈ সংখ্যালঘু সকলৰ সুৰক্ষা আৰু তেওঁলোকৰ স্বাধীনতাৰ অধিকাৰ যে অপৰিহাৰ্য, সেই দিশটো বিবেচনা কৰিয়েই তেখেতে বিভিন্ন সময়ত সংখ্যালঘুৰ সপক্ষে মাত মাতিছে।

[৪]

অসম আন্দোলন অসমীয়া মানুহৰ দীৰ্ঘদিনীয়া শোষণ আৰু বঞ্চনাৰ বিৰুদ্ধে ক্ষোভৰ প্ৰকাশ, (১৯৭৯-১৯৮৫) কিন্তু ই যে এক প্ৰতিক্ৰিয়াশীল আৰু সাম্প্ৰদায়িক শক্তিৰ ইঙ্গিতত ফেচিবাদী ৰূপ পৰিগ্ৰহ কৰিছিল সেই কথাও কোনো এজন বিবেকবান অসমীয়াই আজি অস্বীকাৰ কৰিব নোৱাৰে। অসমৰ সমাজ, সাহিত্য, সংস্কৃতি, ৰাজনীতি, শিক্ষা-ব্যৱস্থা আদিৰ ক্ষেত্ৰত বিভিন্ন সময়ত দেখা দিয়া অৰাজকতা আৰু পক্ষপাতিত্বৰ নিদৰ্শনবোৰ চাই আমি অনুভৱ কৰিব পাৰোঁ যে, সেই সময়ৰ অস্থিৰ আৰু যুক্তিহীন মানসিকতাৰ উপস্থিতি আজিও বিদ্যমান। ড° হীৰেন গোহাঁই এনে এগৰাকী ব্যক্তি যি গৰাকীয়ে আন্দোলনৰ সমাপ্তিৰ পিছত অসমৰ অৱস্থা কি হ'ব পাৰে তাৰ প্ৰায় হুবহু বিৱৰণ আৰু বাস্তৱ বিশ্লেষণ দাঙি ধৰিছিল ১৯৮২ চনতেই। 'হে মোৰ দুৰ্ভাগা দেশ' (সাপ্তাহিক জনজীৱন, ৩০ জানুৱাৰী, ১৯৮২) শীৰ্ষক এক লেখাত ডঃ গোহাঁয়ে আন্দোলনৰ সম্ভাব্য পৰিণতিৰ কথা উল্লেখ কৰি লিখিছিল ঃ "অসম আন্দোলনৰ কিবা এটা "ফয়ছলা" হয়তো এদিন হ'ব। কোনো সন্দেহ নাই যে প্ৰধানকৈ কাগজৰ পৃষ্ঠাতে সেই সমাধান কাৰ্যকৰী হ'ব; কাৰণ, চৰকাৰ দূৰৰে কথা, এই আন্দোলন নেপথ্যৰ পৰা চলাই থকা অসমীয়া শাসক শ্ৰেণীয়েও ভালদৰে জানে যে লাখ লাখ বিদেশী চিনাক্তকৰণ আৰু বিতাড়ণ ল'ৰা-ধেমালি নহয়। তেওঁলোকে সেই কামত আৰু সময় দিব নোৱাৰিব। ব্যৱসায়ী লাগি যাব ধন ঘটাত, বুদ্ধিজীৱী লাগি যাব ভাড়াঘৰ সজাত, জমিদাৰ লাগি যাব খেতিয়কৰ পিঠিৰ চামৰা চেলোৱাত, অফিচাৰ লাগি যাব ভেটি খোৱাত। তেওঁলোকৰ প্ৰকৃত উদ্দেশ্য হয়তো সিদ্ধ হ'ব। অসমৰ ৰাজ্যিক প্ৰশাসনত তেওঁলোকৰ কৰ্তৃত্ব বজাই থাকিব। তেওঁলোকৰ শোষণ শাসনত বাধা জন্মাব খোজাসকল হয় পদানত হ'ব, নহয় মৰিমূৰ হ'ব। আৰু তেওঁলোকৰে দুৱাৰত মূৰ খুন্দিয়াই মৰিব লাগিব নিবনুৱা যুৱক আৰু ভোকাতুৰ খেতিয়ক। পুলিচ, চি আৰ পি, মিলিটাৰিৰ ন্যায়দণ্ডই সিহঁতৰ ধৃষ্টতাৰে শাসন কৰি থাকিব। অসমীয়া শাসক শ্ৰেণীৰ যিটো অংশই এই 'নয়া জমানা'ত বেছি সুযোগ-সুবিধা নাপাব, তেওঁলোক অৱশ্যে লাগি থাকিব পাঁচ বছৰমান পিছত এনে ধৰণৰ আৰু এটা আন্দোলন কৰাৰ আয়োজনত।"

১৯৮৫ চনৰ পিছত অসম-আন্দোলনৰ কৰুণ পৰিণতি অসমৰ লাখ লাখ ৰাইজে বেদনাৰ সৈতে উপলব্ধি কৰিছে। কিন্তু দুই-এজনৰ বাদে কোনেও হয়তো ড° গোহাঁইৰ দৰে আন্দোলনৰ ভৱিষ্যৎ সম্পৰ্কে বিশ্লেষণ কৰিব পৰা নাছিল। পৰিবেশ, পৰিস্থিতি, সময় আৰু চৰিত্ৰ সাপেক্ষে অতীত আৰু বৰ্তমানৰ বিশ্লেষণ কৰি ভৱিষ্যতৰ সম্ভাব্য পৰিণতিৰ কথা ক'ব পৰা গুণৰ বাবে ডঃ হীৰেন গোহাঁই এগৰাকী অদ্বিতীয় বুদ্ধিজীৱী, চিন্তাবিদ। অসমৰ সংখ্যালঘু জনগোষ্ঠী অভিবাসী মুছলমানৰ মানসিকতাৰ বিশ্লেষণ কৰিয়ো ড° গোহাঁয়ে কেবাটাও লেখাত মন্তব্য দাঙি ধৰিছে। এই লেখাবোৰত তেখেতে কেৱল সংখ্যালঘুৰ ইতিবাচক দিশসমূহেই বিশ্লেষণ কৰা নাই; নেতিবাচক অনেক কথাও দাঙি ধৰিছে। অভিবাসী মুছলমান সকলৰ উপৰিও বঙালী-হিন্দু আৰু নেপালী-হিন্দুৰ কথাও বিশ্লেষণ কৰিছে। 'হে মোৰ দুৰ্ভাগা দেশ' শীৰ্ষক লেখাত অভিবাসী মুছলমানসকলে অসমীয়া ভাষাক মাতৃভাষাৰূপে গ্ৰহণ কৰা আৰু অসমীয়া কৃষ্টি-সংস্কৃতিৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰাৰ কথা উল্লেখ কৰি উগ্ৰ-জাতীয়তাবাদীসকলক ড° গোহাঁয়ে প্ৰশ্ন কৰিছে : "যিসকল উগ্ৰজাতীয়তাবাদীয়ে অসমীয়াৰ বাবে চাকৰি আদিৰ সংৰক্ষণ বিচাৰিছে, আমি তেওঁলোকক সুধিম, এই অসমীয়াৰ ভিতৰত বিভিন্ন গোষ্ঠীৰ ন-অসমীয়া থাকিবনে নাথাকিব?"

[৫]

অসমত ইতিপূৰ্বে ভাষা-সাহিত্য, জাতীয় অস্তিত্ব আদি সন্দৰ্ভত কেবাটাও আন্দোলন পাৰ হৈ গৈছে। ১৯৬০ চনৰ ভাষা-আন্দোলনত সংখ্যালঘু সমাজৰ অভিবাসী মুছলমান, চাহ-জনগোষ্ঠী আদিয়ে বিৰোধিতা কৰা নাছিল। ১৯৭২ চনৰ মাধ্যম-আন্দোলনতো এই দুটা জনগোষ্ঠীয়ে অংশ গ্ৰহণ কৰিছিল। কিন্তু উগ্ৰ-জাতীয়তাবাদী শিবিৰে দুয়োটা আন্দোলনক আন এটা সংখ্যালঘু জনগোষ্ঠী বঙালী হিন্দুৰ বিপক্ষে পৰিচালিত কৰিছিল। ড° গোহাঁইয়ে এইবোৰ আন্দোলনৰ ক্ষেত্ৰতো সংখ্যালঘুৰ পক্ষত থিয় দিছে। অসম আন্দোলনৰ সময়ত সংখ্যালঘু আৰু বামপন্থীসকলৰ সপক্ষে থিয় দি তেওঁলোকৰ স্বাধীনতা আৰু অধিকাৰৰ ৰক্ষাৰ হকে ড° গোহাঁয়ে বৌদ্ধিক যুঁজ দিবলৈ গৈ নিজে শাৰীৰিকভাৱে আক্ৰান্ত হৈছিল। এনেকি গুৱাহাটী বিশ্ববিদ্যালয়ৰ চৌহদত তেওঁ কিদৰে পৰিয়ালসহ অনিশ্চয়তা আৰু সংশয়ৰ মাজেৰে দিনবোৰ পাৰ কৰিছিল তাৰ কিছু ইঙ্গিত লক্ষ্ম লাগিজত 'ছেনেটৰিয়াম' শীৰ্ষক লেখাত প্ৰকাশ পাইছে। এজন কলমৰ যোদ্ধাৰ অসহায় অৱস্থাৰ কথা প্ৰকাশ পোৱা লেখাটোত কোৱা হৈছে : "সেই সময়ত আমি একেবাৰে অকলশৰীয়া। প্ৰায়ে ৰাতি ছোৱালী দুজনী বিছনাৰ মাজত শুৱাই দুইকাষে দুডাল টাঙোন লৈ মোৰ পৰিবাৰ আৰু মই সাৰে থাকোঁ। বাহিৰত কিবা শব্দ শুনিলেই টাঙোনত খামোচ মাৰি ধৰোঁ। বাওঁপন্থী আৰু ভিতৰি ইন্দিৰা কংগ্ৰেছী কিছুমানৰ বাহিৰে আন কাৰো লগত আমাৰ সম্পৰ্ক নাছিল। অথচ তেওঁলোকে নিজেও ভয়ানক উদ্বেগ-উৎকণ্ঠাৰ মাজত দিন কটাইছিল।

ছোৱালী দুজনীৰ বাবেই দুশ্চিন্তা হৈছিল বেছি। কেম্পাছৰ সকলোৰে লগত মিলি-জুলি এবছৰমান কটোৱাৰ পিছত হঠাতে ডাঙৰ ছোৱালীটি সামাজিক বৰ্জনৰ বলি হ'ল।

খেলাৰ লগৰীয়াবিলাকে নমতা হ'লত বা দুৰ্ব্যৱহাৰ কৰিবলৈ ধৰাত তাই পেঁপুৱা লাগিল। তজবজীয়া ছোৱালীজনীয়েও উদ্বিগ্ন মুখেৰে কিবা ভাবি থকা হ'ল। সৰুজনীয়ে অৱশ্যে জ্ঞান হোৱাৰ পৰা সংসাৰখনক শত্ৰু বুলি বুজা হ'ল। ওচৰৰ দক্ষিণ ভাৰতীয় অধ্যাপক এগৰাকীয়েও তুমুল আন্দোলন কৰিছিল। তেওঁৰ জীয়েকৰ উচটনিত চুবুৰীয়া এঘৰৰ পাঁচ বছৰীয়া ছোৱালী এজনীয়ে মোৰ দুবছৰীয়া ছোৱালীজনীক ঠেলা মাৰি শিলগুটিৰ দ'মত পেলাই দিলে। তেজে তুম্‌বলি হৈ কান্দি কান্দি বন কৰা ছোৱালীজনীৰ সৈতে তাই ঘৰত সোমাইছিল। খং আৰু বেজাৰত জ্বলিও মই একো কৰিব পৰা নাছিলো। শান্তশিষ্ট চুবুৰীয়াসকলে দূৰৰ পৰা দৃশ্যটো চাইছিল।"

[৬]

ন্যায় আৰু সততাৰ হ'কে অহৰহ যুঁজি থকা ড° হীৰেন গোহাঁইৰ দৰে ব্যক্তিসকলে পৰৰ দুখ-যন্ত্ৰণাক নিজৰ বুলি গ্ৰহণ কৰিব পাৰিছে বাবেই সমাজত নৈতিকতা আৰু আদৰ্শৰ পতাকা উৰি আছে। আমি যিসকলে বামপন্থী মতাদৰ্শ গ্ৰহণ কৰা বাবে আন্দোলনকাৰীৰ দ্বাৰা নিগৃহীত হৈছিলো তেওঁলোকৰ সৰহভাগেই তিষ্ঠি আছো ড° হীৰেন গোহাঁইৰ ব্যক্তিত্বৰ উচ্চ-আদৰ্শ নিষ্ঠতাক অনুসৰণ কৰি। এসময়ত জীৱন বিপন্ন হোৱাৰ উপক্ৰম হৈছিল যদিও ড° হীৰেন গোহাঁইৰ কলাখাৰৰ লেখা, জনজীৱন কাকতত ড° গোহাঁই, নিৰুপমা বৰগোহাঞি, শশী শৰ্মা, তোৰেশ্বৰ চেতিয়া, হীৰেন গঁগৈ আদিৰ সাহসী আৰু যুক্তিনিষ্ঠ লেখাই আমাক জীয়াই থকাৰ প্ৰেৰণা দিয়াৰ উপৰিও লিখি যাবলৈও অনুপ্ৰেৰণা যোগাইছে। আমি ১৯৮০ চনতেই গভীৰভাৱে বুজি পাইছিলো অসম আন্দোলন সম্পৰ্কে ড° গোহাঁইৰ সমাধান সূত্ৰৰ কথা। কিন্তু আন্দোলনকাৰী নেতৃবৃন্দই নুবুজাৰ ফলত ছবছৰে অসমত অনেক তেজৰ নৈ বৈ গ'ল। ড° হীৰেন গোহাঁয়ে ১৯৮০ চনৰ ২৫ মাৰ্চতেই কলাখাৰৰ সম্পাদকীয় লিখিছিল '৭১ কে সীমাৰেখা কৰা হওক' বুলি। সংখ্যালঘুৰ প্ৰসঙ্গ উত্থাপন কৰি সম্পাদকীয়টোত কোৱা হৈছিল ঃ "১৯৭১ চনকে সীমাৰেখা কৰিলেও বহু অনুপ্ৰৱেশকাৰীৰ জীৱনত চৰম অঘন্তৰ ঘটিব। অসংখ্য পৰিয়ালৰ মূৰৰ ওপৰলৈ নামি আহিব অনিশ্চয়তা আৰু দুশ্চিন্তাৰ গধুৰ বোজা। তথাপি অসমত বাস কৰা অধিকাংশ সংখ্যালঘু সম্প্ৰদায়ৰ লোকে এই নিষ্ঠুৰ বিধান মানি ল'বলৈ ৰাজী হৈছে। কাৰণ তেওঁলোকে বৰ্তমানৰ উশাহ-নিশাহ বন্ধ হোৱা পৰিস্থিতিৰ অৱসান বিচাৰিছে। স্বাভাৱিক জীৱন-যাত্ৰাৰ প্ৰত্যাগমন বিচাৰিছে। সৰহ-সংখ্যক অসমীয়া মানুহৰো সেয়ে কাম্য। ... শেষ সিদ্ধান্ত ইন্দিৰাৰ পুলিচ মিলিটাৰৰ হাতত এৰি দিওঁ কেলেই? আহক, আমি দায়িত্বশীল আৰু পূৰঠ বুদ্ধিৰ সকলো অসমীয়াই ফালৰি নাকাটি ১৯৭১ চনকে সীমাৰেখা কৰি সমস্যা সমাধানত বৰঙণি যোগাওঁহক। নহ'লে হয়তো এনে পৰিস্থিতিৰ উদ্ভৱ হ'ব যে সমস্যাৰ সমাধান দূৰৰে কথা, ভৱিষ্যতে কোনেও এই প্ৰশ্নৰ অৱতাৰণা কৰিবলৈকে সাহস নকৰিব।"

আন্দোলনকাৰীসকলে লাখ লাখ টকা খৰচ কৰি প্ৰকাশ কৰি উলিওৱা ফটো এলবামত ড° হীৰেন গোহাঁইৰ ফটো নাই, আছে অটল বিহাৰী বাজপেয়ী, এম ভি কামাথ আদিৰ ফটো। আন্দোলনৰ সময়ছোৱাত বাজপেয়ী আৰু কামাথহঁত আছিল আবেগ বিহ্বলিত

আন্দোলনকাৰীৰ বন্ধু আৰু ড° হীৰেন গোহাঁই, তেওঁৰ স্ত্ৰী ৰাণী আৰু কণ কণ ছোৱালী দুজনীৰ সৈতে আন্দোলন-বিৰোধী শিবিৰৰ পৰিয়ালৰ সদস্যসকল আছিল আন্দোলনকাৰীৰ শত্ৰু। অসমৰ সংখ্যালঘু মানেই আছিল বিদেশী বা বাংলাদেশী। ......ড° হীৰেন গোহাঁই সেই 'সন্দেহযুক্ত বিদেশী' সকলৰ পক্ষতেই থিয় দিছিল নে তেওঁ অসমবাসীক প্ৰতাৰণা কৰিছিল — সেই বিচাৰ পৰবৰ্তী সময়ৰ অসমৰ ঘটনাৱলীৰ মাজেৰে অসমৰ সচেতন ৰাইজে কৰিছেই। আমি মাথোঁ সংখ্যালঘু সমাজৰ এজন হিচাপে এই কথাই ক'ব পাৰো যে, ড° হীৰেন গোহাঁইৰ দৰে দহজন চিন্তাবিদে যোৱা শতিকাৰ দহটা দশকত অসমৰ সমাজ আৰু ইতিহাসৰ ওপৰত নিৰ্মোহ আৰু গঠনমূলক দৃষ্টিভঙ্গীৰে আলোচনা কৰি সৰ্বস্তৰৰ নাগৰিকৰ সমস্যা সমাধানত গুৰুত্ব প্ৰদান কৰা হ'লে সংখ্যালঘু, স্বদেশী-বিদেশী, জনজাতি-অজনজাতি আদিৰ বিবাদ আৰু দ্বন্দ্বই অসমখন অস্থিৰ কৰি নুতুলিলেহেঁতেন। ..এই মুহূৰ্ত্তত ড° হীৰেন গোহাঁইৰ সম্পাদনাত আন এখন কলাখাৰ প্ৰকাশ হোৱাটো বাঞ্ছনীয়, যাতে সংখ্যাগুৰু-সংখ্যালঘুৰ আন এখন শক্তিশালী সাঁকো নিৰ্মাণ কৰিব পৰা যায়।

**ওপৰঞ্চি :**

অসমৰ জাতীয় সমস্যা সন্দৰ্ভত উত্থাপিত আলোচনাত অংশ গ্ৰহণ কৰিবলৈ গৈ ড° হীৰেন গোহাঁই বিভিন্ন সময়ত বিতৰ্কৰ আৱৰ্তত সোমাই পৰিছে। উগ্ৰপন্থী সমস্যা, বিদেশী সমস্যা, সাম্প্ৰদায়িকতা, বিচ্ছিন্নতা, গোষ্ঠী-বিদ্বেষ, ভাষা সমস্যা আদি সন্দৰ্ভতো ড° গোহাঁয়ে তেখেতৰ অৱস্থান স্পষ্ট কৰি দিছে লেখাৰ মাজেৰে। তাৰ বাবে তেখেত এটা মহলৰ দ্বাৰা মানসিক, শাৰীৰিক, সামাজিক আৰু ৰাজনৈতিকভাৱে নিগৃহীতও হৈছে। 'সখ্যালঘু' সন্দৰ্ভত ড° গোহাঁয়ে নিজৰ মতামত স্পষ্টৰূপে প্ৰকাশ কৰিবলৈ যাওঁতে উগ্ৰ জাতীয়তাবাদী আৰু ন্যস্ত স্বাৰ্থবাদী চক্ৰৰ বলি হৈছে। উদাহৰণ স্বৰূপে ক'ব পাৰি যে, বিদেশী বিতাড়ণৰ ভিত্তি বছৰ ১৯৭১ চন হ'ব লাগে বুলি কোৱাৰ লগে লগে বা প্ৰকৃত অসমবাসী সংখ্যালঘুক সুৰক্ষা দি বিশ্বাসত ল'ব লাগে বুলি কোৱাৰ লগে লগে ড° গোহাঁই একাংশ অসমীয়াৰ মনত 'দেশদ্ৰোহী', 'বদন', 'সংখ্যালঘুৰ দালাল', 'ৰঙা বকাসুৰ' ৰূপে পৰিগণিত হ'ল। আন্দোলনৰ সময়ৰ ঘটনাৱলী, একাংশ ৰাজনৈতিক ব্যক্তিৰ চৰিত্ৰ আৰু কৰ্মপন্থাৰ সুস্থ বিচাৰ কৰিলে দেখা যায় যে, সেই সময়ত ড° গোহাঁয়ে বিদেশী সমস্যা সন্দৰ্ভত সঠিক মন্তব্যই প্ৰকাশ কৰিছিল আৰু ক'ৰবাত তেখেতৰ চিন্তাৰ বিস্তৃতিয়ে ঢুকি নেপালেও পৰৱৰ্তী সময়ত সমস্যাৰ সমাধানৰ ক্ষেত্ৰত নতুন চিন্তাৰ প্ৰকাশ ঘটাইছিল। প্ৰকৃত বিদেশীক চিনাক্ত কৰাৰ ক্ষেত্ৰত ভিত্তি বছৰ ১৯৭১ চন নিৰ্ধাৰণ কৰাৰ উপৰিও ড° গোহাঁয়ে ১৯৯১ চনৰ পৰা জোৰ দিছিল নাগৰিকপঞ্জীৰ প্ৰাসংগিকতাৰ ওপৰত। ড° গোহাঁইৰ মতে নাগৰিকপঞ্জী গঠন কৰিলে প্ৰকৃত স্বদেশীৰ সংখ্যা ওলাই পৰিব আৰু বিদেশী চিনাক্তকৰণত বেমেজালিৰ সৃষ্টি নহ'ব। ড° গোহাঁয়ে স্পষ্টভাৱে কৈছিল— "বিদেশী খেদিব লাগে; কিন্তু বিদেশীৰ নামত প্ৰকৃত স্বদেশীক জোৰ-জুলুম কৰিব নালাগে।" এনেকি অসমীয়া মানুহৰ শংকা-অনুভূতিক সহানুভূতিৰে চাব লাগে বুলি কোৱাৰ পিছত তেখেত মিত্ৰ বামপন্থী শিবিৰৰ পৰাও সমালোচিত হৈছিল। এইটো ঘটিছিল তেখেত 'ডগমেটিক' নোহোৱাৰ বাবে।

ড° গোহাঁইদেৱৰ স্বভাৱজাত স্থিৰতা, স্পষ্টবাদিতা আৰু হাৰ নমনা মনোবৃত্তিৰ বাবে তেখেত অনেক সময়ত অপ্ৰিয় হৈছে, বহুতেই তেখেতক কঠোৰ মনোবৃত্তিৰ ব্যক্তি বুলি অভিহিত কৰিছে। কিন্তু ড° গোহাঁইৰ দৰে 'কঠোৰমনা' ব্যক্তি এগৰাকীৰ ভিতৰৰ মানুহজন যে শুভ্ৰ কপাহৰ দৰে নিৰ্মল, অন্তৰখন যে বৰফৰ দৰে কোমল— সেই কথা খুব কম সংখ্যক অসমীয়াই অনুভৱ কৰিব পাৰে। সেই কাৰণেই ড° গোহাঁইৰ দৰে পণ্ডিতে আন্দোলনৰ চেমনীয়া ছাত্ৰ কিছুমানৰ হাতত শাৰীৰিকভাৱে আক্ৰান্ত হৈও আন্দোলনৰ ইতিবাচক (যথা আন্দোলনে অসমীয়াৰ বঞ্চনাৰ প্ৰকাশ ঘটাইছে) দিশটোক তুলি ধৰিছিল। কিন্তু প্ৰায় সমান্তৰালভাৱে ড° গোহাঁয়ে অসমীয়া মানসিকতাৰ দুৰ্বল আৰু ক্ষতিকাৰক দিশবোৰৰ সমালোচনাও কৰিছিল। তেখেতৰ ১৯৯৬ চনত প্ৰকাশিত **অবিনাশী অসমীয়া** গ্ৰন্থখনত এই দিশত কিছু আলোকপাত কৰিছে। সংখ্যালঘু (অভিবাসী মুছলমান) সন্দৰ্ভত অতি সম্প্ৰতি প্ৰচলিত কিছুমান ভুল ধাৰণাৰ ব্যাখ্যা ড° গোহাঁয়ে ১৯৯৫-৯৬ চনমানতে দি থৈছে। অসমত মুছলমান জনসংখ্যা বৃদ্ধি, বিধায়কৰ সংখ্যা বৃদ্ধি আদিয়ে অসমখনক 'মুছলিম ৰাজ্য'ত পৰিণত কৰিব পাৰে বুলি যি বাদানুবাদ আৰু অতিৰঞ্জিত বাতৰি প্ৰকাশ পাই আছে সেই সন্দৰ্ভত ড° গোহাঁয়ে বাস্তৱসম্মত বিশ্লেষণ আগবঢ়াইছিল **অবিনাশী অসমীয়া** গ্ৰন্থত। গ্ৰন্থখনৰ ২১ পৃষ্ঠাত ড° গোহাঁয়ে লিখিছে, "১৯৭১ চনত যেতিয়া প্ৰথম অসম আন্দোলন আৰম্ভ হয়, তেতিয়া অসমৰ শিক্ষিত মধ্যবিত্তৰ মাজত এটা কথাই বতাহৰ দৰে বৈ আছিল ঃ বিধান সভাত প্ৰায় এক তৃতীয়াংশ বিধায়ক অভিবাসী মুছলমান মূলৰ। জনতা দলৰ উত্থানৰ গণতান্ত্ৰিক প্ৰক্ৰিয়াটোৱে স্বাভাৱিকভাৱেই বৃহৎ সংখ্যক অভিবাসী মুছলমানক নিজ নিজ সমষ্টিৰ পৰা মুকলিমুৰীয়াকৈ বিধায়ক নিৰ্বাচন কৰিবলৈ উৎসাহিত কৰিছিল। কংগ্ৰেছ বা কংগ্ৰেছ (ই) আমোলত অভিবাসী মুছলমানৰ জনসংখ্যা তথা ৰাজনৈতিক গুৰুত্ব প্ৰকট হৈ পৰা নাছিল। তেওঁলোকৰ সহায় লৈ অসমীয়া মধ্যবিত্তই ক্ষমতা দখল কৰি আছিল। ইন্দিৰা গান্ধীৰ দিনত অন্যান্য পিছপৰা সম্প্ৰদায়ৰ প্ৰতি শ্ৰীমতী গান্ধীৰ কৌশলগত সহানুভূতিয়ে অসমীয়া মধ্যবিত্তৰ মাজত অশান্তি আৰু বিভাজন আনিলে। এই বিভাজনৰ জৰিয়তেই শ্ৰীমতী গান্ধীৰ দিনত ঐককেন্দ্ৰিকতা তথা স্বৈৰতন্ত্ৰী কেন্দ্ৰীয় ৰাষ্ট্ৰ গঠনৰ প্ৰৱণতা সৃষ্টি হৈছিল। ৰাজ্যবোৰৰ আভ্যন্তৰীণ দলা-দলিৰ সুযোগ কেন্দ্ৰই গ্ৰহণ কৰিছিল। আনহাতে এনে দলা-দলিৰ শেষ ফলস্বৰূপেই অভিবাসী মুছলমানৰ আত্মপ্ৰকাশ অধিক সবল হৈ পৰিছিল। সেই লক্ষণ দেখিয়েই ৰাজনৈতিক প্ৰতিপত্তি হেৰুৱাৰ ভয়ত অসমীয়া মধ্যবিত্ত শংকিত হৈ পৰিছিল।"

এয়াই হ'ল এজন প্ৰকৃত সমাজ-বিজ্ঞানীৰ অভিমত। কোনো লুক-ঢাক নকৰাকৈ ড° গোহাঁয়ে 'সংখ্যালঘু' আৰু 'সংখ্যাগুৰু' সন্দৰ্ভত যিবোৰ মতামত আৰু সিদ্ধান্ত আগবঢ়াই গৈছে সেইবোৰ গুৰুত্ব সহকাৰে উপলব্ধি কৰিলে সংখ্যালঘুৰ বিৰুদ্ধে সংখ্যাগুৰুৱে আন্দোলন কৰি অসমৰ মুক্তি সাধনা কৰাৰ প্ৰয়োজন নাথাকিব; সংখ্যালঘুৱেই ওলাই আহিব সংখ্যাগুৰুৰ আবেগ-অনুভূতিৰ বুজ ল'বলৈ; সংখ্যালঘু সংখ্যাগুৰুৰ একত্ৰ প্ৰচেষ্টাৰে প্ৰগতিৰ নতুন অসম গঢ়িবলৈ। ড° হীৰেন গোহাঁই বিতৰ্কৰ আৱৰ্তত থাকিও নতুন অসম গঢ়াৰ বাবে ওলাই অহা দূত ; সংখ্যালঘু-সংখ্যাগুৰুৰ প্ৰকৃত বন্ধু। ❑

# ড° হীৰেন গোহাঁইৰ ৰাজনৈতিক চিন্তা

• অজিত কুমাৰ ভূঞা

সাম্প্ৰতিক অসমত সম্ভৱতঃ ড° হীৰেন গোহাঁয়েই একমাত্ৰ বুদ্ধিজীৱী, যাৰ নাম সাংস্কৃতিক আৰু ৰাজনৈতিক দুয়োখন জগততে সমানে উচ্চাৰিত হয়। অসমৰ বৌদ্ধিক জগতখনৰ বিশাল এটা অংশক তেওঁ এনেদৰে প্ৰভাৱিত কৰি ৰাখিছে যে কিবা এটা সংকট উপস্থিত হ'লেই ড° হীৰেন গোহাঁইৰ অৱস্থিতি কি, তেওঁ কি কৈছে আদি কথাবোৰ অত্যন্ত প্ৰাসঙ্গিক হৈ পৰে, চাৰিওফালে হুলস্থূল লাগি যায়। সাংস্কৃতিক জগতখনৰ পৰা ৰাজনৈতিক জগতখনলৈ তেওঁৰ যি অবাধ বিচৰণ, প্ৰতিটো বিষয়ৰ যি নিৰ্মোহ তথা গভীৰ বিশ্লেষণ, তাৰ বাবে এজন মানুহৰ অধ্যয়নৰ পৰিধি কিমান বহল হ'ব লাগিব আৰু তেওঁ কেনে এক ব্যক্তিত্বৰ অধিকাৰী হ'ব লাগিব সেই কথা সহজেই অনুমেয়। এনে এজন ব্যক্তিৰ ৰাজনৈতিক চিন্তাৰ বিষয়ে লিখিবলৈ মই নিশ্চয় উপযুক্ত মানুহ নহওঁ কিন্তু বহু ৰাজনৈতিক ঘটনাৰ এজন পৰ্যবেক্ষক হিচাপে জাতীয়জীৱনৰ গভীৰ সংকটৰ সময়বোৰত শিক্ষাবিদ-সাহিত্যিক ড° হীৰেন গোহাঁইক ৰাজনৈতিক সচেতন বুদ্ধিজীৱীৰ ভূমিকাত দেখিবলৈ পোৱাটো মোৰ বাবে পৰম সৌভাগ্য আৰু আনন্দৰ বিষয়। আন্দোলনৰ পথাৰত মই নিজেই তেওঁক লগ পাইছো বহুবাৰ। ড° হীৰেন গোহাঁইৰ পৰা মানুহে বহুত আশা কৰে, তাৰ বাবে মানুহক দোষ দিব নোৱাৰি। কাৰণ ড° হীৰেন গোহাঁই হৈছে প্ৰগতিশীল চিন্তাৰ বাহক। সংখ্যাগৰিষ্ঠ মানুহে তেওঁক লগ পাইছে তেওঁলোকৰ দুখৰ সময়ত, বিপদৰ সময়ত। সংস্কৃতিৰ তথাকথিত পূজাৰীসকলে ভাবে ড° গোহাঁয়ে বন্ধ কোঠাত সোমাই তেওঁৰ বিশাল পাণ্ডিত্যৰে কেৱল সাহিত্য-সংস্কৃতিৰ সেৱা কৰি যাব লাগে। আমি ভাবো এনে চিন্তা সমাজৰ বাবে অত্যন্ত ক্ষতিকৰ। বিশুদ্ধ সাহিত্য, কলাৰ বাবে কলা—এই কথাবোৰৰ আজি আৰু কোনো মূল্য নাই। নাই কোনো প্ৰাসংগিকতা। সংস্কৃতি-ৰাজনীতি আৰু অৰ্থনীতিৰ মাজৰ যি সম্পৰ্ক, সামাজিক বিৱৰ্তনত প্ৰতিক্ৰিয়াশীল আৰু প্ৰগতিশীল চিন্তাৰ যি দ্বন্দ্ব, ৰাষ্ট্ৰৰ চৰিত্ৰ তথা শ্ৰেণী সংগ্ৰামৰ তাৎপৰ্যৰ বিষয়ে সঠিক জ্ঞান নথকাজনেহে আচলতে ভাবিব পাৰে যে ড° হীৰেন গোহাঁয়ে তেওঁৰ অনন্য প্ৰতিভাক কেৱল গৱেষণা বা সাহিত্যকৰ্মত নিয়োজিত কৰা

উচিত। কিন্তু আমাৰ বাবে সেইজন ড° হীৰেন গোহাঁইকহে বেছি প্ৰয়োজন যিজনে বিপদৰ মাজতো, নানা বাধাৰ মাজতো মাৰ্ক্সবাদ আৰু মানৱতাবাদৰ পতাকাখন কঢ়িয়াই লৈ ফুৰিব পাৰে। মাৰ্ক্সবাদ এক বিশ্ববীক্ষা, এনে এক দৃষ্টিকোণ যাৰ জৰিয়তে পৃথিৱীখনক আচল ৰূপত চাব পাৰি। কেৰোণবোৰ উলিয়াই ল'ব পাৰি। মাৰ্ক্সেই হ'ল পৃথিৱীৰ প্ৰথম দাৰ্শনিক যি ঘোষণা কৰিছিল 'দাৰ্শনিকসকলে জগতখনক ইমানদিনে ব্যাখ্যাহে কৰি আহিছে। আচল কথাটো হৈছে জগতখনক এতিয়া কেনেকৈ পৰিবৰ্তন কৰিব পাৰি।' বৈষম্যৰে ভৰা আজিৰ পৃথিৱীত পৰিবৰ্তনেই জানো আচল কথা নহয়? পৃথিৱীত এতিয়ালৈকে যিসকল লেখক বা চিন্তাবিদে মানুহৰ মনত গভীৰ সাঁচ বহুৱাবলৈ সক্ষম হৈছে, মানুহৰ আশা-আকাংক্ষা, আবেগ-অনুভূতিক সঠিক ৰূপত প্ৰতিফলিত কৰিবলৈ সক্ষম হৈছে তেওঁলোক মতাদৰ্শগতভাৱে হয় মাৰ্ক্সবাদী-নহয় মানৱতাবাদী। ড° হীৰেন গোহাঁইক আমি মাৰ্ক্সবাদ আৰু মানৱতাবাদত বিশ্বাসী এজন লেখক বা চিন্তাবিদ হিচাপে চিনাক্ত কৰিব খোজো।

ড° হীৰেন গোহাঁইৰ সুচিন্তিত লিখনিয়ে অসমৰ ৰাইজক নিঃসন্দেহে ৰাজনৈতিক সচেতনতা প্ৰদান কৰিছে। বিশেষকৈ নতুন প্ৰজন্ম এই ক্ষেত্ৰত তেওঁৰ ওচৰত ঋণী। এই অৱদান আগবঢ়োৱা ড° গোহাঁইৰ পক্ষে কেতিয়াও সম্ভৱ নহ'লহেঁতেন যদিহে তেওঁৰ মাৰ্ক্সবাদৰ ওপৰত অধ্যয়ন গভীৰ নহ'লহেঁতেন আৰু সেই দৰ্শনক শোষিত শ্ৰেণীৰ মুক্তিৰ হাতিয়াৰ হিচাপে গ্ৰহণ নকৰিলেহেঁতেন। ড° গোহাঁইৰ মানবতাবাদো মোৰ বোধেৰে ক'ৰবাৰ পৰা সৰি পৰা নাই, মাৰ্ক্সবাদেই তাৰ ভিত্তি হোৱা বাবে মানৱতাবাদৰ কথা ক'বলৈ যাওঁতে তেওঁ শোষক আৰু শোষিতৰ মাজৰ সীমাৰেখাডাল টানি ল'বলৈ সক্ষম হৈছে। পৰিবৰ্তনকামী মানুহক ৰাজনৈতিকভাৱে উদ্বুদ্ধ কৰাত ড° গোহাঁয়ে অগ্ৰণী ভূমিকা পালন কৰিছে। ১৯৯৩ চনৰ 'গৰীয়সী'ত চন্দ্ৰপ্ৰসাদ শইকীয়াই লোৱা এটা সাক্ষাৎকাৰত ড° হীৰেন গোহাঁয়ে কৈছিল : মতাদৰ্শৰ পিনৰ পৰা মই মাৰ্ক্সবাদী। কিন্তু তাৰ যোগ্যতনাই প্ৰায়োগিকভাৱে কাৰ্যকৰী কৰিব নোৱাৰাৰ ফলত মাৰ্ক্সবাদে মোৰ আচৰণ, বিশ্বাস আৰু আবেগ সম্পূৰ্ণ নিয়ন্ত্ৰণ কৰিব পৰা নাই। মই সেয়ে কাৰ্যক্ষেত্ৰত এজন মানৱতাবাদী গণতন্ত্ৰপ্ৰেমী ব্যক্তি। সকলো নিপীড়িত মানুহৰ সংগ্ৰামৰ প্ৰতি মোৰ সহানুভূতি আৰু সমৰ্থন স্বতঃস্ফূৰ্ত। অত্যাচাৰ-উৎপীড়ন মই ঘিণ কৰো। স্বাধিকাৰ, ন্যায় আৰু প্ৰগতিৰ বাবে মানুহৰ আকাংক্ষাক মই সম্মান কৰো। ইয়াতকৈ বেছি দাবী কৰাৰ অধিকাৰ মোৰ নাই।

আমি লক্ষ্য কৰিছো যে নিপীড়িত জনগণৰ সংগ্ৰাম যিমানে আগবাঢ়িছে, স্বাধিকাৰ, ন্যায় আৰু প্ৰগতিৰ বাবে মানুহৰ আকাংক্ষা যিমানে বৃদ্ধি পাবলৈ ধৰিছে, অত্যাচাৰ-উৎপীড়নৰ মাত্ৰা যিমানে বাঢ়িবলৈ ধৰিছে—সিমানে ড° হীৰেন গোহাঁইৰ অধিষ্ঠানবিৰোধী (anti establishment) ভূমিকাও যেন বাঢ়ি আহিবলৈ ধৰিছে। যাৰ বাবে চৰকাৰৰ বিৰোধিতা কৰিবলৈ গৈ তেওঁ বহু সময়ত অকলশৰীয়াও হৈ পৰিবলগীয়া হৈছে। গতিকে আমি দেখিছো যে ড° গোহাঁইৰ উপলব্ধি বা বিশ্বাস কেৱল লেখা বা সাক্ষাৎকাৰৰ মাজতে আবদ্ধ হৈ থকা নাই, প্ৰয়োজনত মানুহৰ কাষত থিয় দি প্ৰতিবাদী আন্দোলনতো অৱতীৰ্ণ হৈছে

তেওঁ। মই ক'ব খুজিছো যে ড° হীৰেন গোহাঁইৰ ৰাজনৈতিক চিন্তা-চৰ্চা আন বহু বুদ্ধিজীৱীৰ দৰে কেৱল কাগজতে আবদ্ধ হৈ থকা নাই। বিভিন্ন সময়ত শাসকৰ অন্যায়-অত্যাচাৰৰ বিৰুদ্ধে তেওঁ ৰাইজৰ লগতেই নহয়, অকলেও থিয় দিছে। বাক্-স্বাধীনতাৰ ওপৰলৈ আক্ৰমণ নামি আহোঁতে, মূল্যবৃদ্ধিৰ ভয়াৱহতাই মানুহক আক্ৰান্ত কৰোঁতে ড° হীৰেন গোহাঁইক আমি দেখা পাইছো ৰাজপথৰ প্ৰতিবাদী মিছিলত। চিন্তাত তেওঁৰ ভণ্ডামি নাই বাবেই ড° গোহাঁইৰ কথা আৰু কামৰ মাজত আমি কাহানিও পাৰ্থক্য দেখা নাপাওঁ। সেই দৃষ্টিকোণৰ পৰা চাবলৈ গ'লে ড° হীৰেন গোহাঁইক Political activist আৰু organic intellectual হিচাপেও আমি অভিহিত কৰিব পাৰো। ইচ্ছা কৰা হ'লে হীৰেন গোহাঁই কি হ'ব নোৱাৰিলেহেঁতেন। ইংৰাজী সাহিত্যৰ এগৰাকী বিদগ্ধ পণ্ডিত হিচাপে তেওঁ বিদেশত ছেমিনাৰ লৈ, সন্মান লৈ ব্যস্ত থাকিব পাৰিলেহেঁতেন, বহু ওখ পদত বহিব পাৰিলেহেঁতেন আৰু ইচ্ছা কৰা হ'লে ইংৰাজীত লিখিয়েই তেওঁ দেশ-বিদেশৰ খ্যাতি কঢ়িয়াই আনিব পাৰিলেহেঁতেন। কিন্তু তাকে নকৰি তেওঁ অসম আৰু অসমীয়াৰ সেৱাত নিজকে নিয়োজিত কৰিলে। ড° হীৰেন গোহাঁই 'অভিজাত ক্লাব'ৰ সদস্য হ'বলৈ নগ'ল; সহজ-সৰল জীৱন এটাকে বাছি ল'লে তেওঁ। প্ৰগতিশীল ৰাজনৈতিক চিন্তাৰে উদ্বুদ্ধ নোহোৱা হ'লে আমি হয়তো ড° হীৰেন গোহাঁইক এজন কেৰিয়াৰিষ্ট হিচাপে দেখিলোহেঁতেন, ক'ৰবাত নাম শুনিলোহেঁতেন, পুৰস্কাৰ-পদবীৰ বাবে ব্যস্ত হৈ পৰা দেখিলোহেঁতেন, আমাৰ কাষত তেওঁক এনেদৰে কাহানিও নাপালোহেঁতেন। ১৯৭৬ চন মানত **সাহিত্য আৰু চেতনা** নামৰ গ্ৰন্থখনৰ পাতনিত ড° হীৰেন গোহাঁয়ে লিখিছিল ঃ মোৰ মনৰ মাজত থকা বুৰ্জোৱা আৰু পেটি-বুৰ্জোৱা সংস্কাৰবোৰৰ সম্পৰ্কে মই অধিক সজাগ আৰু নিৰ্মম হৈ আহিছো এই সময়ছোৱাত (যোৱা তিনিবছৰে)। আন আন কাৰণৰ লগতে মাও-ছে-তুঙৰ ৰচনাৱলীৰ লগত আগতকৈ নিবিড় পৰিচয় ঘটাও এই পৰিবৰ্তনৰ এটা প্ৰধান কাৰণ বুলি ভাবো। সংস্কৃতিসেৱী হিচাবে আমাৰ আগৰ চিন্তাধাৰা বুৰ্জোৱা আদৰ্শেৰে বিদূষিত আছিল। মতান্ধ মাৰ্ক্সবাদীসকলৰ বিৰোধিতা কৰিবলৈ গৈ আমি শোধনবাদৰ কবলত পৰিছিলো। সাহিত্যক শ্ৰেণী সংগ্ৰামৰ পৰা নিলগত ৰখাৰ চেষ্টা সমাজ আৰু সমালোচনাত পৰিস্ফুট। এতিয়া অৱশ্যে বুজিছো যে ৰাজনীতিৰ পৰা নিলগত বিশুদ্ধ সাহিত্য ৰচনাৰ চেষ্টা ভ্ৰান্তিবিলাস মাত্ৰ। এই কথা ঠিক যে ৰাজনীতি আৰু সাহিত্যৰ ৰণাংগন সুকীয়া, ৰণকৌশল সুকীয়া। কিন্তু যুদ্ধ একেখনেই। মাও-ছে-তুঙে কৈছে দুটা ফৌজৰ কথা, ৰাজনৈতিক আৰু সাংস্কৃতিক ফৌজ। প্ৰথমটো প্ৰধান সন্দেহ নাই। কিন্তু দ্বিতীয়টোও অপৰিহাৰ্য আৰু গুৰুত্বপূৰ্ণ। আমি ভাবিছিলো বহুতে আজিও ভাবে যে সংস্কৃতি শ্ৰেণী নিৰপেক্ষ। আমাৰ বৰ্তমান সমাজত সংস্কৃতিৰ মুমূৰ্ষু অৱস্থা। ....সাহিত্য-সংস্কৃতি সম্পৰ্কে শ্ৰেণী নিৰপেক্ষ অথচ আভিজাত্যবাদী ধাৰণাৰ ফলত আমাৰ জীৱন দৰ্শন দ্বিধাগ্ৰস্ত হৈছিল। ৰাজনীতিত আমি কৈছিলো প্ৰগতিৰ কথা, শ্ৰেণীসংগ্ৰামৰ কথা। অথচ কলা-সংস্কৃতিত আমি আছিলো উচ্চমানৰ সৌন্দৰ্য আৰু বিশুদ্ধ কলাৰ উপাসক। জনগণৰ বাবে কলাশিল্প 'পনীয়া' কৰিবলৈ আমাৰ দুৰ্যোৰ আপত্তি আছিল। এই সম্পৰ্কে প্ৰথম পৰিষ্কাৰ চিন্তাৰ ক্ষমতা আমি অৰ্জন কৰিলো মাও-ছে-তুঙৰ

ৰচনাৱলীৰ পৰা।

এইখিনি কথাৰ পৰাই বুজা যায় কি প্ৰয়োজনত ড° হীৰেন গোহাঁয়ে ইমান দিনে ৰাজনৈতিক ভূমিকা এটাও পালন কৰি আহিছে। অৱশ্যে সময়ৰ লগে লগে ড° গোহাঁইৰ ৰাজনৈতিক চিন্তালৈকো পৰিৱৰ্তন আহিছে। ইয়াৰ শেষ পৰিণতি কি হ'বগৈ আজিয়েই মূল্যায়ন কৰিব নোৱাৰি যিহেতু এতিয়াও তেওঁৰ ভূমিকা শেষ হোৱা নাই। সময়ত সেই মূল্যায়ন নিশ্চয় হ'ব কিন্তু চিন্তাৰ বিৱৰ্তনলৈ লক্ষ্য ৰাখি আমি এটা কথাত আশ্বস্ত হৈছো যে সংশোধনবাদৰ কবলত তেওঁ পৰা নাই। উগ্ৰ বামপন্থাতো তেওঁ বিশ্বাসী নহয়। প্ৰচলিত আৰ্থ-ৰাজনৈতিক ব্যৱস্থাত থকা অৱকাশ (Space) সমূহ যথাযথভাৱে ব্যৱহাৰ হোৱাত ড° গোহাঁয়ে গুৰুত্ব আৰোপ কৰিছে। ইয়াৰ বাবে এক ধৰণৰ গণ আন্দোলন (Mass movement) ত তেওঁ বিশ্বাসী। এইক্ষেত্ৰত মহাত্মা গান্ধীৰ পৰা শিক্ষা ল'বলগীয়াও বহুত আছে বুলি তেওঁ বিশ্বাস কৰে। মাৰ্ক্সবাদৰ গোড়ামিয়ে ড° গোহাঁইক কাহানিও পৰিচালিত কৰা নাই। অৱশ্যে এই ক্ষেত্ৰত তেওঁ মাৰ্ক্সবাদৰ পৰাই শিক্ষা গ্ৰহণ কৰিছে। মাৰ্ক্সবাদ এক বিজ্ঞানসন্মত দৰ্শন আৰু সেয়ে ই গতিশীল। গোড়ামিৰ ইয়াত কোনো স্থান নাই। মাৰ্ক্স-লেনিন-ষ্টেলিন-মাও-ছে-তুঙে নিজেই এনে গোড়ামিৰ বিৰুদ্ধে সতৰ্কবাণী শুনাই গৈছে। মাৰ্ক্সবাদ আৰু সংশোধনবাদৰ মাজত সীমাৰেখাডাল টানিব পাৰিছে বাবেই ড° হীৰেন গোহাঁয়ে চি পি এম-চি পি আইৰ দৰে দলবোৰক অন্তঃকৰণেৰে সমৰ্থন কৰিব পৰা নাই। বাওঁপন্থী সংসদী দলবোৰৰ সুবিধাবাদী অৱস্থানক তেওঁ বহু সময়ত কঠোৰ ভাষাৰে সমলোচনা কৰিছে। 'আদৰ্শৰ বাবে আদৰ্শ নহয়-আদৰ্শ জনগণৰ বাবে'—ড° হীৰেন গোহাঁয়ে এই নীতিত বিশ্বাস কৰে বাবেই তেওঁৰ লেখনি বা দৃষ্টিভংগী সদায় বৈজ্ঞানিক তথা সমালোচনাত্মক (critical) হৈ আহিছে। কেতবোৰ বিষয়ত ড° হীৰেন গোহাঁইৰ সৈতে অৱশ্যেই মতবিৰোধ থাকিব পাৰে আৰু সাম্ৰাজ্যবাদৰ ভয়ংকৰ আগ্ৰাসনৰ যুগত তেওঁৰ সাম্ৰাজ্যবাদবিৰোধী ভূমিকা আৰু বেছি শক্তিশালী হোৱা প্ৰয়োজন বুলি কোনো কোনোৱে ভাবিলেও গণতান্ত্ৰিক ভূমিকা পালনত তেওঁ যে অগ্ৰণী সেই কথা কোনেও আজি আৰু অস্বীকাৰ কৰিব নোৱাৰে। এইখিনিতে আৰু এটা কথা উল্লেখ কৰা প্ৰয়োজন যে সামগ্ৰিকভাৱে মাৰ্ক্সবাদৰ উপৰিও মাৰ্ক্সবাদী বুদ্ধিজীৱী তথা চিন্তাবিদ গ্ৰামশ্চি, লুকাচ্চ আদিৰ চিন্তাধাৰাৰ সৈতে অসমীয়া ৰাইজক চিনাকি কৰি দিয়াত ড° হীৰেন গোহাঁইৰ ভূমিকা অদ্বিতীয়।

অসমৰ সমাজজীৱন আৰু ৰাজনীতিত আলফাৰ আৰ্বিভাৱ সাম্প্ৰতিক সময়ৰ আটাইতকৈ গুৰুত্বপূৰ্ণ ঘটনা। ছবছৰীয়া অসম আন্দোলনৰ পিছত অসমৰ মাটিত আলফাই একমাত্ৰ ঘটনা যাক কেন্দ্ৰ কৰি সকলো ঘটিবলৈ ধৰিছে। মনকৰিবলগীয়া যে এই দুয়োটা ঘটনাই অসমৰ বহু বুদ্ধিজীৱীক অপ্ৰাসঙ্গিক কৰি পেলাইছে আৰু বিষয় দুটাক কেন্দ্ৰ কৰি বহু বুদ্ধিজীৱীৰ সুবিধাবাদী ভূমিকা জনমানসত উন্মোচিত হ'বলৈ ধৰিছে। এটা কথা ঠিক যে একোটা বিষয়ে সমাজত যেতিয়া জটিলতাৰ সৃষ্টি কৰে, সমাজ যেতিয়া গভীৰ সংকটৰ মুখামুখি হয়, তেতিয়াহে আচলতে বুদ্ধিজীৱী বা চিন্তাবিদ একোজনৰ প্ৰকৃত পৰিচয় উন্মোচিত হয় আৰু সঠিক ৰূপত নিৰ্ণীত হয় তেওঁৰ ভূমিকা। গম পোৱা যায় মানুহজন কিমান সৎ,

কিমান গতিশীল আৰু ৰাজনৈতিক চিন্তাৰে তেওঁ কিমান পূৰঠ। গতিকেই প্ৰশ্ন হ'ব - এই দুয়োটা বিষয়ত ড° হীৰেন গোহাঁইৰ ভূমিকা কি? বিষয়টো আলোচনা কৰিবলৈ গ'লে এখন কিতাপেই হ'ব। তথাপিও খুব চমুকৈ ক'বলৈ গ'লে ড° হীৰেন গোহাঁইক আমি এই দুয়োটা ক্ষেত্ৰতে যথেষ্ট সবল ৰূপত আৱিষ্কাৰ কৰিছো। অসম আন্দোলনৰ উগ্ৰজাতীয়তাবাদী তথা ফেচিষ্ট দিশটোক সমালোচনা কৰিবলৈ গৈ তেওঁ অকলেই কাগজ উলিয়াই লিখিছিল, নিজে চাইকেল চলাই বাতৰি কাকতখন বিলাই ফুৰিছিল। এনে এক শক্তিশালী ভূমিকাৰ বাবে ড° হীৰেন গোহাঁইৰ ওপৰত শাৰীৰিক আক্ৰমণো চলিছিল। তাৰ পিছতো আমি কিন্তু ড° গোহাঁইক আবেগিক বা অসহিষ্ণু হোৱা নেদেখিলো। অসম আন্দোলনক কেন্দ্ৰ কৰি যিটো দৃষ্টিকোণেৰে ড° হীৰেন গোহাঁইক সমালোচনা কৰা হৈছিল তাকো তেওঁ গভীৰ চিন্তাৰে লোৱা দেখা গ'ল। আত্মসমালোচনা ড° গোহাঁইৰ চৰিত্ৰৰ আন এক উজ্জ্বল দিশ আৰু তাৰ পৰিণতি হিচাপে আমি দেখিলো যে ড° গোহাঁয়ে নতুন মূল্যায়নত ব্ৰতী হৈ নতুন চিন্তাৰে মানুহক চমকিত কৰিছে। যি কলিকতীয়া ইংৰাজী কাকতে ড° হীৰেন গোহাঁইৰ লেখা আগ্ৰহেৰে ছপাইছিল, সেই কাকতেই তেওঁৰ লেখাৰ প্ৰতি অনীহা প্ৰকাশ কৰিবলৈ ধৰিলে—যেতিয়া দেখিলে যে ড° গোহাঁয়ে জাতীয় আশা-আকাংক্ষাক গুৰুত্ব দি অসমৰ বঞ্চনাৰ কাহিনী, শোষণৰ কাহিনী সবল যুক্তিৰে লিপিবদ্ধ কৰিবলৈ ধৰিছে।

আলফা সম্পৰ্কে ড° হীৰেন গোহাঁইৰ এক নিৰ্দিষ্ট স্থিতি আছে। স্বতন্ত্ৰ চিন্তাৰে পৰিচালিত হোৱাৰ বাবে তেওঁৰ এক সাহসী ভূমিকা আছে। অসমৰ বিশেষ পৰিস্থিতিত আলফাৰ উত্থানৰ আঁৰত চৰকাৰৰ শোষণ আৰু বঞ্চনাই যে ক্ৰিয়া কৰিছে—সেই কথা তেওঁ স্বীকাৰ কৰিছে। কিন্তু আলফাই যি সশস্ত্ৰ বিপ্লৱৰ পথ লৈছে তাক তেওঁ সমালোচনা কৰি আহিছে। আটাইতকৈ ডাঙৰ কথা যে অসমৰ আন বহু বুদ্ধিজীৱীৰ দৰে তেওঁ আলফাৰ বিৰোধিতা কৰিবলৈ গৈ চৰকাৰৰ পক্ষত অৱস্থান গ্ৰহণ কৰা নাই। চৰকাৰী শান্তিৰ তেওঁ প্ৰবক্তা হোৱা নাই। আলফাৰ বিৰুদ্ধে লেখা-মেলা কৰা বুদ্ধিজীৱীৰ চৰকাৰৰ ওচৰত আজি বহু মূল্য। যাৰ বাবে বহু বুদ্ধিজীৱীয়ে চৰকাৰী সন্ত্ৰাসৰ বিৰুদ্ধে এষাৰো মাত নামাতে। কিন্তু ড° হীৰেন গোহাঁইক আমি দেখা পাওঁ এক বলিষ্ঠ আৰু স্বতন্ত্ৰ ৰূপত। বিভিন্ন সময়ত আলফাৰ হঠকাৰী কাম-কাজক তেওঁ কঠোৰ ভাষাৰে সমালোচনা কৰিছে। আনহাতেদি ঔপনিবেশিক যুগত অসমৰ মাটিত আলফা যে এক প্ৰাসংগিক শক্তি—সেইকথা তেওঁ সজোৰে উত্থাপন কৰিছে। গতিকেই আমি দেখিছো যে অসম আন্দোলন আৰু আলফা-দুয়োটা প্ৰশ্নতে ড° হীৰেন গোহাঁয়ে সুবিধাবাদী অৱস্থান পৰিহাৰ কৰি স্বতন্ত্ৰভাৱে এক সচেতন ৰাজনৈতিক ভূমিকা পালন কৰিছে। ড° হীৰেন গোহাঁই যে একক আৰু অদ্বিতীয়-তাৰেই ই স্বাক্ষৰ বহন কৰিছে। আজিৰ অসমত ড° হীৰেন গোহাঁই সেয়ে অত্যন্ত প্ৰাসংগিক আৰু বহু সময়ত তেওঁ নিজেই এক অনুষ্ঠান। এইজন ৰাজনৈতিক সচেতন ব্যক্তি ড° হীৰেন গোহাঁইক কোনেও সেয়ে মানুহৰ মনৰ পৰা মচি পেলাব নোৱাৰে কাৰণ তেওঁ ইতিমধ্যে মানুহৰ মনত গভীৰ সাঁচ বহুৱাই থৈছে। যাৰ বাবে ড° হীৰেন গোহাঁইৰ সৈতে তুলনা কৰিবলৈ অসমত এইমুহূৰ্তত কোনো বুদ্ধিজীৱী নাই। ❑

# তেনেহ'লে কি এইবাৰ–
# ড° হীৰেন গোহাঁই জিন্দাবাদ !

• চুলতান আলী আহমেদ

আজি কিছুবছৰ আগতে ফণীন্দ্ৰ কুমাৰ দেৱচৌধুৰীয়ে "হোমেন বৰগোহাঞিৰ মুৰ্দাবাদ" নামেৰে এখন প্ৰবন্ধ সংকলন প্ৰকাশ কৰিছিল। ৰাজনৈতিক মেল-মিটিঙত দিয়া শ্লোগানক এখন কিতাপৰ শিৰোনামা হিচাপে ব্যৱহাৰ কৰি দেৱচৌধুৰীয়ে এটা চমক সৃষ্টি কৰিছিল। সেই কিতাপখনৰ শিৰোনামাৰ উপৰুৱা অৰ্থটিয়ে যদিও এগৰাকী বিশেষ সাহিত্যিকক আক্ৰমণ কৰাৰ দৰে অৰ্থ বহন কৰে, দৰাচলতে কিতাপখনত সেই বিশেষ লেখকগৰাকীৰ নামটো অসমীয়া ভাষাৰ সকলো শ্ৰেষ্ঠ সাহিত্যিকৰ মাজৰ পৰা প্ৰতিনিধিত্বকাৰী নাম হিচাপেহে ব্যৱহাৰ কৰা হৈছিল। কিতাপখনত সন্নিবিষ্ট সেই একে নামৰ প্ৰবন্ধত অসমৰ নতুন চাম ধনী মধ্যবিত্তৰ চেতনাত সাহিত্য বা সাহিত্যিকসকল যে সম্পূৰ্ণ অপ্ৰয়োজনীয় বা অপ্ৰাসংগিক হৈ পৰিব পাৰে সেই আশংকা ব্যক্ত কৰা হৈছিল। সি যি কি নহওক আলোচ্য গ্ৰন্থখনৰ বক্তব্যই কিন্তু গ্ৰন্থখনৰ শিৰোনামাত প্ৰকাশ কৰা অৰ্থটো বক্ৰোক্তিমূলকহে বুলি প্ৰতিপন্ন কৰে।

কথাখিনি এই কাৰণেই উল্লেখ কৰা হ'ল যে অজিত কুমাৰ ভূঞা সম্পাদিত নতুন সময়ত তিনিটা সংখ্যা ধৰি ধাৰাবাহিকভাৱে প্ৰকাশ হোৱা দেৱচৌধুৰীৰ মনোৰম গদ্যশৈলীৰ সুলিখিত ৰচনা "যৌৱন আৰু গণতন্ত্ৰৰ ঈশ্বৰ"ৰ শিৰোনামাতো ঠিক একেধৰণৰ বক্ৰোক্তিপূৰ্ণ অৰ্থ প্ৰকাশ কৰিছে। কিয়নো প্ৰবন্ধটোৰ শিৰোনামাৰ জৰিয়তে ড° হীৰেন গোহাঁইক "যৌৱন আৰু গণতন্ত্ৰৰ ঈশ্বৰ" বুলি অভিহিত কৰা হ'লেও গোটেই আলোচনাটোত তেখেতক "যৌৱন আৰু গণতন্ত্ৰ"ৰ বিকাশৰ প্ৰধান বাধা হিচাপেহে প্ৰতিপন্ন কৰিব খোজা হৈছে। দেৱচৌধুৰীৰ মতে বিৰুদ্ধমত সহ্য নকৰাৰ বাবে ড° গোহাঁই যেনেদৰে গণতন্ত্ৰৰ শত্ৰু, তেনেদৰে তেখেত যৌৱনৰো শত্ৰু কাৰণ, যোৱা ত্ৰিশ বছৰ ধৰি তেওঁ অসমত কোনো নতুন কালজয়ী সাহিত্যিকৰ সৃষ্টি হ'বলৈ দিয়া নাই। তদুপৰি ড° গোহাঁইক কেন্দ্ৰ কৰি দেৱচৌধুৰীৰ মনত সত্তৰ দশকৰ প্ৰাক্‌কালত যি প্ৰত্যাশা গঢ়ি উঠিছিল সেই প্ৰত্যাশা যোৱা ত্ৰিশ বছৰে চুৰমাৰ্ হৈ গৈছে।

দেৱচৌধুৰীৰ ৰচনাখনৰ মূল আধাৰ কিন্তু তথ্য সম্বলিত যুক্তি নহয়, সম্পূৰ্ণ

ব্যক্তিগত বিচাৰ আৰু মনোগত (Subjective) ধাৰণাহে। উদাহৰণ স্বৰূপে দেৱচৌধুৰীয়ে ড° গোহাঁইক তুলনা কৰিছে বিখ্যাত জ্যোৰ্তিপদাৰ্থ বিজ্ঞানী আৰ্থাৰ ষ্টেনলী এডিংটনৰ সৈতে। এডিংটনে জ্যোৰ্তিপদাৰ্থ বিজ্ঞানৰ বিকাশৰ ক্ষেত্ৰত লোৱা নেতিবাচক ভূমিকাৰ সপক্ষে দেৱচৌধুৰীয়ে বিজ্ঞানী চন্দ্ৰশেখৰ আৰু অন্যান্যসকলৰ পৰা উদ্ধৃতিও দিছে। অথচ ড° হীৰেন গোহাঁয়ে ঠিক এডিংটনৰ দৰেই নেতিবাচক ভূমিকা পালন কৰি অসমৰ বৌদ্ধিক বিকাশ স্তব্ধ কৰি ৰাখিছে বুলি সিদ্ধান্তমূলক (Concluding) মন্তব্য কৰাৰ পিছতো কিন্তু দেৱচৌধুৰীয়ে এই সিদ্ধান্তৰ সপক্ষে কোনো তথ্য বা উদ্ধৃতি দিব পৰা নাই।

ঠিক তেনেদৰেই দেৱচৌধুৰীয়ে আন এটি তথ্যহীন মন্তব্য প্ৰকাশ কৰিছে এইবুলি যে ".... যিমানেই আমি বৌদ্ধিক উত্তৰণৰ দাবী নকৰোঁ কিয় এই কথা অস্বীকাৰ কৰাৰ উপায় নাই যে ষাঠিৰ দশকৰ পৰা আৰম্ভ হোৱা অসমৰ বৌদ্ধিক শূন্যতা আমাৰ উৰ্বৰতাৰে বিগত ত্ৰিশ বছৰতো আমি পূৰাবলৈ সক্ষম নহ'লো।" যোৱা ত্ৰিশ বছৰে অসমত সঁচাকৈয়ে এক বৌদ্ধিক শূন্যতা বিৰাজ কৰিছে নে নাই সেয়া এক তৰ্ক সাপেক্ষ বিষয়। স্বাধীনতাৰ পিছৰ পৰা বৰ্তমানলৈকে এই সুদীৰ্ঘ সময়চোৱাত অসমৰ বৌদ্ধিক বিকাশ সম্পৰ্কে হোমেন বৰগোহাঞি সম্পাদিত **অসমীয়া সাহিত্যৰ বুৰঞ্জী** (ষষ্ঠ খণ্ড)ত শ্ৰীযুত কিশোৰ ভট্টাচাৰ্যই এটি প্ৰবন্ধ লিখিছে। (শ্ৰীযুত দেৱচৌধুৰীয়ে নিশ্চয় এইখনক সাম্প্ৰতিককালৰ অসমীয়া সাহিত্য সম্পৰ্কে এখন প্ৰামাণ্য গ্ৰন্থ বুলিয়েই ভাবে।) শ্ৰীযুত ভট্টাচাৰ্যই "স্বাধীনতাৰ পৰৱৰ্তী যুগৰ অসমীয়া সাহিত্যৰ সামাজিক আৰু বৌদ্ধিক পটভূমি" নামৰ প্ৰবন্ধত লিখিছে : "অসমৰ বৌদ্ধিক জগতৰ আৰু এটা প্ৰধান ধাৰা হ'ল মাৰ্ক্সবাদী ধাৰা। চল্লিশৰ দশকৰ পৰা এই ধাৰাটো প্ৰবল হৈ আহিছে। ভবানন্দ দত্তৰ পৰা হীৰেন গোহাঁইলৈকে বহু পণ্ডিতজনৰ বিশ্লেষণ শক্তিয়ে এই ধাৰাটোক আটাইতকৈ সজীৱ কৰি ৰাখিছে। মাৰ্ক্সবাদীসকলে.... অসমৰ বিভিন্ন সমস্যা সম্পৰ্কে সুগভীৰ অধ্যয়ন কৰি অসমীয়া মননশীলতাৰ ধাৰাটোক সমৃদ্ধ কৰিছে। অসমৰ বুৰঞ্জী, অসমৰ জাতিগঠন প্ৰক্ৰিয়া, অসমীয়া মধ্যবিত্তশ্ৰেণীৰ উৎপত্তি ইত্যাদি বিষয়ৰ আধুনিক বিশ্লেষণাত্মক গৱেষণা মাৰ্ক্সবাদী সমালোচকসকলে প্ৰথমবাৰৰ বাবে আৰম্ভ কৰিলে। হীৰেন গোহাঁইৰ শঙ্কৰদেৱৰ বিষয়ে গৱেষণা আৰু মধ্যবিত্তশ্ৰেণীৰ উত্থান সম্পৰ্কে আলোচনাৰ মাজেদি আধুনিক সমাজবিজ্ঞানৰ দৃষ্টিৰে অসমীয়া সমাজখনক চোৱাৰ প্ৰচেষ্টা পূৰঠ হ'ল।" (পৃষ্ঠা : ২৭৪-৭৫) অৰ্থাৎ সত্তৰ বা ষাঠিৰ দশকৰ পিছৰ পৰা অসমত বৌদ্ধিক শূন্যতাই বিৰাজ কৰিছে বুলি মন্তব্য কৰা মানে এই সমস্ত অধ্যয়ন আৰু গৱেষণাক একবাক্যে নাকচ কৰা হ'ব। এইবোৰ গৱেষণা যে ড° হীৰেন গোহাঁয়ে অকলে নিজে নিজে কৰিছে তেনে নহয়, বৰঞ্চ আনকো তেনে গৱেষণাৰ প্ৰতি আগ্ৰহী কৰিছে। উদাহৰণ স্বৰূপে, ড° প্ৰফুল্ল মহন্তৰ **অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ ইতিহাস** (১৯৯১)খন ড° হীৰেন গোহাঁইৰ তত্ত্বাৱধানত লিখা ডক্টৰেট ডিগ্ৰীৰ থেচিচ। এই সম্পৰ্কে **অসমীয়া সাহিত্যৰ বুৰঞ্জী** (ষষ্ঠ খণ্ড)ত ডম্বৰুধৰ নাথে লিখিছে : "বস্তুবাদী দৃষ্টিভঙ্গীৰে বুৰঞ্জীৰ বিষয়ে অধ্যয়ন কৰি হীৰেন গোহাঁয়ে অসমৰ মধ্য আৰু আধুনিক যুগৰ বিভিন্ন বিষয়ৰ ওপৰত প্ৰবন্ধ

ৰচনা কৰিছে। তেওঁৰ 'অসমীয়া মধ্যবিত্ত সমাজৰ ইতিহাস' (সাহিত্য আৰু চেতনাত সংকলিত) অসমৰ মধ্যবিত্ত শ্ৰেণীৰ ওপৰত ইতিহাস চৰ্চাৰ পাতনি বুলিব পাৰি। সেয়েহে প্ৰফুল্ল মহন্তৰ গ্ৰন্থত হীৰেন গোহাঁইৰ উদ্ধৃতি আৰু সিদ্ধান্তৰ আমদানি দেখা যায়।" (পৃষ্ঠা ঃ ৫২২) এতিয়া প্ৰশ্ন হৈছে এই ধৰণৰ গৱেষণাই অসমৰ সমাজ-জীৱনত একো ইতিবাচক প্ৰভাৱ পেলোৱা নাই নে? শ্ৰীকিশোৰ ভট্টাচাৰ্যৰ মতে, "এই গৱেষণাৰ ফলত বহুত নতুন তথ্য পোহৰলৈ আহিল আৰু বহু 'মিথ'ৰ অপসৰণ হ'ল। অসমৰ বুৰঞ্জীক গৌৰৱান্বিত কৰাৰ যি চেষ্টা আছিল, সেই চেষ্টাৰ পৰিৱৰ্তে পৰিণত সমালোচনাত্মক দৃষ্টিভংগী গ্ৰহণ কৰাৰ বাবে জাতীয় উন্নতিৰ বাট প্ৰশস্ত হ'ল, ভ্ৰান্ত ধাৰণা আঁতৰ হোৱাৰ সম্ভাৱনাই দেখা দিলে আৰু সমস্যাবোৰ গভীৰতৰ দৃষ্টিভংগীৰ পৰা উপলব্ধি কৰা সম্ভৱ হ'ল। অসমৰ জাতি-গোষ্ঠীবোৰৰ সমস্যা সম্পৰ্কেও ধাৰণা গভীৰ হ'ল।" (আলোচ্য গ্ৰন্থ, পৃষ্ঠা ঃ ২৭৫) এইবোৰ কি কেৱল বৌদ্ধিক শূন্যতাৰেই ফচল?

সত্তৰ বা ষাঠিৰ দশকৰ আগলৈকে যে অসমত বৌদ্ধিক প্ৰাচুৰ্য আছিল সেইটো এটা প্ৰমাণসাপেক্ষ বা তৰ্কসাপেক্ষ বিষয় নহয়নে? বৰঞ্চ সত্তৰৰ দশকৰ আগৰ সাহিত্যিক আৰু জাতীয় নায়কসকলক যথাস্থানত সঠিক মূল্যায়নেৰে প্ৰতিষ্ঠা কৰা কামটো সত্তৰ দশকৰ পিছৰ পৰাহে আৰম্ভ হোৱা নাই নে? অৰ্থাৎ সত্তৰৰ দশকৰ আগৰ মনিষীসকলৰ চিন্তা আৰু কৰ্মৰাজিৰ ওপৰত সত্তৰৰ দশকৰ পিছৰ পৰা আৰম্ভ হোৱা গৱেষণাৰ সুফলেহে আমাৰ মনত এনে ধাৰণা সৃষ্টি কৰা নাইনে যে তাহানি এটা সুস্থ আৰু সবল বৌদ্ধিক ধাৰা আছিল? আৰু সেইসকল মনিষীৰ যথাযথ মূল্যায়ন কৰাৰ ক্ষেত্ৰতো কিন্তু ড° হীৰেন গোহাঁই আগৰণুৱা। এই সম্পৰ্কে শ্ৰীযুত হীৰেন্দ্ৰ নাথ দত্তই উপৰোক্ত গ্ৰন্থৰে 'সাহিত্য-সমালোচনা' নামৰ প্ৰবন্ধত লিখিছে ঃ "আধুনিকতাৰ বিষয়ে বামে বামে যোৱা আধৰুৱা ধাৰণা প্ৰচলিত থকা বাবেই অম্বিকাগিৰী, জ্যোতিপ্ৰসাদ আৰু বিৰিঞ্চি বৰুৱা প্ৰমুখ্যে কৃতী পূৰ্বসূৰীসকলৰ যথাৰ্থ সাৰ্থক মূল্যায়ন হোৱা নাই বুলি তেওঁৰ (অৰ্থাৎ ড° গোহাঁইৰ) প্ৰত্যয় হ'ল। হেম বৰুৱা আৰু মহেন্দ্ৰ বৰাৰ দ্বাৰা প্ৰবৰ্ত্তিত আধুনিক অসমীয়া সাহিত্য-সমালোচনাৰ ধাৰাটোৰ প্ৰতি গোহাঁই কঠোৰ। ৰোমাণ্টিক যুগৰ পৰা ষাঠিৰ দশকলৈকে সামৰি আধুনিক অসমীয়া সাহিত্যৰ পৰম্পৰাটোৰ নৱমূল্যায়ন কৰি পূৰ্বোল্লিখিত তিনিজন সাহিত্যিকক তিনিটা লাইখুঁটি হিচাপে প্ৰতিষ্ঠা কৰা কথাটো হীৰেন গোহাঁইৰ কৃতিত্ব।" অৰ্থাৎ যিসকল মনিষীৰ প্ৰতিভাৰ সৈতে তুলনামূলক বিচাৰৰ দ্বাৰা সত্তৰৰ দশকৰ পিছৰ পৰা (অৰ্থাৎ হীৰেন গোহাঁইৰ সমালোচক হিচাপে আত্মপ্ৰকাশ হোৱাৰ পিছৰ পৰা) অসমত বৌদ্ধিক শূন্যতা বা বন্ধ্যাত্ব চলিছে বুলি ফণীন্দ্ৰ দেৱচৌধুৰীয়ে মন্তব্য কৰিছে সেইসকল মনিষীক কিন্তু নতুন ৰূপত প্ৰতিষ্ঠা কৰা হ'ল তথাকথিত "বৌদ্ধিক শূন্যতা"ৰ কাণ্ডাৰী ড° হীৰেন গোহাঁইৰ নেতৃত্বতেই।

ফণীন্দ্ৰ দেৱচৌধুৰীয়ে তেখেতৰ ৰচনাত ড° গোহাঁইৰ প্ৰতি আঙুলি টোৱাই এইবুলি অভিযোগ উত্থাপন কৰিছে যে যোৱা ত্ৰিশ বছৰত কোনো "নবীন কালজয়ী প্ৰতিভা" সৃষ্টি নহ'ল। নতুন লেখকৰ ৰচনাক সমালোচনা কৰি তেওঁলোকক প্ৰতিষ্ঠা কৰাৰ ক্ষেত্ৰত ড°

হীৰেন গোহাঁইৰ বিৰুদ্ধে সম্ভৱত তেখেতৰ চৰম শত্ৰুৱেও এনে অভিযোগ আনিব নোৱাৰিলেহেঁতেন। সত্তৰ দশকৰ আৰম্ভণিতে নতুন পৃথিৱী আলোচনীৰ মাজেৰেই অসমত এক নতুন ধৰণৰ বৌদ্ধিক চিন্তা-চৰ্চা যেনেদৰে আৰম্ভ হ'ল, তেনেদৰে এচাম নতুন লেখকৰো সৃষ্টি হ'ল। শীলভদ্ৰৰ শ্ৰেষ্ঠ গল্পখিনি প্ৰথম হীৰেন গোহাঁই সম্পাদিত নতুন পৃথিৱীৰ পাততেই প্ৰকাশিত হৈছিল। প্ৰকাশ হৈছিল হীৰেন ভট্টাচাৰ্য্যৰ কালজয়ী কবিতাবোৰ। নৱকান্ত বৰুৱা বাৰু পঞ্চাশৰ দশকৰেই কবি, কিন্তু নীলমণি ফুকন, হীৰেন্দ্ৰনাথ দত্ত, হৰেকৃষ্ণ ডেকা, অজিৎ বৰুৱা, সমীৰ তাঁতী, সনন্ত তাঁতী, নীলিম কুমাৰ আদি প্ৰায় সকলোবোৰ নবীন-প্ৰবীণ কবিৰ কবিতাৰ সমালোচনা প্ৰকাশ কৰি ড° হীৰেন গোহাঁয়ে তেখেতসকলক যথাযোগ্য স্বীকৃতি দিছে। নব্বৈৰ দশকৰ এগৰাকী শক্তিশালী লেখক দেৱব্ৰত দাসৰ মৃগয়া নিঠুৰ মৃগয়া নামৰ উপন্যাসখনৰ সমালোচনা কৰি ডেউকা (জুন-জুলাই '৯৪) নামৰ আলোচনীত ড° হীৰেন গোহাঁয়ে লিখিছিল ঃ "আমাৰ অপেক্ষাকৃত নবীনচাম লেখকসকলৰ ভিতৰত দেৱব্ৰত দাস নিঃসন্দেহে এজন অগগ্ৰণ্য প্ৰতিভা। তেওঁৰ ভাষা আৰু উদ্ভাৱনী শক্তি উচ্চস্তৰৰ। .... তেওঁৰ মৃগয়া নিঠুৰ মৃগয়া (১৯৯৩, বনলতা, গুৱাহাটী-১) সাম্প্ৰতিককালৰ এক উল্লেখযোগ্য গল্পসংকলন।" ঠিক তেনেদৰে শ্ৰীঅৰুণ শৰ্মাৰ আশীৰ্বাদৰ ৰং নামৰ উপন্যাসখনিৰ নাম ল'ব পাৰি। ১৯৯৬ চনত প্ৰকাশ হোৱা উপন্যাসখনে ১৯৯৮ চনৰ নৰেশ্বৰ মাহত নতুন পদাতিকত ড° হীৰেন গোহাঁয়ে সমালোচনা কৰাৰ পিছতহে পাঠক আৰু সমালোচকৰ সুদৃষ্টিত পৰে আৰু পিছলৈ উপন্যাসখন পুৰস্কৃত হয়। মহিম বৰাৰ পৰা আৰম্ভ কৰি শেহতীয়া মৌচুমী কন্দলীলৈকে অসমীয়া ভাষাৰ ইমান বেছি লেখকৰ সাহিত্যকৰ্মৰ সমালোচনা ড° হীৰেন গোহাঁইৰ বাহিৰে আন কোনোবাই কৰিছে যদি আমি নাজানো। ইয়াৰ পিছতো যদি তেখেতৰ বিৰুদ্ধে বৌদ্ধিক শূন্যতা সৃষ্টিৰ আৰু বৌদ্ধিক একনায়কত্বৰ অভিযোগ উপস্থাপিত হয় — তাক উদ্দেশ্যপ্ৰণোদিত বুলি ভবাত দোষ কি? ❑

দ্বিতীয় খণ্ড

# 'আত্মাৰ সূক্ষ্মতম নৈবেদ্য' সমাজ আৰু সমালোচনা

• প্ৰদীপ আচাৰ্য্য

মাৰ্ক্সবাদত-বিশ্বাসী বুলিয়েই হয়তো ড° হীৰেন গোহাঁয়ে সমালোচনাৰ তত্ত্বক জীৱন আৰু জীৱিকানিৰ্বাহৰ পৰা নিলগাই চোৱা নাই। উত্তৰ-সংযুতিবাদৰ জটিল বিমূৰ্ত্তনসমূহকো শৰীৰি নিৰ্দিষ্টতা দি পাঠকৰ বুকুত খুন্দা মাৰিব পৰা কৰি দিয়া এই সমালোচকজনে ৰীতিগত বিমূৰ্ত্তনত মূৰ দোঁওৱা নাই, বিমূৰ্ত্তন-নিৰ্ভৰ তাত্বিক অভীপ্সাক নেওচি যোৱা কাৰণেই কিন্তু তেখেতৰ সমালোচনাৰাজিক সূত্ৰানুসাৰে প্ৰণালীবদ্ধভাৱে সজোৱা টান, ভিন্ন প্ৰসঙ্গত কৰা একোটা আপতিক মন্তব্যই হয়তো বিশ্বজনীন সূত্ৰৰ ব্যাপকতা পাব পাৰে কিন্তু সূত্ৰ হিচাপে পৰিবেশিত নোহোৱাৰ কাৰণে পাঠকে কিছু আহুকাল পোৱাটো স্বাভাৱিক। বিশুদ্ধ তাত্বিক আকাংক্ষাক গুৰুত্ব নিদিয়াৰ কাৰণেই এনে ধৰণৰ লেখাখিনি বিক্ষিপ্ত আৰু সিঁচৰতি হৈ আছে বিভিন্ন সংকলনত য'ত স্বকীয় জীৱনবোধ আৰু বিশ্বাস মতেই সাহিত্য-সমালোচনাৰ সৈতে জীৱন আৰু সমাজৰ,– ৰাজনীতিৰ প্ৰশ্নই সমান বা অধিক ওজন পাইছে। সি যি কি নহওক, লেখাবিলাকৰ ভিত্তি, উৎস আৰু বিশ্বাস সম্বন্ধে আমি যুক্তি সহকাৰেই কিছু সিদ্ধান্তত উপনীত হ'ব পাৰো। আপাতদৃষ্টিত তাত কিছু স্ব-বিৰোধো থাকিব পাৰে কিন্তু সেয়া আত্ম-সমীক্ষাত্মক।

সকলো লেখাৰ ভিত্তি বোধকৰো একেটাই, – 'বস্তুৰ কঠিন বেদীতেই আত্মাৰ সূক্ষ্মতম নৈবেদ্যই শোভা পায়।' **সাহিত্য আৰু চেতনা**- ১৯৭৬। উৎস হৈছে এক সামাজিক অনুসন্ধিৎসা, যি কেৱল শিক্ষাসদী নহয়। আৰু বিশ্বাস হৈছে সাহিত্য বাস্তৱ সত্যৰ উপলব্ধি **নৈৰাজ্য আৰু নিৰ্মাণ**- ১৯৯৮। সাহিত্যৰ বিচাৰ আৰু তাৰ সমালোচনা মূলতঃ মানুহৰ সামাজিক-সাংস্কৃতিক অৱস্থানৰ পৰা অনুধাৱন কৰিলেহে যে অধিক ফলপ্ৰসূ হয় সেই বিশ্বাস তেখেতৰ এই বিষয়ে লেখা সকলোখিনিতেই সক্ৰিয়। সেয়ে তেনে লেখাৰ উৎস যদিও তাৰ লগত আপাতিক অনুষঙ্গও জড়িত। এই কথাখিনিক আচুতীয়া গুৰুত্ব দিয়াৰ থলো আমি তেখেতৰ **সমাজ আৰু সমালোচনা** (১৯৯১) পুথিতেই পাওঁ ঃ সমালোচকৰ মূল ধাৰণা আৰু প্ৰমূল্যবোধৰ সম্পৰ্কে তেওঁ স্বয়ং সচেতন আৰু স্পষ্টবাদী হ'ব লাগে। কাৰণ detail বা খুটিনাটিৰ নিৰ্বাচন আৰু ব্যাখ্যা সমালোচকৰ কেন্দ্ৰীয় ভাৱধাৰা অনুযায়ীহে হয়।

এইখিনি দায়বদ্ধতাৰ কাৰণে তেখেতৰ সত্য সন্ধানৰ স্বৰূপ আৰু চৰিত্ৰ কেনে ধৰণৰ হৈছে সেয়ে বিচাৰ্য। তাত অহৰহ 'উত্তৰণৰ সাধনা' আছে গতিকে মানৱ জীৱন আৰু সমাজৰ দৰেই সেইবিলাক পৰিৱৰ্তনশীল কিন্তু পৰিৱৰ্তনৰ মানচিত্ৰ কেন্দ্ৰীয় ধাৰণাসমূহৰ দ্বাৰাই নিৰ্দ্ধাৰিত। ড" গোহাঁই একেধাৰে মাৰ্ক্সবাদীও আৰু আমাৰ মুলুকত নব্য-সমালোচনাৰ প্ৰবৰ্ত্তকো। দুয়োটাৰ মাজৰ অৱশ্যম্ভাৱী বিৰোধৰ প্ৰতি তেখেত সচেতন আৰু জ্ঞাত। সেয়েহে নব্য সমালোচনাৰ কথা কৈ তেখেতে কৈছে যে এই সমালোচকসকলে কাব্যৰ ৰহস্য অলৌকিক বুলি এৰি নিদি তাৰ ৰাজহুৱাভাৱে বিশ্লেষণ কৰিব খুজিছে। কিন্তু তাৰ পৰিণাম আৰু প্ৰচ্ছন্ন উদ্দেশ্যত আন এক ৰহস্যৰহে সন্ধেদ পোৱা যায়।... বাহিৰৰ মেটাফিজিকেল ধাৰণাই এওঁলোকৰ আশ্ৰয়। এওঁলোকে বৈজ্ঞানিক দৃষ্টিকোণৰ বিকল্প হিচাপে আন দৃষ্টিকোণৰ সন্ধান কৰিছে কিন্তু শেষত হৈ ঈশ্বৰ চিন্তাত পৰা হ'বলগীয়া হৈছে। ইয়াৰ বিপৰীতে এফ আৰ লীৱিছে কবিতাৰ সাংস্কৃতিক পটভূমিৰ অৱধাৰন কৰিছে, আৰু ড° গোহাঁয়ে সামাজিক আৰু সাংস্কৃতিক ঐতিহ্য, পটভূমি আৰু দাযবদ্ধতাৰহে আশ্ৰয় লৈছে।

'অসমীয়া সাহিত্যত যুগ পৰিৱৰ্তন' ৰচনাত (**সাহিত্য আৰু চেতনা**) সমাজ আৰু সংস্কৃতিৰ প্ৰতিফলন কেনেকৈ সাহিত্যত হৈছে তাৰ বিশ্লেষণ কৰি ড" গোহাঁযে কৈছে ঃ

> এতিয়া গল্প উপন্যাস সকলোতে বাজিব ধৰিছে মোহভঙ্গ আৰু আশাভঙ্গৰ সুৰ। কেতিয়াবা এই সুৰ কৰুণ, কেতিয়াবা নিষ্ঠুৰ আৰু ব্যংগাত্মক। মানৱতাবাদী ধাৰা শুকাই যোৱাৰ ফলত মহিম বৰা প্ৰায় নীৰৱ হৈ পৰিছে। একেই কাৰণতে ভবেন শইকীয়াৰ গল্পত সূক্ষ্মাতিসূক্ষ্ম মনস্তাত্বিক বিশ্লেষণ সত্বেও গল্পবিলাক ক্ৰমাৎ ফটোগ্ৰাফিক আৰু আত্মিক অনুভূতি শূন্য হৈ পৰিছে। প্ৰণৱজ্যোতি ডেকাৰ গল্পত ক্ষুৰধাৰ ব্যংগই মধ্যবিত্তীয় মোহৰ ওপৰত অস্ত্ৰোপচাৰ চলাইছে। সকলোতকৈ নিবিড তীব্ৰতাৰে এই সুৰ বাজিছে সৌৰভ চলিহাৰ গল্পত। 'হেৰাল', 'বীণাকুটিৰ', 'ৰাতিৰ ৰেল' প্ৰভৃতি গল্পত পৰিৱৰ্তিত জীৱন আৰু পৰিৱেশত যেন অটল অন্ধকাৰৰ মাজত লেখকে খেপিয়াই ফুৰিছে সৰস-সজীৱ প্ৰতিশ্ৰুতিৰ সন্ধানত— যি প্ৰতিশ্ৰুতি কেতিয়াবাই নিৰুদ্দেশ হ'ল।

একেই সমাজ বাস্তৱৰ বোলে বিভিন্ন প্ৰতিফলন আৰু ৰূপভেদ হ'ব পাৰে তাক একাধিক উদাহৰণৰে দেখুৱাই সামাজিক-ঐতিহাসিক পশ্চাদপদৰ প্ৰাধান্যৰ কথা বুজাই দি কৈছে যে সৌৰভ চলিহা পৰাবাস্তৱৰ পূজাৰী হ'লেও একেই মানৱতাবাদী ধাৰাৰেই সন্তান, যি মোহভঙ্গ আৰু আশাভঙ্গৰ সুৰ অভ্যন্তৰিত কৰিও কিবা নিৰুদ্দেশ প্ৰতিশ্ৰুতিৰ বিফল সন্ধানত ব্ৰতী।

বক্তব্যৰ পিছতে বা লগে লগেই আহি পৰে আংগিকৰ কথা, "বিৰিঞ্চি কুমাৰ বৰুৱাৰ শেষ উপন্যাসখনৰ এই আশাভঙ্গৰ সুৰ অৰ্কেষ্ট্ৰাৰ দৰে বিচিত্ৰ আৰু ঘন হৈ পৰিছে— বক্তব্যৰ লগে লগে আংগিকৰো পৰিৱৰ্তন দেখা গৈছে। .... বুৰ্জোৱা সমাজৰ উমৈহতীয়া জগতখন ভিন্ন ভিন্ন হোৱাৰ প্ৰমাণ হিচাপেই এইবোৰ আংগিকৰ পৰীক্ষালৈ আঙুলিয়াব পাৰি। কিন্তু

মন কৰিবলগীয়া যে এই যুগৰ শ্ৰেষ্ঠ উপন্যাসখনৰ (**সেউজী পাতৰ কাহিনী**) আংগিকত কোনো নতুনত্ব নথকাকৈয়ে মৰ্মস্পৰ্শী হৈ পৰিছে।"

আন এক প্ৰসংগত লেখকে কৈছে ঃ "ৰোমাণ্টিক বিষয়বস্তুৰ গল্পৰ মাজতো চৰিত্ৰ আৰু ব্যক্তিত্বৰ যি জটিলতা আৰু প্ৰেমৰ আদৰ্শৰ যি গভীৰ অনুসন্ধান আৰু বিশ্লেষণ সম্ভৱ, অসমীয়া ৰোমাণ্টিক প্ৰেমৰ গল্পত আজিও তাৰ অভাৱ।.... কিন্তু পনীয়া ভাবোচ্ছ্বাসৰ পৰা মুক্ত, গধুলি একেলগে চিনেমা চোৱা প্ৰেমৰ পৰা মুক্ত সমগ্ৰ জীৱনৰ কেন্দ্ৰীভূত শিখাৰ দৰে প্ৰেমৰ লগত আমাৰ গল্প-সাহিত্যৰ পৰিচয় নাই।" **বাস্তৱৰ স্বপ্ন** গ্ৰন্থত এই খেদোক্তি কৰিয়াই বহি থকা নাই লেখকে— ইয়াৰ ব্যতিক্ৰমৰ প্ৰতিও তেখেত সমানেই সচেতন ঃ নৱকান্ত বৰুৱাৰ **কপিলীপৰীয়া সাধু** তাৰ ব্যতিক্ৰম — ৰান্না বৰুৱাৰ **সেউজী পাতৰ কাহিনী** তাৰ ব্যতিক্ৰম— কিন্তু সিদুখন হ'ল বিৰল উপন্যাসৰ কথা। গতিকে বক্তব্যৰ উৰ্দ্ধত আংগিক হ'ব নোৱাৰে। আংগিকৰ কুচ-কাৱাজ বক্তব্যৰ খাতিৰতহে যুক্তি-যুক্ত আৰু বক্তব্যৰ তীব্ৰ আৰু নিবিড় অনুধাবন থাকিলে আংগিক প্ৰচলিত ৰীতিৰ অনুগামী হ'লেও কথা নাই। বক্তব্যৰ গভীৰতা আৰু নিবিড় তীব্ৰতাই একোটা সাৰ্থক সৃষ্টি সম্ভৱ কৰিব পাৰে। লাগিলে সেই বক্তব্য বৈপ্লৱিক নহওকেই। লেনিনে পুস্কিনৰ কবিতা সমানেই ভাল পাইছিল। বক্তব্যৰ ফালৰ পৰা সৌৰভ চলিহাৰ গল্প 'ভাৱ প্ৰৱণ, ৰুগ্ন আৰু আত্মদ্বন্দ্বজৰ্জৰ' যেন লাগিব পাৰে কিন্তু "অসমীয়া সমাজ তথা সংস্কৃতিৰ এক সংকটকালৰ মৰ্মস্পৰ্শী আৰু অবিস্মৰণীয় অভিব্যক্তি হিচাপে তেখেতৰ ৰচনা বুজাৰ দায়িত্ব" পাঠকৰো, সমালোচকৰো। (**উত্তৰণৰ সাধনা ১৯৯৩**)

> "আচলতে একোজন মহামানৱৰ অৱদান বহুজনৰ যুগযুগান্তজোৰা আশা-আকাঙ্ক্ষাৰ ফলশ্ৰুতি, বহুজনৰ সপোনৰ বাস্তৱৰূপ, বহুজনৰ পৰিশ্ৰম আৰু প্ৰচেষ্টাৰ শেষ পৰিণতি। সেয়ে জ্যোতিপ্ৰসাদক এজন গুণী মানুহ হিচাপে ধৰিলে তেওঁৰ প্ৰতি সুবিচাৰ নহ'ব। তেওঁ আচলতে অসমীয়া জাতিৰ সাধনাৰ ধন। অসমীয়া সমাজৰ ঐতিহাসিক বিকাশৰ এটা পৰ্যায়ৰ প্ৰতিনিধি।" (**সাহিত্য আৰু চেতনা**)

সংযুতিবিদসকলৰ দৰে যদি আমি একোটা নিৰ্দিষ্ট ঘটনাক আপতিক contingent বুলি ধৰো আৰু সাধাৰণ কেন্দ্ৰীয়তাকহে তাৎপৰ্যপূৰ্ণ বুলি ভাবো তেতিয়া দেখা যাব যে সাহিত্য বা কলাৰ জগতত নিৰ্দিষ্ট একোটা সৃষ্টি আপতিকতাৰ উৰ্দ্ধত থাকে আৰু সাধাৰণ ঘটনাপঞ্জীৰ পৰা সুকীয়া হৈ প্ৰায় স্বকীয় গৰিমাৰে কালজয়ী হৈ পৰে। নিৰ্দিষ্ট কলা সৃষ্টি এক শ্ৰেণী বা ধাৰণাৰ নিদৰ্শন নহয়, ই হৈ পৰে যুগটোৰ ধাৰণাসমূহৰ সংজ্ঞাৰ প্ৰচেষ্টা। ঐতিহ্য আৰু ব্যক্তিগত নিৰ্দিষ্ট প্ৰতিভাৰ প্ৰশ্নৰ অনুধাবন কৰি ড° গোহাঁয়ে কৈছে— জ্যোতিপ্ৰসাদৰ সৎসাহস আৰু সততাৰ কথা ঃ

> জ্যোতিপ্ৰসাদে যেতিয়া নিজকে 'ৰাইজৰ আশীৰ্বাদ ভিখাৰী' বুলি কয়, তেতিয়া তাক আন বহুতৰ ক্ষেত্ৰত লগাৰ দৰে অভিনয় যেন নালাগে। তাৰ মাজত

ফুটি উঠিছে জনতাৰ শক্তিৰ প্ৰতি অকুণ্ঠ গভীৰ শ্ৰদ্ধা আৰু সহানুভূতি। .... তাৰ কাৰণ এয়ে যে সংগ্ৰামৰ ঢৌৱে তেওঁক ঐশ্বৰ্য আৰু বিলাসৰ মিনাৰৰ পৰা নমাই একেবাৰে জনতাৰ সহযাত্ৰী কৰি পেলালে। .... এই বিপ্লৱ যি বিশ্বৰ বুকুত অসমক অকলশৰীয়া দ্বীপৰ দৰে থাকিবলৈ দিয়া নাই— যে কেৱল মিলাপ্ৰীতি আৰু আনন্দ-উৎসৱৰ বিপ্লৱ নহয় তেওঁ বুজিছিল। বিপ্লৱী চেয়াৰমেন মাও-চে-তুঙৰ ভাষাত চিলাই কামৰ দৰে চিকুণ আৰু চাহমেলৰ দৰে নহয়। জ্যোতিপ্ৰসাদৰ সুকুমাৰ মনৰ অনুভূতিয়েও শেষত বিপ্লৱৰ ভয়ানক দিশটোও মানি ল'ব পাৰিছিল সত্যৰ প্ৰতি তাৰ অকুণ্ঠ আস্থাৰ বাবে। তাৰ ধ্বংসলীলাৰ মাজত তেওঁ দেখা পাইছিল সৃষ্টিশীল নতুন সম্ভাৱনাৰ ৰক্তপ্ৰবাহ। .... জ্যোতিপ্ৰসাদে জেলত হেমাংগ বিশ্বাসৰ আগত খেদ কৰিছিল যে পাৰ্টিয়ে আৰ্টৰ বৈপ্লৱিক ভূমিকা উপলব্ধি কৰা নাই। কথাটোৰ সুদূৰপ্ৰসাৰী তাৎপৰ্য শ্বেঙাচীনৰ সাংস্কৃতিক বিপ্লৱৰ পিছতহে স্পষ্ট হৈছে। (সাহিত্য আৰু চেতনা)

এই প্ৰসঙ্গতে শিল্পৰ স্বৰূপ আৰু শিল্পীৰ ভূমিকাক কথাৰ অৱতাৰণা কৰি তেওঁ কৈছে 'বৃত্তিধাৰী শিল্পৰ' ধাৰণাটোৰেই ভুল। '.... পুঁজিবাদী সমাজত পেছাদাৰ শিল্পী যে আচলতে পুঁজিবাদৰে সেৱক' তাক জ্যোতিপ্ৰসাদে উপলব্ধি কৰিহে এই কথা কৈছিল। "কিয়নো শিল্পৰ বিনিময়ত অৰ্থ উপাৰ্জন কৰাটো শিল্পকলা নহয়, ব্যৱসায়। আৰু সেই ব্যৱসায়ে শিল্পকলাক অধঃপতিত কৰি তাক জীৱনৰ কেন্দ্ৰবিন্দুৰ পৰা আঁতৰাই লৈ যায়।"

ওপৰত উনুকিওৱা কথাখিনিৰ পৰিণতি হিচাপে ড° গোস্বামীয়ে জ্যোতিপ্ৰসাদৰ **কাৰেঙৰ লিগিৰী** নাটৰ প্ৰসঙ্গ আনি কৈছে যে তেওঁৰ **কাৰেঙৰ লিগিৰী**ৰ শেৱালীৰ আত্মত্যাগৰ উৎস ব্যক্তিগত অভিজ্ঞতাক জ্যোতিপ্ৰসাদৰ 'কল্পনা আৰু ধীশক্তিয়ে' সংকীৰ্ণ ব্যক্তিগত পৰিসীমাৰ পৰা আঁতৰাই নি এক বিশ্বজনীন পৰিমণ্ডলত প্ৰতিষ্ঠা কৰিলে। বিষয়বস্তু বা বক্তব্য আৰু সামাজিক নিৰ্ণায়কসমূহৰ গুৰুত্ব মানি ল'লেও ড° গোস্বামীৰ সমালোচনাত নব্য সমালোচকসকলৰ সূক্ষ্ম বিশ্লেষণো আছে আৰু সেই সমালোচনা পঢ়ি দুয়োটাৰ মাজৰ বহুকথিত বিৰোধক উপৰুৱা যেন হে লাগে। 'নতুন সমালোচনাৰ যৱনিকা', 'সমালোচনাৰ কেন্দ্ৰ আৰু কক্ষপথ' (**উত্তৰণৰ সাধনা**, ১৯৯৩) আদি প্ৰবন্ধত সমালোচকে এই আহুকলীয়া প্ৰশ্নবোৰ বিতং আলোচনা কৰি কৈছে যে 'কাব্যৰ ভাষাৰ ওপৰত দিয়া নিবিড় মনোনিবেশ'ৰ কাৰণে কাব্যিক ভাষাৰ বৈশিষ্ট্যৰ আলোচনাই সেই মহলত অধিক গুৰুত্ব পাইছিল। এই device বা নিৰ্মাণ কৌশলসমূহক তেওঁ প্ৰাচীন ভাৰতীয় অলঙ্কাৰ শাস্ত্ৰৰ নিৰ্মাণ কৌশলৰ সৈতেও বিজাই চাইছে। কিন্তু পুনৰ 'সমালোচনাৰ কেন্দ্ৰ আৰু কক্ষপথ' আদি ৰচনাত কেনেকৈ সমালোচনাত 'নিজৰ মানসিক পক্ষপাত আৰু প্ৰৱণতা প্ৰকাশ পাই' তাকে দেখুৱাই কৈছে যে নৈৰ্ব্যক্তিক আৰু নিৰ্ভুল বা আত্মসত্যৰ ওচৰ আমি নাপাবও পাৰোঁ।

'সৰ্ববাদী সম্মত দৃষ্টিভঙ্গী আৰু সিদ্ধান্ত বিচাৰি পোৱা টান' বিংশ শতাব্দীৰ য়ুৰোপীয় সমালোচনাৰ ধাৰাৰ লগতো সমালোচকে আমাৰ সম্যক পৰিচয় কৰাই দিছে কিন্তু নিজৰ

বিশ্বাস অটুত থকা হেতুকেই বোধকৰো উত্তৰ-আধুনিকতাবাদী সাহিত্যৰ প্ৰতি তেখেতে বিশেষ আকৰ্ষণ অনুভৱ নকৰে। যিহেতু উত্তৰ-আধুনিক তাত্ত্বিকৰ মতে 'বাস্তৱ' আৰু 'সত্য' দুয়োটাই প্ৰহেলিকা, তেন্তে সাহিত্যক বাস্তৱ সত্যৰ উপলব্ধি বোলা টান।

> এই কথা ঠিক যে যুক্তি এক বিমূৰ্ত্ত সাৰ্বজনীন পদ্ধতি নহয়। সমাজ ব্যৱস্থা তথা গৱেষকৰ সামাজিক অৱস্থানৰ লগত যি ওতঃপ্ৰোতভাৱে জড়িত ... সেয়ে বুৰ্জোৱা যুক্তিবাদৰ ভুৱা বিশ্বজনীনতাক নেওচা দি উঠি বিশ্বজনীন যুক্তিৰ সম্ভাৱনাৰে নাকচ কৰা উত্তৰ-আধুনিকতাবাদ নিজেই প্ৰমাদগ্ৰস্ত বুলি ধাৰণা হয়। (**নৈৰাজ্য আৰু নিৰ্মাণ**)

> জেৰাল্ড গ্ৰাফে কৈছে, উত্তৰ-আধুনিকসকলে দাঙি ধৰা ভঙ্গুৰ, বিসংগতিপূৰ্ণ, অসমাপ্ত, অনিৰ্দেশ্য জীৱনৰ অভিজ্ঞতাও জানো এক অৰ্থত জীৱনৰ প্ৰতিচ্ছবি নহয়? আমি ভাবো হয়। কিন্তু প্ৰতিচ্ছবিখন আংশিক আৰু বিকৃত। কাৰণ তাৰ উৎসই বিকৃত আৰু বিচ্ছিন্ন। (**নৈৰাজ্য আৰু নিৰ্মাণ**)

সেয়েহে আমি পোনতেই উৎস, বিশ্বাস আদিৰ প্ৰসংগ তুলিছিলো। বিশ্বাসক বাস্তৱৰ সৈতে মুখামুখি কৰাবলৈ ৰাজি হোৱা কাৰণেই ড° গোহাঁইৰ সমালোচনাৰ গুৰুত্ব স্বকীয়। ❑

# অসমীয়া সাহিত্য সমালোচনাৰ গতি পৰিৱৰ্তন আৰু ড° হীৰেন গোহাঁই

• গৌতম কুমাৰ বৰা

স্বাধীনতাৰ ঠিক পাছৰ দশকটোত যি কেইগৰাকী প্ৰতিভাবান অসমীয়া ছাত্ৰই ইংৰাজী সাহিত্যৰ ছাত্ৰ হিচাপে তেতিয়াৰ প্ৰেচিডেঞ্চি নাইবা স্কটিশ চাৰ্চ কলেজৰ দৰে দেশৰ অগ্ৰণী উচ্চ শিক্ষাৰ কেন্দ্ৰসমূহত ভৰ্তি হৈছিলগৈ দৰাচলতে তেওঁলোকৰ হাতত‌ে অসমীয়া আধুনিক সাহিত্য সমালোচনাৰ আৰম্ভণি হয়। সেই কেন্দ্ৰসমূহত তেতিয়া বিৰাজ কৰা উন্নত বৌদ্ধিক পৰিৱেশৰ প্ৰভাৱ আৰু পোহৰত তেওঁলোকে যি নতুন সাহিত্য চেতনা অৰ্জন কৰিছিল তাৰেই বলিষ্ঠ প্ৰকাশ হিচাপে তেওঁলোকৰ সমালোচনাই যাত্ৰা আৰম্ভ কৰে। এই কথাত কাৰো দ্বিমত হোৱাৰ অৱকাশ নাই যে অসমত পূৰ্ণাংগ সাহিত্য সমালোচনাৰ আৰম্ভণি ড° বাণীকান্ত কাকতিৰ দিনতেই হৈছিল। কিন্তু এই কথাও সঁচা যে সাহিত্য সমালোচনা সম্পৰ্কে কোনো প্ৰণালীবদ্ধ তাত্ত্বিক অনুসন্ধান ড° কাকতিয়ে চলোৱা নাছিল। ঘাইকৈ ব্যক্তিৰ আত্মপ্ৰকাশৰ মাধ্যম হিচাপে; এক পাৰমাৰ্থিক উপলব্ধিৰ আত্মিক সোপান হিচাপেই সাহিত্যক তেওঁ গণ্য কৰিছিল। কিন্তু এই ৰোমাণ্টিক সাহিত্য দৰ্শনৰ পৰা উক্ত ডেকা ছাত্ৰসকল আঁতৰি আহিল।

এই ডেকা ছাত্ৰ সমালোচকসকলৰ নেতৃত্বত আছিল আজিৰ বিশিষ্ট বুদ্ধিজীৱী আৰু মাৰ্ক্সবাদী পণ্ডিত ড° হীৰেন গোহাঁই। ইংৰাজী সাহিত্যৰ ছাত্ৰ হিচাপে কলিকতাৰ প্ৰেচিডেঞ্চি কলেজৰ বি. এ.' মহলাত থাকোতেই নব্য সমালোচক আৰু ড° লীৱিছৰ ৰচনাৰাজিৰ লগত এই কৃতী ছাত্ৰগৰাকীৰ নিবিড় পৰিচয় ঘটে আৰু তেওঁ বিশেষভাৱে সেই ৰচনাৰাজিৰ দ্বাৰা প্ৰভাৱান্বিত হয়।

নব্য সমালোচনাই কবিৰ পৰা এনে এক ব্যক্তিত্ব দাবী কৰিছিল যাৰ আশ্ৰয় ৰোমাণ্টিক ভাববিলাস নহয়, বৰং বুদ্ধিমত্তাৰ দ্বাৰা পৰিচালিত বস্তুনিষ্ঠ আবেগ। এনে ব্যক্তিত্বসম্পন্ন কবিৰ পক্ষেহে বাস্তবৰ প্ৰতি এক সূক্ষ্ম, সজাগ সঁহাৰি দিয়াটো সম্ভৱ। কিন্তু যিহেতুকে কবিয়ে এই কাম ভাষাৰ জৰিয়তেহে কৰে, কবি ভাষাৰ প্ৰতি— কবিতাৰ ভাষিক অৱয়বটোৰ

প্ৰতি সম্পূৰ্ণ দায়বদ্ধ থাকিব লাগিব। অসমীয়া সাহিত্য সমালোচনাত নব্য সমালোচনাৰ এই কেন্দ্ৰীয় ধাৰণাটোৰ প্ৰথম প্ৰয়োগ ঘটে ১৯৫৭ চনত **ৰামধেনু**ত প্ৰকাশিত 'অৰ্থ আৰু অনৰ্থ' নামৰ এটি নাতিদীৰ্ঘ প্ৰবন্ধত, য'ত তেতিয়াৰ ছাত্ৰ লেখক হীৰেন গোহাঁয়ে হেম বৰুৱা, নবকান্ত বৰুৱা প্ৰমুখ্যে কেইবাগৰাকীও ডেকা কবিৰ ৰচনাৰ ভাষাগত দুৰ্বলতা বস্তুনিষ্ঠ আৰু বলিষ্ঠভাৱে ফঁহিয়াই দেখুৱায়। ইংৰাজী অনাৰ্ছৰ প্ৰথম বাৰ্ষিকত লেখা উক্ত প্ৰবন্ধটোৱে তেনে কোনো পৃৰঠ সাহিত্য চেতনা বহন কৰা নাছিল যদিও অসমীয়া সাহিত্য সমালোচনাত ভাষাৰ প্ৰসংগটো ইমান সুস্পষ্টভাৱে ইয়াৰ পূৰ্বে কিন্তু কোনেও তোলা নাছিল।

কিন্তু নব্য সমালোচকসকলৰ লগতে সেই সময়ছোৱাত ছাত্ৰ হীৰেন গোহাঁই ড° লীৱিছৰ দ্বাৰাও গভীৰভাৱে প্ৰভাৱান্বিত হৈছিল। লীৱিছৰ ধাৰণাত কবিতা বা সাহিত্য কেৱল তাৰ স্বকীয় ভাষিক অৱয়বটোৰ বাবেই কবিতা বা সাহিত্য নহয়। সাহিত্যৰ ভাষিক অৱয়বটোৰ আধাৰ হ'ল এক আধ্যাত্মিক নৈতিক পৰম্পৰা বা সংস্কৃতি। অৰ্থাৎ, সকলো সৎ আৰু মহৎ সাহিত্যই লীৱিছৰ ধাৰণাত নৈতিকতাবাদী ঃ সাহিত্যই জীৱনক সমৃদ্ধ কৰে, বিভ্ৰান্তি আৰু ব্যৰ্থতাৰ মাজত হেৰাই যোৱা গন্তিপথৰ সন্ধান দিয়ে। কিন্তু তাৰ অৰ্থ এনে নহয় যে এই কামত সাহিত্যই নীতিবাগীশৰ ভাও লয়। সাহিত্যত ভাষাই বৰ্ণাঢ্য ৰূপ লৈ; ইন্দ্ৰিয়গ্ৰাহ্য, স্পৰ্শযুক্ত ৰূপলৈ এই নীতি বা সত্য নাটকীয়ভাৱে পৰিস্ফুট কৰিহে তোলে। সন্দেহ নাই ভাষাৰ প্ৰতি সম্পূৰ্ণ দায়িত্বশীল লেখকৰ বাবেহে ভাষাক এনে চৰিত্ৰ দিয়াটো সম্ভৱ। কিন্তু একমাত্ৰ লেখকৰ গভীৰ জীৱনবোধেহে ভাষাৰ প্ৰতি এই দায়িত্বশীলতা সৃষ্টি কৰিব লাগিব। অৰ্থাৎ, লীৱিছৰ বিচাৰত সাহিত্যৰ উচ্চমান কেৱল ভাষাৰ খেল নহয়; তেওঁৰ দৃষ্টিত সাহিত্যৰ উচ্চমান শেষপৰ্যন্ত জীৱনৰ লগতহে জড়িত।

'অৰ্থ আৰু অনৰ্থ' (১৯৫৭) - ৰ পাছত ১৯৬০-৬৫ চনৰ ভিতৰত ড° গোহাঁয়ে আৰু কেইবাটাও প্ৰবন্ধ ৰচনা কৰে যিবোৰত লীৱিছৰ প্ৰভাৱ সুস্পষ্ট। তেতিয়াৰ **ৰামধেনু**, **উত্তৰকাল** আদিত প্ৰকাশিত আৰু পাছলৈ **সাহিত্যৰ সত্য** (১৯৭০-ত সন্নিৱিষ্ট এই প্ৰবন্ধকেইটাত অম্বিকাগিৰী, জ্যোতিপ্ৰসাদ, বিৰিঞ্চিকুমাৰ বৰুৱা, নবকান্ত বৰুৱা আদিৰ সাহিত্য সমালোচনা আগবঢ়োৱা হয়। সাহিত্যৰ লগত জীৱন আৰু ভাষাৰ সম্পৰ্কটো অসমীয়া সাহিত্য সমালোচনাত এই প্ৰবন্ধকেইটাই পোন প্ৰথমবাৰৰ বাবে অতি গভীৰ আৰু সুস্পষ্টভাৱে তুলি ধৰে। অম্বিকাগিৰী আৰু মানবায়তন (১৯৬০) নামৰ প্ৰবন্ধটিত অম্বিকাগিৰীৰ ভাষাৰ কাব্যিক সাৰ্থকতা আঙুলিয়াই দি আধুনিক কবিক তাৰ পৰা শিক্ষা ল'বলৈ লেখকে আহ্বান জনায়। জ্যোতিপ্ৰসাদ আৰু **কাৰেঙৰ লিগিৰী** (১৯৬২) প্ৰবন্ধত নাটখনৰ ট্ৰেজেডিৰ সামাজিক তাৎপৰ্য; **ঘন্টাকৰ্ণৰ ডায়েৰী** (১৯৬২) নামৰ প্ৰবন্ধত বীণা বৰুৱাৰ **জীৱনৰ বাটত** উপন্যাসৰ কাহিনীৰ নৈতিক মৰ্ম পোন প্ৰথমবাৰৰ বাবে উদঘাটন কৰা হয়। আধুনিক অসমীয়া সমাজ আৰু সাংস্কৃতিক চেতনাৰ বাবে এই দুয়োখনতে থকা কেন্দ্ৰীয় গুৰুত্ব এই প্ৰবন্ধ দুটাই প্ৰথম আবিষ্কাৰ কৰে। অসমীয়া পঢ়ুৱৈসমাজৰ সাহিত্য চেতনাত এইদৰেই এক সৃষ্টিশীল আলোড়ন তোলাৰ প্ৰয়াস কৰা হয়। ড° গোহাঁইৰ নিজা ভাষাতঃ "আজিৰ পশ্চিমীয়া সমালোচনাৰ

ভাষাত অসমীয়া ধ্ৰুপদী সম্পদবোৰৰ এক Canon সৃষ্টিৰ চেষ্টা তেনেবোৰ প্ৰচেষ্টাত নিহিত আছিল।" দৰাচলতে ১৯৫৭ চনত প্ৰকাশিত 'অৰ্থ আৰু অনৰ্থ' আৰু তাৰ পাছৰ ১৯৬০-৬৫ চনৰ ভিতৰত ড° গোহাঁয়ে ৰচনা কৰা প্ৰবন্ধকেইটাই অসমীয়া আধুনিক সাহিত্য সমালোচনাৰ ভেঁটি স্থাপন কৰে।

কিন্তু নব্য সমালোচক আৰু ড° লীৱিছৰ দ্বাৰা গভীৰভাৱে প্ৰভাৱান্বিত হ'লেও ড° গোহাঁয়ে তেওঁলোকৰ প্ৰতি অন্ধ আনুগত্য কেতিয়াও প্ৰদৰ্শন কৰা নাই। নতুন সমালোচনাৰ প্ৰৱৰ্তকসকল আছিল সামাজিক আৰু ৰাজনৈতিক দিশত ৰক্ষণশীল। একচেটীয়া পুঁজিবাদৰ দিনত ৰোমাণ্টিক ভাববিলাসৰ ওপৰত আক্ৰমণ চলাই তেওঁলোকে বাস্তববোধৰ পৰিচয় দিলেও একেসময়তে কিন্তু পাপাত্মা মানুহৰ ধাৰণাটোৰ পক্ষত থিয় দি তেওঁলোকে দৰাচলতে ব্যক্তিৰ আশা-আকাংখ্যাৰ ওপৰত বিধ্বংসী আক্ৰমণ নমোৱা একচেটীয়া পুঁজিবাদকে প্ৰকাৰান্তৰে সমৰ্থন জনাইছিল। অৰ্থাৎ, পুঁজিবাদৰ বিৰুদ্ধে সংগ্ৰাম বিনাই ব্যক্তি আৰু সমাজ জীৱনলৈ ই নমাই অনা সংকটৰ পৰা তেওঁলোকে পৰিত্ৰাণ বিচাৰিলে, যিটো আছিল অবাস্তৱ তথা অসম্ভৱ। অৰ্থাৎ, বাস্তৱৰ প্ৰতি যি সজাগ সঁহাৰিৰ কথা তেওঁলোকে কৈছিল, সি দৰাচলতে আছিল খণ্ডিত, সীমাবদ্ধ। সেয়ে এহাতে বুদ্ধিমত্তাৰ কথা ক'লেও তেওঁলোকে বৈজ্ঞানিক যুক্তিবাদৰ বিৰোধিতা কৰিলে আৰু সমাজৰ ৰূপান্তৰৰ পক্ষত থিয় দিয়া শক্তিসমূহৰ ওপৰত চৰম অনাস্থা প্ৰকাশ কৰিলে। ফলত অনুভূতিৰ নিঃসঙ্গ অন্বেষণ আৰু অৱশেষত অৰ্থৰ বিচিত্ৰ লীলাই তেওঁলোকৰ বাবে কবিতাৰ সাৰবস্তু হৈ পৰিল। এই লীলাৰ ঘনীভূত প্ৰকাশৰ স্বাৰ্থতে কবিয়ে ভাষাৰ সূক্ষ্ম অনুশীলন চলাব। এইদৰে অৰ্থৰ বিচিত্ৰ লীলা আৰু ভাষাৰ কাৰচাজিকে কবিতাৰ উপজীব্য কৰি তেওঁলোকে সাহিত্য সমালোচনাৰ পৰা অনা সাহিত্যিক নাইবা জীৱনভিত্তিক বিচাৰক প্ৰায় সম্পূৰ্ণৰূপে বহিষ্কাৰ কৰিলে। এনে বিচাৰে অৱশ্যে তেওঁলোকৰ ৰক্ষণশীল, সুবিধাবাদী স্থিতিকে উন্মোচন কৰিলেহেঁতেন। কিন্তু তেনে বিচাৰ হেঁচা মাৰি ধৰিহে কবিতা বা সাহিত্যৰ ভাষিক অৱয়বটোৰ স্বতন্ত্ৰ গুৰুত্ব প্ৰতিষ্ঠা কৰিবলৈ তেওঁলোক তৎপৰ হ'ল। ফলত একধৰণে অৰ্থৰ লীলা আৰু আংগিকৰ বাহাৰেই সাহিত্যৰ উচ্চমানৰ আধাৰত পৰিণত হ'ল। নিঃসন্দেহে উচ্চমানৰ এই ধাৰণা আছিল একধৰণৰ আত্মপ্ৰতাৰণা মাত্ৰ। কিন্তু এই পলায়নবাদেই নব্য সমালোচনাৰ শক্তি খৰ্বিত কৰিলে। এনে নহয় যে নব্য সমালোচকৰ সকলোৱেই এনে এক চৰম অৱস্থান লৈছিল। কিন্তু এইটোও সঁচা যে উইমছাট্ ব্ৰুকছ্ আদিৰ হাতত সেই সমালোচনা পীড়াদায়কভাৱে কেৱল এক পদ্ধতিৰ বিষয় হৈ পৰিছিল। আনকি এলীয়টৰ দৰে দ্ৰষ্টায়ো তেওঁৰ পাছৰ জীৱনত সাহিত্য সমালোচনাত অনাসাহিত্যিক বিচাৰৰ গুৰুত্ব মানি লোৱা সত্ত্বেও সেই দিশত বিশেষ অগ্ৰসৰ হ'ব পৰা নাছিল। জীৱনবোধক নেওচা দি সাহিত্য সমালোচনাক এনেদৰে কেৱল এক পদ্ধতিত পৰিণত কৰিব খোজা সমসাময়িক অসমীয়া সমালোচকসকলৰ প্ৰতি সাহিত্যৰ সত্যৰ পাতনিত ১৯৭০ চনতে ড° গোহাঁয়ে এনেদৰে সতৰ্কবাণী শুনাইছিল ঃ

*সাহিত্য সমালোচনাত পদ্ধতি সুশৃংখল চিন্তা আৰু গৱেষণাৰ প্ৰমাণ। কিন্তু পদ্ধতি*

*সমালোচনাৰ শেষ কথা নহয়। সমালোচনাৰ মূল্য শেহান্তৰত নিৰ্ভৰ কৰিব জীৱনবোধৰ গভীৰতাৰ ওপৰত।*

আনহাতে পাপাম্মা মানুহৰ ধাৰণাটোৰ পক্ষত ড° লীৱিছে থিয় নিদিলেও, আৰু জীৱনবোধেই লীৱিছৰ সাহিত্য সমালোচনাত কেন্দ্ৰীয় স্থান পালেও লীৱিছৰ দৃষ্টিও আছিল অতীতমুখী। নৈতিক তথা আধ্যাত্মিক দিশত আধুনিক সভ্যতাত অভাৱনীয় ৰূপত দেউলীয়া কৰা পুঁজিবাদী ভোগবাদ আৰু বিচ্ছিন্নতাবাদৰ পৰা মুক্ত সামন্তযুগীয় যৌথ সমাজৰ সামাজিক ঐক্য আৰু মমত্ববোধৰ ধাৰণাই আছিল লীৱিছৰ জীৱনবোধ আৰু সাহিত্য সমালোচনাৰ মূল আধাৰ। কিন্তু সাহিত্যৰ felt life-ৰ নামত সেই আধাৰৰ তাত্বিক বিশ্লেষণৰ প্ৰতি বিৰাগ প্ৰদৰ্শন কৰি লীৱিছেও নিশ্চয় শেষ বিচাৰত নিজৰ ৰক্ষণশীল স্থিতি আঁৰ কৰি পেলাইছিল। এই সন্দৰ্ভত ১৯৭২ চনতে ড° গোহাঁয়ে লিখিছিল ঃ

*আমি ভাবোঁ সঠিক সাহিত্য সমালোচনাক শেষ পৰ্যন্ত সঠিক সমাজ দৰ্শনৰ পৰা পৃথক কৰিব নোৱাৰি। যি বুদ্ধি আৰু কল্পনা বৰ্তমানৰ সামাজিক দ্বন্দ্ব সম্পৰ্কে সঠিকভাৱে সচেতন, তেনে বুদ্ধি আৰু কল্পনাতহে ইতিহাসৰ সত্য নিৰ্ভুলভাৱে প্ৰতিফলিত হ'ব। ..... প্ৰকৃততে (লীৱিছৰ) সমালোচনাৰ সকলো কৃতিত্ব আৰু সকলো ব্যৰ্থতাৰ লগত তেওঁৰ আংশিক আৰু বিচ্ছিন্ন চিন্তা বা বিশ্ববীক্ষাৰ ঘনিষ্ঠ সম্পৰ্ক আছে।*

ড° গোহাঁইৰ বিচাৰত মাৰ্ক্সবাদ হ'ল এনে এক সমাজ দৰ্শন যি তাৰ দ্বান্দ্বিক চৰিত্ৰৰ বাবে বাস্তৱৰ প্ৰতি এক অখণ্ড, সজাগ সহাঁৰি দিবলৈ সক্ষম। ১৯৬৫-৬৭ চনতে মাৰ্ক্সবাদ সম্পৰ্কত ড° গোহাঁইৰ মনত গঢ় লোৱা এই ধাৰণাৰ এতিয়ালৈ কোনো মৌলিক পৰিবৰ্তন ঘটা নাই। মাৰ্ক্সবাদে আঙুলিয়াই দিয়ে যে বিশ্বৰ সকলো সাংস্কৃতিক বৈজ্ঞানিক সৃষ্টি মানুহৰ সৃষ্টি আৰু তাৰ মাজতে নিহিত আছে মানুহৰ মানৱীয়তা ( human essence)। কিন্তু ব্যক্তিগত সম্পত্তিৰ অৰ্থনীতিয়ে, বিশেষকৈ মুনাফাৰ পুঁজিবাদী অৰ্থনীতিয়ে মানুহৰ সকলো সৃষ্টিকে মানুহৰ পৰা দূৰৈত প্ৰতিষ্ঠা কৰে; মানুহ আৰু মানুহৰ মাজৰ সম্পৰ্কও আৰু পোনপটীয়া, স্বাভাৱিক হৈ নাথাকে, কাৰণ সেই সম্পৰ্কৰ মাজত স্থান লয় টকাই। ফলত এই সমাজত মানৱীয়তা মানুহৰ আত্মপ্ৰকাশ ৰূপে আৰু দেখা নিদিয়ে। এই আত্মবিস্মৃতি বা আত্মনিৰ্বাসনেই হ'ল পুঁজিবাদে সৃষ্টি কৰা আধ্যাত্মিক সংকট যাৰ স্পষ্ট প্ৰতিফলন ঘটে আধুনিক সভ্যতাৰ গাইগুটীয়া নিঃসঙ্গ জীৱন আৰু পণ্যদ্ৰব্য তথা পুঞ্জসংস্কৃতিৰ প্ৰতি মানুহৰ প্ৰবল আসক্তি আৰু মোহগ্ৰস্ততাত। যি ক্ৰোধ আৰু সততা; যি গভীৰতা আৰু একাগ্ৰতাৰে লীৱিছে পুঁজিবাদে সৃষ্টি কৰা এই আধ্যাত্মিক সংকটৰ স্বৰূপ উদঙাই দিয়ে সি ড° গোহাঁইক গভীৰভাৱে অনুপ্ৰাণিত কৰে। কিন্তু এগৰাকী তীক্ষ্ণধী মাৰ্ক্সবাদী সমাজ বিজ্ঞানী হিচাপে ড° গোহাঁয়ে তাৰ প্ৰতি কোনো মোহ নাৰাখে। যি আদৰ্শৰ পোহৰত লীৱিছে পুঁজিবাদৰ ওপৰত আক্ৰমণ চলায় সি হ'ল প্ৰাক্‌পুঁজিবাদী ইংৰাজ সমাজখনৰ সৰল আৰু শান্ত (idyllic) মানৱ সম্পৰ্কৰ আদৰ্শ; ব্যক্তিগত সম্পত্তিৰ অৰ্থনীতিৰ আধাৰতে প্ৰতিষ্ঠিত হ'লেও সেই সমাজত ব্যক্তিৰ আত্মবিস্মৃতি নাইবা মানৱীয় ব্যৰ্থতা আজিৰ পৰ্যায় পোৱাগৈ নাছিল। লীৱিছৰ ধাৰণা

সেই এৰি অহা সমাজৰ স্বাভাৱিক, সুস্থ আৰু আত্মিক অভিজ্ঞতাত সমৃদ্ধ জীৱন আজি বাচি আছে কেৱল সাহিত্যত। ভাষাৰ ক্ষমতাই আমাৰ বাবে সেই জীৱন আজিও জীৱন্ত কৰি ৰাখিছে। সেয়ে আজিৰ আত্মবিস্মৃতিৰ এই মহা দুৰ্যোগৰ ক্ষণত সাহিত্যৰ অধ্যয়নে, সাহিত্যৰ প্ৰতি এক সূক্ষ্ম সজাগ সহাঁৰিৰ অনুশীলনে কেন্দ্ৰীয় গুৰুত্ব পাব লাগিব। এই কাম কৰিব পাৰিলে বিভ্ৰান্তি আৰু ব্যৰ্থতাত ইতিমধ্যে হেৰাই যোৱা আধুনিক জীৱন নাইবা সভ্যতাৰ মাজতো এদিন হ'লেও মূল্যবোধ আৰু উদ্দেশ্যবোধ প্ৰৱাহিত হ'ব। কিন্তু আধুনিক সভ্যতাই সমাজৰ সৰহভাগৰে চেতনা ইতিমধ্যে এনেদৰে পংগু আৰু বিকৃত কৰিছে যে সাহিত্যৰ প্ৰতি এনে এক সঁহাৰি দিবলৈ তেওঁলোক অপৰাগ। লীবিছে ভাবে যে সেই ক্ষমতা আজি বাচি আছে কেৱল উচ্চ শিক্ষাৰ লগত জড়িত বিশ্ববিদ্যালয়ৰ ক্ষুদ্ৰ বিদ্বান সমাজখনৰ বুকুত। অৰ্থাৎ, বিশ্ববিদ্যালয়ৰ মজিয়াত এই ক্ষুদ্ৰ বিদ্বান সমাজৰ কঠোৰ সাহিত্যিক প্ৰচেষ্টাৰ ওপৰতে পুঁজিবাদে সৃষ্টি কৰা আধ্যাত্মিক সংকটৰ মোচন আজি নিৰ্ভৰ কৰিছে।

কিন্তু পুঁজিবাদী ব্যৱস্থাত সেই ব্যৱস্থাই আগবঢ়োৱা সা-সুবিধা আৰু সন্মান ভোগ কৰি থকা বিশ্ববিদ্যালয়ৰ বিদ্বান সমাজৰ হাতত পুঞ্জসংস্কৃতিৰ ধাৰক আৰু বাহক পুঁজিবাদৰ বিৰুদ্ধে যুঁজখনৰ দৌৰ প্ৰকৃততে কিমান হ'ব সেই গুৰুত্বপূৰ্ণ প্ৰশ্ন নিশ্চয় এৰাই যাব নোৱাৰি। পে'ৰী এণ্ডাৰছনে আঙুলিয়াই দিছে যে লীবিছৰ কৰ্মভূমি কেম্ব্ৰিজ বিশ্ববিদ্যালয়তে তেওঁৰ ভাবধাৰাৰ প্ৰতি চৰম অসহিষ্ণুতা আৰু শত্ৰুতাৰ প্ৰকাশ ঘটিছিল। অৰ্থাৎ এনে নহয় যে বিশ্ববিদ্যালয়ৰ তথাকথিত বিদ্বান সমাজৰ চেতনা আধুনিক সভ্যতাই অক্ষত অৱস্থাত ৰাখিছে। আনহাতে মাৰ্ক্সবাদৰ পোহৰতে বুজিব পাৰি যে যি আদৰ্শক লীবিছে শাশ্বত, অবিনশ্বৰ বুলি ধৰি লৈছে সিও'দৰাচলতে মানবসমাজৰ বিকাশৰ এক বিশেষ পৰ্যায়ৰ আদৰ্শহে। লীবিছে ভবাৰ দৰে সি পুঁজিবাদৰ নিৰ্ভুল, পূৰ্ণাংগ বিকল্প হ'ব নোৱাৰে, কাৰণ সেই আদৰ্শৰ ভেঁটিতো আছিল এখন শ্ৰেণীবিভক্ত সমাজ। এনে নহয় যে সেই সমাজে মানবীয়তাৰ পূৰ্ণ বিকাশ তথা প্ৰকাশৰ সুযোগ দিছিল।

অৰ্থাৎ পুঁজিবাদক ধ্বংস কৰিব নোৱাৰা পৰ্যন্ত সি সৃষ্টি কৰা আত্মবিস্মৃতিৰ গৰাহৰ পৰা আধুনিক মানুহৰ মুক্তি সম্ভৱ নহ'ব। কিন্তু তাক ধ্বংস কৰি তাৰ পূৰ্ণাংগ বিকল্প হিচাপে এক নতুন সমাজ ৰচনা কৰাৰ শক্তি আৰু দায়িত্ব আজি ইতিহাসে অৰ্পণ কৰিছে বৈজ্ঞানিক সাম্যবাদী চেতনাৰে সশস্ত্ৰ সৰ্বহাৰা শ্ৰেণীক। এই সাম্যবাদ, য'ত ড° গোহাঁয়ে আজিও গভীৰ আস্থা ৰাখে— ব্যক্তিগত সম্পত্তিৰ অৱলোপনৰ জৰিয়তে "অতীতৰ বিকাশৰ সমস্ত সম্পদৰ পৰিবেশত আত্মবিস্মৃত মানুহক তাৰ মানবীয় চৰিত্ৰ সম্পূৰ্ণ আৰু সজাগভাৱে ঘূৰাই দিব বিচাৰে।" কিন্তু শ্ৰেণীবিভক্ত হ'লেও সনাতন সমাজৰ সৰল আৰু শান্ত মানবীয় সম্পৰ্ক তথা আত্মিক অভিজ্ঞতা সমৃদ্ধ জীৱনৰ আদৰ্শকে মানুহৰ শাশ্বত আদৰ্শ হিচাপে অটলভাৱে অনুধাৱন কৰা লীবিছে শ্ৰেণীসংগ্ৰাম আৰু সমাজৰ বৈপ্লৱিক ৰূপান্তৰৰ ধাৰণাক সমৰ্থন জনাব নোৱাৰিলে। বৰং পাছৰ জীৱনত তেওঁ মাৰ্ক্সবাদৰ তীব্ৰ বিৰোধীহে হৈ উঠিল।

কিন্তু দৰাচলতে লীবিছৰ দৰে এক গভীৰ তথা বলিষ্ঠ জীৱনবোধ আত্মসাৎ কৰি

ল'বলৈ সক্ষম হোৱা বাবেই ড° গোহাঁয়ে লীবিছৰ সীমাবদ্ধতা সম্পৰ্কেও সচেতন হোৱাৰ তাগিদা অনুভৱ কৰিছিল আৰু সেই সীমাবদ্ধতাৰ এক নিৰ্ভৰযোগ্য ব্যাখ্যা তেওঁ বিচাৰি পাইছিল মাৰ্ক্সবাদত। মাৰ্ক্সবাদে ড° গোহাঁইৰ জীৱনবোধক এক নতুন আয়তন দিছে আৰু একে সময়তে সি তেওঁক এক তীক্ষ্ণধী সমাজ বিজ্ঞানীতো পৰিণত কৰিছে। বিশেষকৈ অসমৰ ইতিহাস আৰু অসমীয়া সমাজৰ অন্তৰ্ভেদী বিশ্লেষণ আগবঢ়াই তেওঁ পুনৰ সেই ···কথাকে প্ৰতিষ্ঠা কৰিছে যে শ্ৰেণী সংগ্ৰামেই ইতিহাসৰ মূল চালিকা শক্তি; আৰু লীবিছেহঁতে মানি নল'লেও সমাজৰ বৈপ্লবিক ৰূপান্তৰ অৱশ্যম্ভাৱী। শাণিত মেধা আৰু জীৱন্ত কল্পনাৰ অধিকাৰী এই সাহিত্য সমালোচকগৰাকীৰ ক্ষেত্ৰত ইতিহাসক শ্ৰেণী সংগ্ৰামৰ ইতিহাস বুলি বুজাটোৱে কিন্তু কেতিয়াও আৰু কোনো ক্ষেত্ৰতে এক সীমাবদ্ধ দৃষ্টিকোণক নুসূচায়। ইতিহাসক এনেদৰে বুজাটোৱে ড° গোহাঁইৰ ক্ষেত্ৰত যি সূচায় সি হ'ল যিকোনো কথাৰ মৰ্মত উপনীত হ'ব পৰাৰ বাবে প্ৰয়োজনীয় এক অৰ্ন্তদৃষ্টি।

এক গভীৰ বলিষ্ঠ জীৱনবোধ আৰু এক প্ৰখৰ চেতনা ড° গোহাঁইৰ ক্ষেত্ৰত এইদৰেই মিলি একাকাৰ হৈ গৈছে, যাৰ বাবে তেওঁৰ সাহিত্য সমালোচনাত বিমূৰ্ততা বা নৈৰাজ্যৰ কোনো স্থান নাই। দ্ব্যৰ্থহীন ভাষাত তেওঁ ৰায় দিয়ে যে স্বীকাৰ কৰা হওক বা নহওক সাহিত্য সমালোচনা পক্ষপাতিতা (bias)-ৰ উৰ্ধ্বত উঠিব নোৱাৰে। অৰ্থাৎ গভীৰ জীৱনবোধকো পক্ষপাতিতাৰ পৰা সম্পূৰ্ণ নিলগাই চাব নোৱাৰি। লীবিছে যেতিয়া মিল্টনক ইংৰাজী সাহিত্যৰ এক দুৰ্ভাগ্য বুলি ৰায় দিয়ে; নাইবা শ্বেলীৰ Ode to the west windঅক প্ৰায় নাকচ কৰিবলৈ উদ্যত হয় তেতিয়া তাক কেৱল সাহিত্যিক বিচাৰ বুলি আৰু ভুল কৰিব নোৱাৰি। দৰাচলতে তাৰ মূলতে সক্ৰিয় হৈ আছে মিল্টন আৰু শ্বেলীৰ বিপ্লবী আদৰ্শৰ প্ৰতি লীবিছৰ অসহিষ্ণু মনোভাৱ। আনহাতে গ্ৰন্থকাৰৰ মৃত্যু হোৱা বুলি ইতিমধ্যে যিসকল পতিয়ন যাব খোজে বা গৈছে তেওঁলোকক সতৰ্ক কৰি দি ড° গোহাঁয়ে আঙুলিয়াই দিছে যে ভাষা কেৱল চিহ্ন নহয়, — ভাষাৰ পাছত থাকে এটা মন, এখন সমাজ, এটা যুগ। কথাটো ওলাই কৰি নৈৰ্ব্যক্তিকতাৰ তাত্ত্বিকসকলে দৰাচলতে স্থিতাবস্থাৰ পক্ষতে থিয় দিছে।

অৰ্থাৎ লেখক নতুবা সমালোচকে নিজৰ সামাজিক অৱস্থান সম্পৰ্কে সদা সজাগ নাথাকিলে ৰক্ষণশীল নতুবা মতান্ধ পক্ষপাতিতাই তেওঁৰ জীৱনবোধ খৰ্বিত কৰাৰ সদায় আশংকা থাকিব। ড° গোহাঁইৰ সাহিত্য সমালোচনাই সেয়ে বাৰে বাৰে সাৱধান কৰি দিয়ে যে কেৱল মাথোঁ এক নিৰলস তথা বলিষ্ঠ আত্মসমালোচনাৰ জৰিয়তেহে কবি-সাহিত্যিক নাইবা সাহিত্য সমালোচকে তেওঁৰ জীৱনবোধক গতিশীল কৰি ৰাখিব পাৰিব। মূলত এনে আত্মসমালোচনাৰ অভাৱৰ বাবেই লীবিছৰ দৰে মহান সমালোচকেও তেওঁৰ ৰক্ষণশীল স্থিতি শেহলৈকে জয় কৰিব নোৱাৰিলে; মাৰ্ক্সবাদৰ প্ৰকৃত আয়তন অনুধাবন কৰিবলৈ তেওঁ অপৰাগ হ'ল।

কিন্তু নব্য সমালোচনাৰ আঁত ধৰি অসমীয়া সাহিত্য সমালোচনাত হাত দিয়া

ড° গোহাঁইৰ সমসাময়িক প্ৰায়বিলাকেই অৱশ্যে এনে আত্মসমালোচনাৰ অৰ্থ নুবুজিলে। আনহাতে এক ৰক্ষণশীল আদৰ্শক খামুচি ধৰি হ'লেও যি ক্ৰোধ, যি অদম্য সাহস আৰু সততাৰে বিৰামহীনভাৱে ড° লীৱিছে পুঁজিবাদী অন্ধ শক্তিবোৰৰ বিৰুদ্ধে এক তিক্ত অথচ আপোচহীন যুদ্ধত নিজকে সঁপি দিলে, সিও তেওঁলোকৰ ক্ষেত্ৰত দেখা নগ'ল। বৰং তেওঁলোকৰ বৌদ্ধিক আভিজাত্যৰ নিঃস্বতা আৰু সুবিধাবাদী চৰিত্ৰ গোপন কৰিবলৈ অনেকান্তবাদকে জীৱনৰ বৈচিত্ৰ্যৰ প্ৰতি যথাযথভাৱে সঁহাৰি দিয়াৰ ক্ষমতা ৰখা একমাত্ৰ দৰ্শন হিচাপে খাৰা কৰাবলৈ তেওঁলোক তৎপৰ হ'ল। আধুনিক অসমীয়া সাহিত্য তথা সাহিত্য সমালোচনাত এই সুবিধাবাদৰ যি বিচিত্ৰ অভিব্যক্তি ঘটিছে ড° গোহাঁইৰ দ্যুতিমান তথা ক্ষুৰধাৰ সমালোচনাত সি বাৰে বাৰে জবাবদিহি হৈছে। উদাহৰণ স্বৰূপে কবি অজিৎ বৰুৱাৰ জেংৰাই কবিতাৰ সমালোচনাত সমালোচক ভবেন বৰুৱাই যে ভয় আৰু খেলিমেলিক অত্যধিক গুৰুত্ব দিছে, ড° গোহাঁইয়ে আঙুলিয়াই দিছে যে সেয়া ঘটিছে কাৰণ সি আধুনিক সংকীৰ্ণচেতা মধ্যবিত্তৰ চিৰ লগৰীয়া। পশ্চিমৰ নব্য সমালোচকসকলৰ অনুপ্ৰেৰণাতে এওঁলোকে Platonic poetry মাত্ৰেই bogus বুলি নাকচ কৰিব খোজে। কিন্তু ড° গোহাঁয়ে দেখুৱায় সাহিত্যৰ উচ্চমানৰ নামত প্ৰতিবাদী সাহিত্যৰ প্ৰতি তেওঁলোকৰ এই অন্ধ অসহিষ্ণুতা আন একো নহয়; বৰং তেওঁলোকৰ সেই ভয়ৰে এক প্ৰকাশ মাত্ৰ। ঠিক সেই ভয়ৰে অন্য এক ৰূপ ফুটি উঠে যেতিয়া তেওঁলোকে জ্যোতিপ্ৰসাদৰ ৰচনা সম্পাদনাৰ নামত বিকৃত কৰে আৰু তেওঁক অহিংসাৰ পূজাৰী সজোৱাৰ প্ৰচেষ্টা চলায়, নাইবা তেনে প্ৰচেষ্টাৰ বিৰুদ্ধে চৰম নিৰ্লিপ্ততা প্ৰদৰ্শন কৰে। এই ভয়ৰ বাবেই তেওঁলোকৰ সাহিত্য সমালোচনাত বিষ্ণুৰাভাৰ ৰচনা অস্পৃশ্য ঘোষিত হয়; নাইবা ধূপ-ধুনাৰ আঁৰত বিষ্ণুৰাভাৰ বৈপ্লবিক সত্তাক তেওঁলোকে আঁৰ কৰিব বিচাৰে। তেওঁলোকৰ সুবিধাবাদে তেওঁলোকৰ জীৱনবোধ এইদৰেই খণ্ডিত আৰু খৰ্বিত কৰিছে। যি সমাজৰ বুকুত তেওঁলোক থিয় দি আছে সেই সমাজৰ মৰ্মবেদনা আৰু মুক্তিৰ আকুতি, তাৰ ক্ৰোধ আৰু প্ৰতিবাদ সাহস আৰু সততাৰে অনুধাবন কৰিবলৈ তেওঁলোক অপাৰগ। কিন্তু এই সুবিধাবাদৰ উৎস কি? অসমীয়া মধ্যবিত্ত সমাজৰ ইতিহাস ফঁহিয়াই ড° গোহাঁয়ে আঙুলিয়াই দিছে সাম্ৰাজ্যবাদৰ ছত্ৰছায়াত গঢ় লোৱা হেতুকেই অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ এই সুবিধাবাদী চৰিত্ৰ। কিন্তু তাৰ পৰা উদ্ধাৰ পোৱাৰ একমাত্ৰ উপায় হ'ল, সাহসেৰে, অকপটচিত্তে তেওঁলোক আজি বৈপ্লবিক ৰূপান্তৰৰ শক্তিৰ আধাৰ জনগণৰ কাষ চাপিব লাগিব।

কিন্তু এনে সততা আৰু সাহসৰ অভাৱত আজি অসমীয়া মধ্যবিত্তই নয়া উপনিবেশিকবাদ আৰু তাৰ ঘৰুৱা সহযোগী শক্তিসমূহৰ লগত পুনৰ গোপনে-অগোপনে মিতিৰালি পাতিছে। আনহাতে এই পৰিস্থিতিৰ ওচৰত অসমীয়া বুদ্ধিজীৱীৰ আত্মসমৰ্পণৰ বিশিষ্ট অভিব্যক্তি ঘটিছে এপিনে প্ৰাচীন পৰাম্পৰাৰ প্ৰতি তেওঁলোকৰ মনত নতুনকৈ জাগ্ৰত হোৱা অন্ধ মোহ নাইবা দুৰ্বলতাত; আইনপিনে পশ্চিমেই আধুনিকতাৰ একমাত্ৰ সাৰ্থক তথা জীৱন্ত আৰ্হি বুলি তেওঁলোকে কৰা অন্ধ সিদ্ধান্তত। সেয়ে আজি জ্যোতিপ্ৰসাদক

হিন্দু পুনৰুত্থানবাদী চিন্তা জোৰকৈ আবিষ্কাৰ কৰাৰ অন্ধ প্ৰচেষ্টা চলে; নব্য সমালোচনাক আখৰে আখৰে পালন কৰিবলৈ গৈ দাবী কৰা হয় যে প্ৰতীকবাদ তথা ৰহস্যবাদত আশ্ৰয় কৰিহে অসমীয়া কবিতা আধুনিকতাৰ জখলা বগাব পাৰিব। অৰ্থাৎ, অসমীয়া আধুনিক কবিতাৰ নিৰ্ভুল আৰ্হি হ'ব পশ্চিমীয়া আধুনিক কাব্য, সামাজিক অভিজ্ঞতাৰ প্ৰতি চৰম সংশয় আৰু ঔদ্যাসিন্যই হ'ল যাৰ মৰ্মবস্তু। এগৰাকী তীক্ষ্ণধী সাহিত্য সমালোচক হিচাপে ড° গোহাঁইৰ যোৱা দুকুৰি বছৰৰ ঐকান্তিক সাধনা দৰাচলতে অসমীয়া মধ্যবিত্ত বুদ্ধিজীৱীৰ এই বৌদ্ধিক ভীৰুতা আৰু অসাধুতাৰ বিৰুদ্ধে (যি আত্মপ্ৰকাশ কৰে ৰহস্যবাদ, সামাজিক নৈৰাশ্যবাদ আৰু আনকি কেতিয়াবা সাম্প্ৰদায়িকতাবাদৰো ৰূপত) এক অতি উজ্জ্বল শান্তি সংগ্ৰাম, যি অসমীয়া আধুনিক সমালোচনাত এক নতুন ধাৰাৰ জন্ম দিছে। ড° গোহাঁইৰ নেতৃত্বত এই ধাৰাই ইতিমধ্যে নিজকে বলিষ্ঠভাৱে প্ৰতিষ্ঠা কৰিছে। এই ধাৰাই আঙুলিয়াই দিছে আধুনিক অসমীয়া সাহিত্য বা সাহিত্য সমালোচনা কেৱল বাহিৰৰ ধ্যান-ধাৰণা নাইবা প্ৰভাৱৰ ওপৰতে নিৰ্ভৰশীল হ'লে নহ'ব; সমসাময়িক স্থানীয় জীৱনৰ নিভাঁজ বোধৰ কষটি শিলত সেইবোৰ পৰীক্ষা কৰি লোৱাৰ বাবে প্ৰয়োজনীয় সাহস আৰু অন্তৰ্দৃষ্টিৰ সাধনা কৰিব পাৰিলেহে আমাৰ বৌদ্ধিক ভীৰুতা আৰু অসাধুতাৰ অন্ত পৰিব। আজি তৃতীয় বিশ্বৰ কবিয়ে কবিতাত সামাজিক অভিজ্ঞতাৰ কাব্যিক ৰূপ দিব বিচাৰে, কিয়নো জনগণৰ লগতে তেওঁও নিৰ্যাতিত আৰু নিষ্পেষিত। জনগণৰ মাজৰে এজন হিচাপে তেওঁও দেখে মুক্তিৰ সপোন, আৰু তেওঁলোকৰ মুক্তি সংগ্ৰামত তেওঁ চামিল হয়। এই কবিয়ে পশ্চিমৰ আধুনিক কবিতাৰ বহু কৌশল ৰপ্ত কৰিব সন্দেহ নাই, কিন্তু ঘাইকৈ সামাজিক অভিজ্ঞতাৰ প্ৰকাশ হিচাপে তেওঁৰ কবিতা আৰু নিশ্চয় পশ্চিমৰ আধুনিক কবিতাৰ দৰে অতি বিদগ্ধ নহ'ব। সংকীৰ্ণচেতা ভীৰু মধ্যবিত্ত বুদ্ধিজীৱীয়ে ইয়াত নিশ্চয় আধুনিক কবিতাৰ জাত মৰা পৰা দেখিব। নকল এলীয়টীয়ানৰ বিৰুদ্ধে এক সমুচিত জবাব হিচাপে হেম বৰুৱাৰ *আইতা* নামৰ কবিতাটোৰ আলোচনা প্ৰসঙ্গত ড° গোহাঁইৰ এটি মন্তব্য এইখিনিতে উল্লেখ কৰা যায় : *"মানৱ জীৱনৰ উচ্ছল সমুদ্ৰৰ উপকূলত, ভয়, মোহ, বৈৰাগ্যৰে বৈ থকা এলীয়টে এনে কবিতা লেখিব পৰা হ'লে, তেওঁৰ প্ৰতিভাই যথেষ্ট পূৰ্ণতা লাভ কৰিলেহেঁতেন।"* সন্দেহ নাই হেম বৰুৱাৰ কবিতা এলীয়টৰদ্বাৰা উপকৃত হৈছে, কিন্তু ড° গোহাঁইৰ বলিষ্ঠ সমালোচনাই পতিয়ন নিয়ায় যে একেসময়তে একধৰণে এলীয়টৰ পৰা আঁতৰি আহিহে হেম বৰুৱাই তেওঁৰ কবিতাক এক অভিনব সজীৱতা দান কৰিব পাৰিছে। কবি নীলমণি ফুকনৰ কবিতা সম্পৰ্কে ড° গোহাঁইৰ অইন এক প্ৰাসংগিক মন্তব্য এইখিনিতে উনুকিয়াই থ'ব পাৰি : *"প্ৰতীকবাদৰ সূক্ষ্মতা আৰু ঘনত্ব আয়ত্ব কৰি উঠি প্ৰতীকবাদৰ ৰহস্যবাদী খোলাৰ পৰা আঁতৰি আহিহে কবিয়ে তেওঁৰ শ্ৰেষ্ঠ ৰচনাসমূহ ৰচনা কৰিব পাৰিছে।"*

এনে অৱশ্যে নহয় যে কোনো সাহিত্যকৰ্মত সমাজ পৰিবৰ্তনৰ ধ্বনি উঠিলেই সি ড° গোহাঁইৰ সাহিত্য সমালোচনাত সমাদৃত হৈছে। মধ্যবিত্ত ভাৱধাৰাৰ ৰক্ষণশীলতা আৰু ভীৰুতা মহৎ সাহিত্যৰ অন্তৰায় বুলি ড° গোহাঁয়ে একান্তভাৱে বিশ্বাস কৰে। তাৰ বিপৰীতে

তেওঁ এই কথাতো সমানে বিশ্বাস ৰাখে যে বামপন্থী ভাবধাৰাৰে মহৎ সাহিত্য পুষ্ট বা সৃষ্ট হ'ব পাৰে। কিন্তু সাহিত্যৰ বাবে মতাদৰ্শৰ সূত্ৰগত শুদ্ধতাই ড° গোহাঁইৰ বিচাৰত কেতিয়াও শেষ কথা নহয়। সেয়ে এনে ভাৱধাৰাৰ সাহিত্যিকৰ পৰাও ড° গোহাঁয়ে বাৰে বাৰে দাবী কৰে জীৱনৰ বিচিত্ৰ, গভীৰ, অকৃত্ৰিম অভিজ্ঞতা — যি লেখকৰ বাস্তৱৰ নিগূঢ় সত্যৰ উপলব্ধিৰ দুবাৰডলিত থিয় কৰায় আৰু তেওঁৰ মতাদৰ্শক পৰিপক্কতা দান কৰে। এই সত্যৰ বিচিত্ৰ আৰু বৰ্ণাঢ্য ৰূপৰ নিৰ্ভুল, জীৱন্ত তথা প্ৰত্যক্ষ ৰূপ প্ৰকাশ কৰাৰ বাবে তেওঁ তেনে সাহিত্যিকৰ পৰা একে সময়তে বিচাৰে আংগিকৰ কঠোৰ অথচ ধৈৰ্যশীল অনুশীলন। তেওঁ আঙুলিয়াই দিয়ে কি দৰে বহু তথাকথিত বামপন্থী লেখকৰ আংগিকৰ নিঃস্বতা দৰাচলতে তেওঁলোকৰ মানসিক নিঃস্বতাৰে দৰ্পন। কালজয়ী সাহিত্য তথা সমসাময়িক দক্ষ বুৰ্জোৱা লেখকৰ মনযোগী আৰু নিবিষ্ট অধ্যয়নে তেওঁলোকক এই দিশত নিশ্চয় যথেষ্ট সহায় কৰিব।

আনহাতে লেখকৰ মতাদৰ্শ মাৰ্ক্সবাদৰ যিমানেই নিলগৰ নহওক কিয় জীৱনবোধৰ গভীৰতা আৰু তাক জীৱন্ত ৰূপ দিব পৰা ভাষাৰ বৰ্ণাঢ্যতাৰে চহকী সাহিত্যকৰ্ম ড° গোহাঁইৰ সাহিত্য সমালোচনাত সদায় সমাদৃত হৈছে।

এইখিনিতে প্ৰশ্ন তুলিব পাৰি, উত্তৰ আধুনিকতাবাদী সাহিত্য আৰু সমালোচনাৰ প্ৰতি ড° গোহাঁইৰ দৃষ্টিভংগী কি? ড° গোহাঁইৰ স্পষ্ট মন্তব্য, তেনে সাহিত্যৰ প্ৰতি তেওঁ বিশেষ আকৰ্ষণ অনুভৱ নকৰে, কাৰণ উত্তৰ আধুনিকতাবাদী সাহিত্যিক বা তাত্ত্বিকে ভবাৰ দৰে বাস্তৱ নাইবা সত্য কোনোটোকেই তেওঁ প্ৰহেলিকাময় বুলি জ্ঞান নকৰে। সাহিত্যক তেওঁ জ্ঞান কৰে বাস্তৱ সত্যৰ উপলব্ধি হিচাপে আৰু সেই উপলব্ধিয়ে শেষত সদায় কৈ যায় জগত ধুনীয়া কৰে মাথোঁ ৰূপান্তৰেহে। অৰ্থাৎ ড° গোহাঁই বিশ্বাসী নিৰ্মাণত, নৈৰাজ্যত নহয়। নিৰ্মাণৰ বাবেই আমি আজি উত্তৰ আধুনিকতাবাদী তাত্ত্বিকৰ অনিৰ্ণেয়তাৰ তত্ত্বৰ পৰা উদ্ভূত নানা বিশ্লেষণ পদ্ধতি হয়তো মনযোগেৰে অনুধাবন কৰিব লাগিব, কিন্তু নুবুজিলে নচলিব যে বিচ্ছিন্ন দৰ্শনে আজিৰ ক্ষমতাত থকা অন্ধ শক্তিসমূহকেই বৰং সহায় কৰিব।

ড° গোহাঁইৰ সাহিত্য সমালোচনাৰ বিশদ আৰু বিস্তৃত আলোচনা অইন এক প্ৰবন্ধৰ বাবে ৰাখি নাইবা যোগ্যজনলৈ এৰি ইয়াত মাথোঁ এই গুৰুত্বপূৰ্ণ কথালৈ আঙুলিয়াব পাৰি যে ড° লীবিছৰ সাহিত্য সমালোচনাৰ দৰে ড° গোহাঁইৰ সমালোচনাৰ প্ৰাণশক্তিও ঠিক পণ্ডিতী নহয়। সেই সমালোচনাৰ প্ৰাণশক্তিৰ উৎস হ'ল ৰূপান্তৰ আৰু নিৰ্মাণৰ আদৰ্শই তেওঁক যোগোৱা গভীৰ প্ৰেৰণা আৰু সেই আদৰ্শৰ বাস্তৱ ৰূপায়ণৰ বাবে তেওঁৰ অক্লান্ত, দুৰন্ত সংগ্ৰাম। ড° লীবিছৰ দৰেই প্ৰচণ্ড অহমিকা আৰু অৱজ্ঞাৰে ড° গোহাঁয়ে অন্ধ শাসকগোষ্ঠী আৰু সিহঁতৰ মতলবী, ধূৰ্ত দালালহঁতৰ প্ৰতিটো প্ৰলোভন নাকচ কৰিছে; সিহঁতৰ উপৰ্যুপৰি আঘাতৰ সন্মুখতো তেওঁ কেতিয়াও শিৰ নত কৰা নাই, কাৰণ অভিমন্যুৰ দৰেই তেওঁৰ দুৰ্জেয় সাহস আৰু আদৰ্শৰ প্ৰতি অবিচল নিষ্ঠা। গণতন্ত্ৰ আৰু মানৱতাৰ হকে ছবছৰীয়া অসম আন্দোলনৰ সেই ভয়াবহ দিনবোৰত তেওঁ লোৱা বীৰত্বপূৰ্ণ ভূমিকা তেওঁৰ সেই অক্লান্ত, দুৰন্ত সংগ্ৰামৰে এক গৌৰবোজ্জ্বল অধ্যায়। বাস্তৱৰ প্ৰতি বুদ্ধিজীৱীৰ শাণিত সহাঁৰি;

বুদ্ধিজীৱীৰ গভীৰ অন্তদৃষ্টি; আদৰ্শৰ প্ৰতি বুদ্ধিজীৱীৰ অবিমিশ্ৰ, অবিচল নিষ্ঠা, আৰু প্ৰতিক্ৰিয়াৰ বিৰুদ্ধে বুদ্ধিজীৱীৰ দুৰ্জেয় সাহসৰ উজ্জ্বলতম নিদৰ্শন হিচাপে ইতিহাসে ড° গোহাঁইৰ সেই ভূমিকা তাৰ পাতত ইতিমধ্যে গৌৰৱেৰে লিপিবদ্ধ কৰিছে। অইনহাতে জাতীয় চেতনাৰ বিনিময়ত যিসকলে আজি ইংৰাজীৰ পৰা খ্যাতিৰ সন্ধানত নামিছে তেওঁলোকে অৱশ্যেই বুজি নাপাব কিয় ইংৰাজী সাহিত্যৰ এগৰাকী অতি বিদগ্ধ পণ্ডিত সত্ত্বেও ড° গোহাঁয়ে তেওঁৰ ঘাই মাধ্যম হিচাপে আজি তুলিতালি লৈছে এটি অৱহেলিত ভাষাক। তাক তেওঁ কৰিছে কাৰণ তেওঁ কথা পাতিব খোজে অসমীয়া মধ্যবিত্তই আজি অবহেলা কৰা সেই ভাষাৰ আপামৰ জনগণৰ সৈতে যিয়ে নেকি তেওঁলোকৰ "যাউতিযুগীয়া দুখ কষ্ট গুচাই জীৱনৰ হাঁহি ফুলাব বুলি আজি বাট চাই আছে।" আৰু জনগণেও ইতিমধ্যে উপলব্ধি কৰিছে যে এইগৰাকী বুদ্ধিজীৱীয়েই হ'ল তেওঁলোকৰ সবাতোকৈ অকৃত্ৰিম, বিশ্বাসী আৰু নিৰ্ভৰযোগ্য বন্ধু। সেয়ে তেওঁলোকে তেখেতক আজি 'অসমৰ বিবেক' আখ্যা দিছে। ❑

# সাহিত্য সমালোচক ড° গোহাঁই

• গীতাশ্ৰী তামুলী

বিংশ শতিকাৰ আশীৰ দশকটো অসমৰ বাবে আছিল এক আবেগিক গণ আন্দোলনত আপোনপাহৰা হোৱাৰ আৰু তাৰ অনিবাৰ্য পৰিণতি হতাশা আৰু অৱসাদত আশ্ৰয় লোৱাৰ সময়। সেই হিচাপে নব্বৈৰ দশক হ'ব লাগিছিল নতুন সৃষ্টিশীল উদ্যমেৰে সঞ্জীৱিত। অন্ধ আবেগৰ পৰিণতি ভোগ কৰাৰ পাছত বৌদ্ধিক চিন্তা-চৰ্চা সক্ৰিয় হোৱাৰ আৰু যুক্তি, বুদ্ধিৰ অনুশীলনেৰে অতীত আৰু বৰ্তমানক আলোকিত কৰি ভৱিষ্যতৰ পথ বিচৰাৰ সময়। কাৰ্যতঃ দেখা গৈছিল ওলোটাটো। প্ৰথাগত চিন্তা-চৰ্চাৰ অনুশীলনত ব্যয় হৈছিল আমাৰ মস্তিষ্কৰ শ্ৰম। অথচ এই সময়তেই আমাৰ পশ্চাদ্পট সমাজৰ বাবে গোলকীয়কৰণে সৃষ্টি কৰিছিল নতুন ভাবুকি - অৰ্থনৈতিক আৰু সাংস্কৃতিক, উভয়ক্ষেত্ৰতে। এনে এক পৰিবেশতেই আমাৰ বৌদ্ধিক জগতত চাঞ্চল্যৰ সৃষ্টি কৰিছিল উত্তৰ-আধুনিকতাবাদ নামৰ চিন্তাধাৰাই। ইউৰোপৰ পৰা অহা বস্তু মাত্ৰেই আমাৰ আসক্তি প্ৰায় স্বীকৃত কথা। তদুপৰি সোৰোপালিত অভ্যস্ত অসমীয়া মধ্যবিত্তক 'নেতি'-ৰ ওপৰত প্ৰতিষ্ঠিত চিন্তাধাৰাই যে সহজে প্ৰলুব্ধ কৰিব তাত আচৰিত হ'ব লগা একো নাই। তৰুণ প্ৰজন্মৰ এচাম পঢ়া-শুনা কৰা ল'ৰা-ছোৱালীয়ে এই নতুন চিন্তাৰ প্ৰতি স্বভাৱজাত ঔৎসুক্য আৰু আগ্ৰহ দেখুৱাইছিল। অথচ অসমৰ কাকত-আলোচনীত এই বিষয়ে ওলাই থকা লেখাসমূহে এওঁলোকক বিষয়বস্তু সম্পৰ্কে কোনো পৰিষ্কাৰ উপলব্ধি দান কৰাৰ পৰিৱৰ্তে উত্তৰ-আধুনিক জীৱনদৰ্শনে বিশেষভাৱে ভৰসা কৰা বিবিধ পৰিভাষাৰ জঁটাজালতহে বন্দী কৰি ৰাখিছিল। এনে ধুৰুলী-কুঁৱলী পৰিবেশৰ মাজত প্ৰকাশিত ড° হীৰেন গোঁহাইৰ "উত্তৰ-আধুনিকতাবাদত এভুমুকি" আৰু আন কেইখনমান ৰচনাই এই নতুন চিন্তা সম্পৰ্কে সম্যক আৰু পৰিষ্কাৰ ধাৰণা গঢ়ি উঠাতেই যে সহায় কৰিলে এনে নহয়; অসমৰ সমাজ সংস্কৃতিৰ বিশেষ পৰিস্থিতিত এনে চিন্তা-দৰ্শনৰ গ্ৰহণযোগ্যতাৰ বিষয়েও কেতবোৰ শক্তিশালী প্ৰশ্ন উত্থাপন কৰিলে। লাহে লাহে দেখা গ'ল উত্তৰ-আধুনিকতাবাদ সম্পৰ্কে উতনুৱা আগ্ৰহৰ বহখিনিয়েই সেৰেকা হৈ পৰিছে। ঘটনাটোৱে নিশ্চিতভাৱে প্ৰমাণ কৰে যে এই সময়ত ড° গোহাঁয়েই হ'ল অসমৰ বৌদ্ধিক জগতৰ একক

আৰু বিকল্পবিহীন নেতা। সাহিত্যত উত্তৰ-আধুনিকতাবাদী কিটিপ-কায়দাবোৰৰ সযত্ন অনুশীলনৰ ফলাফলো তেখেতেই বিশ্লেষণ কৰি দেখুৱায় দেৱব্ৰত দাসৰ মৃগয়া, নিঠুৰ মৃগয়া আদি কাহিনীৰ পুংখানুপুংখ আলোচনাৰ মাজেদি ('আধুনিকোত্তৰ মৰীচিকাৰ অনুসৰণত/ডেউকা, একাদশ সংখ্যা)। জটিল তত্ত্ব আৰু জ্ঞানক সজীৱ আৰু শক্তিশালী ভাষাৰ সহায়েৰে অতি সহজভাৱে উপস্থাপন কৰাৰ মাজেৰে প্ৰকাশিত ড° গোহাঁইৰ মেধাত্ব আজি আৰু প্ৰশ্নৰ বিষয় হৈ থকা নাই। কিন্তু এই মেধাত্বৰ সংগী তেখেতৰ গভীৰ সমাজজিজ্ঞাসা আৰু দায়বদ্ধতাৰ স্বৰূপো আমি বুজিব লাগিব আৰু কেৱল তেতিয়াহে বাহিৰৰ পৰা অহা অজস্ৰ জাঁহি -জাবৰৰ স্ৰোতৰ বিৰুদ্ধে তেখেতৰ বৌদ্ধিক প্ৰতিৰোধৰ প্ৰকৃত তাৎপৰ্য বুজিব পাৰিম। অসমৰ সাহিত্য-সমাজ-সংস্কৃতিত ড° গোহাঁইৰ ভূমিকা দিগ্‌পাল আৰু দিগ্‌দৰ্শকৰ। ৰেডিমেড চিন্তাক মগজুৰে আয়ত্ত কৰি বাঃ বাঃ লোৱাই প্ৰকৃত বুদ্ধিজীৱীৰ কাম নহয়। জনসাধাৰণৰ আশা-আকাংক্ষাক নিজৰ ধমনীত অনুভৱ কৰি প্ৰকৃত বুদ্ধিজীৱীয়ে তেওঁৰ ধীশক্তিৰ প্ৰয়োগ কৰে সমাজ- সংস্কৃতিৰ ৰূপান্তৰৰ স্বাৰ্থত। এক আদৰ্শগত সংগ্ৰামত লিপ্ত হৈ তেওঁলোকে সমাজক বাট দেখুওৱাৰ দায়িত্ব পালন কৰে। অসমৰ সমাজ-সংস্কৃতিৰ জগতত ড° গোহাঁয়েও এই ভূমিকাই পালন কৰি আহিছে।

অসমীয়া সমালোচনা সাহিত্য মুকুলিত হৈছিল ড° বাণীকান্ত কাকতিৰ হাতত। বাণীকান্তৰ সাহিত্যচিন্তা লিপিবদ্ধ হৈছে এনেদৰে ঃ "বৰ্হিজগতৰ সৈতে মানুহৰ যি বিৰোধ আৰু সংগ্ৰাম সেয়েই সাহিত্যৰ প্ৰেৰণা। আদিম যুগৰ পৰা এতিয়ালৈকে মানুহে প্ৰকৃতিৰ সৈতে যি যুঁজ-বাগৰ কৰি আহিছে আৰু অলপ অলপ জয়লাভ কৰি সমাজ পাতি শাসনতন্ত্ৰ সাজি লৈ জীয়াই থাকিবলৈ আহোপুৰুষাৰ্থ কৰি আহিছে; তাৰ প্ৰতিচ্ছবি লিখিত আৰু মৌখিক সাহিত্যত পোৱা যায়। আনহাতে মনৰ সংশয়াপন্ন আৰু বিমোৰ অৱস্থাত সাহিত্যয়ো মানুহক উদগনি আৰু দিহা-ভৰসা দিবলৈ চেষ্টা কৰিছে। জীৱন আৰু সাহিত্যৰ এয়ে দুমুখীয়া সম্বন্ধ।" (**আমাৰ নতুন সাহিত্য ঃ বাণীকান্ত ৰচনাৱলী**) অৰ্থাৎ (পূৰ্ণাংগ অৰ্থত) অসমীয়া সাহিত্যৰ প্ৰথম সমালোচকজনে জীৱন আৰু সাহিত্যৰ দ্বান্দ্বিক সম্পৰ্কৰ স্বীকৃতি দিছিল। কিন্তু আধুনিক সাহিত্যৰ বিচাৰ কৰোঁতে তেখেতে সাহিত্যৰ বিশুদ্ধ আনন্দ দানৰ ক্ষমতাটোৰ ওপৰতেই গুৰুত্ব আৰোপ কৰিছে। ড° কাকতিয়ে বেজবৰুৱা আৰু ৰঘুনাথ চৌধাৰীৰ বিষয়ে লিখা ৰচনা কেইখনেই ইয়াৰ প্ৰমাণ। দুৰ্ভাগ্যবশতঃ ড° কাকতিৰ পাছত অসমীয়া সমালোচনা সাহিত্যত (দুই-এক ব্যতিক্ৰম বাদ দি) এই সম্পৰ্কে অধিক চিন্তা-চৰ্চা নহ'ল। এই সময়ৰ সমালোচনা সাহিত্যৰ দুটা কেন্দ্ৰীয় প্ৰৱণতা দেখা যায়। এক—দেশ-বিদেশৰ নতুন নতুন সাহিত্যধাৰাৰ লগত অসমীয়া পাঠকক পৰিচয় কৰি দিয়াৰ প্ৰচেষ্টা। ড° মহেন্দ্ৰ বৰাৰ **ফুল, তৰা, গানত** এনে প্ৰচেষ্টাই নিহিত আছিল। এনেবোৰ আলোচনাই পাঠকৰ (আৰু লেখকসকলৰো) সাহিত্য-সজ্ঞানতা বঢ়াইছিল। বিশেষকৈ এলিয়টৰ লগত হোৱা চিনাকিৰ ফলত সাহিত্যৰ আংগিকৰ দিশটোৰ প্ৰতি নতুন লেখকসকল অধিক সজাগ হৈ পৰিছিল। দ্বিতীয় প্ৰৱণতাটো হ'ল- শিক্ষাসদী বিষয় হিচাপে সমালোচনাৰ চৰ্চা। এনে সমালোচনাৰ

দৃষ্টান্ত স্বৰূপে ড° মহেশ্বৰ নেওগৰ 'কাৰেঙৰ লিগিৰী' নাটক সম্পৰ্কে অভিমতৰ কথাকে আমি উল্লেখ কৰিলোঁ। ড° নেওগে লিখিছিল - "শোণিতকুঁৱৰী"ৰ লেখক জ্যোতিপ্ৰসাদৰ 'কাৰেঙৰ লিগিৰী' এক কলাসুলভ সৃষ্টি। এই নাটকতে নতুন ৰুচিৰ সামাজিক নাটকৰ আবাহন শুনা গৈছে।" (আঢ়ৈ কুৰি বছৰৰ অসমীয়া সাহিত্য-আধুনিক অসমীয়া সাহিত্য) "আধুনিক অসমীয়া সাহিত্য" গ্ৰন্থত সংকলিত ৰচনাকেইখন এনেকুৱা মন্তব্যৰে ভৰি আছে। পাঠকৰ আগ্ৰহ বা ৰসবোধৰ বৃদ্ধিত এনে সমালোচনাই নিশ্চিতভাৱেই সহায় নকৰে। ভৱিষ্যতৰ সাহিত্যৰ মাৰ্গদৰ্শনৰ কামো কৰিব নোৱাৰে। এই ধাৰাৰ সমালোচনাৰ প্ৰধান সফলতা আছিল অসমীয়া সাহিত্যৰ অধ্যয়নত বিদ্যায়তনিক শৃংখলা আৰোপ কৰা। এনে এক পটভূমিত সাহিত্য সমালোচনাৰ ক্ষেত্ৰত ড° গোহাঁইৰ প্ৰৱেশ এটা ব্যাপকভাৱে তাৎপৰ্যপূৰ্ণ ঘটনা। সাহিত্যৰ সত্যৰ ৰচনাসমূহত অসমীয়া পাঠকৰ ৰুচি নিৰ্মাণ আৰু পৰিশীলিত কৰাৰ প্ৰয়াস সৰ্বাত্মক ৰূপত অনুভৱ কৰিব পাৰি। ইয়াত সাহিত্য এক সমৃদ্ধ জীৱনজিজ্ঞাসাৰ বাহক - নৈতিক অন্বেষণৰ সাঁজুলি। এফ, আৰ, লীৱিছৰ প্ৰভাৱত এই সময়ছোৱাত ড° গোহাঁয়েও হয়তো ভাবিছে মহৎ সাহিত্যই কেৱল শিল্পকলাৰ সম্ভাৱনাকেই সলাই নেপেলায়; জীৱন সম্পৰ্কে মানৱীয় সজাগতাৰো সংবৃদ্ধি ঘটায়। অসমীয়া সাহিত্যৰ বচা বচা কৰ্মখিনিৰে এক জীৱন্ত ঐতিহ্য প্ৰতিষ্ঠাৰ প্ৰচেষ্টা এই লেখাবোৰত বিদ্যমান। বিশ্বসাহিত্যৰ মাপকাঠিৰে জোখা হৈছে অসমীয়া সাহিত্যৰ উৎকৃষ্ট সৃষ্টিখিনিক আৰু এনেকৈয়ে অসমীয়া সৃষ্টিশীল সাহিত্যক বাট দেখুওৱাৰ প্ৰচেষ্টাও কৰা হৈছে। জনপ্ৰিয় ঔপন্যাসিক পদ্ম বৰকটকী বা আব্দুল মালিকৰ ব্যৰ্থতাখিনি পুংখানুপুংখভাৱে বিচাৰ কৰি দেখুওৱা হৈছে আৰু অসমীয়া সাহিত্যৰ উৎকৰ্ষৰ নিদৰ্শন হিচাপে প্ৰতিষ্ঠা কৰা হৈছে "জীৱনৰ বাটত"-খনক। এক কথাত, এনেবোৰ ৰচনাৰ মাজেদি অসমীয়া সমালোচনা সাহিত্যই বিদ্যায়তনিক আলোচনাৰ ঠেক গণ্ডীটোৰ পৰা মুক্তি লাভ কৰি বাণীকান্ত কাকতিয়ে প্ৰতিষ্ঠা কৰি যোৱা ঐতিহ্যৰ খেও ধৰি নতুন প্ৰেৰণাৰে সঞ্জীৱিত হৈ উঠিছে। ওপৰত উল্লেখ কৰা ড° নেওগৰ মন্তব্যৰ লগত ড° গোহাঁইৰ "কাৰেঙৰ লিগিৰী"-ৰ সমালোচনাটি ৰিজাই চালেই সমালোচনা সাহিত্যৰ এই পৰ্বান্তৰ বুজিব পাৰি। ড° নেওগে "আধুনিক অসমীয়া সাহিত্য"-ৰ লেখাবোৰৰ বহুতো ঠাইত সাহিত্যত নৈতিকতাৰ প্ৰসংগ উত্থাপন কৰিছে। অলপ গমি চালেই বুজিব পাৰি এই নৈতিকতা বহুলাংশে প্ৰচলিত সামাজিক মূল্যবোধৰ অনুগামী। আনহাতে ড° গোহাঁইৰ লেখাবোৰত নৈতিকতাৰ স্বৰূপ তাতকৈ বহু গভীৰতৰ - জীৱন সম্পৰ্কে মানৱীয় উপলব্ধিক সমৃদ্ধ কৰিব পৰা এক সজীৱ আৰু গতিশীল নৈতিকতা। "ভৱিষ্যত অসমীয়া সাহিত্য" নামৰ ৰচনাখনত ড° কাকতিৰ দৃষ্টিত আছিল - "পক্ষপাতিতা আৰু সংস্কাৰমুক্ত দৃষ্টিৰে জীৱনৰ বহুমুখী প্ৰকাশৰ পূৰ্ণ ৰূপ উপলব্ধি কৰিব পৰা" পূৰ্ণতৰ কবি - সাহিত্যিক। ড° গোহাঁয়ে তেখেতৰ সমালোচনাৰ জৰিয়তে মানুহৰ মনৰ মলি-মামৰ আঁতৰাব পৰা উদাৰতাবাদী চিন্তাৰ বাস্তৱ স্বৰূপ উন্মোচন কৰি দেখুৱালে। সমসাময়িক ইঙ্গ-মাৰ্কিন সমালোচনাত প্ৰবল বিবিধ পদ্ধতিৰ প্ৰয়োগেৰে তেখেতে অতীতৰ কিছু নিৰ্বাচিত সাহিত্য কৰ্মৰ তাৎপৰ্য নতুন ধৰণেৰে আলোকিত কৰিলে। প্লট, চৰিত্ৰৰ যান্ত্ৰিক বিভাজনৰ পৰা আঁতৰি বেজবৰুৱাৰ "জয়মতী কুঁৱৰী" নাটৰ সামগ্ৰিক

সংগঠনৰ ওপৰত গুৰুত্ব দিয়া হ'ল। ডালিমী হৈ উঠিল নতুন জীৱন দৰ্শনত উদ্বুদ্ধ লেখকৰ কল্পনাৰ মূৰ্তিমান ৰূপ, "কাৰেঙৰ লিগিৰী" নাটকৰ কাব্যিক চৰিত্ৰৰ অন্তৰালত থকা সামাজিক তাৎপৰ্য উদঘাটন কৰা হ'ল নাটকখনৰ সংগঠনত থকা জটিলতাসমূহৰ ব্যাখ্যাৰ দ্বাৰা। এনে সমালোচনাৰ দ্বাৰা নতুন সমালোচনাৰ প্ৰভাৱত পৰা লেখকে পাঠকসকলকো বুজাই দিলে সাহিত্যৰ পাঠ এক উপৰুৱা আনন্দ লাভৰ উপায় নহয়। সাহিত্যৰ পাঠেও এক ধৰণৰ সচেতন আৰু ঘনিষ্ঠ মনোনিবেশ দাবী কৰে। ড° দিলীপ বৰুৱাই এটা সংগত আপত্তি তুলিছিল যে বাণীকান্ত কাকতিয়ে সাহিত্য বিচাৰৰ তুলনাত্মক পদ্ধতি প্ৰয়োগ কৰিছিল কেৱল অসমীয়া সাহিত্যক কৌলীন্য দিবৰ বাবেহে। (**সমালোচক বাণীকান্ত কাকতি ঃ পঞ্চ দশকৰ অসমীয়া সাহিত্য**) ইয়াৰ বিপৰীতে ড° গোহাঁইৰ হাতত তুলনামূলক পদ্ধতিৰ আচল ৰূপটো ফুটি উঠিল। "অম্বিকাগিৰি আৰু মানৱায়তন" নামৰ ৰচনাখনত অম্বিকাগিৰিৰ কবিতাক ৰবীন্দ্ৰনাথ ঠাকুৰৰ সৈতে তুলনা কৰা হৈছিল অসমীয়া কবি গৰাকীৰ দুৰ্বলতাখিনি উন্মোচন কৰাৰ বাবে। আনহাতে অসমীয়া কবিতাত সাধাৰণতে দুষ্প্ৰাপ্য নাটকীয় ভংগী প্ৰসংগত অম্বিকাগিৰিক ইংৰাজী মেটাফিজিকেল গোষ্ঠীৰ লগত ৰিজোৱা হৈছিল।

অসমীয়া সমালোচনা সাহিত্যৰ এই নতুন অভিযানত ড° গোহাঁইৰ আন এজন সহযোগী সতীৰ্থ আছিল ভবেন বৰুৱা। বহুক্ষেত্ৰত হয়তো এজন আনজনৰ পৰিপূৰকেই আছিল। কিন্তু এটা স্তৰ অতিক্ৰম কৰাৰ পাছত দুয়োজনে দুটা ভিন্ন বাটেৰে বাট বুলিবলৈ ল'লে আৰু আমাৰ ধাৰণা এই বিচ্ছেদৰ বীজ অংকুৰিত হৈছিল **সাহিত্যৰ সত্য**-ৰ লেখাবোৰতেই। সাহিত্যৰ উচ্চ মান সম্পৰ্কে কেতবোৰ ধ্যান-ধাৰণা প্ৰবৰ্তন কৰিবলৈ যাওঁতে সমসাময়িক পাঠক সমাজ সম্পৰ্কে হোৱা অভিজ্ঞতাই ড' গোঁহাইক কিছু বিমোৰত পেলাইছিল। **সাহিত্যৰ সত্য**-ত এই অস্বস্তি ব্যক্ত হৈছে। ড° গোহাঁয়ে সন্দেহ কৰিছিল, উপযুক্ত audience অৰ অভাৱত সমালোচক আত্মকেন্দ্ৰিক আৰু অহংভাবাপন্ন হৈ উঠাৰ সম্ভাৱনা থাকে। এনে আশংকাই তেখেতক নিজৰ ভূমিকাৰ বিষয়েও সমালোচনাত্মক কৰি ৰাখিছিল আৰম্ভণিৰ পৰাই। "অম্বিকাগিৰি আৰু মানৱায়তনৰ" এনে স্বীকাৰোক্তিতেই আমি দেখা পাওঁ এক সজাগ সন্ধানী দৃষ্টি - "প্ৰবীণসকলৰ কাব্যৰ মূল্যায়নত আধুনিকতাৰ ভূতে বৰ আহুকাল লগায়। আমাৰ যুগৰ যি বিশেষ ৰীতি, তাৰ প্ৰভাৱত পূৰ্ববৰ্ত্তী যুগক সম্পূৰ্ণ নাকচ কৰি দিয়াৰ প্ৰলোভন প্ৰবল।" ৰসবেত্তাৰ প্ৰতিক্ৰিয়াই সুস্থ সমালোচনা নহয় - সমালোচনাত শৃংখলা আৰোপ কৰে আৰু গাঢ়তা দিয়ে তত্ত্বই। অথচ তত্ত্বও স্বয়ংসম্পূৰ্ণ নহয়। ইয়াৰ মাজত জীৱনে পৰিপূৰ্ণভাৱে ধৰা নিদিয়ে। বাস্তৱৰ পৰীক্ষাত তত্ত্বৰ সীমাবদ্ধতাবোৰ ওলাই পৰে। সমালোচকৰ বাবে প্ৰয়োজনীয় সংবেদনশীলতা, ৰসবোধ, চিন্তাৰ গভীৰতা আৰু ব্যাপক অধ্যয়নৰ লগতে ড° গোহাঁইৰ মাজত আন এক সম্পদ আছিল তত্ত্বৰ মাজত হেৰাই নগৈ তত্ত্বকো পৰীক্ষা কৰি চাব পৰা গুণ। সমালোচনাৰ সঁজুলিবোৰো তেখেতৰ বাবে আছিল জীৱনৰ সামগ্ৰিক চৰিত্ৰ অনুধাৱন কৰাৰ কৌশল মাত্ৰ। জীৱনৰ লগত তেখেতৰ আছিল ঘনিষ্ঠ আলিংগন। কোনো অভিজ্ঞতাই নিঃস্ব নহয়। "নিঃস্পন্দ নৱজাতক ঃ সেউজী পাতৰ

কাহিনী"ত উল্লিখিত ঘটনা এটিৰ পৰা জনা যায় ক্ষুদ্ৰ এটি বাছযাত্ৰাৰ অভিজ্ঞতাইও তেখেতৰ বাবে খুলি দিছিল চেতনাৰ এখন নতুন দুৱাৰ। গতিকে অতি স্বাভাৱিকভাৱেই জীৱনৰ ৰসময়ী সুধা পান কৰা সমালোচকগৰাকীয়ে উচ্চমানৰ সাহিত্যৰ ধাৰণাত কোঢ়ামুঠিয়াকৈ লাগি থাকিব নোৱাৰিলে। এমুঠিমান সজাগ, শিক্ষিত ৰুচিৱান মানুহ ওলালেই জানো সমাজ এখনৰ ভাগ্য সলনি হৈ যাব পাৰে? মানুহৰ ব্যক্তিগত সাধনা আৰু গৌৰৱকো সমাজে ইয়াৰ অদৃশ্য হাতেৰে নিয়ন্ত্ৰণ কৰি থাকে নেকি? নে বিশেষ ধৰণৰ চিন্তা আৰু দৃষ্টিভংগীৰ প্ৰসৱ ঘটে বিশেষ সমাজ পৰিস্থিতিৰ গৰ্ভত? জীৱন আৰু সাহিত্যৰ নিবিড় যোগাযোগৰ পম খেদি ফুৰা লেখকক এনে বহু প্ৰশ্নই চুই গ'ল আৰু সাহিত্যৰ সত্য-ৰ পাতনিখনত স্বীকাৰ কৰাৰ দৰেই তেখেত মাৰ্ক্সবাদৰ প্ৰতি আকৃষ্ট হৈ পৰিল। সাহিত্য বিচাৰৰ ক্ষেত্ৰত তেখেতে আদৰ্শ হিচাপে ল'লে গিয়ৰ্গ লুকাচ্চক। অৱশ্যে পশ্চিমৰ উদাৰ মানৱতাবাদী ভাৱধাৰাৰ জীপ লৈ পুষ্ট হোৱা ড" গোস্বামীৰ মনন কোনো পৰ্যায়তেই তত্ত্বৰ সংকীৰ্ণতাত আৱদ্ধ হৈ পৰা নাই। সমালোচক জীৱনৰ আৰম্ভণিতে নতুন সমালোচনা প্ৰভৃতিৰ পৰা আয়ত্ত কৰা বহু কৌশল তেখেতে এতিয়ালৈকে সণ্চালনিভাৱে প্ৰয়োগ কৰি আহিছে। অসমীয়া সাহিত্য-সংস্কৃতিৰ অতীতৰ নানা সম্পদৰ পৰা চাঁচি-চুৰুকি তেখেতে এক সজীৱ ঐতিহ্য প্ৰতিষ্ঠা কৰাৰ বাবেও অনলসভাৱে চেষ্টা কৰি আহিছে। এই ঐতিহ্য জনসাধাৰণৰ মানসিক প্ৰয়োজন পূৰাব পৰা জনমুখী সাহিত্য- সংস্কৃতিৰ তেজাল ঐতিহ্য। এনে ঐতিহ্যই অতীত আৰু বৰ্তমানৰ মাজত সেতুবন্ধন কৰে আৰু ভৱিষ্যতৰ বাট পোহৰায়। ইয়াৰ বিপৰীতে কলা-সাহিত্যৰ উচ্চমান সম্পৰ্কে কেতবোৰ বিমূৰ্ত ধাৰণাৰ পাছত লাগি থাকি বিশ্বায়তনৰ সাধনা কৰিও ভৱেন বৰুৱা ক্ৰমাৎ এক অচলায়তনত বন্দী হৈ পৰিল। অসমৰ বিশেষ ধৰণৰ বৌদ্ধিক-সামাজিক বাতাবৰণত জীৱনৰ প্ৰাণৱন্ত সুঁতিটোৰ পৰা নিলগত লোৱা ভ্ৰান্ত অৱস্থানে ভৱেন বৰুৱাৰ দৰে সমৃদ্ধ ৰসবোধৰ অধিকাৰী সমালোচকৰ সৃষ্টিশীলতাক চেপি ধৰিলে যদিও অসমীয়া সমালোচনা সাহিত্যৰ বাবে ই এটা শোকাবহ ঘটনাই। কিন্তু সত্তৰৰ দশকত শৈশৱ পাৰ কৰা আমাৰ দৰে গ্ৰামীণ পাঠকে "প্ৰসংগ বাণীকান্ত"-ত সন্নিৱিষ্ট ৰচনাবোৰ পঢ়োঁতে তাত কেতবোৰ অশৰীৰী ধ্যান-ধাৰণাই সত্যৰ প্ৰকৃত স্বৰূপ ঢাকি ধৰা যেনহে অনুভৱ কৰিছিলো। ন্যায়শাস্ত্ৰৰ যুক্তি-তৰ্কৰ পদ্ধতিয়ে তাত যেন ছাঁ-পোহৰৰ খেলাহে খেলিছে।

অসমীয়া সাহিত্যত সমাজ ভাৱনা এটি দুৰ্লভ বস্তুও নহয়। আনকি অসমীয়া সমালোচনা সাহিত্যত মাৰ্ক্সবাদী ৰীতিৰো প্ৰবৰ্তন ঘটিছিল ড° গোস্বামীতকৈ আগেয়েই। তীক্ষ্ণধী সমালোচক ভবানন্দ দত্তৰ "অসমীয়া কবিতাৰ কাহিনী" এই প্ৰসংগত উল্লেখযোগ্য। কিন্তু ভবানন্দ দত্তৰ সমালোচনাৰ কেতবোৰ সীমাবদ্ধতা চকুত পৰা। "অসমীয়া কবিতাৰ কাহিনী"-ত সাহিত্যৰ আৰ্থ-সামাজিক ভিত্তি আৰু বিষয়বস্তুৰ আদৰ্শগত দিশটোৰ ওপৰত জোৰ দিবলৈ যাওঁতে সাহিত্যৰ নিজস্ব চৰিত্ৰটো অৱহেলিত হৈ পৰিছে। সাহিত্যত ভাৱগত উপাদান গলি-পমি থাকি গভীৰ উপলব্ধিৰ ৰূপতহে যে মূৰ্ত হয় আৰু সৃষ্টিশীল সাহিত্যই যে লেখকৰ আদৰ্শগত দিশটোক অতিক্ৰম কৰিও যাব পাৰে - এই দিশবোৰৰ প্ৰতি ভবানন্দ

দত্তই গুৰুত্ব আৰোপ কৰা নাছিল। তেখেতৰ সাহিত্য বিচাৰ বহু সময়ত অতিমাত্রা সৰলীকৰণৰ দোষত দোষী। অৱক্ষয়ী ভাৱধাৰাৰ 'বিলাপী কবি' আখ্যা দি ভবানন্দ দত্তই অসমীয়া সাহিত্যত এলিয়টৰ প্রতি থকা সমাদৰক এক কুগ্রহৰ প্রভাৱ বুলিয়েই চিহ্নিত কৰিছে। বহু বছৰৰ পাছত ড° গোহাঁয়েও হেম বৰুৱা প্রসংগত লিখিছে যে গতি-পৰিবৰ্তনৰ সময়ত অসমীয়া সাহিত্যই এলিয়টক আদর্শ হিচাপে লোৱাটো ভুল কথাই আছিল। তথাপি তেখেতে এলিয়টৰ ভাষাজ্ঞান, বুদ্ধি আৰু মানুহৰ দৈৱ সম্পর্কে গভীৰ ভাৱনাৰ স্বীকৃতি দিছে। এলিয়টৰ প্রভাৱে আন হওক নহওক, অসমীয়া কবিক কবিতাক এক সচেতন নির্মিতি হিচাপে গ্রহণ কৰিবলৈ শিকাইছিল। নিৰন্তৰ অন্বেষণত ব্যস্ত ড° গোহাঁইৰ মুকলি মনে তেখেতক মার্ক্সবাদী সূত্ৰৰ যান্ত্রিক অনুশীলনৰ পৰা বচাই ৰাখিছে। আনকি মাও-ছে-তুঙৰ চিন্তাৰ দ্বাৰা গভীৰভাৱে উদ্বুদ্ধ হোৱাৰ সময়তো ড° গোহাঁয়ে বীথ'ফেনৰ সংগীতৰ প্রতি চীনে লোৱা নীতিৰ সমালোচনা কৰিছিল। সাহিত্যৰ আর্থ-সামাজিক প্রেক্ষাপটৰ গুৰুত্ব মানি লৈও গোহাঁয়ে সকলো সময়তে মনত ৰাখিছে যে সমাজৰ বিকাশ আৰু সাহিত্যৰ বিকাশ সমানুপাতিক নহয়। সাহিত্যৰ কালগত চৰিত্র এটা থাকিলেও নিজস্ব গুণেৰে সাহিত্যই কালগত সীমা লঙ্ঘন কৰে. লেখকৰ মতাদর্শগত অৱস্থানে সাহিত্য-কর্মৰ ওপৰত প্রভাৱ পেলালেও সাহিত্যকর্ম কেৱল মতাদর্শগত উপাদানেৰে নির্মিত নহয়। লেখকৰ মতাদর্শগত বিভ্রম কেতিয়াবা সত্য প্রকাশৰ পথত বাধা নহ'বও পাৰে। অসমীয়া সমালোচনা সাহিত্যত আজি মার্ক্সবাদী ধাৰাটো এটা প্রধান শক্তিশালী ধাৰা আৰু তাৰ বাবে সৰহখিনি কৃতিত্বই ড° গোহাঁইৰ।

মার্ক্সবাদী পদ্ধতিৰ আশ্রয় লোৱাৰ পাছতো ড° গোহাঁইৰ সমালোচক জীৱনত এটা পৰ্বান্তৰ ঘটিছিল। সাহিত্য আৰু চেতনা-ৰ (১৯৭৬) লেখাবোৰত তাৰ আভাস পোৱা গ'ল। লুকাচচক আৰ্হি কৰি লোৱা ড° গোহাঁয়ে এটা স্তৰলৈকে সাহিত্যৰ ৰসাস্বাদনৰ দিশটোৰ ওপৰতেই গুৰুত্ব দি আহিছিল। জনগণৰ ৰুচি নির্মাণৰ দায়িত্ব লোৱা ড° গোহাঁইৰ মনত হয়তো উচ্চমানৰ শিল্পকর্ম আৰু জনপ্রিয় শিল্পকর্মৰ মাজৰ দ্বন্দ্ব এটাও ক্রিয়াশীল হৈ আছিল। কিন্তু মাও-ছে-তুং আৰু ব্রে'খ্টৰ লগত হোৱা পৰিচয়ে তেখেতৰ সাহিত্য চিন্তাক এটা বেলেগ গতি দিলে। "কবিতাৰ সন্ধানতঃ মতাদর্শ আৰু কল্পনা"ত তেখেতৰ সাহিত্য চিন্তাৰ এই পৰিৱৰ্তন স্পষ্ট ৰূপত ব্যক্ত হৈছে। পাঠকৰ বাস্তৱবোধক সমৃদ্ধ কৰাতেই সাহিত্যৰ ভূমিকা শেষ হৈ নাযায়। বাস্তৱ গতিশীল আৰু মানুহৰ সচেতন প্রয়াসেৰে ইয়াক সলাবও পাৰি। সমাজ পৰিৱৰ্তনত সাহিত্যৰো এক সক্রিয় ভূমিকা থাকিব পাৰে। এই পৰ্বান্তৰত নিশ্চয় সত্তৰৰ দশকৰ ভাৰতবৰ্ষৰ বিশেষ পৰিস্থিতিৰো অৱদান আছিল। মাওৰ চিন্তাৰ সান্নিধ্যই ড° গোহাঁইৰ মনত থকা উচ্চস্তৰৰ সংস্কৃতি আৰু জনপ্রিয় সংস্কৃতিৰ বিৰোধটোৰ সমাধান দাঙি ধৰিলে। সংস্কৃতিৰ আভিজাত্যবাদী ধাৰণাৰ প্রভাৱত অভিজাত সংস্কৃতিকেই সংস্কৃতিৰ একমাত্র ৰূপ বুলি ভুল কৰা হয়। মাওৱে দেখুৱাইছিল যে লেখকসকলে জনসাধাৰণৰ ৰুচি উন্নত কৰে আৰু লগতে তেওঁলোকৰ আশা-আকাংক্ষাৰ প্রতিফলনৰ

জৰিয়তে সাহিত্যিক জনপ্ৰিয়ও কৰি তোলে। সমুন্নতকৰণ আৰু জনপ্ৰিয়কৰণ দুটা অংগাংগী প্ৰক্ৰিয়া আৰু দুয়োটাতেই জনসাধাৰণৰ কথা মনত ৰাখিব লাগে। জনগণৰ বাবে লিখা সাহিত্যত মাওৱে প্ৰধান গুৰুত্ব আৰোপ কৰিছিল ভাষাৰ দিশটোত। মাওৰ মতে সাহিত্যিকৰ প্ৰয়োজন জনগণৰ বিপুল সমষ্টিৰ ঐশ্বৰ্যপূৰ্ণ আৰু প্ৰাণৱন্ত ভাষাৰ সমুচিত জ্ঞান। ইয়াৰ অবিহনে ভাষা হৈ পৰে প্ৰাণৰসবিৰহিত, স্বাদ-গন্ধবিহীন। মাওৰ ভাষাত জনগণক বুজি নোপোৱা লেখকসকল হ'ল বীৰত্ব প্ৰদৰ্শনৰ সুযোগ নোপোৱা বীৰ। সুদীৰ্ঘ কাল জুৰি ড° গোহাঁইৰ সমালোচনাত মাওৰ চিন্তা কেন্দ্ৰীয় ধাৰণা হিচাপে আছে। তেখেতৰ বিশ্লেষণত সাহিত্যৰ সঁজুলি হিচাপে ভাষাৰ তাৎপৰ্য যিধৰণে উদ্ভাসিত হয় তাত মাওৰ প্ৰভাৱ থকা বুলিয়ে আমাৰ ধাৰণা। **কীৰ্ত্তন পুথিৰ ৰসবিচাৰ**-ৰ প্ৰথম অংশ মূলতঃ কীৰ্ত্তনৰ ভাষাৰ আলোচনা। বস্তুনিষ্ঠ বিশ্লেষণৰ জৰিয়তে ড° গোহাঁয়ে সাব্যস্ত কৰিছে যে কীৰ্ত্তন বিপুলভাৱে জনপ্ৰিয় হোৱাৰ এটা প্ৰধান কাৰণ হ'ল শংকৰদেৱে ইয়াত নিত্যদিনৰ পৰিচিত বাস্তৱৰ পৰাই উপমা আদি অলংকাৰবোৰ বুটলি লৈছিল। কীৰ্ত্তনৰ ভাষাৰ জুমুঠিটো হ'ল সম্পূৰ্ণ থলুৱা। "অসমীয়া কবিতাৰ বিকাশত বেজবৰুৱাৰ স্থান" নামৰ ৰচনাখনত প্ৰতিপাদন কৰা হৈছে লোকসাহিত্যৰ ভাষাই বেজবৰুৱাৰ কবিতাক কেনেদৰে ঋদ্ধি দান কৰিছে। **সাগৰতলীৰ শংখৰ** পাতনিখনত নীলমণি ফুকনৰ সাফল্যৰ এটা প্ৰধান উপাদান হিচাপে চিহ্নিত হৈছে তেখেতৰ কবিতাত লোকভাষা, লোককৃষ্টি আৰু লোকজীৱনৰ ব্যাপক সমলৰ ব্যৱহাৰ - "তেওঁৰ কবিতাৰ ভাষা নিৰাভৰণ, কথ্য ভাষাৰ দৰে সৰল, অথচ বাঙ্ময় আৰু বলিষ্ঠ।" হেম বৰুৱাৰ কবিতাৰ ভাষা প্ৰসংগতো তেখেতে একে কথাকে কৈছে। তেখেতে অভিমত প্ৰকাশ কৰিছে যে হেম বৰুৱাৰ কবিতাৰ প্ৰধান বৈশিষ্ট্য 'সাৱলীলতা' - নিভাঁজ আৰু আঁৰ নলগা অসমীয়া ভাষাৰ এই সাৱলীলতা কিন্তু অনুশীলনলব্ধ নহয়, "জনজীৱনৰ লগত তেওঁৰ গভীৰ অচেতন সম্পৰ্কই তাত সঞ্চাৰ কৰিছে ৰস আৰু গতি।" মহিম বৰাৰ 'ৰঙাজিএগ্ৰা' প্ৰসংগত তেখেতে লিখিছিল - "কবিতাক জীৱনৰ লগত অধিক নিবিড় কৰিবলৈ হ'লে অসমৰ মানুহৰ আবেগ-অনুভূতিৰে ৰঞ্জিত অসমৰ প্ৰাকৃতিক পৰিবেশকো চিনি ল'ব লাগিব। তাৰ লগৰীয়া হিচাপে থলুৱা ভাষা আৰু প্ৰকাশভংগীৰ অনবদ্য সম্পদসমূহেৰে নিজৰ ভাষা সমৃদ্ধ কৰিব লাগিব। বৰাৰ ভাষাৰ এই স্বচ্ছন্দ প্ৰাণস্পন্দন আৰ্হি হিচাপে ল'ব পাৰিব জিজ্ঞাসু তৰুণ মাত্ৰেই।" "কবিতাৰ উৎস সন্ধানতঃ লৰ্কা সম্পৰ্কে দুআষাৰ" ৰচনাখনৰ এটা প্ৰধান বক্তব্যই হ'ল যে চহা জীৱনৰ অকৃত্ৰিম ভাষাই আছিল লৰ্কাৰ সফলতাৰ প্ৰধান চাবিকাঠি। ৰচনাখনৰ আঁৰত এলিয়টৰ পৰিবৰ্তে লৰ্কাক অসমীয়া কবিৰ আৰ্হি হিচাপে প্ৰতিষ্ঠা কৰাৰ এক সচেতন প্ৰয়াসেও কাম কৰা যেন লাগে। এইখিনিতে আমি আন এটা দিশৰো উল্লেখ কৰিব বিচাৰোঁ। ড° গোহাঁইৰ নিজৰ ভাষাও অতি শক্তিশালী, সৰস আৰু জীৱন্ত। বেজবৰুৱাৰ হাতত প্ৰাণ পোৱা অসমীয়া গদ্যৰ তেখেত হ'ল অন্যতম শ্ৰেষ্ঠ উত্তৰাধিকাৰী। জটিল বিষয়বস্তুক অতি সহজভাৱে প্ৰকাশ কৰাত তেখেত অদ্বিতীয়। ইয়াৰ বিপৰীতে আমি দেখোঁ সমসাময়িক বহু কেইজন সাহিত্য সমালোচকৰ ভাষা নিস্তেজ আৰু অনাকৰ্ষণীয়, ইংৰাজী ভাষাৰ বিজতৰীয়া গোন্ধেৰে বিস্বাদ আৰু mannerism -অৰ দোষত আক্ৰান্ত।

মাওৱে লিখিছিল যে ঐতিহ্যৰ উৎকৃষ্টখিনি বৰণ কৰি ল'ব লাগে; কিন্তু ব্যাপক জনসাধাৰণৰ প্ৰতি দৃষ্টি ৰাখিয়েই। ড° গোহাঁয়ে তেখেতৰ সমালোচক জীৱনৰ আৰম্ভণিৰে পৰা সাহিত্য-সংস্কৃতিৰ এক জীৱন্ত ঐতিহ্য নিৰ্মাণৰ চেষ্টা কৰি আহিছিল। শিল্পকলাৰ উচ্চমান আৰু জনপ্ৰিয়তাৰ দ্বন্দ্ব সমাধান হোৱাৰ পাছত তেখেতে সাহিত্যকৰ্ম বিচাৰৰ উপযোগিতাবাদী ধাৰণাটোক বৰ্জনীয় বুলি ভবা নাই। এই ভূৰত তেখেতে সাহিত্যৰ সংজ্ঞা নিৰূপণ কৰিছে "আনন্দময় শিক্ষাৰ পথ" হিচাপে। কীৰ্ত্তন পুথিৰ ৰস বিচাৰত শংকৰদেৱৰ মূল্যায়নত তেখেতক নতুন বাটৰ সন্ধান দিছে মাওৱে। মাওৱে বিচাৰিছিল জনসাধাৰণৰ ৰুচিক উন্নত কৰিব পৰা লোকায়ত সাহিত্য। ড° গোহাঁয়ে দেখুৱাইছে শংকৰদেৱেও কীৰ্ত্তন পুথি এমুঠিমান শিক্ষিত কায়স্থৰ বাবে ৰচনা কৰা নাছিল। কীৰ্ত্তন জনমুখী সাহিত্যৰ এক শ্ৰেষ্ঠ নিদৰ্শন। তেখেতে কীৰ্ত্তন ৰচনাৰ ঐতিহাসিক-সামাজিক প্ৰেক্ষাপটৰ আলোচনাৰ মাজেদি কীৰ্ত্তনত থকা বিবিধ ধ্যান-ধাৰণা আৰু দ্বন্দ্ব-বিৰোধবোৰ ব্যাখ্যা আগবঢ়াইছে। ড° কাকতিয়ে অসমীয়া বৈষ্ণৱ সাহিত্যত ৰাধা চৰিত্ৰৰ অনুপস্থিতিৰ বিষয়ে আলোচনা আগবঢ়াওঁতে নিজে পালিত হোৱা বৈষ্ণৱ ঐতিহ্যৰ প্ৰতি থকা শ্ৰদ্ধালু আবেগ ত্যাগ কৰিব পৰা নাছিল। ড° গোহাঁইৰ আলোচনাত প্ৰসংগটোৱে এক গভীৰ সামাজিক তাৎপৰ্য ধাৰণ কৰিছে। তেখেতৰ মতে অসমীয়া বৈষ্ণৱ ধৰ্মত বুদ্ধিতকৈ হৃদয়াবেগত গুৰুত্ব দিয়া হ'লেও এই আবেগ ৰহস্যবাদীৰ ব্যক্তিগত ভূমাস্পৃহাৰ পৰ্যায়লৈ যোৱা নাই। কীৰ্ত্তনৰ আবেগ হ'ল ৰাজহুৱা আবেগ। জ্যোতিপ্ৰসাদৰ শিল্পকৰ্মৰ আলোচনাৰ পৰা লক্ষ্মীধৰ শৰ্মাৰ গল্প, বেজবৰুৱাৰ সাহিত্য, হেম বৰুৱা, নীলমণি ফুকনৰ কবিতালৈ সকলোতে তেখেতে মাওৱে বিচৰা ধৰণৰ জনমুখী সাহিত্যৰ লক্ষণবোৰকেই বিচাৰৰ মাপনী হিচাপে ব্যৱহাৰ কৰিছে। তেখেতৰ মতে নীলমণি ফুকনৰ কবিতাৰ সিদ্ধি লাভ হৈছে তেতিয়াহে, যি মুহূৰ্তৰ পৰা কবিয়ে জীৱনৰ বিমূৰ্ত ৰহস্যৰ অন্বেষণৰ পৰা আঁতৰি পাৰ্থিৱ জীৱনৰ তেজ, ধূলি, মলি-ঘামৰ মাজলৈ কবিতাক লৈ আনিছে। দেৱকান্ত বৰুৱাৰ কবিতাত থকা বলিষ্ঠ প্ৰত্যয়খিনিক কবিতাৰ স্বাস্থ্য বুলি ক'লেও ড° গোহাঁইৰ মতে দেৱ বৰুৱাৰ দুৰ্বলতা হ'ল আত্মকেন্দ্ৰিক পৌৰুষ—প্ৰেয়সী য'ত ছায়াঁমূৰ্তি মাথোন। এনেবোৰ পৰ্যবেক্ষণৰ পৰা এটি কথা বিনা দ্বিধাই ক'ব পাৰি যে মাওৰ সংস্পৰ্শই তেখেতক লীৰিছৰ উচ্চমানৰ সাহিত্যৰ ধাৰণাৰ গোৰঁৰামিৰ পৰা মুক্ত কৰি সাহিত্য বিচাৰৰ এক নতুন দৃষ্টিভংগী দান কৰিলে।

ওপৰত আমি উল্লেখ কৰি অহা লেখকসকলৰ সকলোৰে ক্ষেত্ৰত ড° গোহাঁয়ে অকৃত্ৰিম হৃদয়াবেগৰ প্ৰকাশ দেখিবলৈ পাইছে। ড° আনন্দ বৰমুদৈয়ে ইয়াৰ ব্যাখ্যা দি কৈছে যে ড° গোহাঁইৰ দৰে এজন ধীশক্তিমান সমালোচক সাহিত্যত আবেগৰ শক্তিমান প্ৰকাশ দেখি উদ্বুদ্ধ হৈ উঠাই নিতান্ত স্বাভাৱিক। (বিংশ শতাব্দীৰ অসমীয়া সমালোচনা সাহিত্য, 'গৰীয়সী', ছেপ্তেম্বৰ, ১৯৯৯) আমাৰ বোধেৰে এই ব্যাখ্যাই সমালোচনাক সমালোচকৰ ব্যক্তিগত ব্যাপাৰ হিচাপেহে ভাবিবলৈ দিয়ে। আমাৰ মতে এই ক্ষেত্ৰতো জনমুখী সাহিত্যৰ ধাৰণাটোৱেইহে কাম কৰিছে। জনসাধাৰণ ধীশক্তিৰ প্ৰয়োগত অভ্যস্ত নহয়। তেওঁলোকৰ

সম্পদ হ'ল নিভাঁজ আবেগ-অনুভূতি। গতিকে তেওঁলোকৰ ওচৰ চাপিব খোজা সাহিত্যতো থাকিব লাগিব হৃদয়াবেগৰ শক্তিমান প্ৰকাশ। শংকৰদেৱ, হেম বৰুৱা, নীলমণি ফুকনৰ মাজত তেখেতে এইটোকে বিচাৰি পাইছে। এনে হৃদয়াবেগ অৱশ্যে তৰল মনৰ ভাবোচ্ছ্বাসৰ লগত একে বস্তু নহয়। ইয়াৰ অন্তৰালতো থাকে ধীশক্তিৰেই প্ৰয়োগ। ব্ৰে'ষ্টৰ কবিতাবোৰৰ দৰে - এইবোৰৰ আপাত সহজবোধ্যতাৰ আঁৰত ক্ৰিয়া কৰি থাকে এটি বুদ্ধিদীপ্ত মন। পাঠকৰ চিন্তাৰ জড়তাত এইবোৰে হাঁতুৰীৰে কোব শোধায়। তদুপৰি এনে হৃদয়াবেগৰ ব্যাখ্যা দি ড° গোহাঁয়ে নিজেই লিখিছে - "হৃদয়াবেগৰ অৰ্থ মই বাকপটু আত্মকেন্দ্ৰিক কবি বা সাংবাদিকৰ আত্মৰতি বুজাব খোজা নাই। মই বুজাব খুজিছোঁ সাৰ্বজনীন অনুভূতিৰ অনিবাৰ্য স্পন্দন— মুহূৰ্ততে যি ব্যক্তি আৰু সমাজৰ মাজত সেতুবন্ধন কৰে।" (হেম বৰুৱাৰ কবিতা : বিশ্বায়তন) লক্ষ্মীধৰ শৰ্মাৰ "ব্যৰ্থতাৰ দান" গল্পৰ আলোচনাৰ উপসংহাৰত তেখেতে লিখিছে - "বুৰ্জোৱা প্ৰেমৰ ব্যক্তিকেন্দ্ৰিকতা অতিক্ৰম কৰি বিশ্বজনীন সংযোগৰ পৰিপূৰ্ণতা অৰ্জন কৰিছে লিলিয়ে। স্বাধীনতাৰ বুৰ্জোৱা সম্মোহনৰ জালো গল্পৰ সামৰণিত আঁতৰি গৈছে। লেখকৰ এই অন্তৰ্দৃষ্টি আৰু প্ৰজ্ঞা নিভাঁজ প্ৰগতিশীলতাৰ লক্ষণ।" (বিশ্বায়তন)

আনহাতে মহিম বৰাৰ "ৰঙাজিএণ্ৰা"ৰ আলোচনাত তেখেতে লিখিছিল - "বিভিন্ন অভিজ্ঞতা আৰু উপলব্ধিৰ মাজত যোগসূত্ৰ আৱিষ্কাৰ কৰি তাক সুশৃংখলভাৱে অনুসৰণ কৰা আৰু তাৰপৰা নতুন নতুন সিদ্ধান্তত উপনীত হোৱা - মননশীলতাৰ এই লক্ষণ হেম বৰুৱাৰ কবিতাতে আছে নে নীলমণি ফুকনৰ কবিতাত আছে, মহেন্দ্ৰ বৰাৰ কবিতাত আছে নে হীৰেন ভট্টাচাৰ্যৰ কবিতাত আছে। (?)" মননশীলতাৰ এনে সংজ্ঞা দি তাৰ পাছতেই অৱশ্যে এনে ইংগিতো দিয়া হৈছে যে অসমীয়া কবিতাত শব্দৰ তাৎপৰ্য লৈ কৌশল প্ৰদৰ্শন কৰা আৰু বিভিন্ন ধ্যান-ধাৰণাৰ ইংগিত বা উল্লেখ কৰাকেই মননশীলতা বুলি ধৰা হয়। এই কথা অৱশ্যে ঠিক যে স্বাভাৱিকভাৱেই উপৰুৱা আংগিকৰ কছৰতৰ মাজত ড° গোহাঁয়ে কোনো দিনেই সফলতা দেখা পোৱা নাই - "আধুনিক কবিতাত আংগিক আৰু কৌশলৰ কছৰতে যেতিয়াই এই মানৱকণ্ঠৰ বেদনা আৰু সঁহাৰি পুতি পেলাইছে তেতিয়াই সি কবিতাৰ দিব্যজগতৰ পৰা নিৰ্বাসিত হৈছে।" (বিশ্বায়তন, পৃষ্ঠা ১৮৯)

অজিত বৰুৱাৰ "জেংৰাই" কবিতাক আধুনিক অসমীয়া কবিতাৰ অন্যতম শ্ৰেষ্ঠ কীৰ্তি বুলি ধৰিলেও এলিয়টৰ লগত তুলনাৰে তেখেতে শেষ সিদ্ধান্ত কৰি কৈছে যে "সি শেষ পৰ্যন্ত এজন মননশীল অনুভূতিশীল অথচ আত্মকেন্দ্ৰিক ৰোমান্টিকৰ ব্যক্তিগত বিলাপ হৈয়েই ৰ'ল।" (বিশ্বায়তন, পৃষ্ঠা ২৫৪)

অৰ্থাৎ কবিতাত বিদগ্ধ ৰীতিৰ প্ৰয়োগ সম্পৰ্কে উৎসাহী নহ'লেও ড° গোহাঁয়ে এই বিষয়ে কোনো মতান্ধতাকো প্ৰশ্ৰয় দিয়া নাই। বৰঞ্চ মননশীলতাক গভীৰ জীৱনবোধৰ সাৰথি হিচাপে লোৱাৰহে পোষকতা কৰিছে।

বহুতৰে ধাৰণা মাৰ্ক্সবাদে সাহিত্যৰ সজীৱ চৰিত্ৰক অস্বীকাৰ কৰে আৰু ইয়াক কেৱল ঐতিহাসিক-সামাজিক পৰিস্থিতিৰ জড় প্ৰতিফলন হিচাপেহে গণ্য কৰে। মাৰ্ক্সবাদী সাহিত্য

তত্ত্বক সেয়ে সাহিত্যৰ সমাজতত্ত্ব বুলিও কোৱাৰ প্ৰবণতা দেখা যায়। কেইবাজনো বিশিষ্ট তাত্ত্বিক চিন্তাবিদৰ অৱদানেৰে মাৰ্ক্সবাদী সাহিত্যতত্ত্ব ক্ৰমশঃ পৈণত ভাৱনাৰ অধিকাৰী হৈছে আৰু এক গতিশীল আৰুদ্বান্দ্বিক সাহিত্যদৰ্শন হিচাপে প্ৰতিষ্ঠা লাভ কৰিছে। অসমীয়া সমালোচনা সাহিত্যত ড° গোহাঁইৰ বিশ্বকোষিক মনে মাৰ্ক্সীয় সাহিত্যতত্ত্বক দৃঢ়ভাৱে প্ৰতিষ্ঠা কৰিছে। মাৰ্ক্সীয় সাহিত্যদৰ্শনে তেখেতৰ সাহিত্যবিচাৰক কেনেদৰে সমৃদ্ধ আৰু ব্যাপ্ত কৰিছে তাৰ সাৰ্থক উদাহৰণ হিচাপে আমি বিশ্বায়তন গ্ৰন্থত সংকলিত "ঐতিহ্য আৰু জীৱনৰ বাটত" নামৰ ৰচনাখনৰ কথাকে উত্থাপন কৰিব পাৰোঁ। সংগঠন আৰু কল্পনাৰ বিস্তৰ খুঁতি-নাতিৰ সহায়ত ইয়াত উপন্যাসখনৰ বহুতৰপীয়া সামাজিক-ৰাজনৈতিক আৰু নৈতিক তাৎপৰ্য উদঘাটন হৈছে। তেখেতৰ নিজৰ স্বীকাৰোক্তি মতেই ৰচনাখনৰ ছত্ৰে ছত্ৰে পাঠকে অনুভৱ কৰা সমালোচকৰ গভীৰ অন্তৰ্দৃষ্টিখিনি লাভ হৈছে মাৰ্ক্সীয় জীৱনবীক্ষাৰ সংস্পৰ্শতহে। আমাৰ ধাৰণা মাৰ্ক্সবাদৰ পৰা লাভ কৰা গভীৰ জীৱনদৃষ্টিৰ মূল্যও তেখেতে সুদে-মূলে শোধ কৰি দিছে - আপোন গৰিমা আৰু নিৰলস প্ৰচেষ্টাৰে। এনেকৈয়ে তেখেতে অসমীয়া সমালোচনা সাহিত্যৰ বাবেও নিৰ্মাণ কৰিছে জনমুখী ঐতিহ্যৰ এটি দৃপ্ত পথ। ❑

# হীৰেন গোহাঁইৰ উপন্যাস সমালোচনা দৃষ্টি আৰু দৰ্শন

• অৰিন্দম বৰকটকী

ড° হীৰেন গোহাঁইক অসমীয়া সমালোচনা সাহিত্যৰ কীৰ্তিস্তম্ভ বুলি স্বীকাৰ কৰি লোৱাত অসমীয়া মধ্যবিত্ত বিদ্বৎ সমাজৰ কিছুপৰ লাগিছিল। গভীৰ অধ্যয়ন, বিদ্যায়তনিক গুৰুত্ববোধ আৰু পশ্চিমীয়া প্ৰভাৱৰ বাবে যদিও তেখেতক বাণীকান্ত কাকতিৰ উত্তৰসূৰী বুলি বিচাৰ কৰিব পাৰি তথাপিতো মাৰ্ক্সীয় সাহিত্যদৰ্শনৰ প্ৰভাৱেহে তেখেতৰ চিন্তালৈ শৃঙ্খলা আনিলে। এনে প্ৰগতিবাদ যদিও যিকোনো সময়ৰেই অসমীয়া মধ্যবিত্ত মানসিকতাৰ পৰিপন্থী তথাপিতো এটা বিজ্ঞানসম্মত দৃষ্টিভঙ্গীৰ আধাৰত সমালোচনা আগনাবাঢ়িলে সি তীক্ষ্ণধী হ'লেও সমাজ তথা মানবীয় প্ৰমূল্যক মূল্যায়ন কৰাত যে ব্যৰ্থ হয় সেই কথা আজিৰ সময়ত অসমীয়া সাহিত্যৰ মূল্যায়নৰ প্ৰেক্ষাপটত ড° হীৰেন গোহাঁইৰ সমালোচনাই প্ৰমাণ কৰিলে। সাহিত্য কাণ্ডাৰী হিচাপে জ্যোতিপ্ৰসাদ, অম্বিকাগিৰি আৰু বিৰিঞ্চি কুমাৰ বৰুৱাক তেওঁলোকৰ যথাস্থানত প্ৰতিষ্ঠা কৰাৰ ক্ষেত্ৰত ড° গোহাঁই ছাৰৰ ভূমিকা অগ্ৰণী। বাণীকান্ত কাকতিৰ লেখনিত **জীৱনৰ বাটত** উপন্যাসৰ সমালোচনাই থোৰ মেলিছিল, পৰৱৰ্তীকালত ভবেন বৰুৱাই এইখন উপন্যাসক অসমীয়া সাহিত্যৰ শ্ৰেষ্ঠ উপন্যাস আখ্যা দিছিল; কিন্তু ঐতিহ্য আৰু মানবীয় প্ৰমূল্য যি দুটাৰ অস্তিত্বই সাহিত্যলৈ দীৰ্ঘ আয়ুস কঢ়িয়াই তাৰ সন্ধান কৰোতাগৰাকী হ'ল ড° হীৰেন গোহাঁই।

সমালোচনা তেখেতৰ বাবে কেৱল বৌদ্ধিক অনুশীলনৰ ক্ষেত্ৰ নহয়। গতিকে সময়ৰ পৰিবৰ্তনে তেখেতৰ দৃষ্টিভঙ্গীলৈও বহুসময়ত পৰিৱৰ্তন আনিছে। ছাৰৰ বাবে সমাজ আৰু সাহিত্য পৰস্পৰে পৰস্পৰৰ পৰা আঁতৰি আহিব নোৱৰা অংগ। গতিকে সাম্প্ৰতিক সমাজ-জীৱনৰ প্ৰেক্ষাপটত তেখেতৰ দৃষ্টিভঙ্গীৰ পৰিবৰ্তন contradiction নহয়, বৰঞ্চ উত্তৰণহে। এটা সময়লৈকে মাৰ্ক্সবাদৰ বিৰুদ্ধে বিৰূপ উক্তি কৰি ক্ৰমশঃ মাৰ্ক্সবাদৰ প্ৰতি আকৃষ্ট হোৱা সমালোচক ড° হীৰেন গোহাঁই (**সাহিত্যৰ সত্যৰ** পাতনি, প্ৰথম প্ৰকাশ, ১৯৭০)। এইসময়ত তেখেতৰ মূল প্ৰেৰণা বা আগ্ৰহ আছিল F.R.Leavis হে। তেখেতে **সাহিত্যৰ সত্যৰ** পাতনিত এইবুলি লিখিছে ঃ "জীৱন-যাত্ৰা, সভ্যতা আৰু মানব-জীৱনৰ লক্ষ্য সম্পৰ্কে Leavis -এ উত্থাপন কৰা বহু প্ৰশ্ন আৰু সমস্যা মোৰ আগডোখৰৰ ৰচনাৰ

পটভূমিত সুস্পষ্ট। অৱশ্যে একেসময়তে উপলব্ধি কৰিছিলো যে মাৰ্ক্সবাদে সেইবোৰ প্ৰশ্নই তুলিছে আৰু সেইবোৰৰ সম্পূৰ্ণ ভিন্নসুৰীয়া সমাধান দাঙি ধৰিছে। ক্ৰমে ধাৰণা হৈ আহিছে যে বুৰ্জোৱা সভ্যতাৰ পৰিবেশত সেইবোৰ প্ৰশ্নৰ Leavis-এ দিয়া উত্তৰ একধৰণৰ আত্মপ্ৰবঞ্চনা মাত্ৰ।" ১৯৭২ চনত প্ৰকাশ পোৱা **সৃষ্টি আৰু যুক্তিৰ** পাতনিত তেখেত আৰু স্পষ্ট হ'ল। "এই নৈতিক আৰু বৌদ্ধিক অৱক্ষয় সমাজৰ প্ৰগতি অবিহনে ৰোধ কৰা অসম্ভৱ। তাৰ বাবে মাৰ্ক্সবাদী চিন্তা আৰু সংগঠন প্ৰধান সঁজুলি।" ১৯৭৬ চনত প্ৰকাশ পোৱা **সাহিত্য আৰু চেতনাৰ** পাতনি পঢ়িবলৈ পোৱাৰ পিছত পাঠকৰ গোহাঁই ছাৰৰ ৰাজনৈতিক দৰ্শন সম্পৰ্কে তিলমানো সন্দেহ নাথাকিল-- "এতিয়া অৱশ্যে বুজিছো যে ৰাজনীতিৰ পৰা নিলগত বিশুদ্ধ সাহিত্য ৰচনাৰ চেষ্টা ভ্ৰান্তিবিলাস মাত্ৰ।" (লেখকৰ পৰা পাঠকলৈ, **সাহিত্য আৰু চেতনা**)। ফেচিষ্টৰ বাবে মাৰ্ক্সবাদেই যদিও হ'ব পৰা একমাত্ৰ শক্তিশালী প্ৰত্যাহ্বান তথাপিতো উগ্ৰ আৰু গোড়া মাৰ্ক্সবাদী চিন্তাই সৃষ্টি কৰিব পৰা বিপন্ন মানসিকতাৰ প্ৰতিও সজাগ ড" গোহাঁই ছাৰ। "মাৰ্ক্সবাদী তাত্ত্বিক চিন্তাৰ মাজত মই পুনৰ জাতীয় আশা-আকাঙ্ক্ষাৰ প্ৰশ্নটোত গুৰুত্ব দিছো। আনহাতে জাতীয়তাবাদীসকলক শ্ৰেণীগত দৃষ্টিৰে কথাবোৰ ভাবিবলৈ উদগনি দিছো। তত্ত্বগত চিন্তাৰ পদ্ধতিগত কঠোৰতা আৰু সংহতিগত (systematic) ঐক্য বহুসময়ত এটা কৌশল তথা দৃষ্টিভঙ্গী। তাকেই চৰম সত্য বুলি ভবাটো বিপজ্জনক। এনে দৃষ্টিভঙ্গীৰ পৰীক্ষাত বহিবলৈ তাত্ত্বিক সদায় সাজু থাকিব লাগিব। কিন্তু তেওঁ বুজিলে ভাল যে পৰীক্ষাগাৰৰ বাহিৰত এখন বহল জগৎ আছে" ('গৰীয়সী'ৰ প্ৰথম বছৰ প্ৰথম সংখ্যাত প্ৰকাশিত সাক্ষাৎকাৰ)। গতিকে ড° গোহাঁই তেখেতৰ নিজৰ ভাষাত মতাদৰ্শৰ পিনৰ পৰা মাৰ্ক্সবাদী, কাৰ্যক্ষেত্ৰত এজন মানৱতাবাদী গণতন্ত্ৰপ্ৰেমী ব্যক্তি। আৰু তেনে এজন ব্যক্তিৰ বাবে সমালোচনাৰ ক্ষেত্ৰ সীমিত আৰু একাৰ্থবাচক নহৈ ই সাহিত্যৰ আত্মজিজ্ঞাসা হোৱাই স্বাভাৱিক। আমাৰ বিশ্বাস ড° গোহাঁই ছাৰৰ চিন্তাই অসাধাৰণ মৌলিকতা অৰ্জন কৰাৰ ইয়েই এটা প্ৰধান কাৰণ।

উপন্যাস সমালোচনাৰ ক্ষেত্ৰত ড° গোহাঁই ছাৰৰ অসংখ্য কৃতিত্বপূৰ্ণ আলোচনাৰ ভিতৰত ১৯৮২ চনত প্ৰকাশিত 'ঐতিহ্য আৰু জীৱনৰ বাটত' (প্ৰকাশ, নবেম্বৰ-ডিচেম্বৰ) আৰু ১৯৮৬ চনত আগকথা ৰূপে প্ৰকাশিত **সেউজী পাতৰ কাহিনীৰ** সমালোচনা দুটালৈ উনুকিয়াব পাৰি। যদিও এই দুয়োটা সমালোচনাই তেখেতৰ উপন্যাস দুখনৰ ওপৰত আগবঢ়োৱা প্ৰথম আলোকপাত নহয় তথাপিতো আমাৰ বিশ্বাস দীৰ্ঘদিনৰ বিৰতিয়ে প্ৰবন্ধ দুটালৈ আৰু অধিক গভীৰতা কঢ়িয়াইছে।

ড° গোহাঁই ছাৰ মাৰ্ক্সীয় সাহিত্য তত্ত্বৰ দ্বাৰা শিক্ষিত হ'লেও সম্পূৰ্ণৰূপে দীক্ষিত বা গ্ৰাসিত নোহোৱাৰ বাবে তেখেতৰ সমালোচনা তত্ত্বসৰ্বস্ব নহয়। আৰু সেইবাবেই এই দুখন উপন্যাসৰ সমালোচনাৰ আঁৰৰ ব্যক্তিজন সমাজসচেতন তীক্ষ্ণ সন্ধানী দৃষ্টিকোণৰ ব্যক্তিজনহে। **জীৱনৰ বাটত** সম্পৰ্কে প্ৰকাশিত তেখেতৰ প্ৰথমাৱস্থাৰ সমালোচনা কেতবোৰত পৰম্পৰাগত সমাজৰ মানৱীয় ব্যৰ্থতা সম্পৰ্কে সজাগ নোহোৱাৰ বাবে সাময়িক মোহগ্ৰস্ততাৰ

প্ৰকাশ ঘটিছিল তথাপিতো সেই একেবোৰ সমালোচনাৰ বিভিন্ন মন্তব্যই এই সীমাবদ্ধতাৰ পৰা উত্তৰণৰ সম্ভাৱনাও নিৰ্দেশ কৰিছিল। সেই সময়ত অসমীয়া ভাষাত **জীৱন বাটতৰ** দৰে উপন্যাস এখন পঢ়িবলৈ পোৱাটো গভীৰ অধ্যয়নপুষ্ট, পশ্চিমীয়া শিক্ষাৰে শিক্ষিত ড° গোহাঁই ছাৰৰ বাবে হয়তো পৰম উচ্ছাসৰ কাৰণেই আছিল। অৱশ্যে এনে উচ্ছাসে সমালোচনালৈ আনিব পৰা দুৰ্বলতাৰ বিষয়ে ছাৰ নিজেও পৰৱৰ্তীকালত সজাগ হৈছিল আৰু তেখেতৰ নিজৰ ভাষাত তেখেতৰ প্ৰথমাৱস্থাৰ উপন্যাস সমালোচনাৰ দুৰ্বলতা নিৰ্দেশ কৰিছিল এইবুলি :

"অতীতৰ বিলীয়মান পৰম্পৰাগত গঞা সমাজৰ প্ৰতি লীৰিছৰ যি মোহগ্ৰস্ততা আৰু চৰিত্ৰসমূহৰ কঠোৰ নৈতিক মূল্যায়নত তেওঁৰ যি একদেশদৰ্শী উৎসাহ, এই উপন্যাসখনৰ স্বৰূপ নিৰ্ণয়ত তেনে দুৰ্বলতা ময়ো দেখুৱাইছিলো।"

যদিও গোহাঁই ছাৰৰ 'উগ্ৰ সচেতন' মনৰ বাবে এয়া দুৰ্বলতা তথাপিতো ছাৰৰ এনে দুৰ্বলতাবোৰক উপন্যাসখনৰ মূল্যায়নৰ ভিন্ন দৃষ্টিকোণ বুলি ভাবিব পাৰি। গভীৰ অধ্যয়ন আৰু অভিজ্ঞতাই যদিও ড° গোহাঁই ছাৰক বিভিন্ন সময়ত বিভিন্ন ধৰণে প্ৰভাৱিত কৰিছে আৰু তাৰ ফলত সময়ৰ দাবীত তেখেতৰ সমালোচনাৰ সুৰটোও সলনি হৈছে তথাপিতো উপন্যাসত মানৱায়তন বিচাৰ কৰাটোৱেই তেখেতৰ সমালোচনাৰ মূল উপলব্ধি। আৰু ই সম্ভৱ হৈছে এই তীক্ষ্ণধী সমাজ সচেতন সমালোচকজনৰ বিভিন্ন প্ৰভাৱী অৱস্থা বা দুৰাৱস্থাৰ পিছতো বাহাল থকা স্বতন্ত্ৰ অৱস্থানৰ বাবে।

**জীৱনৰ বাটত** উপন্যাসত প্ৰকাশ পোৱা বিৰাগ মনোভাৱে **সেউজী পাতৰ কাহিনীত** বিদ্ৰোহৰ ৰূপ লৈছে। **জীৱনৰ বাটতৰ** উপন্যাসিকৰ নাম সলনি হৈ **সেউজী পাতৰ কাহিনীত** ৰাম্না বৰুৱা হোৱাটো ছাৰৰ মতে "লেখকৰ ব্যক্তিগত বিশ্বাস আৰু সমাজচেতনাৰ এক উল্লেখযোগ্য পৰ্বান্তৰ।"

উপন্যাসিক বিৰিঞ্চি কুমাৰ বৰুৱাৰ "জীৱনবোধ আৰু প্ৰাণশক্তিৰ বিপুল ঐশ্চৰ্যৰ প্ৰমাণ" দাঙি ধৰি ড° গোহাঁই ছাৰে এই মন্তব্য কৰিছে– "অসমীয়া জনগণৰ হতাশা আৰু উদ্যমহীনতাৰ প্ৰায় প্ৰতিটো উৎস তেওঁ অভ্ৰান্তভাৱে আঙুলিয়াই দিছে। জনগণৰ মাজত থকা অক্ষয় সৃষ্টিশক্তিৰ আভাসো তেৱেঁই দিছে, কিন্তু অসমৰ কৃষক সমাজ তথা বৃহত্তৰ সমাজৰ পুনৰ্জাগৰণৰ সূত্ৰ তেওঁৰ দৰ্শনত নাই।" (ঐতিহ্য আৰু জীৱনৰ বাটত, **বিশ্বায়তন**, পৃঃ ২৯৮)

কিন্তু **সেউজী পাতৰ কাহিনীত** "বাস্তববাদী ধাৰাত নিবিড় উপলব্ধি আৰু পুঙ্খানুপুঙ্খ পৰ্য্যবেক্ষণৰ জৰিয়তে যিখন জগত ৰাম্না বৰুৱাই ৰচিলে, তাৰ মাজত কিন্তু এক প্ৰশ্নবোধক চিনৰ দৰে মূৰ দাঙি উঠিছে সংগ্ৰামৰ অনিবাৰ্য প্ৰয়োজন।" (পাতনি, **সেউজী পাতৰ কাহিনী**, পৃঃ ১৯)

ড° গোহাঁই ছাৰৰ সমালোচনাত দুয়োখন উপন্যাসত প্ৰকাশ পোৱা সমস্যা প্ৰকৃততে

একোখন সমাজৰ দুটা ভিন্ন প্ৰেক্ষাপট মাথোন। "দুয়োখন উপন্যাসতে একোটা কেন্দ্ৰীয় নাৰী চৰিত্ৰৰ যোগেদি মূৰ্ত হৈছে একোখন সমাজৰ শ্ৰেষ্ঠ নৈতিক আৰু আধ্যাত্মিক সম্ভাবনাসমূহ। তগৰৰ ক্ষেত্ৰত এই সম্ভাৱনা হ'ল সংযম তথা reserve-ৰ, ছানিয়াৰ ক্ষেত্ৰত বিদ্ৰোহ আৰু প্ৰতিবাদৰ। দুয়োটা ক্ষেত্ৰতে দেখা গৈছে সৎ, সুস্থ আৰু সুন্দৰ জীৱনৰ অন্বেষণেই উপন্যাস ৰচনাৰ মূল প্ৰেৰণা।" (পাতনি, **সেউজী পাতৰ কাহিনী**, পৃঃ ১১)

এনে সৎ, সুস্থ আৰু সুন্দৰ জীৱনৰ অন্বেষণ ড° গোহাঁই ছাৰৰ সাহিত্য সমালোচনাৰো মূল আধাৰ। আৰু সেইবাবেই হয়তো ছাৰে একেসময়তে আমাৰ সমাজ জীৱনৰো দিক্‌দৰ্শী তথা দূৰদৰ্শী সমালোচকৰ ভূমিকা পালন কৰি আহিব পাৰিছে। ❑

# অসমীয়া সমালোচনা সাহিত্যৰ বুৰঞ্জী এটি ৰূপৰেখা

• ড° আনন্দ বৰমূদৈ

**সমালোচনাৰ সূচনা ঃ**

সৃজনীশীল সাহিত্যৰ সমানে আধুনিক অসমীয়া সমালোচনা সাহিত্য চহকী নহয়। তাৰ এটা কাৰণ দেখ্‌দেখকৈ ওলাই আছে ঃ আধুনিক সাহিত্য সৃষ্টিতকৈ সমালোচনা সাহিত্য আগতীয়া হ'ব নোৱাৰে। আৰম্ভণিকালৰ অসমীয়া সাহিত্য সমালোচনা আছিল ঘাইকৈ সংস্কৃত সাহিত্য অথবা বৈষ্ণৱ যুগৰ সাহিত্যকেন্দ্রিক। গৌৰৱৰ কথা যে আজিৰ সমালোচনাৰ তুলনাত আজিৰ প্ৰায় ডেৰশ বছৰ আগতেই কমসংখ্যক হ'লেও উচ্চমানৰ সমালোচনা প্ৰকাশ পাইছিল। এটা চমৎকাৰ উদাহৰণ ১৮৫৪ চনৰ ডিচেম্বৰ সংখ্যা অৰুনোদইত প্ৰকাশিত "মহাকবি কালিদাসৰ জিবন ব্ৰিতান্ত" শীৰ্ষক ৰচনাখন। বৈষ্ণৱ যুগৰ কবিসকলৰ ৰচনাৰ মাজতে সোমাই থকা সমালোচনাত্মক মতামতসমূহ বাদ দিলে ১৮৪৯ চনৰ অক্টোবৰ সংখ্যা অৰুনোদইত প্ৰকাশিত আনন্দৰাম ঢেকিয়াল ফুকনৰ অসমীয়া ল'ৰাৰ মিত্ৰৰ দ্বিতীয় আৰু তৃতীয় ভাগৰ বিষয়ে হোৱা আলোচনাকে অসমীয়া সমালোচনা সাহিত্যৰ আৰম্ভণি বুলি ক'ব পাৰি। আধুনিক অসমীয়া সমালোচনা সাহিত্যৰ ধাৰাটো কবিতা, গল্প, উপন্যাস আদিৰ দৰে শক্তিশালী নিশ্চয় নহয়, কিন্তু অৰুনোদইৰ পাতত ঊনবিংশ শতিকাতে সমালোচনা সাহিত্যই গভীৰ প্ৰতিশ্ৰুতি বহন কৰিছিল। "মহাকবি কালিদাসৰ জিবন ব্ৰিতান্ত" (Life and Writings of the Poet Kalidas) এখন উচ্চমানৰ সমালোচনাত্মক ৰচনা। সাম্প্ৰতিক কালৰ অনেক সমালোচনাও বিষয়বস্তুৰ আমনিদায়ক বিৱৰণ আৰু ব্যাখ্যা হোৱাৰ বিপৰীতে উল্লিখিত ৰচনাত মহাকাব্যৰ সংজ্ঞা, কবি এগৰাকীৰ ভাষাৰ স্বকীয় বিশিষ্টতা, পাঠ সমীক্ষাত্মক অধ্যয়ন, সাহিত্যৰ নান্দনিক দায়িত্ব সম্পৰ্কীয় চিন্তা, মূল্য বিচাৰ আদিয়ে সমালোচনা সাহিত্যৰ বলিষ্ঠ আৰম্ভণিৰ সাক্ষ্য বহন কৰে। আৰম্ভণি কালৰ এই গভীৰ সম্ভাৱনা পৰৱৰ্তী কালত সঠিকভাবে বিকশিত হ'ল বুলিব নোৱাৰি। ইয়াৰ কাৰণ তাত্ত্বিক ভিত্তিৰ অভাৱ বুলি ক'ব পাৰি। সমালোচনাতত্ত্বই সাহিত্য বিচাৰৰ কাৰণে কিছুমান ভিত্তি তৈয়াৰ কৰি দিয়ে আৰু কোনো তাত্ত্বিক ভিত্তি নোহোৱাকৈ ব্যক্তি এগৰাকীয়ে কোনো সাহিত্য কৃতিৰ প্ৰতি নিজা প্ৰতিক্ৰিয়া প্ৰকাশ কৰি থাকিলে সি সকলোৰে বাবে কামত অহা সমালোচনা হোৱাৰ আশা

কম। অতি সাম্প্ৰতিক কালত সমালোচনাতত্ত্ব নিজেই সংকটাপন্ন হৈছে যদিও অসমীয়া সমালোচনা সাহিত্যৰ আলোচনা প্ৰসংগত তত্ত্বই যোগান ধৰা ভিত্তি অপ্ৰাসংগিক হোৱাৰ প্ৰশ্ন নুঠে। তত্ত্বৰ আধাৰত হোৱা সমালোচনাইহে অসমীয়া সমালোচনা সাহিত্যক সম্প্ৰতি কিছু প্ৰণালীবদ্ধ কৰিছে।

সমালোচনা প্ৰণালীবদ্ধ হ'বলৈ হ'লে সামগ্ৰিক হোৱাৰো প্ৰয়োজন। "কালিদাসৰ জিবন ব্ৰিতান্ত" ৰচনাখন তত্ত্বভিত্তিক সমালোচনা যদিও ই অসমীয়া ভাষাত সংস্কৃত সাহিত্যৰ সমালোচনা। পণ্ডিতসকলে কোৱা মতে সংস্কৃত নন্দনতত্ত্বত সমালোচনাৰ প্ৰয়োগিক দিশটো অনুপস্থিত। অৱশ্যে শেহতীয়াভাবে কোনো কোনো সমালোচকে ধ্বনি আৰু ৰসতত্ত্বৰ আধাৰত ইংৰাজী কবিতাৰ সাহিত্য বিচাৰ কৰাও চকুত পৰে। কিন্তু প্ৰাচ্য-পাশ্চাত্য নন্দনতত্ত্বৰ সংমিশ্ৰণত অসমীয়া সমালোচনাৰ বাবে কোনো তত্ত্বই গঢ় লৈ উঠা নাই। ভালেসংখ্যক সৃষ্টিশীল লিখক আৰু সমালোচকে নন্দনতত্ত্বৰ পৰিচয় জ্ঞাপক পুথি অসমীয়াত লিখাৰ পিছতো তেওঁলোকৰ নিজৰ সমালোচনা আৰু তত্ত্ব পৰস্পৰৰ সমান্তৰাল হৈ আছে। চুটিগল্প, উপন্যাস, আধুনিক নাটক আদিৰ শিল্পৰূপ অসমীয়া সাহিত্যই আধুনিক যুগ আৰম্ভ হোৱাৰ লগে লগে পশ্চিমীয়া সাহিত্যৰ পৰা গ্ৰহণ কৰাৰ লগতে সমালোচনাৰ তাত্ত্বিক ভিত্তিকো গ্ৰহণ কৰিছিল। সেই কথা ১৮৫৪ চনত প্ৰকাশিত "কালিদাসৰ জিবন ব্ৰিতান্ত"ৰ পৰাই অনুমান কৰিব পাৰি। তাত্ত্বিক ভিত্তি আলোচনাৰ বাবে ৰচনাখনৰ কিছু উদ্ধৃতিৰ প্ৰয়োজন।

কালিদাসৰ অভিজ্ঞান শকুন্তলা নাটকৰ বিষয়ে সমালোচকগৰাকীয়ে লিখিছে ঃ "ইয়াৰ আদি অৱধি-অন্ত পৰ্জন্ত সকলো ঠাইতে সুন্দৰ।" কেৱল নাটকৰে নহয়, সকলো ইউৰোপীয় সাহিত্য সমালোচনাৰে আদিগ্ৰন্থ আৰিষ্টটলৰ পয়েটিক্চ্। আদি, মধ্যভাগ আৰু অন্তৰ ধাৰণাসমূহ পয়েটিক্চত বিতংভাবে আলোচনা কৰা হৈছে আৰু সিবিলাকৰ সংজ্ঞা দিয়া হৈছে। সমালোচকে ভাৰতীয় ৰসতত্ত্ব বা ধ্বনিতত্ত্বৰ আধাৰত কালিদাসৰ নাটক সমালোচনা কৰা নাই। 'আদি অৱধি-অন্ত পৰ্জন্ত' নাটক এখন সুন্দৰ হ'বলৈ হ'লে নাটকৰ ঘটনাই আৰিষ্টটলে কোৱাৰ দৰে কাৰ্য-কাৰণ নীতি অনুসৰণ কৰি পৰিসমাপ্তি লাভ কৰিব লাগিব।

আৰিষ্টটলে ট্ৰেজেডি নাটকৰ নান্দনিক দায়িত্ব সম্পৰ্কে কৈছে যে ই দৰ্শকক এক বিশেষ ধৰণৰ আনন্দ দান কৰে। তেওঁৰ নাট্যতত্ত্বই দৰ্শকৰ প্ৰতিক্ৰিয়াক সামৰি লৈছে, অৰ্থাৎ চূড়ান্ত বিশ্লেষণত নাট্যতত্ত্ব অভিজ্ঞতালব্ধ (empirical)। অৰুনোদইৰ সমালোচকে পাঠক দৰ্শকৰ ওপৰত নাটকৰ প্ৰভাৱৰ দিশটো সামৰি কৈছে ঃ "তেওঁ কি উত্তমকৈ তিৰোতা আৰু পুৰুষৰ মিলন, বিৰহ প্ৰভ্ৰতি বৰ্ণাইছে। এইসকল বৰ্ণনা পৰ্হিলে মন একেবেলিএ ত্ৰিপ্তি হই।"

সাহিত্য সমালোচনাই উত্থাপন কৰা এটা প্ৰশ্ন হ'ল ঃ অনুবাদ পঢ়ি আমি বিদেশী সাহিত্য বুজিবলৈ আশা কৰিব পাৰোনে নোৱাৰো। অনুবাদৰ সীমাবদ্ধতা সম্পৰ্কে সজাগ সমালোচকগৰাকীয়ে লিখিছে ঃ "জাৰ্মানি দেশৰ গেটি চাহাবে শকুন্তলা নাটকৰ চোৰ উইলিয়ম জেঞ্চ চাহাবে কৰা তৰ্জমাৰে তৰ্জমা পৰ্হিও বৰ প্ৰসংসা কৰিছে; এতেকে সি আচল মূলখন পৰ্হিব সিনো ন কৰিব নে?" অনুবাদৰ অনুবাদে এগৰাকী মহৎ লিখকক দিয়া আনন্দদানৰ পৰা সমালোচকে নাটকখনৰ মহত্ত্ব প্ৰতিষ্ঠা কৰিছে।

সৃজনীশীল ৰচনাৰ ক্ষেত্ৰত সমালোচকগৰাকী স্বতঃস্ফূৰ্ততাৰ নীতিত বিশ্বাসী। অনান্দনিক কথাই সৃষ্টিৰ কামক প্ৰভাৱিত কৰিলে সাহিত্যকৃতিয়ে স্বতঃস্ফূৰ্ততা হেৰুৱায় আৰু শিল্পগত মানৰো সি অৱনতি ঘটায়। এনে বিশ্বাসৰ আধাৰতে কালিদাসৰ নলোদয় কাব্যৰ সাহিত্য বিচাৰ কৰি সমালোচকে কৈছে ঃ "ঘটকৰ্পৰ নামেৰে নৱৰত্নৰ এজন পণ্ডিতে জমক অলংকাৰেৰে ২২ টা শ্লোক ৰচনা কৰি এনে প্ৰতিগ্যা কৰিলে, 'জি ইয়াতকৈ উত্তম ৰূপে জমক কাব্য ৰচিব, তাৰ মই কলহৰ তলেৰে পানী আনিম।' বোধকৰো কালিদাসে এই গৰ্ব খৰ্ব কৰিবৰ কাৰণেহে এইখন পুথি ৰচিলে। কালিদাসে কথাৰ প্ৰতি দ্ৰিষ্টি ৰখাত এই পুথিৰ ভাব বৰ উত্তম নহ'ল।" সমালোচকগৰাকীৰ ভেদজ্ঞান চমৎকাৰ ঃ "ৰিতু সংহাৰ। এই কাব্যত গ্ৰিস্ম, বৰ্সা, বসন্ত প্ৰভ্ৰতি ৬ টা ৰিতু বৰ্ণনা হৈছে। জাৰ সি স্বভাও তাক বৰ্ণনা কৰাই কবিৰ প্ৰধান গুণ। আৰু এই গুনতি এ়ই পুথিত বিশেষ ৰূপে আছে। আগতকৈ গ্ৰিস্ম ৰিতুৰ বৰ্ণনাহে অতি মনোহৰ।"

আলোচ্য সমালোচনাটোৰ এটা উজ্জ্বল দিশ পাঠভিত্তিক সমালোচনা নীতিৰ প্ৰয়োগ। যি সমালোচনাই লিখক এজনে আচলতে কি লিখিছিল তাক যিমান দূৰ পাৰি সঠিকভাৱে নিৰ্ণয় কৰে তাক পাঠভিত্তিক সমালোচনা (textual criticism) বোলা হয়। অধ্যাপক মহেশ্বৰ নেওগদেৱে ইয়াৰ অসমীয়া ৰূপান্তৰ 'পাঠ সমীক্ষা' বুলি কৰিছে। অসমীয়াত পাঠ সমীক্ষাৰ বিষয়ে প্ৰথম কিতাপ ৰামচৰণ ঠাকুৰীয়াৰ **পাঠ সমীক্ষা শীৰ্ষক** (১৯৮১) আৰু ১৯৮৮ ত ডঃ মহেশ্বৰ নেওগদেৱৰ **পাঠ সমীক্ষা** ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগে প্ৰকাশ কৰিছে। ড° নেওগদেৱৰ **পাঠ সমীক্ষা** প্ৰকাশ পোৱাৰ এশ চৌত্ৰিশ বছৰ আগতেই **অৰুনোদইৰ** সমালোচকগৰাকীয়ে **কুমাৰ সম্ভৱ** কাব্যৰ সমালোচনাত পাঠ সমীক্ষাত্মক নীতি প্ৰয়োগ কৰাটো অসমীয়া সমালোচনা সাহিত্যৰ বাবে এক আশাব্যঞ্জক ঘটনা। সমালোচকজনে লিখিছে ঃ "এই পুথিৰ শেষ ভাগ অন্য কোনো লোকে ৰচনা কৰিছিল। কিন্তু কালিদাসৰ ওপৰত সাত সৰ্গ আৰু ইজন পণ্ডিতৰ শেষাংস কৰিলে, ইয়াক নিচেই জনা জাব, যে এই শেষ ভাগ লোপ পোৱা হেন ভাবিহে বঙ্গালি দেশৰ কোনো পণ্ডিতে ৰচিলে। কুমাৰ সম্ভৱ আৰু সিব পুৰাণ দুয়োতো প্ৰায় একে কথাই আছে। কিন্তু দুই-এক স্লোকো দুই পুথিৰ একে সমান। কালিদাস ইমান পণ্ডিত হই, যে সিব পুৰাণৰ স্লোক আপোন পুথিত দিছে, এনে সম্ভও নহ'ব। এই স্লোক আৰু কালিদাসৰ অন্য স্লোকৰ ৰচনা প্ৰায় মিলে। সিব পুৰাণৰ ৰচনা তেনে নহই। সিব পুৰাণ কুমাৰ সম্ভৱতকৈ প্ৰাচিন হই, নে নহই ইয়াত বৰ সংসই আছে" ইত্যাদি। **অৰুনোদই, আসাম বন্ধু** আদি আলোচনীত প্ৰকাশিত দুই-এক উচ্চমানৰ সাহিত্য সমালোচনাৰ পৰা অনুমান কৰিব পাৰি যে অসমীয়া সাহিত্য সমালোচনাৰ আৰম্ভণি উজ্জ্বল প্ৰতিশ্ৰুতিপূৰ্ণ আছিল। তাৰ কাৰণ মুষ্টিমেয় সেই সমালোচকসকলে সংস্কৃত সাহিত্যৰে হওক বা বৈষ্ণৱ যুগৰ সাহিত্যৰে হওক, একোজন লিখকৰ সাহিত্য কৃতিৰ সামগ্ৰিক বিচাৰ কৰিছিল। তেওঁলোক সমালোচনাতত্ত্বৰ লগত পৰিচিত আছিল। তত্ত্ব আৰু ঐতিহাসিক চেতনাই তেওঁলোকৰ সাহিত্য বিচাৰৰ ভিত্তি তৈয়াৰ কৰি দিছিল। এই বলিষ্ঠ আৰম্ভণি পৰৱৰ্তী কালত চুটিগল্প অথবা কবিতাৰ দৰে এটা শক্তিশালী ধাৰালৈ বিকশিত নোহোৱাৰ

কাৰণ আছে। আধুনিক অসমীয়া সাহিত্য সমালোচনা কেৱল সংস্কৃত অথবা বৈষ্ণৱ যুগৰ সাহিত্য সমালোচনা কৰি বিকশিত হ'ব নোৱাৰে আৰু আনহাতে আধুনিক সৃজনীশীল অসমীয়া সাহিত্যৰ অৱস্থাও নিচেই চালুকীয়া। সাহিত্যৰ ভেটি চালুকীয়া হৈ থাকোতেই সেই সাহিত্যৰ বিষয়ে প্ৰণালীবদ্ধ আৰু পূৰ্ণাংগ সমালোচনা আশা কৰিব নোৱাৰি। এই প্ৰসংগত কেইটামান তথ্যৰ ওপৰত চকু ফুৰালেই হয় ঃ চন্দ্ৰকুমাৰৰ "বনকুঁৱৰী" প্ৰকাশ পাইছে **জোনাকী**ৰ প্ৰথম সংখ্যাত ১৮৮৯ চন; গোহাঞিবৰুৱাৰ **ভানুমতী**ৰ প্ৰকাশ ১৮৯০-৯১; বেজবৰুৱাৰ **পদুম কুঁৱৰী** ১৮৯১; ৰজনীকান্ত বৰদলৈৰ **মিৰি জীয়ৰী** ১৮৯৫ আৰু **ৰহদৈ লিগিৰী** ১৯৩০; চুটিগল্প **জোনাকী**ত জন্ম হৈ **আৱাহন**তত বিকশিত হৈছে ইত্যাদি।

সমালোচনা সাহিত্য কোনো দ্বিতীয় শ্ৰেণীৰ লিখা নহয় আৰু ইয়ো আন সাহিত্যৰ দৰেই সাহিত্য বুলি স্বীকৃত হ'লেও এটা কথা ঠিক যে সমালোচনা আন কিতাপৰ বিষয়ে লিখা কিতাপ আৰু ই সাহিত্যক অধিক সমৃদ্ধ কৰিব পাৰে যদিহে সাহিত্য ইতিমধ্যে চহকী হৈ থাকে। আধুনিক অসমীয়া সাহিত্যৰ প্ৰতিষ্ঠা কালত পুথি পৰিচয় জাতীয় যিবিলাক আলোচনা বিভিন্ন আলোচনীৰ পাতত প্ৰকাশ পাইছিল তাৰ প্ৰায়বিলাকৰে চালিকা শক্তি আছিল এটা ঃ লিখকক আৰু লিখি অসমীয়া সাহিত্যৰ ভঁৰাল ভঁৰাবলৈ অনুপ্ৰাণিত কৰা। কিন্তু সৃষ্টিশীল লিখকসকলৰ মাজৰে দুই-এগৰাকীয়ে সাহিত্যৰ শিল্পৰূপ, আংগিক, কবিতাৰ ছন্দসজ্জা আদিৰ বিষয়ে গভীৰভাবে চিন্তা-চৰ্চা কৰিছিল। তেওঁলোকে লিখাৰ আগতে অথবা লিখি উঠি সাহিত্য আৰু জীৱনৰ সম্পৰ্ক, সাহিত্যৰ উদ্দেশ্য, জনজীৱনৰ ওপৰত ইয়াৰ প্ৰভাৱ আদি সম্পৰ্কে চিন্তা কৰিছিল। এনে সাহিত্য চেতনা অথবা সাহিত্যসজ্ঞানতাৰ বাবেই **বাঁহী**, **আৱাহন** আদি আলোচনীৰ পাতত সমালোচনা চহকী কৰা কিছুমান ৰচনা প্ৰকাশ পাইছিল।

**অৰুনোদই**ত সমালোচনাই প্ৰতিশ্ৰুতি বহন কৰাৰ পিছত সমালোচনাক সমৃদ্ধ কৰা মানুহজন লক্ষ্মীনাথ বেজবৰুৱা। তেওঁ বিশেষ কোনো সাহিত্য কৃতিৰ বিষয়ে কৰা সমালোচনাতকৈও তৎকালীন সাহিত্য সমালোচনাৰ বিষয়ে কৰা মন্তব্য আৰু সমালোচনা সম্পৰ্কীয় তেওঁৰ চিন্তাই পৰৱৰ্তী সমালোচনাক নিশ্চয় গভীৰভাৱে প্ৰভাৱিত কৰিছিল। বেজবৰুৱাই ক'লে ঃ "এই পৃথিৱীত যতবিলাক মস্কিলৰ কাম আছে তাৰ ভিতৰত সমালোচনা কৰাটোও এটা। কিন্তু আশ্চৰ্যৰ বিষয় এইহে যে সেইটো কাম সৰহভাগ মানুহে ইমান ঢিলা বুলি ভাবে যে খেৰণিয়ে বননিয়ে সমালোচক।" বেজবৰুৱাৰ সুৰতে পৰৱৰ্তী কালত ডিম্বেশ্বৰ নেওগদেৱে কৈছিল যে অসমীয়া সাহিত্যত যিকোনো হাটৰুৱা বাটৰুৱাই সমালোচক। বেজবৰুৱাৰ উক্তিয়ে সেই সময়ৰ সমালোচনা সাহিত্যৰ অৱস্থাক প্ৰকট কৰি তুলিছে। উক্তিটো এইদৰেও ব্যাখ্যা কৰিব পাৰি যে সেই সময়ত অসমীয়া সাহিত্যৰ লগত জড়িত সকলো লোকেই সমালোচক অথবা কোনোৱেই সমালোচক নহয়। কোনো লিখকে কেৱল সাহিত্য সমালোচনাক নিজৰ একমাত্ৰ অথবা প্ৰধানসাহিত্য কৰ্ম বুলি গ্ৰহণ কৰা নাই. দ্বিতীয় কথা হ'ল সৃজনীশীল সাহিত্যৰ দৰে সমালোচনাও কাকত-আলোচনীকেন্দ্ৰিক। যি কিতাপকে সম্পাদকলৈ লিখকে পঠাই দিয়ে তাৰে এটা পৰ্যালোচনা সম্পাদকে নিজে লিখি অথবা

আনৰ হতুৱাই লিখাই প্ৰকাশ কৰে। এই ধৰণে কৰা সমালোচনা কেতিয়াও পূৰ্ণাংগ আৰু প্ৰণালীবদ্ধ নহয়। কাকত-আলোচনীত হোৱা পুথি পৰিচয়সমূহে পাঠকক কিতাপ এখন ওলাল বুলি খবৰটো দি কিতাপখনৰ চমু পৰিচয় এটা দাঙি ধৰে।

অসমীয়া কাকত-আলোচনীত পুথি পৰিচয় গোটেই বিংশ শতিকাটোতে সুলভ বুলি ক'ব লাগিব আৰু এই পুথি পৰিচয় সমালোচনা সাহিত্যৰো আদিপৰ্ব। কিন্তু এই শতিকাৰ পঞ্চাশৰ দশকৰ আগতেই সাহিত্য চেতনা আৰু সমালোচনাৰ ক্ষেত্ৰত অনেক পৰিৱৰ্তনো ঘটিছিল। বাঁহী, আৱাহন আদি আলোচনীৰ পাতত সৃষ্টিশীল লিখকে গম্ভীৰভাৱে সমালোচনাৰ বিষয়ে চিন্তা কৰা দেখা যায়। লক্ষ্মীনাথ বেজবৰুৱাৰ চিন্তা এই ক্ষেত্ৰত গুৰুত্বপূৰ্ণ। সামগ্ৰিকভাৱে বেজবৰুৱাৰ সাহিত্য চিন্তাক জাতীয়তাই প্ৰভাৱিত কৰিলেও সাহিত্য সমালোচনা বিষয়ে কৰা চিন্তাত এক আধুনিক মনৰ বস্তুনিষ্ঠতা দেখা পোৱা যায়। এই চিন্তাৰ লগত মেথ্যু আৰ্ণল্ডৰ চিন্তাৰ মিল থকাৰ উপৰিও অতি সাম্প্ৰতিককালৰ চিন্তাৰ মিলো বিচাৰি পাব পাৰি। সমালোচকৰ দায়িত্ব আৰু কৰ্তব্যৰ বিষয়ে বেজবৰুৱাই কোৱা কথাৰ পৰা সিদ্ধান্ত কৰিব পাৰি যে সমালোচনা বস্তুনিষ্ঠ হোৱাটো একান্ত প্ৰয়োজনীয় বুলি তেওঁ বিবেচনা কৰিছিল। 'লিখকৰ মুখৰ পিনে চাই' কৰা সমালোচনাক তেওঁ ব্যংগ কৰিছিল। ধেমেলীয়া সুৰত কোৱা এই কথাষাৰ গুৰুত্বপূৰ্ণ। মেথ্যু আৰ্ণল্ডে সমালোচনা ব্যক্তিমুখী হ'ব নেলাগে বুলি কৈছিল। পৰৱৰ্তী কালত এলিয়টেও কৈছিল যে সমালোচনা সাহিত্য কৃতিৰ বিষয়ে হ'ব লাগে; সাহিত্যিকৰ বিষয়ে হ'ব নেলাগে। বেজবৰুৱাৰ নিজৰ সমালোচনাৰ তাত্বিক ভিত্তিত মেথ্যু আৰ্ণল্ড বুলি ক'ব নোৱাৰি, কেৱল ইয়াকেহে ক'ব পাৰি যে তেওঁ হাঁহিৰ ছলেৰে কৰা মন্তব্য একোটাও সমালোচনাৰ ক্ষেত্ৰত সৰ্বোচ্চ উৎকৰ্ষ সাধনৰ সহায়ক হ'ব পাৰে। তৎকালীন সাহিত্য সমালোচনাক লৈ বেজবৰুৱা সন্তুষ্ট হ'ব পৰা নাছিল। সেইবাবে তেওঁ লিখিছিল ঃ "কোনো কেনো সম্পাদকে আকৌ সমালোচনা মানে গালি বুলি বুজি লৈছে।" কেৱল প্ৰশংসা কৰা সমালোচকৰ কথা ক'বলৈ গৈ বেজবৰুৱাই লিখিছেঃ "তেওঁৰ কাপৰ আগৰ পৰা পানী নিদিয়া প্ৰশংসাহে ধাৰ নিছিগাকৈ বয়।" সমালোচক এজনৰ গাত থাকিবলগীয়া গুণৰ বিষয়ে বেজবৰুৱাই কৈছে ঃ "সমালোচক হ'বলৈ যোৱাজনৰ গাত অপক্ষপাতিতা, গুণগ্ৰাহিতা আৰু ধৰ্মজ্ঞান থাকিব লাগে আৰু প্ৰচলিত হিংসাকুৰীয়া স্বভাৱটো থাকিব নালাগে।" ইয়াতো বেজবৰুৱাই বস্তুনিষ্ঠ সমালোচনাৰ কথাকে কৈছে।

বাঁহীৰ প্ৰথম বছৰ চতুৰ্থ সংখ্যাৰ এটা প্ৰবন্ধত বেজবৰুৱাই সমালোচনা সম্পৰ্কে কোৱা এষাৰ কথাৰ লগত সাম্প্ৰতিক কালৰ এগৰাকী প্ৰখ্যাত সমালোচকৰ চিন্তাৰো মিল আছে। বেজবৰুৱাই কৈছে ঃ "ধৰ্ম, সমাজ, আচাৰ-ব্যৱহাৰ আদি সকলোৰে এটি প্ৰচলিত বান্ধোন থকা দৰে সাহিত্য ৰচনাৰো এটা প্ৰচলিত বান্ধোন আছে।" এই প্ৰচলিত বান্ধোননো কি হ'ব পাৰে? এই বান্ধোনক আমি সাহিত্য পৰম্পৰা (literary convention) বুলি ক'ব নোৱাৰোনে। সংগঠনবাদী সমালোচক জনাথন কুলেৰে (Jonathan Cweller) তেনে এটা সমস্যাকে আলোচনা কৰিছে। তেওঁ কৈছে ঃ "এনে এজন মানুহ কল্পনা কৰা যি ইংৰাজী ভাষাটো জানে কিন্তু যাৰ সাহিত্যৰ কোনো ধৰণৰ জ্ঞান নাই।.... তেওঁক কবিতা

এটা দিলে তেওঁ থতমত খাব। শব্দ আৰু বাক্যবোৰ তেওঁ নিশ্চয় বুজিব, কিন্তু এই আচহুৱা বস্তুটো কি তেওঁ বুজি নাপাব। ভাষাৰ এই অদ্ভুত নিৰ্মাণটো কিনো কৰিব লাগে তেওঁ তাকো নুবুজিব। অভিজ্ঞ পাঠকৰ জটিল জ্ঞানৰ পদ্ধতিটো তেওঁৰ ক্ষেত্ৰত অনুপস্থিত। এই পদ্ধতিটো হৈছে কেতবোৰ নীতি আৰু পৰম্পৰা।" বেজবৰুৱাই এই কথা ভালদৰে উপলব্ধি কৰিছিল যে ৰসজ্ঞ পাঠক আৰু সমালোচকৰ কাৰণে এই সাহিত্য পৰম্পৰাৰ লগত পৰিচয় একান্ত আৱশ্যকীয়।

কুৰি শতিকাৰ দ্বিতীয় দশকৰ শেষৰ ফালে অসমীয়া সাহিত্য সমালোচনাত দুই-এক সমালোচকে চেগা-ছোৱোকাকৈ হ'লেও সাহিত্য সম্পৰ্কীয় কেতবোৰ গুৰুত্বপূৰ্ণ প্ৰশ্ন উত্থাপন কৰে। সাহিত্য আৰু জীৱন, সাহিত্য আৰু নৈতিকতা, সাহিত্যই দান কৰা নান্দনিক আনন্দ, সাহিত্যিকৰ সামাজিক দায়িত্ব, সাহিত্যৰ শিল্পৰূপ নিৰ্মাণ আদি বিষয়ৰ চিন্তা সমালোচনাৰ মাজেদি প্ৰকাশ পাবলৈ আৰম্ভ কৰে। ১৮৫৪ শকৰ জেঠ সংখ্যা আৱাহনত প্ৰকাশিত হলীৰাম ডেকাৰ নাটক সমালোচনা, ১৮৫৪ শকৰ শাওণ সংখ্যাত প্ৰকাশিত ৰজনীকান্ত বৰদলৈৰ উপন্যাসৰ সঁজুলি বিষয়ৰ সমালোচনা, আৱাহনৰ তৃতীয় বছৰ, অষ্টম সংখ্যাত হিতেশ্বৰ বৰবৰুৱাই কবি আৰু কাব্যৰ বিষয়ে কৰা সমালোচনা ইত্যাদিৰ কথা উদাহৰণ স্বৰূপে ল'ব পাৰি। এই ধৰণৰ সাহিত্য চিন্তা আৰু সমালোচনাৰ পৰা ঠাৱৰ কৰিব পাৰি যে ডঃ বাণীকান্ত কাকতিয়ে অসমীয়া সাহিত্য সমালোচনাক প্ৰণালীবদ্ধ কৰিবলৈ কৰা চেষ্টাৰ সময়তে আন সৃজনীশীল লিখকেও সমালোচনাৰ প্ৰতি মনোযোগ দিছিল।

ডঃ বাণীকান্ত কাকতিৰ (১৮৯৪-১৯৫২) সময়লৈকে অসমীয়া সমালোচনা সাহিত্য শৃংখলাবদ্ধ হোৱা নাছিল। তাৰ কাৰণ সমালোচনাৰ আলোচনী আৰু কাকত নিৰ্ভৰশীলতা। সম্পাদকলৈ যি কিতাপ পঠোৱা হয় তাৰে পৰিচয়জ্ঞাপক আলোচনা প্ৰকাশ পাইছিল। দ্বিতীয় কথা ডঃ কাকতিৰ আগলৈকে কোনো লিখকে সমালোচনাক গুৰুত্বসহকাৰে লোৱা নাছিল। ডঃ কাকতি সৃজনীশীল লিখক নহৈ ভাষাতত্ত্ববিদ আৰু বিস্তৃত অধ্যয়নপুষ্ট পুণ্ডিত হোৱা বাবে আৰু সমালোচনাক তেওঁ গুৰুত্বসহকাৰে লোৱা বাবে অসমীয়া সাহিত্য সমালোচনাক তেওঁ বহুদূৰ প্ৰণালীবদ্ধ কৰি যাব পাৰিলে।

**সমালোচনা (১৯৫০-২০০০)**

পাৰ হ'বলৈ ধৰা পঞ্চাশ বছৰৰ অসমীয়া সাহিত্য সমালোচনাৰ ছবিখন এফালৰ পৰা পূৰ্বৰ ডেৰশ বছৰতকৈ অধিক বৈচিত্ৰ্যপূৰ্ণ আৰু আশাউদ্দীপক : ডঃ বাণীকান্ত কাকতি, সূৰ্য কুমাৰ ভূঞা, বিৰিঞ্চি কুমাৰ বৰুৱা আদিয়ে এৰি যোৱা সমালোচনা পৰম্পৰা এই পঞ্চাশ বছৰত অধিক সমৃদ্ধ হ'ল। সাহিত্য সমালোচনাৰ কথা ক'বলৈ হ'লে ডঃ বাণীকান্ত কাকতিয়ে এৰি যোৱা ঐতিহ্যৰ পৰাই আৰম্ভ কৰিব লাগিব। ডঃ কাকতিয়ে অসমীয়া সাহিত্য সমালোচনাক প্ৰণালীবদ্ধ কৰিবলৈ যাওতে যি নীতি আৰু পদ্ধতি প্ৰয়োগ কৰিছিল, সিবিলাকে পৰৱৰ্তী সমালোচকক সহায় কৰিছে। সমালোচনানো কি আৰু কেনে হোৱা উচিত সেই বিষয়ে বেজবৰুৱাৰ সাহিত্যকৃতি বিচাৰত ড° কাকতিয়ে লিখিছে : "... প্ৰত্যেক সমালোচনাৰ ৰীতি হৈছে প্ৰত্যেক ৰচনাকেই সাহিত্যৰ ফালৰ পৰা গাইগোটা হিচাপে গুণাগুণ বিচাৰ কৰি

আটাইবোৰ ৰচনাৰেই সমষ্টিগতভাৱে মূল সূত্ৰ বিচাৰ কৰাটো। সমালোচক গৰাকীয়ে নিজৰ সমালোচনাত এই নীতি মানি চলিছিল। উদাহৰণস্বৰূপে ডঃ কাকতিয়ে মাধৱদেৱৰ নামঘোষাৰ সমালোচনাটো কেৱল নামঘোষাৰ সাহিত্য বিচাৰতে আবদ্ধ ৰখা নাই : "এপিনে যেনেকৈ মাধৱদেৱে নিজৰ ৰচিত গীত, নাটক আদিত বাৎসল্য ভক্তিৰ পৰাকাষ্ঠা দেখুৱাইছে, আনপিনে তেনেকৈ নামঘোষাতো হৃদয়ৰ ভক্তিৰ আবেগ ঢালি দি দাস্যভাৱক কবিত্বৰ চৰমসীমালৈ লৈ গৈছে। ড° কাকতিৰ সমালোচনাক ড° হীৰেন গোহাঁই আৰু ড° দিলীপ বৰুৱাই ৰোমাণ্টিক নন্দনতত্ত্বৰ লগত জড়িত বুলি উল্লেখ কৰিছে। ড° গোহাঁয়ে কাকতিদেৱৰ সাধনাৰ উৎস ভিক্টোৰীয় যুগৰ কৰ্মসংস্কৃতি বুলিও উল্লেখ কৰিছে। কাকতিদেৱৰ পুৰণি অসমীয়া আৰু আধুনিক অসমীয়াৰ সমালোচনা পঢ়িলে তেওঁৰ সমালোচনাৰ মূল ভিত্তি কেৱল ৰোমাণ্টিক নন্দনতত্ত্ব যেন নালাগে। তেওঁৰ সাহিত্য বিচাৰত ক্লাছিকেল, ৰোমাণ্টিক আৰু আধুনিক সমালোচনাৰ কেতবোৰ মূল ভিত্তি ক্ৰিয়াশীল হৈ থকা দেখা যায়।

"সাহিত্যত কৰুণ ৰস" শীৰ্ষক ৰচনাত ডঃ কাকতিয়ে কৈছে : "কবিতা বোলা বস্তুটো মানুহে ইচ্ছা কৰিলেই মেজ, মাচিয়া আদিৰ দৰে সাজিব নোৱাৰে। কবিতা প্ৰকৃত মানুহৰ হৃদয়ত আপোনা আপুনি সৃষ্টি হয়।" কবিতা প্ৰকৃত মানুহৰ হৃদয়ত আপোনা আপুনি সৃষ্টি হয় বুলিকৰা উক্তিত পোনপটীয়াকৈ ৱৰ্ডছ্ৱৰ্থৰ কাব্যতত্ত্বৰ প্ৰভাৱ পৰিছে। লিৰিকেল বেলাড্‌চৰ পাতনিত ৱৰ্ডছ্ৱৰ্থে লিখিছিল : "কবিতা শক্তিশালী আবেগৰ স্বতঃস্ফূৰ্ত প্ৰকাশ : শান্ত অৱস্থাত অনুভূতি ৰোমন্থনৰ পৰাই ইয়াৰ উৎপত্তি।"

"ভৱিষ্যৎ অসমীয়া সাহিত্য" প্ৰবন্ধত ড° কাকতিয়ে লিখিছে : "ধৰ্মক মানৱ সমাজৰ কানি ৰবিহ বুলি গালিপৰা হৈছে। যদি ধৰ্ম কানি স্বৰূপ হ'ল (অসম ৰাজ্যত কানি নিবাৰণী অভিযানো চলিছে) তেন্তে তাৰ ঠাই পূৰাব পৰা নতুন আদৰ্শও বিচাৰি উলিয়াব লাগিব। ... এই কাম গাইগুটীয়া চিন্তাশীল লোক আৰু কৰ্মীৰ হাতত এৰি দিব নোৱাৰি। ৰাষ্ট্ৰৰ সহায়েৰে সাহিত্য সংস্থা পাতি সজ্ঞানে সাহিত্যিক প্ৰচেষ্টা কৰিবলৈ মানুহক উৎসাহ আৰু প্ৰেৰণা যোগাব লাগিব।" সাহিত্যক ধৰ্মৰ বিকল্প হিচাপে কল্পনা কৰা কথাটোৰ লগত মেথ্যু আৰ্ণল্ডৰ সাহিত্য চিন্তাৰ মিল আছে। ধৰ্ম আৰু বিজ্ঞানৰ দ্বন্দ্বত মানুহৰ মনৰ ওপৰত ধৰ্মৰ প্ৰভাৱ কমি আহিবলৈ ধৰাত আৰ্ণল্ডে ধৰ্মৰ বিকল্প হিচাপে কবিতা বা সাহিত্যক কল্পনা কৰিছিল। তেওঁ কৈছিল : "বাৰ্ধিক্য হাৰত মানব জাতিয়ে দেখা পাব যে প্ৰাণপ্ৰাচুৰ্য যোগানৰ বাবে, সান্ত্বনাৰ বাবে আৰু জীৱনৰ ব্যাখ্যা বিচাৰি আমি কবিতাৰ কাষ চাপিব লগা হৈছে।"

ধৰ্ম, বিজ্ঞান আৰু সাহিত্য সম্পৰ্কীয় যি আলোচনা ড° কাকতি আৰু আৰ্ণল্ডে আগবঢ়াইছে সি সাহিত্যতত্ত্ব আৰু সমালোচনাৰ ক্ষেত্ৰত গুৰুত্বপূৰ্ণ। দুয়ো বিজ্ঞানৰ যুগতো সাহিত্যৰ ন্যায্যতা প্ৰতিপন্ন কৰিবলৈ বিচাৰিছে। ইংৰাজ ৰোমাণ্টিক কবিসকলৰ প্ৰতি ড° কাকতিৰ বিশেষ আগ্ৰহ থাকিলেও (ৰচনাৱলীৰ সম্পাদকীয় পাতনিত ড° মহেশ্বৰ নেওগদেৱেও ব্যক্তিগত সান্নিধ্যৰ পৰা এই কথা উল্লেখ কৰিছে) তেওঁৰ সাহিত্য বিচাৰৰ ভিত্তি ৰোমাণ্টিক নন্দনতত্ত্বত সীমাবদ্ধ নাছিল। অসমীয়া সাহিত্যৰ ভৱিষ্যৎ ৰূপ কেনে ধৰণৰ হ'ব তেওঁ তাক অনুমান কৰিব পাৰিছিল বাবেই ধৰ্ম, বিজ্ঞান আৰু সাহিত্যৰ সম্পৰ্কৰ কথা চিন্তা

কৰিছিল।

সমালোচক এজনে লিখক এজনৰ সাহিত্যকৃতিৰ বিচাৰ কৰি সাহিত্যৰ ইতিহাসত তেওঁৰ স্থান নিৰ্ণয় কৰাটো এটা গুৰুত্বপূৰ্ণ কাম। এনে কামৰ বাবে এলিয়টে খুইনবাৰ্ণক অসম্পূৰ্ণ সমালোচক (imperfect critic) বুলি কৈয়ো প্ৰশংসা কৰিছে। এই ধৰণৰ কাম ড° কাকতিয়েও কৰিছে : "...গোপাল মিশ্ৰ নামে বৈষ্ণৱ পণ্ডিত এজনাৰ 'ঘোষাৰত্ন' নামে অসমীয়া পদত লিখা প্ৰায় সমবিষয়ক গ্ৰন্থ এখন আছে। কিন্তু ভাষাৰ সৌষ্ঠব, ভাবৰ ঐক্য, একাগ্ৰতা আৰু প্ৰগাঢ়তাত ই 'নামঘোষা'ৰ বহুত তলৰ শ্ৰেণীৰ পুথি; আৰু যি যি গুণৰ অৱস্থিতিয়ে 'নামঘোষা'ক বিচাৰ গ্ৰন্থৰ শাৰীৰ পৰা সাহিত্যৰ ভিতৰলৈ আনে 'ঘোষাৰত্ন'ত সেইবোৰ সমূলি অবৰ্তমান।" ড° কাকতিৰ বিচাৰত একশৰণ ধৰ্মৰ মাহাত্ম্য প্ৰতিষ্ঠাপক গ্ৰন্থ 'নামঘোষা'ত বাজে অসমীয়া ভাষাত আৰু দ্বিতীয় নাই। শংকৰদেৱৰ 'কীৰ্ত্তন', 'ভক্তি ৰত্নাকৰ' আৰু ভট্টদেৱৰ 'ভক্তি বিবেক'ৰ ওপৰ তেওঁ 'নামঘোষা'ক স্থান দিছে। নতুন অসমীয়া সাহিত্যৰ বিচাৰতো তেওঁৰ মতামত স্পষ্ট : "ঊনৈশ শতিকাৰ সাহিত্যৰ আদৰ্শৰে গঠিত হোৱাসকলৰ ভিতৰত শ্ৰেষ্ঠ কবি শ্ৰীযুত ৰঘুনাথ চৌধাৰী আৰু কুৰি শতিকাৰ নানা ধৰণৰ ভাবৰ সমাবেশেৰে পুষ্ট হোৱা আদৰ্শৰ সৌন্দৰ্যৰ সহায়েৰে আমাৰ আগত দাণ্ডি ধৰাসকলৰ ভিতৰত শ্ৰেষ্ঠ কবি শ্ৰীযুত যতীন্দ্ৰনাথ দুৱৰা।"

ড° কাকতিয়ে কলাৰ বাবে কলা বুলি বিশ্বাস কৰা নাছিল। 'আমাৰ নতুন সাহিত্য' শীৰ্ষক প্ৰবন্ধত তেওঁ কলা-সাহিত্যৰ নৈতিক আৰু সামাজিক উদ্দেশ্যক স্বীকাৰ কৰিছে : "নতুনকৈ উঠি অহা আমাৰ ল'ৰা-ছোৱালীবিলাকক যদি লিখা-পঢ়া শিকাই স্বদেশপ্ৰীতি, সাম্যভাব, উদাৰতা আদি আদৰ্শ উপলব্ধ কৰাব পৰা যায় তেনেহ'লে আমাৰ উদ্দেশ্য সফল হ'বলৈ পলম নালাগে। ... আজিকালি জগতত সমাজ সচেতন সাহিত্যৰ ঢল হৈছে। অসমীয়া লিখকেও সমাজৰ অভাৱ-অভিযোগবিলাক আৰু আৰ্থিক অনাটনে সৃষ্টি কৰা দ্বন্দ্ববিলাক আলোচনা কৰি অসাম্য, স্বাৰ্থপৰতা আদি কেৰোণবিলাক নিপাত কৰিবলৈ চেষ্টা কৰিব লাগিব।" কলা-সাহিত্যৰ আনন্দদানৰ দিশটোৰ ওপৰত তেওঁ এইবাবেই গুৰুত্ব দিছে যে আনন্দদান কৰিব নোৱৰা সাহিত্য কলাৰ সামাজিক উদ্দেশ্য পূৰণ হোৱাৰ আশা নাই : "মনত লগা কৰি দিব নোৱাৰিলে অকল উপদেশ বা নিৰ্দেশে কাম নিদিয়ে।" **শোণিতকুঁৱৰী** নাটৰ সমালোচনাত তেওঁ এঠাইত এই বুলি কৈছে : "তৃতীয় অংকৰ পিছত মানুহ ভাওনা ঘৰৰ পৰা ওলাই যাবও পাৰে।"

আধুনিক অসমীয়া সাহিত্য সমালোচনাত ড° কাকতিৰ **শোণিতকুঁৱৰী** নাটৰ সমালোচনাটো গুৰুত্বপূৰ্ণ। এই সমালোচনাটোৱে দুটা কথাৰ ওপৰত বিশেষ গুৰুত্ব আৰোপ কৰিছে : লিখক আৰু সমালোচক বস্তুনিষ্ঠ হ'ব লাগে আৰু আত্মসচেতন হ'ব লাগে। বেজবৰুৱাৰ সুৰতে তেওঁ তৎকালীন অসমীয়া সমালোচনা সাহিত্যৰ পুতৌ লগা অৱস্থাৰ কথা উল্লেখ কৰিছে : "আমাৰ বৰ্তমান সাহিত্যৰ কেতবোৰ নামজ্বলা মানুহৰ ভিতৰত উৰুঙা প্ৰশংসো পত্ৰেৰে ফাকুৱা খেলা ৰীতি চলিত হ'ব লাগিছে। ....ইটিয়ে সিটিৰ গাত প্ৰশংসা ছটিয়াই দিয়া নিয়মৰ প্ৰচলন হ'বলৈ ধৰাত ভালেমান সাহিত্যসেৱী ডেকা ল'ৰাৰ ভিতৰত মানসিক

আৰু নৈতিক দুৰ্বলতা এটি সোমাব ধৰিছে।"

সমালোচক হিচাপে ডº কাকতিয়ে নতুন লিখক এজনৰ স্বকীয় বিশিষ্টতা, মৌলিকত্ব আৰু সম্ভাৱনাক দেখা পাইছিল। শোণিতকুঁৱৰীৰ সমালোচনা তাৰ উৎকৃষ্ট উদাহৰণ। তেওঁৰ মৰ্যাদাৰ এগৰাকী সমালোচকে তৰুণ নাট্যকাৰ এজনৰ নাটকখনৰ সূক্ষ্মাতিসূক্ষ্ম বিশ্লেষণ আৰু বিচাৰ কৰাটো মন কৰিবলগীয়া। তেওঁ নাটকখনৰ উজ্জ্বল দিশসমূহ উল্লেখ কৰিছে আৰু ত্ৰুটিসমূহ উদঙাই দেখুৱাইছে। তেওঁ ক'লে ঃ "..... বৰ্তমান নাটখনিৰ মূল্য যিয়েই নহওঁক, আগলৈ তেখেতৰ পৰা আমাৰ সাহিত্য সম্পদ বঢ়োৱা বস্তু পাম।" কাকতিদেৱে প্ৰকাশ কৰা আশাকজ্যোতিপ্ৰসাদে পূৰণ কৰিলে। ডº কাকতিৰ এই নাটক সমালোচনাত আৰিষ্টটলীয় নীতি অথবা ধ্ৰুপদী অনুশাসন চকুত পৰে। সমালোচকে নাটকখনৰ যিখিনি ত্ৰুটি আঙুলিয়াই দেখুৱাইছে সেইখিনি কাহিনীৰ শিথিলতাৰ ত্ৰুটিঃ "লেলেতীয়া কথা থাকিলে ঘটনাক্ৰমৰ চলনত বাধা জন্মে। .... চিত্ৰলেখাৰ দীঘলীয়া স্বগত বচনৰ লগত নাটকীয় কোনো ঘটনাৰ সম্বন্ধ নাই। ঘটনাৰ উল্লেখ বা পাৰম্পৰ্যৰ লক্ষ্য নকৰাত তাত হঠাৎকাৰিতাৰ দোষ পৰিছে। নাটত সাক্ষাৎ বা পৰোক্ষ ঘটনাৰ উল্লেখ লাগিবই। ঘটনাৰ চেপা খুন্দাৰেহে চৰিত্ৰ দেখুৱাব লাগে, নহ'লে নাট আৰু কবিতাৰ প্ৰভেদ নাথাকে।"

ডº কাকতিয়ে পুৰণি অসমীয়া সাহিত্যৰ সমালোচনাৰে অসমীয়া মানুহক সেই সাহিত্যৰ বিশিষ্টতা আৰু মহত্ত্ব আঙুলিয়াই দি তাক লৈ জাতিটোক গৌৰব কৰিবলৈ শিকালে। আধুনিক অসমীয়া সাহিত্যৰো প্ৰণালীবদ্ধ আলোচনা কৰিবলৈ পছিমীয়া সমালোচনা তত্ত্বৰ পৰা সাহিত্য বিচাৰৰ ভিত্তি গ্ৰহণ কৰিলে। ৰঘুনাথ চৌধাৰী, অম্বিকাগিৰী ৰায়চৌধুৰী, যতীন্দ্ৰনাথ দুৱৰা আদি যিসকল কবি-সাহিত্যিকৰ শ্ৰেষ্ঠত্ব ডº কাকতিয়ে আঙুলিয়াই দি গৈছিল সেইসকলৰ শ্ৰেষ্ঠত্ব পৰৱৰ্তী সমালোচকসকলেও নিজা আলোচনা-সমালোচনাৰ অন্তত মানি লৈছে। সমালোচনা ক্ষেত্ৰত তেওঁ দেখুৱাই যোৱা বাট, অৰ্থাৎ কিতাপ এখনক সুকীয়াকৈ আৰু লিখকজনৰ আন সকলো ৰচনাৰ সম্পৰ্কত বিচাৰ কৰা, সাহিত্যৰ বুৰঞ্জীত কিতাপ এখনৰ স্থান নিৰ্ণয় কৰা আদি নীতি তেওঁৰ পিছৰ সমালোচকেও স্বীকাৰ কৰি লৈছে। বিস্তৃৰ অধ্যয়ন আৰু পাণ্ডিত্যৰ লগতে সূক্ষ্ম ৰসবোধ থকাৰ বাবে সমালোচক ডº কাকতিয়ে যিকোনো সাহিত্য কৃতিক বহল প্ৰেক্ষাপটত থৈ বিচাৰ কৰিব পাৰিছিল আৰু তুলনামূলক বিচাৰেৰে সাহিত্য কৃতিৰ স্বকীয় বিশিষ্টতা আঙুলিয়াই দেখুৱাব পাৰিছিল। সমালোচনা তত্ত্বৰ গভীৰ অধ্যয়নে তেওঁৰ সাহিত্য বিচাৰৰ ভিত্তি তৈয়াৰ কৰি দিছিল।

১৯৫০ চনৰ আগতেই সমালোচনা সাহিত্যৰ যিটো ভেটি অসমীয়া সাহিত্যত গঢ়ি উঠিছিল তাত ডঃ কাকতিৰ লগতে ডিম্বেশ্বৰ নেওগদেৱৰ নামো বিশেষভাৱে উল্লেখযোগ্য। "নতুন পোহৰত অসমীয়া সাহিত্যৰ বুৰঞ্জী" অসমীয়া সাহিত্যৰ অমূল্য সম্পদ এইখনতে সমালোচক নেওগৰ বিশিষ্টতা ফুটি উঠিছে। সাহিত্য বিচাৰ কৰি স্পষ্ট মতামত দিয়াটো সমালোচক নেওগৰ বিশিষ্টতা আৰু তেওঁৰ পাণ্ডিত্যই যিকোনো পাঠকৰ শ্ৰদ্ধা দাবী কৰে। অসমীয়া সমালোচনা সাহিত্যক লৈ তেওঁ সুখী হ'ব পৰা নাছিল আৰু ই প্ৰশংসা অথবা নিন্দা হোৱাটো তেওঁ দুখেৰে লক্ষ্য কৰিছিল। বেজবৰুৱাৰ সুৰতে সুৰ মিলাই তেওঁ কৈছিল

ঃ "সম্প্ৰতি সাহিত্য সমালোচনা উদ্দণ্ড; ইংৰাজী সাহিত্য সমালোচনাৰ অ'ৰ ত'ৰ দুফাকি কথা তুলি দিব পাৰিলেই বাটৰ বাটৰুৱাও অসমীয়া সাহিত্যৰ সমালোচক।" কিন্তু সমালোচক হিচাপে তেওঁ নিজেও নতুন অসমীয়া সাহিত্যৰ বিশেষ প্ৰতিশ্ৰুতি দেখা পোৱা নাছিল। নতুন লিখকৰ সাহিত্য বিচাৰত লিখক এজনৰ স্বকীয় বিশিষ্টতাতকৈ ত্ৰুটিসমূহহে সমালোচকগৰাকীৰ চকুত পৰিছিল। যতীন্দ্ৰনাথ দুৱৰাৰ বিষয়ে নেওগে লিখিছে ঃ "অমৰ ওমৰক যেনেকৈ ফিজ্জাৰেল্ডে আদ্‌খনীয়া কৰিলে, যতীন্দ্ৰনাথেও তেনেকৈ ফিজ্জাৰেল্ডক আদ্‌খনীয়া কৰিলে। .... যি দৰ্শনকে আৰোপ কৰা হওক, তেওঁৰ পাছৰ কবিতাবোৰত তেওঁৰ সেই চিৰকুমাৰ, নিৰ্জন, তিক্ততাসুলভ আৰু হতাশ জীৱনৰ হা-হুমুনিয়াহেই প্ৰতিফলিত হৈছে...।" মিত্ৰদেৱ মহন্তৰ বিষয়ে তেওঁ কৈছে ঃ "মিত্ৰদেৱ যথেষ্ট বুদ্ধিমান আছিল, কিন্তু সেই বুদ্ধিৰ অপব্যয় ঘটিল।" আন দুগৰাকীমানৰ বিষয়ে কৈছে ঃ "অতুলচন্দ্ৰৰ জোখতকৈ লেখৰ চিন্তা, নকুলচন্দ্ৰৰ অধ্যয়নৰ আৰু দৈৱচন্দ্ৰৰ একাগ্ৰতাৰ অভাৱ।" নেওগদেৱৰ এই বিচাৰ পৰৱৰ্তী সকলো সমালোচকে মানি লোৱা নাই। উদাহৰণস্বৰূপে ড° মহেশ্বৰ নেওগে মিত্ৰদেৱক সুঁৱৰি লিখিছে ঃ "আৰু যেন তেৱেঁই আছিল 'কুকুৰী কণাৰ আঠমণ্ডলা'ৰ ৰগৰি তোলা চেঙেলীটি। সেই কালত সেইখিনি হাঁহি ভৰা নাটকৰ কি আদৰ। .... তেওঁৰ অপূৰ্ব গীতটিঃ 'চিৰ চেনেহী মোৰ ভাষা জননী....' ভাষাৰ জননীক সম্বোধন কৰিবলৈ গৈ গীতিকাৰে শব্দ, ৰূপ, ৰস, গন্ধ, স্পৰ্শ— এই পঞ্চ তন্মাত্ৰৰ পাঁচোটিৰে নিজৰ বাণী সমৃদ্ধ কৰিছে।"

আধুনিক অসমীয়া চুটিগল্পৰ লিখকসকলৰ ওপৰত ফ্ৰয়েড, মোপাছাঁ আদিৰ প্ৰভাৱৰ সম্পৰ্কত ডিম্বেশ্বৰ নেওগে লিখিছে ঃ "যোৱা ডেৰকুৰি বছৰত এই নাঙঠ বৰ্ণনাই বাস্তৱবাদৰ নামত এনেবোৰ সাহিত্যৰ সঙ্কেত বাক্যৰ দৰে হ'ল; আৰু ফ্ৰয়েড মোপাছাঁ তেওঁলোকৰ ইষ্ট দেৱতা স্বৰূপ হ'ল। ... খহতা জীৱন আৰু মৃত্যুৰে মোপাছাঁ ভাৰতীয় সাহিত্য শিল্পীৰ আদৰ্শ হ'ব লগা পুতৌৰ কথা সন্দেহ নাই, ইত্যাদি। এই সমালোচকগৰাকী পণ্ডিত আৰু সূক্ষ্মদৰ্শী যদিও কিছু পৰিমাণে হৃদয় সংকুচিত হোৱাৰ বাবে কোনো কোনো ক্ষেত্ৰত মৌলিক ৰচনাৰ প্ৰতি তেওঁ সুবিচাৰ কৰিব পৰা নাই। উদাহৰণ এটা লোৱা হওক ঃ জীৱনৰ বাটত উপন্যাসখনৰ বিষয়ে ড° কাকতিয়ে লিখিছে ঃ "চাৰি বছৰমান আগতেই 'জীৱনৰ বাটত' বুলি এখন উপন্যাস ওলাইছিল ... গাৱঁলীয়া জীৱনৰ যি নিমজ ছবি ফুটি ওলাইছিল, গাৱঁলীয়া জীৱনৰ ক্ষুদ্ৰ আকাঙ্ক্ষা আৰু হা-হুতাশাৰ যি তপত ভাপ সি অতিশয় মনোমোহা। তাৰ চিত্ৰ আৰু বৰ্ণনাবোৰ দেখিলে মনত পেলায় যেন অসম দেশক এতিয়াহে চিনি পালো।" ড° কাকতিয়ে উপন্যাসখনৰ গুৰুত্ব বুজি পাই তাৰ সঠিক বিচাৰ কৰিব পাৰিছিল। একেখন উপন্যাসৰ বিষয়ে ড° কাকতিৰ সমসাময়িক নেওগে লিখিছে ঃ "নতুন উপন্যাস লেখকৰ ভিতৰত ছদ্মনামা বীণা বৰুৱাৰ 'জীৱনৰ বাটত' আদি দুই-এখন উপন্যাসে জনপ্ৰিয়তা লভিছে; .... সি যি হওক, অসমীয়া ঘৰুৱা আৰু সামাজিক জীৱনত বিভিন্ন দিশৰ পৰা পোহৰ পেলোৱা প্ৰকৃত অসমীয়া উপন্যাসৰ লেখ এতিয়াও যথেষ্ট বুলিব নোৱাৰি।" নেওগদেৱে বীণা বৰুৱাৰ উপন্যাসখনৰ স্বকীয় বিশিষ্টতা দেখা নাপালে যদিও পৰৱৰ্তী কালত ডঃ হীৰেন

গোহাঁই আৰু ভবেন বৰুৱা আদি সমালোচকে ড° কাকতিয়ে ইংগিত কৰা বাটেদি আগবাঢ়ি অসমীয়া সাহিত্যত উপন্যাসখনৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰিলে।

১৯৫০ চনৰ পিছৰ অসমীয়া সমালোচনা সাহিত্যক বিশেষভাৱে সমৃদ্ধ কৰা দুগৰাকী পণ্ডিত হ'ল ড° মহেশ্বৰ নেওগ আৰু ড° সত্যেন্দ্ৰ নাথ শৰ্মা। নিৰন্তৰ গৱেষণা আৰু অধ্যয়নৰ দ্বাৰা এই দুগৰাকী পণ্ডিতে অসমীয়া সহিত্যৰ বুৰঞ্জী ৰচনা কৰি শৃংখলাবদ্ধ তথ্য অসমীয়া পাঠকৰ হাতত তুলি দিছে। একোটা যুগৰ তথ্য উদ্ধাৰ কৰি তাক প্ৰণালীবদ্ধ কৰাৰ লগতে সাহিত্যৰ বুৰঞ্জীসমূহত সাহিত্য বিচাৰ কৰি লিখক দুগৰাকীয়ে মাজে সময়ে সুচিন্তিত মতামতো দিছে। অৱশ্যে সাহিত্যৰ বুৰঞ্জীত একোটা যুগক বা আন্দোলনক প্ৰভাৱিত কৰা চিন্তাধাৰা, যুগ পৰিৱৰ্তনৰ ঐতিহাসিক কাৰণ, এটা যুগৰ সাহিত্য চিন্তা আদিয়ে যি প্ৰাধান্য পায়, বিশেষ সাহিত্য কৃতিৰ সাহিত্য বিচাৰে পাব নোৱাৰে। কিন্তু সাহিত্যৰ বুৰঞ্জীত শৃংখলাবদ্ধ হোৱা তথ্যই সাহিত্য আলোচনা সমালোচনাৰ অনুকূল পৰিবেশ ৰচনা কৰে। সাহিত্যৰ বুৰঞ্জীৰ উপৰিও এই পণ্ডিত দুগৰাকীয়ে সম্পাদনা কৰা ৰচনাৱলীত দীঘলীয়া সাহিত্য সমালোচনা আছে। ডঃ মহেশ্বৰ নেওগদেৱ অৰুনোদই সম্পাদনা কৰি লিখা পাতনি আৰু সুদীৰ্ঘ ভূমিকা, বাণীকান্ত ৰচনাৱলীৰ সম্পাদনা আৰু সুদীৰ্ঘ ভূমিকা আদিত পণ্ডিতগৰাকীৰ সমালোচনাত্মক দৃষ্টিভংগী ফুটি উঠিছে। একেদৰে ড° সতেন্দ্ৰনাথ শৰ্মাই সম্পাদনা কৰিছে জ্যোতিপ্ৰসাদৰ ৰচনাৱলী। ৰচনাৱলী সম্পাদনা কৰি লিখা ভূমিকা পাণ্ডিত্যপূৰ্ণ আৰু সমালোচনাত্মক দৃষ্টিভংগীৰ।

ড° মহেশ্বৰ নেওগদেৱৰ গৱেষণা আৰু অধ্যয়নৰ ক্ষেত্ৰ বৰ বিশাল আৰু সমালোচনাৰ প্ৰতি তেওঁ বিশেষ মনোযোগ দিব পৰা নাছিল। শংকৰদেৱ অধ্যয়নত নতুন বাট দেখুৱা ড° নেওগে আধুনিক অসমীয়া সাহিত্য সমালোচনাত সময়ত অসহিষ্ণু মনোভাব আৰু বিৰক্তিহে প্ৰকাশ কৰিছে। উদাহৰণস্বৰূপে আধুনিক অসমীয়া সাহিত্যত তেওঁ অসমীয়া গল্প সাহিত্য আৰু আৰ্টৰ বিষয়ে কৰা উক্তি কেতবোৰ এনে ধৰণৰ ঃ "বৰ্তমান ডেকা তৰপৰ ভিতৰত এটি আধুনিক দল ওলাইছে। কিন্তু এই দলৰ দুই-এজনৰ বিশেষকৈ উলঙ্গ বাস্তৱৰ প্ৰতি এনে আকৰ্ষণ হয়তো চঞ্চলতাৰ পৰিচয়। ... কেইবাজনো ডেকা গল্প লেখকৰ এটি ভাল প্ৰকাশভংগিমা যে আছে তাক অস্বীকাৰ কৰিব নোৱাৰি। ... বঙ্গ সাহিত্যৰ প্ৰভাৱতো অসমীয়া গল্পত অনেক ব্যভিচাৰ সোমাইছে। ....... ইংৰাজী ভাষা, বঙ্গীয় গল্প-উপন্যাস আৰু বিশেষকৈ ফৰাচী মোপাছাঁৰ গল্পৰ প্ৰভাৱ স্বৰূপে আমাৰ আলোচনী কাকতবোৰত নানা বেমাৰ আজাৰে দেখা দিছে। ... বাস্তৱবাদৰ নামত নিজৰ নৰিয়া কল্পনাত গঢ়া চঞ্চল ডেকা-গাভৰুৰ শালিকা প্ৰেম এই নতুন গল্পবোৰৰ এটি মুখ্য বিষয়বস্তু। ... প্ৰায়বিলাক গল্পৰে আকৌ প্লট প্ৰায় অশৰীৰী" ইত্যাদি। সমালোচকগৰাকীয়ে নতুন ৰীতিত লিখা গল্পক গৰিহণাহে দিছে, নতুন ৰীতিৰ বিশিষ্টতা একো আঙুলিয়াই দেখুৱা নাই। ডিম্বেশ্বৰ নেওগদেৱে যিদৰে ৰীণা বৰুৱাৰ উপন্যাসত একো নতুনত্ব নেদেখিলে ডঃ মহেশ্বৰ নেওগদেৱেও নতুন গল্প লিখকৰ গল্পত একো নতুনত্ব নেদেখিলে। সৌৰভ কুমাৰ চলিহাৰ দুপৰীয়া সংকলনটোৰ প্ৰথম প্ৰকাশ ১৯৬৩ আৰু ড° নেওগৰ আধুনিক অসমীয়া সাহিত্যৰ প্ৰকাশ ১৯৬৫, কিন্তু

আলোচ্য প্ৰবন্ধত সৌৰভ কুমাৰ চলিহাৰ গল্পৰ বিষয়েও একো উল্লেখ নাই। ৰামধেনুক কেন্দ্ৰ কৰি অসমীয়া সাহিত্যক বিশ্বাভিমুখী কৰা চেষ্টাক ড° নেওগৰ দৰে সমালোচকে স্বাগতম জনাব নোৱাৰাৰ বাবেই নতুন সাহিত্যৰ প্ৰতি তেওঁৰ অনাগ্ৰহ।

ড° সত্যেন্দ্ৰনাথ শৰ্মাৰ ক্ষেত্ৰতো সাহিত্য বিচাৰ মাজে সময়ে ত্ৰুটিপূৰ্ণ। উদাহৰণ স্বৰূপে অসমীয়া নাট্য সাহিত্যত ফণী শৰ্মাদেৱৰ বিষয়ে কোৱা কথাখিনিকে ল'ব পাৰি। ড° শৰ্মাই লিখিছে ঃ নটসূৰ্য শৰ্মাই লক্ষ্মীধৰ শৰ্মাৰ 'চিৰাজ' গল্পটোৰো একাঙ্কিকা নাট্যৰূপ দি গৈছে। তদুপৰি জে বি প্ৰিষ্টলিৰ (An Inspector's Calls) নাটৰ সফল অসমীয়া নাট্য ৰূপান্তৰ কৰিছে।" সমালোচকগৰাকীৰ বিচাৰত কিছু ত্ৰুটি ৰৈ গৈছে। প্ৰথম কথা চিৰাজ একাঙ্কিকা নাটক নহয়। তেজপুৰত বহা সদৌ অসম একাংক নাট সন্মিলনত মঞ্চস্থ কৰিবলৈ ফণী শৰ্মাদেৱে লিখিছিল যদিও চিৰাজ এখন পূৰ্ণাংগ নাটক। দ্বিতীয় কথা, An Inspector Calls (An Inspector's Calls নহয়) নাটকখনৰ ফণী শৰ্মাই কৰা অসমীয়া ৰূপান্তৰ সফল বুলি ক'লে পাঠকৰ মনত খোকোজা লাগিব পাৰে। কাৰণ অসম প্ৰকাশন পৰিষদে প্ৰকাশ কৰা ফণী শৰ্মা ৰচনাৱলীৰ সম্পাদকীয় টোকাত কোৱা হৈছে ঃ " .... এন ইন্‌চপেক্টৰ কলচ্ নাটকখনিৰ অনূদিত পাণ্ডুলিপিটোৰ শেষৰ দুখিলামান পাত নোপোৱাৰ হেতু নাটকখনি অসম্পূৰ্ণ হৈ ৰ'ল।" সমালোচকে 'সফল' বুলি কৈ নিশ্চয় মঞ্চত সফল হোৱাৰ কথাকে কৈছে। অনূদিত নাটকখন যদি কোনোবা মঞ্চত সফল হৈছিলেই ৰচনাৱলী সম্পাদনা সমিতিয়েনো শেষৰ দুখিলামান পাত কেনেকৈ নোপোৱাকৈ থাকিল।

ড° বাণীকান্ত কাকতিৰ পিছৰ এগৰাকী সৃষ্টিশীল লিখক সমালোচক ত্ৰৈলোক্যনাথ গোস্বামী। সমালোচনা তত্ত্বৰ একাধিক গ্ৰন্থ ৰচনাৰে তেওঁ অসমীয়া সমালোচনা সাহিত্যক সমৃদ্ধ কৰিছে। তেওঁৰ সমালোচনা গ্ৰন্থৰ ভিতৰত আধুনিক গল্প সাহিত্য উল্লেখযোগ্য। সমালোচনাৰ বিভিন্ন তাত্ত্বিক দিশ তেওঁ আবাহন যুগৰে পৰা আলোচনা কৰি আহিছে। তাৰ দ্বাৰা অসমীয়া পাঠকৰ নান্দনিক সচেতনতাও বৃদ্ধি পাইছে। পাশ্চাত্য আৰু প্ৰাচ্যৰ নন্দনতত্ত্ব সামৰি তেওঁ ৰচনা কৰা কিতাপখন "নন্দনতত্ত্ব ঃ প্ৰাচ্য আৰু পাশ্চাত্য"। মূলতে কিতাপখন বিভিন্ন সাহিত্যতত্ত্বৰ অনুবাদ। এই গ্ৰন্থৰ আৰম্ভণিতে পয়েটিকচৰ আলোচনাত কিছু আসোঁৱাহ পাঠকৰ চকুত পৰে। আৰিষ্টটলে কৈছে ঃ "প্ৰত্যেক ট্ৰেজেডিৰ সেইবাবে ছটা ভাগ থাকিবই লাগিব, এই ভাগকেইটাই ইয়াৰ গুণাগুণ নিৰ্ণয় কৰে ঃ কাহিনী চৰিত্ৰ, শৈলী, চিন্তা, দৃশ্যসজ্জা আৰু গীত।" নাটকৰ উপাদান ছটাৰ এই ক্ৰমটো গুৰুত্বপূৰ্ণ। কাৰণ আৰিষ্টটলে নাটকৰ উপাদানসমূহৰ আলোচনাত প্ৰথমে উল্লেখ কৰা কাহিনীৰ ওপৰতে সৰ্বাধিক গুৰুত্ব আৰোপ কৰিছে। তেওঁ এই পৰ্যন্ত কৈছে ঃ " ... ঘটনা আৰু কাহিনীয়েই ট্ৰেজেডিৰ শেষ কথা; আৰু শেষটোৱেই সকলোৰে ভিতৰত প্ৰধান। আকৌ কাৰ্য নোহোৱাকৈ ট্ৰেজেডি হ'ব নোৱাৰে, চৰিত্ৰ নোহোৱাকৈ হ'ব পাৰে।" গোস্বামীদেৱে এই ছটা উপাদানৰ ক্ৰমটো ভংগ কৰি গোটেইখন ওলট-পালট কৰি পেলালে। তেখেতে লিখিছে ঃ "ট্ৰেজেডিৰ ছটা প্ৰধান ভাগ আছে। এইবোৰ হ'ল (ক) দৃশ্যসজ্জা (spectacle), (খ) সুমধুৰ সংগীত (melody), (গ) শৈলী (diction), (ঘ) চৰিত্ৰ (character), (ঙ) ভাব (thought), (চ) প্লট বা

কাহিনী বিন্যাস (plot)। ইয়াৰ উপৰিও ট্ৰেজেডিৰ আৰম্ভণি। মধ্য আৰু শেষ আছে।"

গোস্বামীদেৱে লিখা পয়েটিকচ সম্পৰ্কীয় কথাখিনিয়ে মূল গ্ৰন্থৰ লগত পৰিচিত পাঠকৰ মনত সৃষ্টি কৰিব পৰা খেলিমেলিং এনে ধৰণৰঃ (১) ট্ৰেজেডিৰ প্ৰধান ছটা ভাগৰ উপৰিও আৰু কিবা গৌণ ভাগ আছে; (২) ট্ৰেজেডিৰ ছটা ভাগৰ লগতে আৰম্ভণি, মধ্যভাগ আৰু শেষভাগো পৰে। কিন্তু ট্ৰেজেডিৰ থাকিবলগীয়া ছটা উপাদানৰ লগত আৰম্ভনি, মধ্যভাগ আৰু শেষভাগ যোগ হ'ব নোৱাৰে। ট্ৰেজেডিৰ উপাদানৰ ছটা ভাগৰ তালিকাখন সম্পূৰ্ণ বুলি আৰিষ্টটলে নিজেই কৈছে : "এই ভাগসমূহৰ দুটা অনুকৰণৰ মাধ্যম, এটা অনুকৰণৰ ধৰণ আৰু বাকী তিনিটা অনুকৰণৰ বস্তু। ইবিলাকতে তালিকাখন সম্পূৰ্ণ।"

প্ৰাচ্য আৰু পাশ্চাত্যৰ বিভিন্ন সমালোচনাতত্ত্ব মহাবিদ্যালয় আৰু বিশ্ববিদ্যালয়সমূহৰ পাঠ্যক্ৰমৰ অন্তৰ্ভুক্ত বাবেও বোধহয় শৈক্ষিক তাগিদাতে যথেষ্ট পৰিমাণৰ তত্ত্ব আলোচনা কৰা পুথি ইতিমধ্যে অসমীয়ত লিখা হৈছে। ঔপন্যাসিক আৰু চিন্তাশীল প্ৰবন্ধ লিখক উমাকান্ত শৰ্মাৰ 'কাব্যভূমি' আৰু শেহতীয়া 'নিৰবধি কাল', 'শিল্পী মানুহ', মনোৰঞ্জন শাস্ত্ৰীৰ 'সাহিত্য আৰু দৰ্শন', ড° মুকুন্দমাধৱ শৰ্মাৰ 'উপমা কালিদাসস্য', 'ধ্বনি আৰু ৰসতত্ত্ব', ত্ৰৈলোক্যনাথ গোস্বামীৰ 'নন্দনতত্ত্ব : প্ৰাচ্য আৰু পাশ্চাত্য' ইত্যাদি এই ধৰণৰ কিতাপ। এই কিতাপসমূহে পাঠক আৰু সমালোচকৰ সাহিত্য সজ্ঞানতা নিশ্চয় কিছু পৰিমাণে বৃদ্ধি কৰিছে।

১৯৫৬ চনত মহেন্দ্ৰ বৰাই সম্পাদনা কৰিলে 'নতুন কবিতা' আৰু নতুন কবিতাৰ নতুন সমালোচনাও কিতাপখন প্ৰকাশৰ লগে লগেই আৰম্ভ হ'ল। অৱতৰণিকাত বৰাই দিয়া নতুন কবিতাৰ সংজ্ঞা আৰু ৰোমান্টিক কবিতাৰ পৰা তাৰ পাৰ্থক্যৰ ভিত্তিকে ৰামধেনুৰ ৯ম বছৰ অষ্টম সংখ্যাত প্ৰকাশ পোৱা সমালোচনাত দিলীপ বৰুৱাই নাকচ কৰিলে। ৰামধেনুৰ সম্পাদকে দিলীপ বৰুৱাৰ সমালোচনাৰ লগতে দিয়া টোকাত ক'লে : "মহেন্দ্ৰ বৰাৰ 'নতুন কবিতা' আধুনিক অসমীয়া কবিতাৰ একমাত্ৰ সাৰ্থক সংকলন। যুদ্ধোত্তৰ যুগৰ কবিতাত ভাব আৰু ছন্দৰ পৰিৱৰ্তনৰ মূল নীতিলৈ লক্ষ্য ৰাখি বৰাই এই সংকলনটি যুগুত কৰিছে। দিলীপ বৰুৱাই বৰাৰ সংকলন নীতিকো সমালোচনা কৰিছে : " ... বীৰেন বৰকটকী, কেশৱ মহন্ত, নলিনী ভট্টই যুদ্ধোত্তৰ যুগত ভালেমান কবিতা লিখিছিল। .... তেখেতসকলক কিয় বাদ দিয়া হ'ল তাৰ বিষয়ে তেখেতৰ কলমৰ পৰা এটা আখৰো সৰি নপৰায় তেখেতৰ ৰুচিবোধৰ শিথিলতাৰে পৰিচয় নিদিয়ে, পৰিচয় দিয়ে পক্ষপাতিতাৰ।" ত্ৰুটি আঙুলিয়াই দিয়াৰ অন্তত সমালোচকগৰাকীয়ে স্বীকাৰ কৰিছে : "... নতুন কবিতাৰ সংকলন এটা যুগৰ সীমাৰেখা হিচাপে জীয়াই থাকিব।

ড° মহেন্দ্ৰ বৰা এগৰাকী কবি আৰু সমালোচক। নতুন কবিতাৰ অৱতৰণিকাত সমালোচক হিচাপে ড° বৰাৰ স্বকীয় বিশিষ্টতা ফুটি উঠিছে। সাহিত্যৰ সকলো শাখা-প্ৰশাখাৰ পৰিচয়জ্ঞাপক 'সাহিত্য উপক্ৰমণিকা'ত সমালোচনাৰ স্বৰূপ, ৰীতি বৈচিত্ৰ্য, দৃষ্টিকোণৰ বৈচিত্ৰ্য, সমালোচকৰ অৰ্হতা আদি কথাবোৰ আলোচনা কৰিছে। ডঃ বৰাৰ অসমীয়া কবিতাৰ ছন্দই সমালোচনাক সহায় কৰে।

ৰামধেনুক কেন্দ্ৰ কৰি আধুনিকতাবাদে অসমীয়া সাহিত্যত প্ৰসাৰ লাভ কৰে। ড° হীৰেন গোহাঁয়ে প্ৰথম আধুনিক কবি বুলি আখ্যা দিয়া হেম বৰুৱাই প্ৰতীকবাদৰ বিষয়ে ৰামধেনুত প্ৰবন্ধ লিখিছিল। তেওঁৰ 'আধুনিক সাহিত্য', 'সাহিত্য আৰু সমস্যা' আদিত আধুনিক সাহিত্যৰ বিভিন্ন দিশৰ আলোচনা আছে। "সমসাময়িক কবিতা" শীৰ্ষক প্ৰবন্ধত হেম বৰুৱাৰ কাব্যচিন্তাত গণমুখী চেতনা পৰিষ্কাৰ।

যজ্ঞেশ্বৰ শৰ্মাদেৱ এগৰাকী ভাল সমালোচক, কিন্তু আন বহু সমালোচকৰ দৰে তেৱোঁ কোনো লিখকৰ সমগ্ৰ ৰচনা সামৰি প্ৰণালীবদ্ধ সমালোচনা কৰা নাই। যজ্ঞেশ্বৰ শৰ্মাৰ সমালোচনাত সাহিত্য বিচাৰতকৈ আলোচ্য বিষয়ৰ ওপৰত কৰা গভীৰ অধ্যয়নহে পোনতে চকুত পৰে। 'সাহিত্য-সংস্কৃতি প্ৰবাহ'ৰ সমালোচনামূলক প্ৰবন্ধকেইটা তাৰ প্ৰমাণ।

আৱাহন, জয়ন্তী আদিৰ পাতত আৰম্ভ হোৱা অসমীয়া প্ৰগতিশীল সাহিত্যৰ লগে লগে প্ৰগতিশীল বা মাৰ্ক্সবাদী সমালোচনাৰ ধাৰা এটা প্ৰবহমান হৈ আছে। মাৰ্ক্সবাদী সমালোচনা সাহিত্যৰ প্ৰথম উল্লেখযোগ্য কিতাপখন ভবানন্দ দত্তৰ 'অসমীয়া কবিতাৰ কাহিনী'। কিতাপখনৰ প্ৰথম প্ৰকাশ ১৯৬৯ চন যদিও প্ৰবন্ধসমূহ ড° দীননাথ শৰ্মা সম্পাদিত আৱাহনত ধাৰাবাহিকভাৱে প্ৰকাশিত হৈছিল। তেওঁৰ সমালোচনাৰ ভিত্তি আৰু বিচাৰ পৰিষ্কাৰ। সাহিত্য আৰু জনজীৱনৰ সম্পৰ্ক সূক্ষ্মভাৱে অধ্যয়ন কৰি সমাজ পৰিৱৰ্তনত সহায় নকৰা কবিতাক তেওঁ নাকচ কৰিছে। কমলাকান্ত, অম্বিকাগিৰী, প্ৰসন্নলাল, জ্যোতিপ্ৰসাদ, অমূল্য বৰুৱা আদি গণমুখী চেতনাৰ কবিসকলৰ প্ৰগতিশীলতা আৰু কবি হিচাপে তেওঁলোকৰ স্বকীয় বিশিষ্টতাক সমালোচকে পোহৰলৈ আনিছে। চাৰিটা খণ্ডত লিখা কবিতাৰ কাহিনীত জোনাকী যুগৰ পৰা নৱকান্ত বৰুৱালৈকে প্ৰায় সকলো উল্লেখযোগ্য কবিৰ কবিতাক এক নতুন পোহৰত আলোচনা কৰা হৈছে। সমালোচক দত্তই গভীৰভাৱে অনুভৱ কৰিছিল যে আধুনিক অসমীয়া কবিৰ বাবে এলিয়ট আদৰ্শ হৈ পৰাটো দুৰ্ভাগ্যজনক। সেই বাবে আধুনিকতাবাদী কবিতাক তেওঁ সমালোচনা কৰাতকৈও নাকচ কৰিছিল বুলিহে ক'ব পাৰি। প্ৰথম খণ্ডত সমালোচকে কৈছে : "ইলিয়টৰ দৃষ্টিত অসম আৰু অসমীয়া জাতি অৱশ্যে নাছিল। গতিকে তেওঁৰ চকুৰে চালে আমাৰ নিজৰ জীৱনটোকে যে দেখা নাযায়— সেইটোহে আমাৰ কবিসকলে বুজিব পৰা নাই।" (পৃঃ ৩) একে প্ৰবন্ধতে তেওঁ আৰু কৈছে : "আধুনিক কবিতা বেছিভাগ ক্ষেত্ৰতে অসমীয়া কাব্য মন্দিৰৰ কালাপাহাৰ হৈ পৰিছে। .... তেওঁৰ (এলিয়টৰ) চকুত নপৰে ইংৰাজী সাম্ৰাজ্যবাদৰ বিৰুদ্ধে নিষ্পেষিত ভাৰতীয় জনসাধাৰণৰ জাগ্ৰত সংগ্ৰাম আৰু নৱ-জীৱনৰ প্ৰেৰণা। ... সাম্ৰাজ্যবাদ আৰু ধনতন্ত্ৰবাদৰ বিলাপ ব্যাকুল ইলিয়টৰ অনুকৰণ কৰিবলৈ গৈ তেওঁলোকে (আধুনিক অসমীয়া কবি) এই বিৰাট জনতাৰ জাগ্ৰত জীৱনৰ পৰা বিমুখ আৰু বিচ্ছিন্ন হৈ যাব ধৰিছে।" (পৃঃ ৯ আৰু ১১) "আধুনিক অসমীয়া কবিতা" শীৰ্ষক প্ৰবন্ধত তেওঁ আধুনিক কবিতাৰ দুৰ্বোধ্যতাৰ কথা উল্লেখ কৰিছে : "এইটো কথা ঠিক যে আজিৰ বহুবোৰ কবিতাকেই সাধাৰণ পঢ়ুৱৈ সমাজে একো বুজি নাপায়, আনকি বিদ্বান পণ্ডিতবোৰেও বুজি নাপায়।" (পৃঃ ৭৩) ভবানন্দ দত্তই আৰম্ভ কৰা মাৰ্ক্সবাদী সাহিত্য সমালোচনাই পৰৱৰ্তী কালত ড° হীৰেন গোহাঁই, নলিনীধৰ ভট্টাচাৰ্য আদি সমালোচকৰ

সমালোচনাৰে সমৃদ্ধ হয়।

১৯৫০-২০০০ চনৰ অসমীয়া সাহিত্য সমালোচনাত কেন্দ্ৰীয় ব্যক্তিজন হ'ল ড° হীৰেন গোহাঁই। এই সময়ছোৱাৰে চন্দ্ৰপ্ৰসাদ শইকীয়াদেৱে গৰীয়সীৰ প্ৰথম সংখ্যাতে সুচিন্তিতভাৱে প্ৰকাশ কৰা ড° গোহাঁই আৰু চন্দ্ৰ প্ৰসাদৰ সুদীৰ্ঘ সাক্ষাৎকাৰত ড° গোহাঁয়ে এটা প্ৰশ্নৰ উত্তৰত কৈছে ঃ "মূল্যায়ন সদায় সমালোচনাৰ প্ৰধান দায়িত্ব নহয়, যদিও মূল্য নিৰ্ণয়ৰ ওপৰত সদায় সাহিত্যৰ স্বাস্থ্য নিৰ্ভৰশীল। সমালোচনা সাহিত্যৰ আত্মচেতনা বা আত্মজিজ্ঞাসা। অসমীয়া সমালোচনা এইপিনৰ পৰা বৰ অগ্ৰসৰ নহয়। সি আমাৰ সাহিত্যৰ দুৰ্বলতা সূচায়। হয়তো পৰজীৱী, পৰাশ্ৰয়ী মানসিকতাৰে সি প্ৰকাশ কৰে। আনে ভাল নোবোলালৈকে আমি নিজৰ বস্তুৰ মোল নুবুজো। সদায় আনৰ পিনে চাই থাকি নিজৰ ঘৰখন অৱহেলা কৰো।" ড° গোহাঁইৰ সাহিত্য আৰু সমাজ সমালোচনাৰ ক্ষেত্ৰ সকলো অসমীয়া সমালোচকতকৈ বিস্তৃত।

ড° গোহাঁইৰ সাহিত্য সমালোচনা আলোচনা কৰাৰ আগতে এই সাক্ষাৎকাৰত তেওঁ কোৱা কেইষাৰমান কথা উদ্ধৃত কৰি লোৱা ভাল হ'বঃ

"বেজবৰুৱা প্ৰভৃতিৰ যুগত দেশসেৱাৰ আনন্দৰ পৰা লিখকসকলে যি ক্ষতিপূৰণ পাইছিল, আজিৰ লিখকে তাকো নোপোৱা হৈছে। ... লিখকৰ এই ক্ষমতা ব্যক্তিগত নহয়। সমাজৰ মাজত নিহিত কল্পনা শক্তি আৰু বিবেকৰ কণ্ঠ হিচাপে যিমান দিন তেনে লিখকে কলম চলায় সিমান দিনলৈকে তেওঁৰ সেই শক্তি সাৰ্থক হয়। ... স্ৰোতৰ বিপৰীতে নিজৰ প্ৰতি দায়বদ্ধ হৈ থকা লিখকেই সমাজৰ মূল্যবোধৰ পুনৰুত্থানত মহান ভূমিকা লৈছে। ... ব্যক্তি আৰু সমাজৰ এক দুৰ্লঙঘ্য ভেদ বুৰ্জোৱা সভ্যতাৰ চিন্তাৰ ফল। তাক মই সন্দেহৰ চকুৰে চাওঁ। ... অসমৰ বৰ্তমান অৰ্থনৈতিক ব্যৱস্থা আৰু সংস্কৃতিয়ে আমাক পংগু কৰি ৰাখিছে। আমি ভয়মুক্ত হ'ব লাগে, তেতিয়া সত্য সন্ধান কৰিব পাৰিম...। মানুহৰ মন নিৰালম্ব নহয়। .... নিজৰ মনৰ দাপোণত তেওঁ দেখা পায় বিশ্বৰ সংকট। কিন্তু যিজনৰ আত্মা ক্ষুদ্ৰ, সংকীৰ্ণ, আত্মকেন্দ্ৰিক, তেওঁৰ অনুভূতি বিশ্বায়তনিক হ'ব নোৱাৰে। ... যি লিখকে তেওঁৰ মনেৰে অন্যায়ৰ লগত সন্ধি কৰিছে .... সন্ধিয়েই তেওঁৰ আবেগ-অনুভূতি ভোটা কৰি পেলায়। মোৰ বাবে সমাজৰ সা-সুবিধা তথা সম্পদ বিতৰণৰ বৈষম্য এক মৰ্মান্তিক অন্যায়। ...উগ্ৰ জাতীয়তা যেনেকৈ ক্ষতিকৰ, সেইদৰে জাতীয় পৰিচয়হীনতাও ক্ষয়ংকৰ। জাতীয় পৰিচয় শুদ্ধ বিকাশৰ পথ ৰুদ্ধ হ'লেই উগ্ৰ জাতীয়তাবাদৰ পিটনি আৰম্ভ হয়। ...আমাৰ লিখকে বিশ্ব সাহিত্যৰ বিশাল, বিচিত্ৰ সিদ্ধিৰ খবৰ নোপোৱাকৈয়ে সংকীৰ্ণ অভিজ্ঞতা আৰু ধাৰণাৰে অধ্যয়ন শেষ কৰে। ... মতাদৰ্শ পিনৰ পৰা মই মাৰ্ক্সবাদী। কিন্তু তাৰ যোল্লঅনাই প্ৰায়োগিকভাৱে কাৰ্যকৰী কৰিব নোৱাৰাৰ ফলত মাৰ্ক্সবাদে মোৰ আচৰণ, বিশ্বাস আৰু আবেগ সম্পূৰ্ণ নিয়ন্ত্ৰণ কৰিব পৰা নাই। মই সেয়ে কৰ্মক্ষেত্ৰত এজন মানৱতাবাদী গণতন্ত্ৰ প্ৰেমী ব্যক্তি। সকলো নিপীড়িত মানুহৰ সংগ্ৰামৰ প্ৰতি মোৰ সহানুভূতি আৰু সমৰ্থন স্বতঃস্ফূৰ্ত। অত্যাচাৰ, উৎপীড়ন মই ঘিণ কৰো। স্বাধিকাৰ, ন্যায় আৰু প্ৰগতিৰ বাবে মানুহৰ আকাঙ্ক্ষাক মই সন্মান কৰো। ...মোৰ আদৰ্শ যুধিষ্ঠিৰৰ যি মৰতৰ অন্যায় অশান্তি সুঁৱৰি নিপীড়িত

মানুহৰ প্ৰতি দায়িত্ববোধক স্বৰ্গকো নেওচা দিছিল। অৱশ্যে আদৰ্শ অনুসৰি কাম কৰিব পাৰিছোনে নাই নাজানো।"

সাক্ষাৎকাৰৰ এটা প্ৰশ্নৰ উত্তৰত ড° গোহাঁয়ে অসমীয়া উপন্যাসৰ সাহিত্য বিচাৰো কৰিছে ঃ "মই ভাবো, চাহবাগানৰ জীৱনৰ অমানুষিকতা বা অমানবীয়তা অবিস্মৰণীয় ৰূপত চিৰকাললৈ ধৰি ৰাখিছে ৰাম্না বৰুৱাই সেউজী পাতৰ কাহিনীত। তেনেদৰে সামন্তবাদী অৱক্ষয়ৰ ভয়াবহ আৰু নিদাৰুণ ছবি আঁকিছে মামণি ৰয়ছম গোস্বামীয়ে তেওঁৰ দঁতাল হাতীৰ উয়ে খোৱা হাওদাত। হোমেন বৰগোহাঞিৰ সুবালাতো তেনে শক্তিৰ আভাস পোৱা যায়।"

ষাঠিৰ দশকৰ পৰা নিৰৱচ্ছিন্নভাৱে অসমীয়া সাহিত্য সমালোচনাৰ কামত ব্ৰতী হৈ থকা ড° গোহাঁইৰ সমালোচনা পৰিৱৰ্তন আৰু বিকাশৰ মাজেৰে আহি নৱৈ দশকত উপনীত হৈছেহি। গৰীয়সীক দিয়া সাক্ষাৎকাৰত তেওঁৰ জীৱন, জগত আৰু সাহিত্য সমালোচনা সম্পৰ্কে অভিজ্ঞতাপুষ্ট চিন্তাৰ প্ৰকাশ ঘটিছে। এই চাৰি দশকত সাহিত্য সমালোচনা সম্পৰ্কত তেওঁৰ দৃষ্টিকোণ সলনি হৈছে, চিন্তা অধিক গণমুখী হৈছে, সমালোচনাৰ ভাষাও সৰল হৈছে। সাহিত্য আৰু জীৱন সম্পৰ্কীয় চিন্তালৈ পৰিৱৰ্তন অহাৰ লগে লগে সমালোচক হিচাপে তেওঁ নতুন দায়িত্ব অনুভৱ কৰিছে কিন্তু আৰম্ভণি পৰ্যায়ৰ সাহিত্য বিচাৰ পিছৰ পৰ্যায়ৰ সাহিত্য বিচাৰৰ দৰেই আজিও মূল্যবান।

যোৱা চাৰি দশক জুৰি ড° হীৰেন গোহাঁয়ে অসমীয়া সমালোচনা সাহিত্যলৈ বৰঙণি আগবঢ়াই আহিছে আৰু এই বৰঙণি ইমান বিশাল যে প্ৰবন্ধ এটাত তাৰ সঠিক মূল্যায়ন সম্ভৱ নহয়। কেৱল অসমীয়া সাহিত্যিকৰ সাহিত্যকৃতিৰ সঠিক মূল্যায়নেৰে তেওঁ অসমীয়া সমালোচনা সাহিত্যক সমৃদ্ধ কৰা নাই, বিভিন্ন প্ৰসংগত পৃথিৱীৰ অনেক মহৎ সাহিত্যকৃতিৰ উচ্চস্তৰৰ সমালোচনাও তেওঁ অসমীয়াত ৰচনা কৰিছে। সমালোচক হিচাপে তেওঁ সদায় জনজীৱন অথবা সমাজৰ লগত সাহিত্যৰ সূক্ষ্ম সম্পৰ্ক উদঘাটন কৰি আহিছে আৰু তাকে কৰিবলৈ যাওঁতে সমাজজীৱন নিয়ন্ত্ৰণ কৰা সামাজিক শক্তিসমূহৰ ক্ৰিয়া-প্ৰক্ৰিয়াৰ অন্তৰ্ভেদী বিশ্লেষণ আগবঢ়াইছে। চাৰিটা দশক জুৰি সমাজ আৰু সাহিত্যৰ সমালোচনা লিখি অহা লিখকগৰাকীৰ চিন্তা আৰু সাহিত্যকৃতিত বিকাশ আৰু উত্তৰণ ঘটিবই লাগিব। কিন্তু এই বিকাশ আৰু উত্তৰণৰ প্ৰকৃত ছবিখন প্ৰণালীবদ্ধ গৱেষণাইহে উলিয়াব পাৰিব। অসমত সাহিত্য-সংস্কৃতিৰ সকলো আগ্ৰহী পাঠক বয়স নিৰ্বিশেষে ড° গোহাঁইৰ পাঠক। যিসকলৰ বাবে ড° গোহাঁই প্ৰিয় লিখক সেইসকলৰ মাজৰে অনেকে বিশ্বাস কৰে যে সাহিত্যৰ সত্যৰ সমালোচকগৰাকীয়ে পিছৰ সমালোচনাত ইংগ-মাৰ্কিন সমালোচনাৰ মূল ভিত্তিবোৰ বাদ দি সম্পূৰ্ণ মাৰ্ক্সবাদী দৃষ্টিকোণ গ্ৰহণ কৰিছে বাস্তৱৰ স্বপ্ন, সমাজ আৰু সমালোচনা, সাহিত্য আৰু চেতনা, বিশ্বায়তন, বন্দৰৰ কাল আদিৰ সমালোচকগৰাকীৰ চিন্তা আৰু দৃষ্টিকোণলৈ পৰিৱৰ্তন আহিছে হয়, কিন্তু অবিৰাম পৰিৱৰ্তনৰ মাজতো ড° হীৰেন গোহাঁই একেই ব্যক্তিত্বৰ একেজন মানুহ বুলি চিনি পাব পাৰি। সাহিত্যৰ সত্যৰ সমালোচক ড° গোহাঁই সাহিত্য আৰু চেতনাত চিনি পাব নোৱাৰাকৈ সলনি হোৱা নাই।

সাহিত্য আৰু চেতনাত আৰম্ভণিতে ড° গোহাঁয়ে লিখিছে ঃ "বৰ্তমান সংকলনখনে যোৱা তিনি বছৰে মোৰ মনলৈ অহা পৰিৱৰ্তনৰ সাক্ষ্য বহন কৰিছে। মোৰ মনৰ মাজত থকা বুৰ্জোৱা আৰু পেটি-বুৰ্জোৱা সংস্কাৰবোৰৰ সম্পৰ্কে মই অধিক সজাগ আৰু নিৰ্মম হৈ আহিছো এই সময়ছোৱাত। আন্ আন কাৰণৰ লগতে মাও-ছে-তুঙৰ ৰচনাৱলীৰ লগত আগতকৈ নিবিড় পৰিচয় ঘটাত এই পৰিৱৰ্তনৰ এটা প্ৰধান কাৰণ বুলি ভাবো।" নিজৰ সাহিত্যকৃতিৰ নিৰপেক্ষ বিচাৰক হৈ নিৰ্মম সমালোচনা কৰিব পৰা ডঃ গোহাঁই আগ বয়সৰ সমালোচনাৰ প্ৰতি যিমান কঠোৰ হ'ব পাৰে, তেওঁৰ সমালোচনাৰ পাঠক হ'ব নোৱাৰে। সমালোচকগৰাকীয়ে নিজে কোৱা মতে সমাজ আৰু সমালোচনাত "সাহিত্যক শ্ৰেণী সংগ্ৰামৰ পৰা নিলগত ৰখাৰ চেষ্টা পৰিস্ফুট"। তেওঁ আৰু কৈছে ঃ "সমাজৰ অধিকাংশ লোকক শোষণ আৰু দমন কৰি গঢ়ি উঠা শ্ৰেণীৰ সংস্কৃতিত বহু অশুভ, অসুস্থ উপাদান থকাটো সম্ভৱ, স্বাভাৱিক। প্ৰকৃততে তাৰ উচ্চ মূল্যবোধৰ অন্তৰালত আছে এক উচ্চপৰ্যায়ৰ প্ৰতাৰণা। কলা-সংস্কৃতিত আমি আছিলো উচ্চমানৰ সৌন্দৰ্য আৰু বিশুদ্ধ কলাৰ উপাসক। জনগণৰ বাবে কলাশিল্প 'পনীয়া' কৰিবলৈ আমাৰ দুৰ্ঘোৰ আপত্তি আছিল। মাৰ্ক্স এংগেলছ-লেনিনৰ ৰচনাতে সুক্ষ্মদৰ্শী আৰু সন্ধানী মনে সমাজবাদৰ নতুন সংস্কৃতি চিন্তাৰ ঠিকনা বিচাৰি পাব। কিন্তু সংগ্ৰামী সৰ্বহাৰাৰ দৃষ্টিকোণ আৰু মূল্যবোধৰ পৰা এই বিষয়ে পৰিষ্কাৰ, প্ৰণালীবদ্ধ, বিস্তাৰিত আলোচনা মাও-ছে টুঙৰ অৱদান। আমাৰ গুৰু আছিল হাংগেৰিৰ খ্যাতনামা তাত্ত্বিক গীয়ৰ্গ লুকাচ্চ। লুকাচ্চৰ চিন্তাধাৰা বুৰ্জোৱা মানৱতাবাদৰ লগত অধিক নিবিড়ভাৱে জড়িত।" (পৃঃ ২) সমালোচকগৰাকীৰ সাহিত্য সম্পৰ্কীয় চিন্তালৈ পৰিৱৰ্তন অহাৰ কথা উদ্ধৃত কথাখিনিৰ পৰাই অনুভৱ কৰিব পাৰি। কিন্তু অসমীয়া সাহিত্যৰ সমালোচনা প্ৰসংগত এই পৰিৱৰ্তনে পূৰ্বৰ সাহিত্য বিচাৰক অপ্ৰাসংগিক বা নাকচ কৰা নাই। এটা উদাহৰণ দাঙি ধৰিলে কথাটো পৰিষ্কাৰ হ'ব।

ঘণ্টাকৰ্ণ আৰু কুম্ভকৰ্ণৰ কথোপকথনত ঘণ্টাকৰ্ণই হোমেন বৰগোহাঞিৰ সুবালাৰ বিষয়ে কৈছে ঃ "যদিও সকলো ধৰণৰ ভুৱা আৰু আংগিক সত্যৰ পৰা আঁতৰি থাকিবলৈ লিখকে ঐকান্তিক প্ৰচেষ্টা কৰিছে, তথাপি তাৰ সামগ্ৰিক উপলব্ধি কিঞ্চিৎ লঘু। অৱশ্যে মই বিশ্ব সাহিত্যৰ অভ্ৰান্ত মানদণ্ডেৰে বিচাৰ কৰিছো।" (সাহিত্যৰ সত্য, পৃঃ ১৩৬) ঘণ্টাকৰ্ণই আৰু কৈছে যে জীৱনৰ বাটত উপন্যাসখনৰ নিচিনা উপন্যাস অসমত আগতো নাই, পিছতো নাই। বাস্তৱৰ স্বপ্নৰ এঠাইত বীণা বৰুৱাৰ জীৱনৰ বাটত উপন্যাসখনৰ কথা কোৱা হৈছে ঃ "প্ৰাক্-স্বাধীনতা যুগৰ অসমীয়া সাহিত্যৰ শ্ৰেষ্ঠ কীৰ্তি হ'ল বীণা বৰুৱাৰ জীৱনৰ বাটত।" (পৃঃ ১৭২) সাহিত্য আৰু চেতনাত (প্ৰথম প্ৰকাশ ১৯৭৬) হোমেন বৰগোহাঞিৰ সুবালাৰ বিষয়ে কোৱা হৈছে ঃ "হোমেন বৰগোহাঞিৰ সুবালাত এজনী পতিতাৰ জীৱন আৰু জীৱিকাৰ ঘৃণ্যতম কাণ্ডবোৰো লিখকৰ সমবেদনা আৰু ক্ৰোধৰ পৰশত জ্বালাময়ী হৈ পৰিছে।" বিভিন্ন সময়ত ড° গোহাঁয়ে একেখন কিতাপ সম্পৰ্কে কৰা মতামতৰ পৰা দেখা যায় যে সাহিত্যৰ সত্যত ইংগ-মাৰ্কিন সমালোচনাৰ মাপকাঠিৰে কৰা অসমীয়া সাহিত্যৰ বিচাৰ পৰৱৰ্তী কালত লীৱিচ বা লুকাচ্চৰ সমালোচনাতত্ত্বৰ সীমাবদ্ধতা দৃষ্টিগোচৰ হোৱাৰ

পিছতো সম্পূৰ্ণ সলনি হোৱা নাই।

ড° গোহাঁয়ে মাৰ্ক্স, লেনিন, মাও-ছে' টুঙৰ সাহিত্য-কলা সম্পৰ্কীয় চিন্তাৰদ্বাৰা প্ৰভাৱিত হোৱাৰ পিছত সাহিত্য বিচাৰতকৈ অধিক আগ্ৰহেৰে অসমীয়া সমাজখনক আৰু মধ্যবিত্ত চৰিত্ৰ আৰু ইতিহাস বৈজ্ঞানিক দৃষ্টিভংগীৰে বিশ্লেষণ কৰিছে। অসমীয়া সৃজনীশীল সাহিত্যত কালজয়ী সাহিত্য বিশাল পৰিমাণত নাই। ডঃ গোহাঁয়ে সাহিত্যৰ সত্য প্ৰকাশৰ আগতেই নিশ্চয় আধুনিক অসমীয়া সাহিত্যৰ অধ্যয়ন সম্পূৰ্ণ কৰিছিল আৰু বিভিন্ন কাৰণত উল্লেখযোগ্য সাহিত্যকৃতিক চিনাক্ত কৰিছিল। মাৰ্ক্সবাদী দৃষ্টিকোণ গ্ৰহণ কৰাৰ পিছতো নতুনকৈ মহৎ সাহিত্য গুণ আবিষ্কাৰ কৰিবলগীয়া অসমীয়া কিতাপৰ সংখ্যা বেছি নাছিল। যি দুই-এখন কিতাপ সমালোচকগৰাকীৰ চকুত পৰিছিল সিবিলাকৰ উজ্জ্বল সাহিত্য গুণ পোনপ্ৰথমবাৰৰ বাবে আকৌ তেৱেঁই আঙুলিয়াই দিছিল। বিশ্বায়তনৰ (প্ৰথম প্ৰকাশ ১৯৮৩) এঠাইত লক্ষ্মীধৰ শৰ্মাৰ সাহিত্যকৃতিৰ বিষয়ে সমালোচকগৰাকীয়ে কৈছে ঃ "তেত্ৰিশ বছৰ বয়সতে নিষ্ঠুৰ অনিবাৰ্যতাত নিৰ্বাপিত এটি জীৱন। কেইখনমান কিতাপ তাৰ মাত্ৰ সাক্ষ্য। কিন্তু কি অদ্ভুত তাৰ দীপ্তি। এন্ধাৰ গুহাত জল্‌মলাই উঠা হীৰাৰ দৰে তেওঁৰ ৰচনাই আজিৰ পাঠকৰ চকু ছাট মাৰি ধৰে...।" সমালোচনা কৰিবলৈ লোৱা সাহিত্যকৃতিৰ দ্বাৰা এনেদৰে ড° গোহাঁই কেতিয়াও অভিভূত নহয়। সাহিত্যৰ সত্যৰ কোনো সমালোচনাত সমালোচকগৰাকী এনেদৰে অভিভূত হোৱাৰ নজিৰ নাই। ড° গোহাঁয়ে আধুনিকতাবাদী লিখকৰ সাহিত্যকৃতিৰ কলা-কৌশলৰ দিশৰ পৰা যিমানে নিখুঁত হ'লেও হীৰাৰ টুকুৰাৰ লগত ৰিজোৱাৰ কথা কল্পনা কৰিব নোৱাৰি। লক্ষ্মীধৰ শৰ্মাৰ ক্ষেত্ৰত এই ব্যতিক্ৰম কিয়? পাবলো নে'ৰুডা, ৰবীন্দ্ৰনাথ, টলষ্টয়, শ্বেইক্সপীয়েৰ আদি বিশ্বসাহিত্যৰ অনেক কৰ্ণধাৰৰ সাহিত্যকৃতিৰ ওচৰতো সমালোচকগৰাকী এনেদৰে অভিভূত হোৱা নাই। কাম্যু, কাফ্‌কা আদিৰ সাহিত্য সমালোচনাত ড° গোহাঁইৰ বিশ্লেষণ সূক্ষ্মাতিসূক্ষ্ম, কিন্তু কোনেও লক্ষ্মীধৰ শৰ্মাৰ দৰে তেওঁৰ হৃদয় স্পৰ্শ কৰা নাই। যাঠিৰ দশকত মাৰ্ক্স, লেনিন আৰু মাও-ছে'টুঙৰ সাহিত্যতত্ত্বত সম্পূৰ্ণ বিশ্বাসী হোৱাৰ আগতে ড° গোহাঁয়ে লক্ষ্মীধৰ শৰ্মাৰ ৰচনাৱলীৰ বিষয়ে সমালোচনা লিখা হ'লে বিশ্বায়তনত সন্নিবিষ্ট সমালোচনাটোতকৈ সুকীয়া হ'লহেঁতেন নেকি? জনগণৰ বাবে কলাশিল্প "পনীয়া" কৰিবলৈ দুৰ্ঘোৰ আপত্তি থকাৰ সময়তো আৰু বিশ্বসাহিত্যৰ মানদণ্ডেৰে অসমীয়া সাহিত্য বিচাৰ কৰাৰ সময়তো লক্ষ্মীধৰ শৰ্মাৰ সাহিত্যৰ দ্বাৰা ডঃ গোহাঁই একেধৰণেৰে অভিভূত হ'লেহেঁতেন। বিশ্বসাহিত্য আৰু সাহিত্যতত্ত্বৰ প্ৰচুৰ অধ্যয়ন আৰু বিভিন্ন চিন্তাধাৰাৰ আত্মীকৰণে ড° গোহাঁইক এনে ধীশক্তিৰ অধিকাৰী কৰিছে যে সাহিত্যকলাত ধীশক্তিৰ প্ৰয়োগ দেখি তেওঁৰ বিস্ময়ত অভিভূত হোৱাৰ কোনো কাৰণ নাই, হৃদয় বৃত্তিৰ সৰলতা, মানুহৰ প্ৰতি এটা নিভাঁজ দৰদ, সততা নিষ্ঠা আদি গুণে তেওঁক সদায় সহজে অভিভূত কৰে। ভণ্ডামিয়ে যিদৰে সভ্যতা ধ্বংস কৰে, ভুল বিশ্বাসে নকৰে। সহজ-সৰল মানুহৰ ত্ৰুটি-বিচ্যুতিক ড° গোহাঁয়ে কেতিয়াও বিদ্ৰূপ কৰা নাই। মধ্যবিত্তৰ ভণ্ডামি, আপোচ, সুবিধাবাদ আৰু ভ্ৰষ্টাচাৰকহে তেওঁ নিৰ্মমভাৱে পাঠকৰ আগত উদঙাই আনিছে। সাহিত্য সমালোচনাত আৰম্ভণিৰ পৰাই এই চৰিত্ৰ প্ৰতিফলিত হৈছে। কাৰিকৰী দিশত অনেক খুঁত

আঙুলিয়াই দিয়ো সমালোচগৰাকী জ্যোতিপ্ৰসাদ আৰু বিষ্ণু ৰাভাৰ প্ৰতি শ্ৰদ্ধাশীল হোৱাৰ কাৰণ এই-দুগৰাকী লিখক মধ্যবিত্তৰ মোহৰ পৰা মুক্ত। অমূল্য বৰুৱা, ভবানন্দ দত্ত, হেম বৰুৱা, হেমাংগ বিশ্বাস আদিৰ সাহিত্যকৃতিৰ উজ্জ্বল দিশবোৰো এই দিশৰ পৰাই সমালোচগৰাকীয়ে আঙুলিয়াই দিছে। জনগণলৈ পিঠি দি সাহিত্যত বুদ্ধিৰ চমক দেখুৱাব খোজাসকলে তেওঁলোকতকৈ বেছি বুদ্ধিমান সমালোচকগৰাকীক চমক দেখুৱাব নোৱাৰে আৰু তেনে সাহিত্যৰ সমালোচনাত সময়ত তেওঁ প্ৰয়োজনতকৈও অধিক নিৰ্মম।

**বাস্তৱৰ স্বপ্নৰ** (প্ৰথম প্ৰকাশ ১৯৭২) শেষৰ প্ৰবন্ধটোত ড° গোহাঁয়ে লিখিছে ঃ "স্বাধীনতা লাভৰ পৰৱৰ্তী কালছোৱাত ৰচিত অসমীয়া সাহিত্য সকলোখিনি বিশদভাৱে অধ্যয়ন কৰি তাৰ ওপৰত সুচিন্তিত মন্তব্য দিয়া প্ৰবন্ধ লিখকৰ হোৱাই নাই।" (পৃঃ ১৬৯) কিন্তু এইখন কিতাপৰে ৫৯ পৃষ্ঠোজোৰা প্ৰথম প্ৰবন্ধত অসমৰ দাৰিদ্ৰ্যৰ বস্তুগত কাৰণবোৰৰ বৈজ্ঞানিক অনুসন্ধান কৰিছে। অসমীয়া জাতিৰ দাৰিদ্ৰ্যৰ কাৰণ নিৰ্ণয় কৰিবলৈ দেশ-বিদেশৰ দাৰিদ্ৰ্যৰ ঐতিহাসিক কাৰণ চালিজাৰি চাইছে, একোটা উক্তিৰ সমৰ্থনত বিস্তৰ তথ্য আগবঢ়াইছে। অসমীয়া মধ্যবিত্তৰ শ্ৰেণী চৰিত্ৰৰ এনে অধ্যয়নে পৰৱৰ্তী গৱেষণাৰ কাৰণে পথ প্ৰদৰ্শন কৰিছে।

সাহিত্যৰ সত্যত সৌৰভ কুমাৰ চলিহাৰ 'অশান্ত ইলেক্ট্ৰন' গল্পটোৰ বিষয়ে সমালোচকে কৈছে ঃ "নায়কৰ সৎ আৰু সুস্থ জীৱনৰ প্ৰতি হেঁপাহো সেইদৰেই অনুৰ্বৰ— এটা ভিত্তিহীন আশাৰ যোগেদি তুচ্ছ আৰু ভাৰাক্ৰান্ত প্ৰাত্যহিক জীৱন গৌৰৱান্বিত কৰাৰ এটা বৃথা চেষ্টা সামৰণিত। গল্পৰ কেন্দ্ৰত মাত্ৰ নিষ্ক্ৰিয় বিবেক দংশনত জৰ্জৰ, ভাবৰ ভাৰত কুঁজা অকাল বৃদ্ধ ডেকা নায়ক।" মানুহৰ সুখ-সমৃদ্ধি আৰু সমাজৰ স্বাস্থ্যই সকলো সৎ সাহিত্যিকৰ মূল লক্ষ্য। অসমৰ দৰে এখন ঠাইত সাহিত্যিকে হতাশা, নেতি, সংশয়, অবিশ্বাস আদিকে সাহিত্যৰ মূল ৰস কৰিলে সমাজৰ শ্ৰীবৃদ্ধি হ'ব নোৱাৰে। 'ভাবৰ ভাৰত কুঁজা অকাল বৃদ্ধ ডেকা নায়ক'ৰ প্ৰতি সুস্থ সমাজজীৱন বিচৰা সমালোচক সহানুভূতিশীল হোৱাৰ প্ৰশ্ন নুঠে। বাস্তৱৰ স্বপ্নত সন্নিবিষ্ট "আলি দোমোজাত অসমীয়া গল্প-সাহিত্য"ত সমালোচকৰ একেধৰণৰ চিন্তাই প্ৰতিফলিত হৈছে ঃ "বৰ্তমান সমাজ-ব্যৱস্থাৰ মেৰাপকত সোমোৱা সাধাৰণ মানুহে বাধ্য হৈ যিখন ভেঙুচালি কৰি বাচি আছে, তাকেই তেওঁ মানুহৰ প্ৰকৃত চেহেৰা বুলি ধৰি লৈছে। তেওঁ বুজা নাই যে বৰ্তমান মানুহৰ ভাগ্যদশা নিৰুপায় নিৰ্বীজতা বুলি ধৰি লোৱাৰ ফলত তেওঁৰ সাহিত্যও ভেঙুচালিত পৰিণত হৈছে। অসমীয়া গল্পৰ প্ৰেম হ'ল অলপ ৰঙীন মোহসনা সাময়িক যৌন আকৰ্ষণ। নৱকান্ত বৰুৱাৰ কপিলীপৰীয়া সাধুত তাৰ ব্যতিক্ৰম, ৰান্না বৰুৱাৰ সেউজী পাতৰ কাহিনীত তাৰ ব্যতিক্ৰম...।" একে প্ৰবন্ধত সাহিত্যিক সমালোচকৰ সমাজ চেতনা আৰু ৰাজনৈতিক জ্ঞানৰ প্ৰয়োজনৰ কথা দোহাৰি কৈছে যে ৰাজনীতিৰ প্ৰতি অবিশ্বাস আৰু অন্ধতা শ্ৰেণীগত মনোভাবহে। (পৃঃ ৬৩ আৰু ৬৫) একেই প্ৰবন্ধত ড° গোহাঁয়ে কৈছে যে মধ্যবিত্ত সমাজৰ বিকৃতি, ক্ষয় আৰু অমানুবিকতা উদঙাই দি সৰ্বহাৰাৰ সংগ্ৰামক প্ৰতিফলিত কৰা প্ৰগতিশীল সাহিত্যিকৰ দায়িত্ব। (পৃঃ ৬৯)

সাহিত্য আৰু চেতনাৰ পাতনিত ডঃ গোহাঁয়ে পেটি-বুৰ্জোৱা আৰু বুৰ্জোৱা সংস্কাৰৰ

বিষয়ে সজাগ হোৱাৰ কথা স্বীকাৰ কৰি জনগণৰ বাবে কলাশিল্পক "পনীয়া" কৰাত পূৰ্বৰ আপত্তিৰ উল্লেখ কৰিলেও "পনীয়া" শব্দটো উৰ্ধকমাৰ মাজত ৰখা কথাটো মন কৰিবলগীয়া। জনগণৰ নাম লৈ কিবা লিখিলেই ড° গোহাঁই তেনে লিখনিৰ প্ৰতি সহানুভূতিশীল বুলি আশা কৰিব নোৱাৰি। মোহান্ধ মধ্যবিত্তৰ সাহিত্যৰ পৰা শিকিব পৰা কথাবোৰ যিদৰে তেওঁ মুকলি মনেৰে আঙুলিয়াই দিয়ে, নিজকে গণশিল্পী বুলি ভবা অনেকৰ তৰাং ৰচনাকো তেওঁ আওকাণ কৰে। কবিতাৰ উৎস সন্ধানত লৰ্কাৰ কবিতা আলোচনা কৰিবলৈ গৈ তথাকথিত অসমীয়া প্ৰগতিশীল কবিতাৰ বিষয়ে মন্তব্য কৰিছে ঃ "আৰু এচামে মুকলি পথাৰত ঝুম বান্ধি নিচান উৰাই চিঞৰি চিঞৰি মাত ভাঙিছে। .... (এই) চামৰ গাজনি-ঢেৰেকণিত ৰাইজৰ দুই-চাৰিজনে কাণসাৰ নিদিয়াকৈ থকা নাই। খন্তেক ৰৈ কোনোৱে শুনিছে— চাইকেলত বজাৰৰ মোনা বন্ধা। কিন্তু আন্দোলনকাৰীসকলে আশা কৰা দৰে ভাগৰ আৰু ঔদাসিন্যৰ হতাশা আৰু তিক্ততাৰ চামনি ভেদি ৰাইজৰ আমঠুত তেওঁলোকৰ আহ্বান লগা নাইগৈ। হিলদল ভাঙি ৰাইজ তেওঁলোকৰ ফালে অহা নাই।... পাঠকতকৈ কবিৰ সংখ্যা সৰহ। .... এওঁলোকে উৎসাহতে কেতিয়াবা এনে মনোভাবো দেখুৱায় যেন মাৰ্ক্সবাদৰ সূত্ৰবিলাক জনা থাকিলে কবিতা লিখাটো একো কথাই নহয়। .... পাৰ্টিৰ নেতাসকলে সদায় ভাবে যে শিল্পী আৰু লেখকসকলক কড়া নিৰ্দেশ দিলেই বা টানকৈ ভাবুকি দিলেই কলাশিল্প লহপহকৈ বাঢ়ি আহিব।" (সাহিত্য আৰু চেতনা, পৃঃ ২০৭-২১১) জনগণৰ বাবে লিখিছে বুলিয়েই কলাগুণৰ লগত আপোচ কৰা বিধৰ সমালোচক ড° গোহাঁই নহয়। সঁচাকৈ কিবা মহৎ গুণ থাকিলেহে তেওঁ তাক প্ৰশংসা কৰিব। প্ৰগতিশীল কবিতাৰ ক্ষেত্ৰত ড° গোহাঁয়ে বাওঁপন্থী ৰাজনৈতিক দল আৰু সাহিত্য সম্পৰ্কীয় দলীয় নীতি-নিৰ্দেশনাকো সমালোচনাৰ মাজলৈ আনিছে। ঘণ্টাকৰ্ণ আৰু কুম্ভকৰ্ণৰ কথোপকথনত সাহিত্য সমালোচনাত যি বিশ্ব সাহিত্যৰ মানদণ্ডৰ কথা ধেমেলীয়া সুৰত কোৱা হৈছিল, সেই উচ্চ মানদণ্ডৰ লগত ড° গোহাঁয়ে কোনো সমালোচনাতে আপোচ কৰা নাই। সংস্কৃতি 'টিংখোপৰ পৰা নমাই' জনসাধাৰণৰ মাজলৈ নিবলৈ বিচৰাসকলে উচ্চস্তৰৰ গণসংস্কৃতি কেনে ধৰণৰ হ'ব লাগে তাৰ শিক্ষা লাভ কৰিব পাৰে লৰ্কা, পেব্ল' নেৰুডা আদিৰ কবিতাৰ মৰ্মভেদী সমালোচনা পঢ়ি। ড° গোহাঁয়ে অসমীয়া সাহিত্যক ঐতিহাসিক পটভূমিত থৈ বিশ্বৰ শ্ৰেষ্ঠ সাহিত্যকৃতিৰ তুলনাত বিচাৰ কৰে। হেম বৰুৱাৰ কবিতা সমালোচনা কৰি সেইবাবে সমালোচকগৰাকীয়ে ক'ব পাৰে ঃ "মানৱ জীৱনৰ উচ্ছল সমুদ্ৰৰ উপকূলত ভয়, মোহ, বৈৰাগ্যৰে বৈ থকা এলিয়টে এনে কবিতা লিখিব পৰা হ'লে তেওঁৰ প্ৰতিভাই যথাৰ্থ পূৰ্ণতা লাভ কৰিলেহেঁতেন।" ডিম্বেশ্বৰ নেওগ, ড° বাণীকান্ত কাকতি আদি প্ৰখ্যাত সমালোচকেও ইংৰাজী সাহিত্যৰ লগত অসমীয়া সাহিত্যৰ তুলনা কৰোতে ইংৰাজী কবি এলিয়টৰ কবিতাৰ লগত হেম বৰুৱাৰ কবিতা ৰিজাই কোনোবা এটা দিশতো হেম বৰুৱাৰ প্ৰসিদ্ধি ওখখাপৰ বুলি কৰা সাহিত্য বিচাৰ অসমীয়াত বোধহয় এয়ে প্ৰথম।

ড° হীৰেন গোহাঁইৰ সাহিত্য সমালোচনা গৱেষণামূলক। সাহিত্যকৃতিক সামাজিক আৰু ঐতিহাসিক পটভূমিত বিচাৰ কৰিবলৈ গৈ অসমীয়া সমাজখনক তেওঁ বিস্তৃতভাৱে অধ্যয়ন

কৰিছে। বেজবৰুৱা, গোহাঞিবৰুৱা, ৰজনীকান্ত বৰদলৈ, অম্বিকাগিৰী, জ্যোতিপ্ৰসাদ, বিষ্ণুৰাভা আদি লিখকসকলৰ সাহিত্যকৃতি মূল্যায়ন কৰিবলৈ যাওঁতেই সমালোচকগৰাকীয়ে অসমীয়া মধ্যবিত্তৰ ইতিহাসো ৰচনা কৰিছে। অসমৰ ইতিহাসক আকৌ বিচ্ছিন্নভাৱে অধ্যয়ন কৰা হোৱা নাই; এই ইতিহাস ভাৰতৰ ইতিহাসৰ পৰিপ্ৰেক্ষিতত বিচাৰ কৰা হৈছে।

সামগ্ৰিকভাৱে ড° গোহাঁইৰ সমালোচনাৰ ভাষা সাধাৰণ আগ্ৰহী পাঠকে বুজি পাব পৰা ভাষা। সাহিত্যতত্ত্বৰ জটিল ধাৰণাবোৰো সমালোচকগৰাকীয়ে আত্মীকৰণ কৰি ইমান সৰল কৰি অসমীয়া ভাষাত প্ৰকাশ কৰিছে ভাবিলে বিস্ময় মানিব লাগে। দেশ-বিদেশৰ বিভিন্ন সাহিত্যতত্ত্বৰ অসমীয়া অনুবাদজাতীয় কিছু কিতাপ বিচাৰিলে পোৱা যায়, কিন্তু সিবিলাক ড° গোহাঁইৰ কিতাপৰ লগত তুলনীয় নহয়। তত্ত্বৰ কথাও ড° গোহাঁইৰ সমালোচনাৰ মাজত ইমান স্বাভাৱিকভাৱে মিলি থাকে যে পাঠকে কেতিয়াবা গমকে নাপায়। কোনো ঠাইত কেতিয়াবা তত্ত্বৰ সাৰাংশ সৰল ভাষাত ব্যক্ত কৰিলেও তত্ত্ব সাধাৰণতে সমালোচগৰাকীৰ বাবে সাহিত্য বিচাৰৰ ভিত্তিহে। দেশ আৰু কালৰ সমাজ বাস্তৱৰ সূক্ষ্ম চেতনাৰে গভীৰ সামাজিক দায়িত্ব স্বীকাৰ কৰি সাহিত্যতত্ত্বক সমালোচকগৰাকীয়ে সাহিত্য বিচাৰত প্ৰয়োগ কৰিছে।

অসমীয়া সমালোচনা সাহিত্যক প্ৰণালীবদ্ধ কৰিবলৈ বিচৰা প্ৰথমগৰাকী সমালোচক ডঃ বাণীকান্ত কাকতি। ড° কাকতিৰ সমালোচনাৰ উজ্জ্বল দিশ আৰু ত্ৰুটিৰ সূক্ষ্ম বিশ্লেষণ কৰিছে ড° গোহাঁয়ে। তেওঁ তৰুণ বয়সৰ কাকতিৰ গভীৰ নৈৰাশ্যক সামাজিক, সাংস্কৃতিক আৰু বৌদ্ধিক পটভূমিত ব্যাখ্যা কৰিছে। ৰাজনৈতিক, সামাজিক, সাংস্কৃতিক আৰু বৌদ্ধিক কাৰণত ড° কাকতিৰ যি কৰুণ জীৱনদৰ্শন গঢ় লৈ উঠিছিল, পিছলৈ সি মহাপুৰুষীয়া ধৰ্ম-পৰম্পৰাৰ পৰা আহৃত কঠোৰ সংযম, বিষয়-সংসাৰৰ প্ৰতি অনাসক্তি আদিৰ প্ৰবাৱত সুদৃঢ় হয় বুলি ড° গোহাঁয়ে দেখুৱাইছে। সমালোচকগৰাকীৰ মতে ড° কাকতিয়ে পাশ্চাত্যৰ প্ৰত্যাহ্বান পশ্চিমীয়া ধৰণেৰে গ্ৰহণ নকৰিলে। আন বিশিষ্ট অসমীয়া মধ্যবিত্তৰ দৰে তেওঁ বিজ্ঞান আৰু বৈষয়িক সফলতাৰ ফালে পিঠি দি কঠোৰ জীৱন আৰু আধ্যাত্মিক শান্তিৰ পথ বাছি ল'লে। ড° গোহাঁয়ে ড° কাকতিৰ নীৰৱ সাধনাৰ উৎস ভিক্টোৰীয় যুগৰ কৰ্ম-সংস্কৃতি বুলি চিনাক্ত কৰিছে। ড° গোহাঁয়ে কৈছে : "প্ৰতিজন শিক্ষিত আধুনিক অসমীয়াক ড° বাণীকান্ত কাকতি আৰু ড° সূৰ্যকুমাৰ ভূঞাই নিজৰ জাতীয় ঐতিহ্য পৰম্পৰাক লৈ গৌৰৱান্বিত হ'বলৈ শিকাইছিল। এই পণ্ডিত দুগৰাকীয়েই শিক্ষিত অসমীয়াক সুস্থিৰ জাতীয় পৰিচয়ৰ সজ্ঞানতা দিছিল।" (Banikanta Kakati : The man and His works, ed Tabu Taid & Ranjit Dev Goswami, p-45) ড° কাকতিৰ সীমাবদ্ধতা সম্পৰ্কে ড° গোহাঁয়ে কৈছে : "তেওঁ বৈজ্ঞানিক অনুসন্ধানৰ পদ্ধতি বৰ্জন কৰি দ্বিধাহীনভাৱে সামৰণিত (Mother Goddess Kamakhya-ৰ) প্ৰাচীন কামৰূপৰ ধৰ্মৰ ধাৰাটোক গৰিহণা দিছে।... এনেবোৰ আচাৰক ঘৃণ্য-কুসংস্কাৰ বা অযৌক্তিক, বিকৃত ৰুচিবিলাস বুলি গৰিহণা দি কাকতি ঐতিহাসিক দৃষ্টিকোণৰ পৰা আঁতৰি গৈছে।...."দেৱীমাতৃ পূজা'ৰ অন্তৰালত থকা ঐতিহাসিক আৰু সামাজিক তথ্যসমূহ একাংশ তেওঁ পোহৰলৈ আনিলেও সেইবোৰৰ যথোচিত মূল্যায়ন

তেওঁৰ পক্ষে সম্ভৱ হৈ নুঠিল।" (সাহিত্য আৰু চেতনা, পৃঃ ২৬৪-৬৫)।

যিসকল লোকে অসমীয়া ভাষাত অমুক ইংৰাজী শব্দটোৰ অসমীয়া প্ৰতিশব্দ নাই ইংৰাজীত থকা অনেক ধাৰণা অসমীয়াত প্ৰকাশ কৰিব নোৱাৰি বুলি সদায় কেন্‌কেনাই থাকে সেই সকলে ড° হীৰেন গোহাঁইৰ সমালোচনা কিতাপসমূহ মনোযোগেৰে পঢ়িলে তেখেতসকলৰ ধাৰণা সলনি হ'ব। ড° গোহাঁইৰ সমালোচনাই পাঠকক অসমীয়া ভাষাৰ ঐশ্বৰ্যক লৈ গৌৰৱ কৰিবলৈ শিকায়। এফ. আৰ. লীৱিচৰ সমালোচনাৰ বিষয়ে সমালোচনাত্মক দৃষ্টিভংগীৰে গৱেষণামূলক প্ৰবন্ধ ড° গোহাঁয়ে অসমীয়াত লিখিছে। লীৱিচৰ সূত্ৰ ত্যাগ কৰাৰ পিছতো তেওঁ লীৱিচৰ গভীৰতা স্বীকাৰ কৰি কৈছে ঃ "মহান বিজ্ঞানীৰ দৰে লীৱিচৰ সাধনাও অনুসন্ধানৰ সাধনা। লীৱিচে সাহিত্যৰ যোগেদি বিচাৰিছে কিছুমান প্ৰশ্নৰ উত্তৰ, কিছুমান সমস্যাৰ সমাধান — অন্ততঃ কিছুমান সমস্যাৰ গভীৰতৰ উপলব্ধি। এইবোৰ সমস্যা বা প্ৰশ্ন ব্যক্তিগত খেয়াল বা উৎকেন্দ্ৰিক ব্যক্তিত্বৰ (eccentricity) ফল নহয়। লীৱিচে এইবোৰ সমস্যা আপোন কৰি লৈ ঐকান্তিকভাৱে তাৰ উত্তৰ বিচৰা বাবেই তেওঁৰ সমালোচনাত গভীৰতা আছে। .....ইংৰাজী সাহিত্যৰ পৰিসীমাৰ বাহিৰতো তাৰ প্ৰভাৱ সৃষ্টিশীল হ'ব পাৰে।" (বাস্তৱৰ স্বপ্ন, পৃঃ ১০৭) ড° গোহাঁইৰ অম্বিকাগিৰী সমালোচনাত লীৱিচৰ সূত্ৰ অনুসৰণে সহায় কৰা বুলি সমালোচকগৰাকীয়ে নিজে উল্লেখ কৰিছে। লীৱিচৰ সীমাবদ্ধতা মাৰ্ক্সবাদী দৃষ্টিকোণৰ পৰা ড° গোহাঁয়ে আঙুলিয়াই দেখুৱাইছে। "....কিন্তু মাৰ্ক্সবাদে লীৱিচৰ ব্যাখ্যাত থকা মানুহৰ আধ্যাত্মিক শক্তি তথা ইচ্ছাশক্তিৰ ওপৰত বিশ্বাসক সমৰ্থন নকৰে। আধুনিক মানহৰ নানা অসুখ আৰু অশান্তি যন্ত্ৰশিল্পৰ ফল, বুলি মাৰ্ক্সবাদে নাভাবে— নাইবা তাৰ প্ৰতিকাৰ সাহিত্যৰ যোগেদি বাচি থকা মানুহৰ আধ্যাত্মিক আৰু নৈতিক ঐতিহ্যত নিবিচাৰে। বৰং এক ক্ষয়িষ্ণু প্ৰতিক্ৰিয়াশীল সমাজ ব্যৱস্থাৰ অনুৰ্বৰতাতে মাৰ্ক্সবাদে আধুনিক মানৱ জীৱনৰ wasteland ৰ কাৰণ বিচাৰি পাইছে। লীৱিচে যেনেকৈ বিশ্ববিদ্যালয়ৰ এমুঠি সংস্কৃত আৰু শিক্ষিত মানুহৰ সাধনাত সংকটৰ উত্তৰ বিচাৰিছে সি মৰীচিকা মাত্ৰ।" (পৃঃ ১১০)

শংকৰদেৱৰ সাহিত্যকৃতিৰ সমালেচনাতো ড° গোহাঁয়ে নতুন পোহৰ পেলাইছে। অনিল ৰায়চৌধুৰীক শ্ৰীমন্ত শংকৰ সংস্কৃতিৰ বাবে শংকৰদেৱ আলোচনাৰ এটা নতুন দিশৰ বাটকটীয়া বুলি কৈ সমালোচকগৰাকীয়ে সামাজিক দিশৰ পৰা শংকৰদেৱৰ ৰচনাৱলী বিচাৰ কৰিছে ঃ "...শংকৰদেৱৰ ধৰ্মৰ মানৱতাবোধ, জাতিভেদৰ প্ৰতি ঔদাসিন্য আৰু উদাৰতা সনাতন হিন্দু সমাজ-ব্যৱস্থাৰ নিৰ্মম বৰ্ণভেদৰ তুলনাত নিঃসন্দেহে নৈতিক দিশৰ পৰা মহীয়ান আছিল। সজ্ঞানে শংকৰদেৱে সমাজ-ব্যৱস্থাৰ বৈপ্লৱিক ৰূপান্তৰ বিচাৰ নাছিল সঁচা কিন্তু বিপ্ৰসকলৰ অন্ধ বৰ্ণাভিমানক তেওঁ বহুবাৰ প্ৰকাশ্যে অৱজ্ঞা কৰিছিল।" (বাস্তৱৰ স্বপ্ন, পৃঃ ১৬১) কীৰ্ত্তন পুথিৰ ৰস বিচাৰত (প্ৰথম প্ৰকাশ, ১৯৮১) সামাজিক দিশৰ পৰা সমালোচকগৰাকীৰ এটা নতুন দৃষ্টিকোণ প্ৰকাশ পাইছে। "তেওঁ [শংকৰদেৱ] যদিও ৰাজতন্ত্ৰৰ শৃংখলা মানিবলৈ সন্মত আছিল আদিম সামন্তযুগৰ ৰাজ শক্তিৰ নিৰ্মমতাক তেওঁ গভীৰ খেদ আৰু তিক্ততাৰে নেওচা দিছিল। ...জনজাতীয় আৰু ব্ৰাহ্মণ্য সংস্কৃতিৰ অন্ধ আচাৰ

নিষ্ঠাৰ বিপৰীতে তেওঁ দাঙি ধৰিছিল উদাৰ, সহজ, গতিময় নামধৰ্মৰ মহিমা। ...পুৰণিৰ বাধা নেওচি জীৱনক নতুনকৈ গঢ় দিব খোজা শ্ৰীমন্ত শংকৰ আছিল অসমৰ আপামৰ জনসাধাৰণৰ ভৱিষ্যতৰ দিকদৰ্শক।" (পৃঃ ঘ, ঙ) অসমৰ জাতীয় জীৱনত মহাপুৰুষীয়া পৰম্পৰাৰ প্ৰভাৱ সম্পৰ্কেও ডঃ গোহাঁয়ে প্ৰণালীবদ্ধ গৱেষণাৰ ফল অসমীয়া মানুহক দিছে।

ড° গোহাঁইৰ শেহতীয়া সাহিত্য সমালোচনাৰ এখন চমৎকাৰ ৰচনা নীলমণি ফুকনৰ নিৰ্বাচিত কবিতা **সাগৰ তলিৰ শঙ্খৰ** (১৯৯৪) সম্পাদকীয় পাতনিখন। সম্পাদকে কবিজনৰ যি দীঘলীয়া সাক্ষাৎকাৰ গ্ৰহণ কৰিছে তাৰ মাজেদিও সাহিত্য আৰু জীৱনৰ সূক্ষ্ম সম্পৰ্কৰ বিষয়ে অনেক তথ্য পোহৰলৈ আহিছে। কেনে ধৰণৰ দৃষ্টিকোণৰ পৰা ডঃ গোহাঁয়ে নীলমণি ফুকনৰ কবিতা সমালোচনা কৰিছে তাক এনে ধৰণৰ উক্তিৰ পৰা গম পাব পাৰি : "তেওঁ নিবিড়ভাৱে পাৰ্থিব, নিতান্ত মানৱীয় জীৱনৰ কবি। তেওঁ আৱিষ্কাৰ কৰা সকলো ৰহস্য মানৱ জীৱনৰ ৰহস্য। প্ৰতীকবাদী কালছোৱাত কথাটো কিছু অস্পষ্ট হৈ থাকিলেও পৰিণত কাব্য সাধনাৰ পৰ্যায়ত কথাটো সন্দেহাতীতভাৱে প্ৰতীয়মান হৈছে। ...আমাৰ পৰম্পৰাগত গঞা জীৱনৰ সহজ সৰল সহৃদয় মানৱতা তেওঁৰ কবিসকলৰ এক মূল্যবান সম্পদ। ... এটা সময়ত তেওঁ সমাজৰ পৰা পিছ হুঁহকি গৈ নিৰ্জনতাৰ কোলাত জীৱন সত্যৰ অন্বেষণ কৰিছিল। ....এই আত্মমগ্নতাৰ এদিন শেষ হ'ল আৰু তেওঁ ধূলি মলি, তেজ ঘামৰ পৃথিৱীলৈ উভতিল।" (পৃঃ x-xi) গভীৰ সামাজিক দায়িত্ব স্বীকাৰ কৰি লোৱা বাবেই প্ৰতীকবাদী আত্মমগ্নতা আৰু কবি কল্পনাৰে বিকল্প জগত সৃষ্টিৰ প্ৰৱণতাক ডেকা কবিসকলৰ ক্ষেত্ৰতো ডঃ গোহাঁয়ে সদায় নিৰুৎসাহিত কৰি আহিছে।

ড° গোহাঁইৰ ষাঠিৰ দশকৰ সমালোচনাৰ লগত পৰৱৰ্তী সমালোচনা ৰিজাই চালে দেখা যায় যে সমালোচকগৰাকীয়ে অসম প্ৰসংগত সামাজিক উত্তৰণ আৰু 'গণভিত্তিক সাংস্কৃতিক জাগৰণ'ৰ বাবে পৰৱৰ্তী কালছোৱাত অধিক চিন্তিত হৈ পৰিছে। সামাজিক উত্তৰণ বা সাংস্কৃতিক জাগৰণ নোহোৱাকৈ সাহিত্য সংস্কৃতিৰ উচ্চ মান আশাও কৰিব নোৱাৰি বুলি তেওঁৰ বিশ্বাস। সাম্প্ৰতিক পৰিস্থিতিত সাহিত্যত বিমূৰ্ত উচ্চমান আশা কৰাতকৈ সামাজিক উত্তৰণ আৰু সাংস্কৃতিক জাগৰণহে অধিক গুৰুত্বপূৰ্ণ কথা। ড° গোহাঁইৰ বিশ্বাস এতিয়া এমুঠি সম্ভ্ৰান্ত আৰু শিক্ষিত পৰিয়ালে সংস্কৃতি চৰ্চাৰ জৰিয়তে অসমীয়া জাতিক আগুৱাই নিব নোৱাৰে : "এতিয়া কৃষক আৰু নিম্নবিত্ত পৰিয়ালৰ সতি-সন্ততিৰ ওপৰতে জাতিৰ ভৱিষ্যত নিৰ্ভৰ কৰিছে।" (**তৰা আৰু বোকা**, পৃঃ ১১৬) সামাজিক দায়িত্ব স্বীকাৰ কৰি লোৱা বাবে ড° গোহাঁয়ে যিদৰে বিমূৰ্ত উচ্চ মানৰ ঠাইত সাংস্কৃতিক জাগৰণক গুৰুত্ব দিছে। সেইদৰে সাধাৰণ পাঠকে বুজিব পৰাকৈ তথ্যৰ মাজেদিয়ে তত্ত্বও প্ৰকাশ কৰিছে। তেওঁ নিজেও এঠাইত এই কথা ব্যক্ত কৰিছে : "আমাৰ গাঁৱে ভূঞে থকা অসংখ্য পাঠকৰ কথা মনত ৰাখি আমি তথ্যৰ মাজেদিয়ে তত্ত্ব প্ৰকাশ কৰাৰ জনগণৰ পৰিচিত অভিজ্ঞতাৰ বিশ্লেষণৰ যোগেদিয়েই বিভিন্ন ৰাজনৈতিক বা ঐতিহাসিক ধাৰণা ব্যক্ত কৰাৰ চেষ্টা কৰিছো। তত্ত্ববিলাসী আধুনিক ভাৰতীয় মনে বাস্তৱ পৰিস্থিতিৰ ওপৰত ভাঁহি ফুৰিয়েই আৰাম পায়।

আমি কিন্তু পাৰ্যমানে চেষ্টা কৰিছোঁ মাটিত খোপনি পুতিবলৈ।" (তেজৰ আখৰে লেখা, ১৯৮২, পৃঃ ৯৮-৯৯) একেই সুৰতে ড° গোহাঁয়ে "কবিতাৰ ভবিষ্যত আৰু সমাজৰ ভবিষ্যত" শীৰ্ষক প্ৰবন্ধত কৈছে ঃ "....আমাৰ দেশত কবিতা আজিও ঠিক জনপ্ৰিয় কৃষ্টি নহলেও বহুসংখ্যক শিক্ষিত ডেকা-গাভৰুৰ আগ্ৰহ আৰু আকৰ্ষণ জন্মাব পৰা এবিধ সাংস্কৃতিক অনুশীলন। সি এমুঠি বিদগ্ধজনৰ বিদ্যা হৈ পৰা নাই. কোনো কোনোৱে ভাবে যে কবিতা লৈ ইমানবোৰ মানুহে হেতাওপৰা লগালে কবিতাৰ "দুখ লাগিব" — সি হতশ্ৰী হ'ব। আমি কিন্তু পৰিস্থিতিটোৰ কিছুমান বিপদ সত্ত্বেও তাক মূঠৰ ওপৰত মঙ্গলজনক বুলিয়ে ক'ব খোজোঁ।" (যোগাযোগ, ১৯৯৩, পৃঃ ৭৮)

নতুন সমালোচনাৰ মূল দৰ্শন সম্পৰ্কে সন্দেহ ওপজাত ড° গোহাঁয়ে সামাজিক দায় স্বীকাৰ কৰি মাৰ্ক্সবাদৰ তত্ত্বৰ আধাৰত যোৱা তিনিটা দশক জুৰি সমাজ আৰু সাহিত্য-সংস্কৃতিৰ সমালোচনা কৰি আহিছে। নতুন সমালোচনা আৰু মাৰ্ক্সবাদী সমালোচনাৰ বাটকটীয়া এই সমালোচকগৰাকীয়েই সৰ্বাধুনিক সাহিত্য সমালোচনা সম্পৰ্কীয় চিন্তাৰ লগতো অসমীয়া পাঠকক পৰিচয় কৰি দিছে। আন কোনোৱে যে এই বিষয়ে লিখা নাই তেনে নহয়, কিন্তু ড° গোহাঁয়ে যিদৰে সৰ্বাধুনিক সাহিত্য চিন্তাক আত্মীয়কৰণ কৰি অসমীয়া সাহিত্য আৰু ইতিহাসৰ পৰা উদাহৰণ দি প্ৰাঞ্জল ভাষাত বুজাব পাৰিছে আন কোনোৱে পৰা নাই। ৰুথা, গৰীয়সী আদি আলোচনীত প্ৰকাশিত প্ৰবন্ধৰ উপৰি "ঐতিহ্যৰ সৃষ্টি আৰু ৰূপান্তৰ" শীৰ্ষক প্ৰবন্ধ (ঐতিহ্যৰ ৰূপান্তৰ আৰু অন্যান্য প্ৰবন্ধ, ১৯৯৩) এই দিশত গুৰুত্বপূৰ্ণ।

এককভাৱে ডঃ হীৰেন গোহাঁয়ে চাৰি দশক জুৰি সাহিত্য, সমাজ আৰু সংস্কৃতিৰ সমালোচনাৰে অসমীয়া ভাষা আৰু সাহিত্যক যি পৰিমাণে সমৃদ্ধ কৰিলে তাৰ তুলনা নাই। তেওঁ অসাধাৰণ ধীশক্তিৰে বিভিন্ন সমালোচনা আৰু সাহিত্য তত্ত্ব আত্মীকৰণ কৰি লৈছে, কিন্তু তেওঁৰ মূল তত্ত্ব হ'ল নিপীড়িত আৰু অবদমিত মানুহৰ প্ৰতি প্ৰেম আৰু দায়িত্ব। ড° গোহাঁইৰ চিন্তা যিদৰে পৰিষ্কাৰ, ভাষা সৰল আৰু শক্তিশালী। তেওঁৰ হাস্যৰস অতি সূক্ষ্ম আৰু ব্যংগ ক্ষুৰধাৰ। লুনাচাৰ্স্কিয়ে বাৰ্ণাৰ্ড শ্ব'ৰ বিষয়ে কৈছিল ঃ "কোনোবা পাঠক শ্ব'ৰ হাস্যশৰৰ লক্ষ্য হ'লে ত্ৰস্তমান হৈ পৰিব পাৰে, আৰু শ্ব'ই পুঁজিবাদী বাস্তৱৰ অন্ধকাৰ সাৰমৰ্ম উদঙাই দিয়া দেখি সহানুভূতিশীল পাঠকো স্তম্ভিত হ'ব।" (On Literature and art, P. 299) অনুৰূপ ধৰণেৰে বাৰ্টল্ট ব্ৰে'খ্‌টে শ্ব'ৰ বিষয়ে কৈছিল ঃ "... শ্ব' সন্ত্ৰাসবাদী। শ্ব'ৰ সন্ত্ৰাস অসাধাৰণ বিধৰ, তেওঁ এবিধ সুকীয়া অস্ত্ৰ ব্যৱহাৰ কৰে— আৰু সি হ'ল হাস্য।" (Twentieth Century Views, G.B. Shaw, p. 15) ড° হীৰেন গোহাঁয়ো এজন সন্ত্ৰাসবাদী। তেওঁৰ হাস্যই প্ৰতিপক্ষৰ বুকুত গভীৰ ত্ৰাসৰ উদ্ৰেক কৰিব পাৰে।

ড° গোহাঁইৰ সমসাময়িক এগৰাকী সমালোচক ভবেন বৰুৱা। বৰুৱাদেৱৰ সমালোচনাই জোনাকী যুগৰ পৰা বৰ্তমান সময়লৈকে ভালেকেইগৰাকী কবি-সাহিত্যিকৰ মৌলিকত্ব আৰু স্বকীয় বিশিষ্টতাৰ নিৰ্দেশ কৰিছে। সমালোচকগৰাকী নিজেও কবি আৰু তেওঁৰ কবিতা সমালোচনা বিশেষভাৱে উল্লেখযোগ্য। অজিৎ বৰুৱা, বীৰেশ্বৰ বৰুৱা আদি কবিৰ কবিতাৰ অন্তৰ্ভেদী সমালোচনাৰে বৰুৱাদেৱে অসমীয়া কবিতাৰ পাঠকক আধুনিকতাবাদী কবিতা

বুজাত বিশেষভাৱে সহায় কৰিছে। কবিতা এটাৰ পাঠে পাঠক-সমালোচকৰ মনলৈ অনা বিভিন্ন ধৰণৰ চিন্তাৰ প্ৰকাশ যে সমালোচনা নহয় আৰু সমালোচনা যে বিশেষ সাহিত্য কৃতিৰ সূক্ষ্ম আৰু সতৰ্ক অধ্যয়নত সীমাবদ্ধ থাকিব লাগে সেই কথা বৰুৱাদেৱৰ কবিতা সমালোচনাই আঙুলিয়াই দেখুৱায়। তেওঁৰ সমালোচনাৰ ভিত্তি তৈয়াৰ কৰিছে ইংগ-মাৰ্কিন নতুন সমালোচনাই।

ভবেন বৰুৱা আৰু ড° হীৰেন গোহাঁইৰ চেষ্টাত অসমীয়া সাহিত্যত সাহিত্য সম্পৰ্কীয় নতুন দৃষ্টিভংগী আৰু কেন্দ্ৰস্থ ধাৰণাই প্ৰবেশ কৰে। কবিতাৰ মাজেদিয়েই অসমীয়া সাহিত্যত আধুনিকতাবাদী সাহিত্য চিন্তাৰ বিস্তাৰ ঘটিছিল আৰু এই আধুনিকতাবাদে ৰোমাণ্টিক কবিৰ আবেগ-অনুভূতিৰ অসংযত আৰু অনিয়ন্ত্ৰিত আবেগ-অনুভূতিক নাকচ কৰিছিল। আধুনিক কবি আত্মসচেতন আৰু তেওঁলোকৰ কবিতাত অনুভূতিৰ লগত চিন্তা আৰু ধীশক্তিৰ প্ৰয়োগ চমৎকাৰ। ৰোমাণ্টিক কবিৰ ব্যক্তিগত কল্পনাৰ স্বতঃস্ফূৰ্ত আৰু স্বাধীন প্ৰকাশ ঘটাবলৈ যাওঁতে কোন অসমীয়া ৰোমাণ্টিক কবিয়ে সংযত আৰু নিটোল শিল্পৰূপত তাক নিৰ্মাণ কৰিছে তাক বৰুৱাদেৱৰ অন্তৰ্ভেদী সমালোচনাই আঙুলিয়াই দেখুৱাইছে। চন্দ্ৰপ্ৰসাদ শইকীয়াই সম্পাদনা কৰা অসমীয়াত বৰুৱাই চন্দ্ৰকুমাৰৰ "প্ৰকৃতি", হেমচন্দ্ৰ গোস্বামীৰ "প্ৰিয়তমাৰ চিঠি" আদি কবিতাৰ সূক্ষ্ম আলোচনাত সেই যুগৰ কাব্য চিন্তা আৰু কবিসকলৰ সিদ্ধিক উদ্ভাসিত কৰিছে। তেওঁ সমালোচনাক এখন বহল সাহিত্য-পৃষ্ঠভূমিত থয় কাৰণে কবিসকলৰ তুলনামূলক বিচাৰৰ দ্বাৰা সাহিত্যৰ বুৰঞ্জীত কবি একোজনৰ স্থানৰ নিৰ্দেশ তেওঁ কৰিব পাৰে। "প্ৰকৃতি" কবিতাৰ সমালোচনা প্ৰসংগত তেওঁ কৈছে ঃ যুদ্ধ-পূৰ্ব আমাৰ কবিসকলৰ ভিতৰত চন্দ্ৰকুমাৰ আগৰৱালা আৰু অম্বিকাগিৰী ৰায়চৌধুৰীয়েই এই বিচাৰত আটাইতকৈ গুৰুত্বপূৰ্ণ কবি। ...তেখেতসকলৰ সাৰ্থক কবিতাবোৰৰ মাজত যি স্তৰৰ গভীৰতাৰ এক বহল পৰিচয় পোৱা যায়, সেই স্তৰৰ গভীৰতাৰ তেনে বহল পৰিচয় আন অসমীয়া কবিসকলৰ কবিতাত অনুপস্থিত। এই দুজন কবিৰ কবিতা অৱশ্যে দুটা সুকীয়া চেতনাৰ কবিতা। ৰায়চৌধুৰীৰ কেন্দ্ৰীয় বোধ এক সংগ্ৰামপূৰ্ণ অথচ উদ্বেল প্ৰেমৰ; আগৰৱালাৰ কেন্দ্ৰীয় বিষয় হ'ল এক দুখবোধ।" (অসমীয়া, জুন ১৯৬৯) সমালোচক হিচাপে ভবেন বৰুৱাই সাহিত্য আৰু জীৱনৰ সম্পৰ্ক নিৰীক্ষণ কৰোতে সাহিত্যিকৰ জীৱনবোধ আৰু সাহিত্যকৰ্মৰ শিল্পৰূপ নিৰ্মাণৰ দিশৰ প্ৰতি সজাগ। কবিতাৰ ভাষা যে বিজ্ঞানৰ ভাষাৰ দৰে নহয় আৰু ইয়াৰ ভাষাৰ অৰ্থ বহুমাত্ৰিক আৰু আপাতবিৰোধী (paradoxical) হ'ব পাৰে সেই কথা বৰুৱাৰ সমালোচনাই বিশ্লেষণ কৰি দেখুৱায়।

ভবেন বৰুৱাৰ সমালোচনাই কবিতাৰ পাঠকৰ লগতে কবিকো কিদৰে উপকৃত কৰিছিল তাৰ উমান কবিয়ে কোৱা কথাৰ পৰাই পাব পাৰি। নীলমণি ফুকনদেৱে কৈছে ঃ "সেই সময়ত ('৫৯, '৬০) মহাদেশীয় কবিতাত অনুৰাগী বিস্তৃতভাৱে অধ্যয়নশীল কোনো কবিৰ সান্নিধ্য পোৱাৰ সৌভাগ্য মোৰ হোৱা নাছিল। তাৰ ভালেমান দিনৰ পিছতহে এই ক্ষেত্ৰত ভবেন বৰুৱাক লগ পাইছিলো। ...মোৰ কবিতাৰ বিৱৰ্তনত সেই সকলৰ ভিতৰত শ্ৰীভবেন বৰুৱাই বিশেষভাৱে সহায় কৰিছিল। ...মোৰ কল্পনাশক্তি, কবিতা, ৰুচিবোধ আৰু কবি

মানসৰ বিবর্তন আৰু পৰিবর্তনত ভালেকেইজন আমাৰ সমালোচকৰ গুৰুত্বপূর্ণ অৱদান আছে। সেইসকলৰ ভিতৰত তোমাৰ [ড° হীৰেন গোহাঁইৰ] আৰু ভবেন বৰুৱাৰ অবদানেই সর্বাধিক।" সত্তৰৰ দশকত ভবেন বৰুৱাই সম্পাদনা কৰা সংলাপ আৰু সংজ্ঞাত আধুনিক অসমীয়া কবিতাৰ মর্মভেদী সমালোচনা প্রকাশ পাইছিল। অজিৎ বৰুৱা, নীলমণি ফুকন, নির্মলপ্রভা বৰদলৈ, হীৰনে ভট্টাচার্য আদি কবিৰ কবিতাৰ সমালোচনাই সমালোচনা সাহিত্যক গভীৰতা দান কৰিছিল।

ড° বাণীকান্ত কাকতিয়ে দেখুৱাই যোৱা পথেৰেই আগবাঢ়ি ড° গোহাঁই আৰু ভবেন বৰুৱাই অসমীয়া সমালোচনা সাহিত্যক সমৃদ্ধ কৰিছে। **জীৱনৰ বাটত** উপন্যাসখনৰ কথা পোনতে ড° কাকতিয়েই উল্লেখ কৰিছিল। পৰৱৰ্তী কালত ড° গোহাঁই আৰু ভবেন বৰুৱাই নিজা সমালোচনাৰে উপন্যাসখনৰ শ্ৰেষ্ঠাত্ব প্রতিপন্ন কৰিলে। ভবেন বৰুৱাই ইংৰাজীত লিখা এটা সমালোচনাত উপন্যাসখনক ভাৰতীয় উপন্যাস আখ্যা দি লিখিলে : "বীণা বৰুৱাৰ **জীৱনৰ বাটত** উপন্যাসখন এতিয়ালৈকে অসমীয়া সাহিত্যত শ্ৰেষ্ঠ উপন্যাস। ...সমগ্ৰ অসমীয়া সাহিত্যত প্ৰকৃতপক্ষে **জীৱনৰ বাটত** সুন্দৰতম সৃষ্টি আৰু আন কেইখনমান ভাৰতীয় উপন্যাসৰ লগতে এইখন উপন্যাস এনে একশ্ৰেণীৰ অন্তর্ভুক্ত য'ত বাস্তৱ সত্যই আভ্যন্তৰীণ প্রবণতাসমূহক প্রকাশ কৰে : পৰম্পৰাৰ ভৰ বহন কৰাৰ লগতে ইবিলাকে ভবিষ্যতৰ আকর্ষণকো পঞ্জীয়নভুক্ত কৰে।" (The Assam Quarterly, Lakshminath Bezbaroa Birth Centenary Issue, Vol.4. No. 4, p-205 & 206)

চন্দ্ৰপ্ৰসাদ শইকীয়াই এটা প্ৰশ্ন সমালোচনা সাহিত্যৰ প্ৰসংগত একাধিকবাৰ উত্থাপন কৰিছে : "অজস্ৰ অসমীয়া কবিতাৰ মাজৰ পৰা কবিতাৰ ধৰ্মেৰে কোনখিনি কবিতা ভাল আৰু কোনখিনি কবিতা বেয়া, সেইখিনি বাছি দিবৰ বাবে দুগৰাকীমান সার্থক সমালোচক ওলাই নাহিবনে?" (অন্তৰংগ, পৃঃ ৭৯) "সত্য, কোনো বেজবৰুৱাক, কোনো বাণীকান্তক সাহিত্য সভাই সৃষ্টি কৰিব নোৱাৰে, কিন্তু সাহিত্য সভাই ক্লান্তিহীন প্ৰচেষ্টাৰে অসমীয়া ভাষাৰ শুদ্ধ ৰূপটো বিকশিত কৰি তুলিব পাৰে : সার্থক সমালোচকৰ দ্বাৰা কোনখিনি কবিতা কবিতাৰ ধৰ্মেৰে শ্ৰেষ্ঠ, কোনখিনি কবিতাৰ পৰ্যায়ত নপৰে, কোনখন ৰচনা তাত্বিক দিশৰ পৰা গ্ৰহণযোগ্য, কোনখন গ্ৰহণযোগ্য নহয়, সেই কথা দ্বিধাহীনভাৱে নির্ণয় কৰিব পাৰে।" (নির্বাচিত সম্পাদকীয়, পৃঃ ৩৯) সমালোচকৰ যি কর্তব্য আৰু দায়িত্বৰ কথা শইকীয়াদেৱে উল্লেখ কৰিছে সেই কর্তব্য আৰু দায়িত্ব আচলতে অসমীয়া সাহিত্য সমালোচকসকলে এই পঞ্চাশ বছৰত বহুদূৰ পালন কৰিছে। চন্দ্ৰকুমাৰ আগৰৱালা, অম্বিকাগিৰী ৰায়চৌধুৰী, ৰঘুনাথ চৌধাৰী, হেমচন্দ্ৰ গোস্বামীৰ পৰা আৰম্ভ কৰি নৱকান্ত বৰুৱা, নীলমণি ফুকন, অজিৎ বৰুৱা, ভবেন বৰুৱা, হীৰেন ভট্টাচাৰ্য, সমীৰ তাঁতী আদিলৈকে কবিসকলৰ কবিতাৰ মূল্য বিচাৰ অসমীয়া সাহিত্য সমালোচকসকলে ইতিমধ্যে কৰিছে।

এই পঞ্চাশ বছৰৰ সাহিত্য সমালোচনাত, আৰু বিশেষকৈ কবিতাৰ সমালোচনাত এগৰাকী সু-সমালোচক নলিনীধৰ ভট্টাচাৰ্যদেৱ। ভট্টাচাৰ্য নিজেও এগৰাকী কবি। ৰামধেনুত কবিতা লিখাৰ উপৰিও এই সমালোচকগৰাকীয়ে ৰচিত পেষ্ট্ৰৰনাইকৰ ডঃ ঝিভাগো অসমীয়ালৈ

অনুবাদ কৰিছিল। যি গণমুখী চেতনাৰে ভট্টাচাৰ্য্যদেৱে কবিতা লিখিছিল সেই একেই গণমুখী চেতনাৰে তেওঁ সাহিত্য সমালোচনাও কৰি আহিছে। আন সমালোচকে প্ৰতিষ্ঠিত সাহিত্যিকৰ সাহিত্যকৃতিৰ মূল্যায়নত ব্যস্ত থকাৰ সময়তে এই সমালোচকগৰাকীয়ে নতুন কবি-সাহিত্যিকৰ সাহিত্যকৃতিৰ প্ৰতি মনোযোগ দি সিবিলাকৰ সাহিত্য গুণ বিচাৰ কৰি নিজৰ বিশ্লেষণেৰে মতামত ব্যক্ত কৰিছিল। পাঠক আৰু কবিৰ মাজত মধ্যস্থতাকাৰী হিচাপে এজন সমালোচকৰ যি ভূমিকা তাক ভট্টাচাৰ্যদেৱতকৈ আন কোনো সমালোচকে অধিক কৃতকাৰ্যতাৰে পালন কৰা নাই। বিভিন্ন কাকত আৰু আলোচনীত তেওঁ নতুন কিতাপৰ পৰ্যালোচনা কৰিছে। নতুন লিখকে তেওঁৰ মতামত আৰু সাহিত্য বিচাৰৰ পৰা প্ৰত্যয় আৰু দৃঢ়তা আহৰণ কৰে। গণমুখী চেতনাৰ বাবেই আধুনিকতাবাদী কবিতাৰ কিছুমান লক্ষণ তেওঁ অনুমোদন নজনালেও সমালোচনাক তেওঁৰ নিজা ভাল পোৱা বেয়া পোৱাই প্ৰভাৱিত নকৰে। **কবিতা আৰু নেপথ্যৰ** সমালোচনাসমূহ তেওঁৰ নিৰাবেগ বস্তুনিষ্ঠতাৰ প্ৰমাণ। শেহতীয়াভাৱে নতুন লিখক-লিখিকাৰ প্ৰতি অধিক সহানুভূতিশীল হোৱাৰ বাবেই বোধহয় কিছুমান সমালোচনাত অৱশ্যে নিৰাবেগ বস্তুনিষ্ঠতা কেৱল প্ৰশংসালৈ সলনি হৈছে।

অসমীয়া সাহিত্য সমালোচনা এই পঞ্চাশ বছৰত কবিতাকেন্দ্ৰিক বুলি ক'ব পাৰি। অসমীয়া চুটিগল্প আৰু উপন্যাসৰ ধাৰাটো শক্তিশালী যদিও গল্প আৰু উপন্যাসে সামগ্ৰিকভাৱে সমালোচকৰ মনোযোগ কমকৈ আকৰ্ষণ কৰিছিল। ড° গোহাঁই আৰু ভবেন বৰুৱাই উপন্যাসৰ সমালোচনা কৰিছে, কিন্তু উপন্যাসকে বিশেষভাৱে সমালোচনাৰ বিষয় কৰি লোৱা সমালোচকজন ড° গোবিন্দপ্ৰসাদ শৰ্মা। এই সমালোচনাৰ ক্ষেত্ৰত তেওঁৰ প্ৰথম উল্লেখযোগ্য অৱদান ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ সকলো উপন্যাস সামৰি কৰা সমালোচনাৰ পুথিখন। তেওঁৰ আন এখন উল্লেখযোগ্য সমালোচনাৰ কিতাপ **উপন্যাস আৰু অসমীয়া উপন্যাস**। কিতাপখন উপন্যাসৰ প্ৰকৃতি, কলা আৰু ইতিহাস সম্পৰ্কীয়। গ্ৰন্থখন চাৰিটা খণ্ডত বিভক্ত। লিখক নিজে সমালোচক কাৰণে পাতনিত লিখিছে : "ইয়াৰ যিকোনো এটা অধ্যায়ৰ ফলদায়ক অধ্যয়নৰ কাৰণে পূৰ্ববৰ্তী বা পৰৱৰ্তী অধ্যায়ৰ অধ্যয়ন অপৰিহাৰ্য নহয় অৱশ্যে গ্ৰন্থখন আদিৰ পৰা অন্তলৈ একাদিক্ৰমে পঢ়িলে উপন্যাসখনৰ সম্পূৰ্ণ স্বৰূপ বা এই বিষয়ত আমাৰ মতামত ভালকৈ বুজা যাব। কিতাপখনৰ আঁচনি এনে হোৱা বাবেই আকৌ দুই-এক প্ৰয়োজনীয় কথাৰ একাধিক প্ৰবন্ধত দ্বিৰুক্তি বা পুনৰুক্তি অনিবাৰ্য।" কিতাপখনৰ কেইবাটাও অধ্যায় পূৰ্বতে প্ৰবন্ধৰ আকাৰত প্ৰকাশিত।

অসমীয়া সাহিত্যত উপন্যাসৰ প্ৰণালীবদ্ধ আলোচনা আৰু গৱেষণা ড° গোবিন্দপ্ৰসাদ শৰ্মা, ড° কৃষ্ণ কুমাৰ মিশ্ৰ আদিৰ চেষ্টাত কিছুদূৰ আগবাঢ়িছে। **উপন্যাস আৰু অসমীয়া উপন্যাসে** প্ৰণালীবদ্ধ আলোচনাৰ অভাৱ কিছু দূৰ কৰিছে। এই কিতাপখনত উপন্যাসৰ তত্ত্ব, উৎপত্তি, ক্ৰমবিকাশ আৰু প্ৰকৃতিৰ আলোচনাৰ লগতে উপন্যাসৰ আলোচনা সামৰা হৈছে। উপন্যাসৰ উৎপত্তি আৰু বিকাশৰ কালত বিভিন্ন দাৰ্শনিক চিন্তা আৰু সাহিত্য আন্দোলনে ইয়াৰ বিষয় আৰু শিল্পৰূপক কিদৰে প্ৰভাৱিত কৰি আহিছে তাৰ আলোচনা ডঃ শৰ্মাই সৰল ভাষাত মিতব্যয়িতাৰে কৰিছে। ভাষাৰ সৰলতা সকলোবোৰ আলোচনাৰ এক

উজ্জ্বল বৈশিষ্ট্য। তাত্ত্বিক আলোচনাৰ ভাষা সাধাৰণতে জটিল হোৱাৰ সম্ভাৱনা থাকে যদিও ড° শৰ্মাই যিমান দূৰ পাৰি তাকো সৰল কৰিছে। বিদেশী প্ৰভাৱ সম্পৰ্কে ড° শৰ্মা সচেতন। অসমীয়া উপন্যাসৰ আলোচনাৰ ক্ষেত্ৰত প্ৰকৃতিবাদৰ পৰা আৰম্ভ কৰি উত্তৰ আধুনিকতাবাদলৈকে বিভিন্ন সাহিত্য আন্দোলনৰ প্ৰভাৱ অসমীয়া উপন্যাসৰ ওপৰত কিদৰে পৰিছে তেওঁ তাক বিশ্লেষণ কৰিছে। এই ক্ষেত্ৰত উপন্যাসখনৰ নিৰ্বাচন তেওঁৰ নিজা।

উপন্যাস আৰু অসমীয়া উপন্যাসত উপন্যাস সম্পৰ্কীয় যিমানখিনি তথ্য, তাত্ত্বিক আলোচনা আৰু সাহিত্য কৃতিৰ বিচাৰ-বিশ্লেষণ আছে তাৰ তুলনাত পাঠকৰ খোকোজা লাগিব পৰা কথাও সামান্য পৰিমাণে আছে। কিন্তু তাত্ত্বিক আলোচনাত খোকোজা লাগিব পৰা কথা সামান্য পৰিমাণে হলেও নাথাকিলেহে ভাল।

পৰিমাণত কম হ'লেও উন্নতমানৰ সমালোচনা আগবঢ়াব পৰা এগৰাকী সমালোচক ললিত কুমাৰ বৰুৱা। কোনো পূৰ্ব সিদ্ধান্ত লৈ তেওঁ সমালোচনা নকৰে যদিও তেওঁৰ সমালোচনাৰ, আৰু বিশেষকৈ কবিতা সমালোচনাৰ ভিত্তি ইংগ-মাৰ্কিন নতুন সমালোচনাই তৈয়াৰ কৰি দিয়া বুলি ক'ব পাৰি। মূল্য বিচাৰত তেওঁৰ সমালোচনা এগৰাকী সংস্কৃতবান মানুহৰ সাহিত্য কৃতিৰ প্ৰতি প্ৰবৃত্তিগত স্বতঃস্ফূৰ্ত প্ৰতিক্ৰিয়া। বৰুৱা কেৱল সাহিত্যৰ সমালোচকেই নহয়, তেওঁ সমালোচকৰো সমালোচক। চন্দ্ৰপ্ৰসাদ শইকীয়াই সম্পাদনা কৰা প্ৰকাশৰ অক্টোবৰ, ১৯৮১ সংখ্যাত বৰুৱাই লিখা "অসমীয়া সাহিত্যত সমালোচনা" শীৰ্ষক প্ৰবন্ধ তাৰ প্ৰমাণ।

ড° মহেন্দ্ৰ বৰা, ড° হীৰেন গোহাঁই, ভবেন বৰুৱা, ললিত কুমাৰ বৰুৱাৰ লগতে ড° দিলীপ বৰুৱাৰ সমালোচনাৰ কথা উল্লেখ কৰিব লাগিব। ইংৰাজী সাহিত্যৰ বিস্তৰ অধ্যয়নেৰে পুষ্ট এই সমালোচকজনৰ বৰঙণি লেখত কম হ'লেও গুণগতভাৱে উন্নত। মহেন্দ্ৰ বৰাৰ নতুন কবিতা সমালোচনা কৰি ৰামধেনুৰ ৯ম বছৰ ৮ম সংখ্যাত প্ৰকাশিত প্ৰবন্ধতে তেওঁৰ সূক্ষ্ম বিচাৰ, বিশ্লেষণ আৰু সাহিত্যৰ প্ৰতি দৃষ্টিভংগী ফুটি উঠিছে। কবিতাৰ ভবিষ্যত ঃ পঞ্চদশকৰ সাহিত্যৰ পৰম্পৰা ড° বৰুৱাৰ এখন মূল্যবান সমালোচনা গ্ৰন্থ। অসমীয়া সমালোচনা সাহিত্যৰ গতি প্ৰকৃতি সম্পৰ্কে ড° বৰুৱা সজাগ বাবে সমালোচক ড° বাণীকান্ত কাকতিৰ বিষয়ে তেওঁ মূল্যবান প্ৰবন্ধ ৰচনা কৰিব পাৰিছে। সমালোচক হিচাপে ড° কাকতিৰ মূল্যায়নত ড° বৰুৱাৰ প্ৰবন্ধ গুৰুত্বপূৰ্ণ। কবিতাৰ ভবিষ্যতৰ কথা ক'বলৈ গৈ ড° বৰুৱাই অসমীয়া সাহিত্যত আৰম্ভ হোৱা নতুন সমালোচনা আৰু মাৰ্ক্সবাদৰ নামত আৰম্ভ হোৱা সাহিত্য শিল্প সম্পৰ্কীয় কেতবোৰ তৰল চিন্তাৰ সীমাবদ্ধতাক আঙুলিয়াই দিছিল।

ৰামধেনুৰ পাতত‌ে কেইগৰাকীমান চুটিগল্প লিখক আৰু আধুনিক কবিৰ মৌলিকত্বক সূক্ষ্ম বিশ্লেষণেৰে আঙুলিয়াই দিছিল হোমেন বৰগোহাঞিয়ে। লিখক-সাংবাদিক বৰগোহাঞিৰ কবিতা, গল্প আৰু উপন্যাস আদিয়ে তেওঁৰ সাহিত্য সমালোচনাক গৌণ কৰি পেলালে যদিও মৌলিক প্ৰতিভা চিনাক্তকৰণত তেওঁৰ সমালোচনা প্ৰবন্ধকেইটা মূল্যবান। তেওঁৰ সৃষ্টিশীল আৰু আন সকলো লিখাতে আচলতে দৃষ্টিভংগী সদায় সমালোচনাত্মক, অৰ্থাৎ

কোনো গতানুগতিক চিন্তাক জনপ্ৰিয় কৰিবলৈ তেওঁ নিলিখে।

**বিস্মৃত ব্যতিক্ৰম, বন্দিত বৰেণ্য, প্ৰসংগ ঃ সমালোচনা, সৃষ্টি ত্ৰিবিধা, অন্তৰ আৰু অন্তৰীক্ষ** আদি গ্ৰন্থৰ [দুখনমান গ্ৰন্থ বৰকটকীৰ মৃত্যুৰ পাছত সম্পাদিত ৰূপত প্ৰকাশিত] লিখক মুনীন বৰকটকী এই পঞ্চাশ বছৰৰ এগৰাকী উল্লেখযোগ্য সাহিত্য সমালোচক। বৰকটকী চিন্তাশীল প্ৰবন্ধ আৰু নিবন্ধৰ লিখক। অসমীয়া সাহিত্যৰ গতি প্ৰকৃতি তেওঁৰ বিস্তৰ অধ্যয়নৰ ফলত দেখা পাইছিল। ড° হীৰেন গোহাঁইৰ ভাষাত তেওঁ 'অসমীয়া সাহিত্যৰ এক বিশিষ্ট আৰু উৎকৃষ্ট গদ্যশৈলীৰ ৰূপকাৰ। ...গদ্যক তেওঁ এবিধ কলা হিচাপে গণ্য আৰু চৰ্চা কৰিছিল।' কোনো বিশেষ লিখক অথবা সাহিত্যৰ বিশেষ বিভাগৰ বিষয়ে তেওঁ সমালোচনা লিখা নাই, কিন্তু যিখিনি সমালোচনা তেওঁ লিখিছে তাত সাহিত্যকৃতিৰ মৌলিকত্ব আৰু বিশিষ্টতাক তেওঁ নিৰ্দেশ কৰিছে।

ইংৰাজী সাহিত্যৰ অধ্যাপক উপেন্দ্ৰনাথ শৰ্মাদেৱৰ অসমীয়া সমালোচনা সাহিত্যলৈ বৰঙণি লেখত ল'বলগীয়া। পঞ্চাশৰ দশকৰ পৰা বিভিন্ন আলোচনীত গ্ৰন্থ সমালোচনা কৰি অহা শৰ্মাদেৱে সমালোচনাকে ঘাইকৈ সাহিত্যকৰ্ম কৰি লৈছে। আধুনিক অসমীয়া সাহিত্যৰ গতিবিধিৰ নিৰীক্ষণ কৰি থকা বাবে একোটা যুগৰ কবি বা গল্পকাৰৰ বিষয়ে শৰ্মাদেৱে নিজৰ বিচাৰ-বিশ্লেষণ অনায়াসে আগবঢ়াব পাৰে। তেওঁৰ সাহিত্য বিচাৰ সদায় সন্তুলিত। উপেন্দ্ৰনাথ শৰ্মাৰ চুটিগল্প সমালোচনা অন্যান্য সমালোচনাৰ ভিতৰত বিশেষভাৱে উল্লেখযোগ্য। আৱাহন, ৰামধেনু আদি যুগৰ গল্পকাৰসকলৰ স্বকীয় ৰীতি, ভংগী আদিৰ নিৰ্দেশ কৰাৰ লগতে সমলোচকগৰাকীয়ে সেই যুগবিলাকৰ বৌদ্ধিক পৃষ্ঠভূমিত ক্ৰিয়াশীল হৈ থকা সামাজিক শক্তিসমূহৰো বিশ্লেষণ কৰিছে।

অসমীয়া সমালোচনা সাহিত্যলৈ কম-বেছি পৰিমাণে সকলো সৃজনীশীল লিখকেই বৰঙণি আগবঢ়াইছে বুলি ক'লেও অত্যুক্তি কৰা নহয়। পঞ্চাশৰ দশকৰ পৰা কেৱল এমুঠি লিখকেহে সমালোচনাক সাহিত্যিক দায়িত্ব আৰু কৰ্তব্য হিচাপে গ্ৰহণ কৰি আহিছে। সেই সকলৰে এজন ইমদাদ উল্লাহ। **সৃজন আৰু মনন** তেওঁৰ উল্লেখযোগ্য আৰু ছাত্ৰ সমাজৰ মাজত জনপ্ৰিয় সমালোচনা গ্ৰন্থ।

কবিতা চিত্ৰকল্পৰ অপূৰ্ব প্ৰয়োগ কৰা কবি হীৰেন্দ্ৰনাথ দত্ত এই পঞ্চাশ বছৰৰ এগৰাকী সূক্ষ্মদৰ্শী সমালোচক। শ্ৰেণীকোঠাৰ বক্তৃতাত শব্দৰ নিৰ্বাচনৰ প্ৰতি অতি সজাগ এই সমালোচকগৰাকী সমালোচনাৰ ক্ষেত্ৰত নিৰাবেগ, বস্তুনিষ্ঠা আৰু সাহিত্যকৃতিৰ সূক্ষ্ম নিৰীক্ষক। ব্যক্তি আৰু সমালোচক হিচাপে বিনম্ৰ হৈয়ো সাহিত্য বিচাৰ কৰি মতামত দিয়াত তেওঁ অতি স্পষ্টবাদী। **অসমীয়া সাহিত্যৰ বুৰঞ্জীত** (ষষ্ঠ খণ্ড, সম্পা, হোমেন বৰগোহাঞি) অসমীয়া সমালোচনা সাহিত্যৰ বিষয়ে লিখা প্ৰবন্ধৰ পৰা জানিব পাৰি যে এই সমালোচকজনে বিস্তৰ অধ্যয়ন কৰিছে আৰু সমালোচনা সাহিত্যৰ গতি-প্ৰকৃতিও মন কৰি আছে। দত্ত মূলতে কবি হ'লেও সমালোচক হিচাপে তেওঁৰ সাহিত্য বিচাৰ আৰু মতামত মূল্যবান।

এই পঞ্চাশ বছৰৰ সাহিত্য সমালোচনাক বিশেষভাৱে সমৃদ্ধ কৰা আৰু তৰুণ সমালোচকসকলৰ তালিকাখন আচলতে যথেষ্ট দীঘলীয়া হ'ব। তাৰ ভিতৰত ৰঞ্জিৎ কুমাৰ

দেব গোস্বামী আৰু প্ৰদীপ আচাৰ্যৰ নামেই পোনতে ল'ব লাগিব। এই দুগৰাকীৰ ভিতৰত ছাত্ৰ অৱস্থাৰ পৰাই গভীৰ অধ্যয়নশীল ৰঞ্জিৎ কুমাৰ দেব গোস্বামীৰ সাহিত্য সমালোচনা পাণ্ডিত্যপূৰ্ণ। ড° বাণীকান্ত কাকতি আৰু কৃষ্ণকান্ত সন্দিকৈদেৱৰ বিষয়ে পাণ্ডিত্যপূৰ্ণ ৰচনা লিখাৰ বাদেও দেব গোস্বামীয়ে আধুনিক অসমীয়া কবিতা-সমালোচনালৈ মূল্যবান বৰঙণি আগবঢ়াইছে। দেৱগোস্বামীৰ সমালোচনাৰ ভাষা ইমান মিতব্যয়ী আৰু পাণ্ডিত্যপূৰ্ণ যে সাধাৰণ পাঠকে তাক আয়ত্ত কৰাৰ আশা কম। **অসমীয়া সাহিত্যৰ বুৰঞ্জী**ত (ষষ্ঠ খণ্ড, সম্পা, হোমেন বৰগোহাঞি) ১৯৪০-৬০ ৰ অসমীয়া গদ্যৰ বিবৰ্তন আৰু বিশিষ্টতাৰ বিষয়ে কেৱল চাৰি পৃষ্ঠাত দেৱগোস্বামীয়ে যিমান কথা ক'লে সি এগৰাকী তৰুণ পণ্ডিতৰ ক্ষেত্ৰত চমৎকাৰ আৰু প্ৰশংসনীয়।

সাম্প্ৰতিক অসমীযা সাহিত্য জগতত কাকত-আলোচনীৰ সংখ্যা বৃদ্ধি পোৱাৰ লগে লগে লিখকৰ সংখ্যাও বৃদ্ধি পাইছে। প্ৰতিশ্ৰুতিপূৰ্ণ নতুন লিখক-লিখিকাৰ আৱিৰ্ভাৱ হোৱাৰ লগে লগে নবীন-প্ৰবীণ ভালেসংখ্যক কবিৰ কবিতাৰ সূক্ষ্ম সমালোচনা কৰিছে। কাকত-আলোচনীৰ মাজেদি আত্মপ্ৰকাশ কৰা নতুন সমালোচকসকলৰ তালিকা অতি দীঘলীয়া হ'ব আৰু তেওঁলোকৰ বৰঙণি এতিয়াই মূল্যায়ন কৰিব নোৱাৰি। কিমান আগলৈও সাহিত্য সমালোচনাত লাগি থাকিব সিও অনিশ্চিত। তৰুণসকলৰ ভিতৰত মুনীন বায়ন, দেবব্ৰত শৰ্মা আদি কেইজনমানে সাহিত্য সমালোচনাৰ ফালে অধিক মনোযোগ দিছে।

নাটক শক্তিশালী গণমাধ্যম হোৱা সত্ত্বেও অসমীয়া সাহিত্যত নাটকৰ প্ৰণালীবদ্ধ আলোচনা কম। এই ক্ষেত্ৰত নাটকৰ তত্ত্ব আলোচনা, দেশ বিদেশৰ নাটকৰ আলোচনা, মূল্য বিচাৰ আদিৰ ক্ষেত্ৰত সত্যপ্ৰসাদ বৰুৱা, হৰিচন্দ্ৰ ভট্টাচাৰ্য, ড° পোনা মহন্ত, ড° শৈলেন ভৰালী আদি গৱেষক-সমালোচকসকলৰ বৰঙণি মূল্যবান। উপন্যাস সমালোচক সেইদৰে ড° গোবিন্দ প্ৰসাদ শৰ্মাৰ লগতে ড° কৃষ্ণ মিশ্ৰ, ড° প্ৰফুল্ল কটকী, ড° মলয়া খাওন্দ আদিয়ে বিশেষভাৱে সমৃদ্ধ কৰিছে।

মুক্ত ছন্দ (free verse) যিহেতু ছন্দ মিলাই লিখিব নোৱাৰা মানুহৰ বাবে কবি হোৱাৰ চমু ৰাস্তা নহয়, কবি আৰু সমালোচকৰ বাবেও ছন্দৰ জ্ঞান অপৰিহাৰ্য। এই ক্ষেত্ৰত ড° মহেন্দ্ৰ বৰা আৰু নৱকান্ত বৰুৱাদেৱৰ আলোচনাই অসমীয়া সমালোচনা সাহিত্যক বিশেষভাৱে সমৃদ্ধ কৰিছে। সৃষ্টিশীল সাহিত্য আৰু সাহিত্য সমালোচনাক লোককৃষ্টিৰ অধ্যয়নে সহায় কৰে। লোককৃষ্টিৰ অধ্যয়নৰ ক্ষেত্ৰত বিষ্ণুপ্ৰসাদ ৰাভাৰ পিছতে অন্যান্য সকলৰ ভিতৰত প্ৰফুল্ল দত্ত গোস্বামী, প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য, লীলা গগৈ, নিৰ্মলপ্ৰভা বৰদলৈ, শিৱনাথ বৰ্মন, বীৰেন দত্ত আদিৰ নাম উল্লেখযোগ্য।

এই পঞ্চাশ বছৰৰ এগৰাকী উল্লেখযোগ্য সমালোচক ড° কবীন ফুকন। ইংৰাজী আৰু অসমীয়া সাহিত্যৰ বিস্তৃত অধ্যয়নেৰে পুষ্ট ড° ফুকনে হোমেন বৰগোহাঞি সম্পাদিত **অসমীয়া সাহিত্যৰ বুৰঞ্জী**ত চল্লিছৰ দশকৰ অসমীয়া সাহিত্যৰ সামাজিক আৰু বৌদ্ধিক পটভূমি আৰু আধুনিক অসমীয়া কবিতাৰ প্ৰকৃতি আৰু পটভূমিক লৈ দুটা মূল্যবান সমালোচনামূলক প্ৰবন্ধ লিখিছে। **কবিতাৰ জুতি বিচাৰি** তেওঁৰ সমালোচনামূলক প্ৰবন্ধৰ

সংকলন। নিধি লিবাই ফাৰৱেল আৰু যজ্ঞেশ্বৰ শৰ্মাৰ কবিতাৰ ওপৰত তেওঁ নতুন আলোকপাত কৰিছে। ড° নগেন শইকীয়াৰ চুটিগল্প আৰু মিতভাষে সাহিত্য সমালোচনাক গৌণ সাহিত্যকৰ্ম কৰিলেও সমালোচক হিচাপেও তেওঁৰ অৱদান উল্লেখযোগ্য। তেওঁ সম্পাদনা কৰা অন্যান্য গ্ৰন্থৰ ভিতৰত **চন্দ্ৰধৰ বৰুৱা গ্ৰন্থাৱলী**, **চন্দ্ৰকুমাৰ কবিতা সমগ্ৰ**, **মহেশ্বৰ নেওগ ৰচনাৱলী**, আসাম বন্ধু আৰু **অসমীয়া গল্প কৌমুদীৰ** সম্পাদকীয় পাতনিত ড° শইকীয়াৰ সূক্ষ্ম বিশ্লেষণ আৰু সাহিত্য বিচাৰ চকুত পৰে। অসমীয়া ৰামায়ণী সাহিত্যৰ গৱেষণা আৰু আলোচনাৰ দ্বাৰা এই পঞ্চাশ বছৰত কেশদা মহন্তই অসমীয়া সাহিত্য সমালোচনাৰ পৰিসৰ কিছু বৃদ্ধি কৰিছে। নীৰাজনা মহন্ত বেজবৰাই কৰা তুলনামূলক ভাৰতীয় সাহিত্যৰ অধ্যয়নে সাহিত্য সমালোচনাৰ অন্য এক দিশৰ ইংগিত দিছে।

সামৰণিত এইবুলি ক'ব পাৰি যে এই পঞ্চাশ বছৰত অসমীয়া সাহিত্য সমালোচনা তাৰ পূৰ্বৰ এশ বছৰৰ তুলনাত যথেষ্ট পুৰঠ হ'ল। সমালোচনা সাহিত্যৰ বুৰঞ্জী এখন নাই বাবেহে ইয়াৰ বৃদ্ধি সাধাৰণ পাঠকৰ সতত়ে চকুত নপৰে। তাত্ত্বিক দিশত আলোচনা হৈছে, সাহিত্য-সংস্কৃতি সম্পৰ্কীয় নতুন চিন্তাই লিখক আৰু পাঠকৰ সাহিত্যসজ্ঞানতা বৃদ্ধি কৰিছে দৰ্শন, বিজ্ঞান আদিৰ আলোচনাই সৃষ্টিশীল লিখাৰ পুষ্টি যোগান ধৰিছে আৰু সমালোচনায়ো সিবিলাকৰ সন্ধান কৰিছে। জোনাকী যুগৰ পৰা সাম্প্ৰতিক কাললৈকে সাহিত্য ক্ষেত্ৰলৈ বিশিষ্ট বৰঙণি আগবঢ়োৱা লিখকসকলৰ সাহিত্যকৃতিৰ মূল্যায়ন হৈছে আৰু অসমীয়া সাহিত্যৰ ভঁৰালত কি আছে আমি মোটামুটিভাবে জানিব পৰা হৈছো। ডঃ বাণীকান্ত কাকতি, ডিম্বেশ্বৰ নেওগ আৰু ডঃ হীৰেন গোহাঁইৰ দৰে প্ৰতিভাবান লোকৰ বাবে সাহিত্য সমালোচনা কেতিয়াবা আকস্মিকভাৱে মন গৈ কৰা কাম নহয়। তেওঁলোকে সময়, শক্তি আৰু প্ৰতিভা বিশেষভাৱে সাহিত্য সমালোচনাত নিয়োগ কৰাৰ বাবে অসমীয়া সাহিত্য সমালোচনাই আজি বিশেষ মৰ্যাদা লাভ কৰিছে। বৰ্তমান সাহিত্য সমালোচনা নিজৰ অধিকাৰত সৃষ্টিশীল কাম, ই কিতাপৰ বিষয়ে লিখা কিতাপ অথবা দ্বিতীয় শ্ৰেণীৰ সাহিত্য কৰ্ম নহয়। অতি সাম্প্ৰতিক, সৰ্বাধুনিক, উত্তৰ-আধুনিকতাবাদী চিন্তাই অসমীয়া সাহিত্য জগতত প্ৰবেশ কৰাৰ লগে লগে সমালোচকসকলেও তেনে চিন্তাৰ আলোচনা কৰিছে। অসমীয়া সাহিত্য সমালোচনাক লৈ আমি আত্মসন্তুষ্ট হোৱাৰ কথা নহয়; কিন্তু সাহিত্য সমালোচনাৰ দিশটো দুৰ্বল বুলি কৈ থকাৰো ন্যায্যতা নাই। ❑

[**গৰীয়সী, ছেপ্তেম্বৰ ১৯৯৯-ত প্ৰকাশিত লেখাৰ সম্পাদিত ৰূপ। — সম্পাদক**]

তৃতীয় খণ্ড

# হীৰেন গোহাঁইৰ কবিতা আৰু চুটিগল্প

• উপেন্দ্ৰনাথ শৰ্মা

ষাঠিৰ দশকৰ মাজ ভাগত অসমীয়া কবিতাৰ গতিধাৰা যথেষ্ট পৰিমাণে মন্থৰ হৈ পৰে। সেই সময়তে এদল নতুন কবিয়ে কলা-কৌশলৰ ঐকান্তিক সাধনা আৰু উপলব্ধিৰ গাঢ়তাৰে আধুনিক অসমীয়া সাহিত্যক এটা নতুন ৰূপত গঢ় দিবলৈ যত্ন কৰে। এইসকলৰ ভিতৰত হীৰেন দত্ত, হীৰেন গোহাঁই, ভবেন বৰুৱা আৰু হৰেকৃষ্ণ ডেকা অগ্ৰগণ্য। ষষ্ঠ দশকৰ অধিক সংখ্যক কবিৰ সাধাৰণীকৃত ভাষা আৰু ভাবধাৰা, অসংযম বক্তৃতামুখৰতা আৰু ছন্দৰ অনিশ্চয়তাৰ পৰা নিজক সম্পূৰ্ণভাৱে মুক্ত কৰি তেওঁলোক 'আধুনিক' কাব্য ৰচনাত প্ৰবৃত্ত হয়। এইসকল কবিয়ে বিষয়বস্তু আৰু প্ৰকাশভঙ্গীৰ মাজত এটা সু-সংবদ্ধ সমন্বয় স্থাপন কৰিবলৈ যত্ন কৰিছিল।

হীৰেন গোহাঁয়ে ৰামধেনু যুগৰ শেহাৰ্দ্ধত আত্মপ্ৰকাশ কৰিছিল। তেওঁৰ প্ৰথমডোখৰৰ কবিতাত এক পৰীক্ষামূলক (Experimental) সৃষ্টিৰ উদ্যম পৰিলক্ষিত হয়। তেওঁ এলিয়ট, অ'ডেন আদি 'আধুনিক' কবিৰ আংগিক আৰু বিশেষকৈ তেওঁলোকৰ চিত্ৰকল্প-নিৰ্বাচন পদ্ধতি, প্ৰতীকীয়তা আদি ভালদৰে অনুধাৱন কৰিবলৈ চলোৱা উদ্যমৰ পৰিচয় পোৱা যায়। গোহাঁই সমাজ-সচেতন কবি। তেওঁৰ নিজৰ, তথা তেওঁৰ মুখাৰ (persona) আত্মসমালোচনাও তাৰ অন্তৰ্গত। তেওঁৰ প্ৰথম ডোখৰৰ কবিতাত আধুনিকতাসুলভ নগৰীয়া চেতনাও মূৰ্ত হৈ উঠিছে। এই সময়ৰ 'দায়িত্ব' আৰু 'মধুযামিনী' আদি কবিতাত অসমীয়া সাহিত্যত দুৰ্লভ এটি নতুন কাব্যিক চেতনাই প্ৰথমবাৰৰ বাবে আত্মপ্ৰকাশ কৰে। 'মধুযামিনী' এলিয়টৰ 'ৰেপচ্‌ডি অন এ ৱিণ্ডি নাইট' কবিতাৰ শৃঙ্খলাত ৰচনা কৰা হৈছে। গোহাঁইৰ দ্বাৰা সৃষ্ট শ্লেষ আৰু বেদনা মিশ্ৰিত চিত্ৰকল্পসমূহে এক নতুন ইঙ্গিত বহন কৰিছে। এক অবিচ্ছিন্ন আবহসংগীতে কবিতাটোৰ সংগঠনক দৃঢ়ভাৱে বান্ধি ৰাখিছে।

'শাৰী শাৰী লাইট প'ষ্ট
নিবিষ্ট কি এক ধিয়ানত
নতশিৰ কি এক
দুৰ্বহ স্মৃতি ৰোমন্থনত।'

গোহাঁয়ে অৱশ্যে কলাকৈবল্যবাদত বিশ্বাস নকৰে। তেওঁৰ বাবে কবিতা সামাজিক

পৰিৱৰ্তনৰ হাতিয়াৰ। 'মধুযামিনী'ত অৱস্থিত চোৰাং বজাৰৰ কদৰ্যৰূপে সেই কথাকে সোঁৱৰায়। পিছৰ ডোখৰৰ 'উত্তৰ ৰবীন্দ্ৰ' আৰু অন্যান্য কবিতাত গোহাঁইৰ সমাজচেতনা অধিক প্ৰখৰ হৈ উঠিছে।

'এগৰাকী বান্ধৱীলৈ' কবিতাটিতো ছন্দৰ সহজ প্ৰবাহে অবচেতনৰ গতিক ধ্বনিত কৰিছে। এনে ধ্বনিয়ে মনক সহজভাবে আৱিষ্ট কৰি তোলে ঃ

'আৰুতো ল'ৰালিৰ

সময় নাই মুঠে দূৰত আবেলিৰ'

অসমীয়া আধুনিক কবিতাত দুৰ্লভ যদিও এলিয়টকে ধৰি অনেক পশ্চিমীয়া 'আধুনিক' কবিয়ে শেষাক্ষৰৰ অযান্ত্ৰিক মিলক সাৰোগত কৰি ভালেমান 'আধুনিক' কবিতা ৰচি অভিলেখ স্থাপন কৰিছে। উল্লিখিত কবিতাৰ শেষাক্ষৰৰ মিল কবিতাটোৰ কেন্দ্ৰীয় ভাব-প্ৰবাহৰ লগত লিপিত খাই পৰিছে।

'মধুযামিনী' কবিতাৰ আংগিক সম্মোহনে দৃঢ়ভাৱে সমসাময়িক জীৱনৰ কদৰ্য ৰূপৰ ওপৰতহে পোহৰ পেলাবলৈ যত্ন কৰিছে। কবিতাটোত ৰাতিৰ এন্ধাৰ আৰু ক'লাবজাৰৰ সামান্তৰিকতাৰ যোগেদি এটি আতংকগ্ৰস্ত পৰিস্থিতিক মূৰ্ত কৰিবলৈ যত্ন কৰা হৈছে।

পিছৰ ডোখৰৰ 'উত্তৰ ৰবীন্দ্ৰ', 'যযাতি', 'ফেউৰা', 'তপস্যা' আৰু 'গোবিন্দ কাকতিৰ স্বগতোক্তি' আদি কবিতাত গোহাঁইৰ সমাজ-চেতনা আৰু বেছি প্ৰখৰ হৈ উঠিছে। 'তপস্যা' কবিতাত তেওঁ সাম্প্ৰতিক কালক ঘেৰি ৰখা ফাঁকি আৰু ঠগবাজীৰ নিৰ্মোহ ছবি আঁকিছে। 'ফেউৰা' কবিতাতো ভণ্ডামি আৰু নিষ্ঠুৰতাৰ ছবি অংকনত তেওঁৰ বিদ্ৰূপবান কঠোৰভাৱে বৰ্ষিত হৈছে ঃ

'কৰুণাৰ নামত ভণ্ডামি

বাস্তৱতাৰ নামত পাশৱিক ভয় আৰু নিষ্ঠুৰতা।'

হীৰেন গোহাঁইৰ কবিতাত এক বিৰল মননধৰ্মিতাৰ পৰিচয় পোৱা যায়। ৰামধেনু যুগৰ কবিসকলে ৰোমাণ্টিক যুগৰ প্ৰভাৱতে হওক বা আন কাৰণতেই হওক মননধৰ্মিতাক প্ৰাধান্য দিয়া নাছিল। অথচ কেৱল আবেগৰ ওপৰত ভেঁজা দি মননশীলতাৰফালে পিঠিদি ভাল 'আধুনিক' কবিতা ৰচনা কৰাটোও সহজ কথা নহয়। গোহাঁইৰ চিত্ৰকল্প ৰচনাতে মাত্ৰ নহয়, কবিতাৰ সাৰ্বিক গাঁথনিতো মননধৰ্মিতাৰ ছাপ বিদ্যমান। তদুপৰি বিষয়বস্তুৰ ফালৰ পৰাও ব্যংগ, শ্লেষ আদিৰ যোগেদি তেওঁ বৰ্তমান সমাজৰ নৈতিক শিথিলতা আৰু আদৰ্শ বিহীনতাক আৰু প্ৰতিকূল সমাজ ব্যৱস্থাত চেপা খাই বিমূঢ় হোৱা দ্বিধাগ্ৰস্ত চেতনাক মূৰ্ত কৰিছে। প্ৰমূল্যহীন জীৱনৰ প্ৰতি ক্ষোভ আৰু বেদনাবোধৰ মিশ্ৰিত চেতনাই তেওঁৰ কবিতাক এক অৰ্থবহ আয়তন দান কৰিছে ঃ

'জানো জানো প্ৰয়োজন আছে তাৰ,

দিন যায় অবাধ্য শঠতাৰ মুখা গঢ়ি

মুখ ৰক্ষাৰ তাগিদাত। ৰাতি
নির্নিমেষ সপোনত ফুটে সেই নির্দয় আহ্বান
নিস্তব্ধ কেন্দ্ৰৰ।' (উত্তৰ ৰবীন্দ্ৰ)

'উত্তৰ ৰবীন্দ্ৰ' ভাৰতৰ সমকালীন অৱক্ষয়ৰ পটভূমিত ৰচিত। যুগৰ প্ৰভাৱত মানুহে আদৰ্শৰ ফালে পিঠি দি স্বাৰ্থৰ বাটত ভৰি দিছে। গোহাঁয়ে স্বৰাজোত্তৰ কালক অৱক্ষয়ৰ যুগ বুলি ঠাৱৰ কৰিছে। কেইটামান অবিস্মৰণীয় পংক্তিত তেওঁ এই খেদ চিৰন্তন কৰিছে আৰু প্ৰতিশ্ৰুতিভংগৰ গ্লানি এইবোৰ পংক্তিত সুন্দৰভাবে প্ৰকাশ পাইছেঃ

'তদুপৰি সি বহুকাল আগৰ কথা
উপকাৰৰ স্মৃতি এদিন অৱহেলাত
বাটৰ দাঁতিত দিলো দলিয়াই
এতিয়া আকৰ্ণ হাঁহি লৈ
পদূলিত তাৰ হাত মুচৰিম কেনেকৈ
শিয়ান মন্ত্ৰীৰ দৰে বাগি দিম
কিমান সঁজাতি দল হৃদয়ৰ
জকাই চুকৰ।

যান্ত্ৰিক কথোপকথনৰ বিচ্ছিন্ন টুকুৰাৰ লগত বক্তাৰ অন্তৰ্জীৱনৰ ভাবধাৰাৰ সংমিশ্ৰণ ঘটিছে। ব্যঙ্গৰ লগতে কবিতাটোৰ শেষৰফালে এক গভীৰতৰ জীৱনোপলব্ধিৰ ছবিয়ে এক গাঢ়তৰ পৰিণতিৰ সম্ভেদ দিছে। এটা অবিস্মৰণীয় পংক্তিত ইতিহাসৰ মৰ্মবেদনা বিধৃত হৈছে ঃ

'যুগে যুগে জ্বলন্ত অসিৰ মন্বন্তৰ।'

কবিতাটোৰ সাৰ্বিক সংগঠনত এক যুক্তি-তৰ্কৰ সুৰ বৰ্তমান ঃ

'কাৰণ, কেন্দ্ৰৰ লিপি ভগা দেৱালত আঁক কয়লাৰ।'

গধুৰ আৰু পাতল— এই দুই ধৰণৰ বিষয়বস্তুৰ সংমিশ্ৰণ, শ্লেষ আৰু অনুভূতিৰ যুগপৎ সংযুক্তি, অৱচেতনৰ প্ৰবাহ আদিয়ে গোহাঁইৰ এনেবোৰ কবিতাক এক অনিৰ্বচনীয় আয়তন দান কৰিছে। ষষ্ঠ দশকত আধুনিক সাহিত্যত এলিয়টীয় প্ৰভাৱ বহুলভাৱে পৰিছিল যদিও এলিয়টৰ প্ৰথম ডোখৰৰ কবিতাত প্ৰকাশ পোৱা ব্যংগ আৰু অনুভূতিৰ এনে সংযুক্তি তেতিয়া দুৰ্লভ আছিল। গোহাঁইৰ 'গোবিন্দ কাকতিৰ স্বগতোক্তি'ত এলিয়টীয় মন'লগৰ প্ৰভাৱ সাৰ্থক হৈছে। গোহাঁইৰ ছন্দৰ এটি বিশিষ্ট গতি আছে। নমনীয়তা (flexibility) গুণৰ বাবে ই গধুৰ আৰু পাতল উভয়বিধ ভাৱৰ পৰিবাহক হ'ব পাৰিছে।

হীৰেন গোহাঁইৰ গাল্পিক প্ৰতিভাও অনস্বীকাৰ্য। তেওঁৰ গল্পৰ সংখ্যা তাকৰীয়া।

কিন্তু সপ্তম দশকত বিভিন্ন আলোচনীত ওলোৱা তেওঁৰ কেইটামান চুটিগল্পই তৎকালীন অসমীয়া চুটিগল্পৰ আয়তন বৃদ্ধি কৰাত সন্দেহাতীতভাৱে সহায় কৰিছে। ‘দেশান্তৰ’ তেনে এটি গল্প। আখ্যায়কৰ (narrator) কিশোৰকালত তেওঁলোকৰ ঘৰলৈ আশ্ৰয় বিচাৰি অহা ৰূপো কলিতা নামৰ তিৰোতা এজনীৰ কৰুণ কাহিনী গল্পটোৰ কেন্দ্ৰীয় সমল। স্বামী আৰু শাহুৱেকেইতৰ মাৰ-ধৰ আৰু অত্যাচাৰ সহিব নোৱাৰি ৰূপোৱে প্ৰাণৰ ভয়ত আখ্যায়কৰ দেউতাকৰ ওচৰত আশ্ৰয় লৈছিলহি। ৰাতিটো খুৱাই-বুৱাই ৰাখি তেওঁ তাইক নিজৰ ঘৰলৈ ওভোটাই নিবৰ যত্ন কৰিছিল। কিন্তু আন জাতিৰ মানুহৰ ঘৰত খোৱা-লোৱা কৰাৰ অজুহাত দেখুৱাই তাইৰ ঘৰখনে তাইক গ্ৰহণ কৰিবলৈ অস্বীকাৰ কৰিলে। তাই আখ্যায়কৰ ঘৰতে বন-বাৰী কৰি থাকি গ'ল। তাই নিৰ্দয় ঘৰখনক পাহৰি যাব লাগিছিল। কিন্তু মৃত্যুৰ সময়তো তাই দুৰ্বৃত্ত স্বামীৰহে চৰণ চিন্তিলে। লিখকৰ কল্পনাত সেয়া যেন দূৰ-দূৰণিৰ অন্য এক দেশৰ কাহিনী— য'ত সংস্কাৰৰ ওচৰত যুক্তি-তৰ্কই সহজতে হাৰ মানে, আৰু য'ত মানৱীয়তাতকৈ জাত পাতৰহে বিচাৰেহে অগ্ৰাধিকাৰ পায়।

গুৰুত্বপূৰ্ণ সমালোচনা আৰু সামাজিক পৰ্যালোচনাত ব্যস্ত থাকিবলগীয়া হোৱা বাবে গোহাঁইৰ সৃষ্টিশীল (creative) ৰচনাৰ পৰিসৰ সীমিত হৈ আছে। আগন্তুক দশকবোৰত তেওঁৰ পৰা এনেধৰণৰ ৰচনা আশা কৰিব পাৰি। অৱশ্যে সমালোচনাও এক প্ৰকাৰৰ সৃষ্টিশীল ৰচনাই। গোহাঁইৰ গদ্যৰ যুক্তিনিষ্ঠতা আৰু বৰ্ণবৈচিত্ৰ্য আদৰণীয় — সেয়া চুটিগল্পতে হওক, সমালোচনাত্মক প্ৰবন্ধতে হওক। ❑

# জোনবাইৰ নেদেখা পিঠি

• মৌচুমী কন্দলী

কলা বা সাহিত্যৰ পাঠত (text) কেতবোৰ অন্তর্নিহিত সংকেতলিপি নিহিত থাকে। সেই সংকেতলিপিৰ পঠোদ্ধাৰে আপাতদৃষ্ট অৰ্থৰ সিপাৰে লুকাই থকা আন্ধাৰক পোহৰাই নতুন অৰ্থৰ সন্ধান দিব পাৰে। সমালোচনা পৰাসমালোচনা (metacriticism) পদ্ধতিগত উপাদানসমূহেৰে যিকোনো ধৰণৰ কথকতাৰ (textual narrative) সংকেতলিপিক অনুধাৱন কৰাৰ যি অভিজ্ঞতা সি দুৰ্গম অভিযানৰ উত্তেজনাময় ৰোমাঞ্চৰ দৰে। এনে অনুসন্ধানে প্ৰথমতে, পাঠটিৰ সমতলৰ বক্তব্য আৰু ব্যাখ্যা, আৰু দ্বিতীয়তে, পাঠৰ আঁৰৰ সেই বিশেষ নিৰ্মাতাজনৰ (author) ব্যক্তিসত্তাৰ স্বৰূপৰ বিষয়ে পাঠকৰ জিজ্ঞাসাক পূৰণ কৰিব পাৰে। অৱশ্যে সমসাময়িক আধুনিক চিন্তাই 'সৃষ্টিকৰ্তা' অথবা 'author'ৰ মৃত্যু ঘোষণা কৰিছে! তথাপিও, একান্তই ব্যক্তিগত অভিজ্ঞতাভিত্তিক অথবা আত্মজীৱনীমূলক পাঠৰ বেলিকা নিৰ্মাতাজনৰ প্ৰসঙ্গ উত্থাপিত হ'বই আৰু বহুক্ষেত্ৰত পাঠৰ ব্যাখ্যা আৰু অৰ্থ সেই ব্যক্তিসত্তাটিৰ ৰূপবহনকাৰী সংকেতলিপিয়েই নিৰ্ণয় কৰিব। এইখিনিতে উল্লেখযোগ্য যে, বৰ্তমান সময়ৰ সমালোচনাত 'সৃষ্টিকৰ্তা' শব্দটিৰ সলনি 'নিৰ্মাতা'ৰ প্ৰয়োগৰ প্ৰতি অধিক আগ্ৰহ দেখা যায়, কাৰণ 'সৃষ্টিকৰ্তা'ই একধৰণৰ mystification-ৰ ধাৰণা বহন কৰে আৰু তেওঁ হৈ পৰে আৰ্থসামাজিক-ৰাজনৈতিক-সাংস্কৃতিক কাৰকসমূহ আৰু স্থান-ইতিহাস-কালৰ উৰ্দ্ধত, যি প্ৰকৃততে প্ৰায় এক অসম্ভৱ কথা।

অসমৰ বৌদ্ধিক জগতত মৌলিক চিন্তা-সমালোচনাৰ আধুনিক ধাৰাটোত "মেগা ক্ৰিটিক" (Mega-critic) আখ্যা দিব পৰা ব্যক্তিজনেই হৈছে ড° হীৰেন গোহাঁই। "মেগা" শব্দটিৰ এক বিশেষ loaded essence আছে। সমাজ-জীৱন-ইতিহাস-সাহিত্য-ৰাজনীতি-কলা-সংস্কৃতিৰ দৰে বিভিন্ন ক্ষেত্ৰত আশ্চৰ্য বিচক্ষণতা প্ৰকাশ কৰা তেওঁৰ তেজস্বী আৰু প্ৰখৰ বুদ্ধিদীপ্ত মনস্বিতাক কেৱল "সমালোচক-চিন্তাবিদ" বুলিলে যথাযথ স্বীকৃতি দিয়া নহয়। মাৰ্ক্সবাদী মতাদৰ্শ আৰু সমালোচনা পদ্ধতিত কাৰ্যৰত হোৱাৰ লগতে সমাজ জীৱনতো তেখেত এক অতি সক্ৰিয় ব্যক্তি। নৈৰ্ব্যক্তিক ভাৱনাৰে সমাজৰ একোণত নীৰব পাঠাগাৰত, পাঠ নিৰ্মাণত ৰত হৈ থকাসকলৰ শাৰীত তেওঁ নপৰে। সেয়েহে তেওঁৰ ব্যক্তিসত্তাৰ চৰিত্ৰটো flat নহয়। বৰঞ্চ, অহৰহ ক্ৰিয়াশীল বা dynamic, তীক্ষ্ণ, তৰঙ্গিত আৰু উলম্ব। সৰ্বোপৰি, অতি সংবেদী তাঁৰৰ দৰে সংবেদনাৰ ঘৰ্ষণকাৰী এক ৰূপৰ বাবে তেওঁৰ বৌদ্ধিক-

আনুভূতিক প্ৰক্ৰিয়াই কেতিয়াবা প্ৰকাশভংগীৰ চাৎমৰা তীব্ৰতাৰে দৃষ্টিগত হয়। তেওঁৰ দুখন ৰচনা সংকলনৰ কথকতাৰ আধাৰত সেই ব্যক্তিসত্তাৰ সংকেতলিপি বিচাৰি চোৱাৰ আমি প্ৰয়াস কৰিম। পাঠৰ সাহিত্যিক বিশ্লেষণৰ লগতে, দূৰৈৰ তৰাক টেলিস্কোপৰ সহায়ত স্বচ্ছভাৱে স্পষ্টকৈ পৰিদৰ্শন কৰাৰ দৰেই, সংকলন দুখনক টেলিস্কপিক মাধ্যমৰূপে লৈ তেওঁৰ সেই ব্যক্তিসত্তাক জুপি চাব পাৰি। অৱশ্যে, সেই পৰিদৰ্শনৰ পৰিধিক (Scope) সংকলন দুখনেই বান্ধি দিব, তাৰ সীমাৰেখাৰ বাহিৰলৈ যোৱাটো প্ৰৱেশৰ দৰে হ'ব। আৰু, এই ব্যক্তিসত্তাৰ অৰ্থ নিৰূপণ হ'ব বৌদ্ধিক আৰু সাহিত্যিক 'Persona'ৰ আধাৰতহে।

**লস্তু লাগিজ** আৰু **উৰণীয়া হাহঁৰ মাত** নামৰ উক্ত সংকলন দুখনেৰেই বোধ হয় সৰ্বপ্ৰথম বাৰৰ বাবে ড° হীৰেন গোহাঁইৰ নৈৰ্ব্যক্তিক যুক্তিচিন্তাৰ সিপাৰে বোধশক্তি-আবেগ-ইন্দ্ৰিয়ানুভূতিৰে সতেজ হৈ থকা সত্তাৰ কোমল-সূক্ষ্ম-নান্দনিক গঠনটিৰ আভাস পোৱা যায়। সেয়া যেন জোনবাইৰ নেদেখা পিঠিখন! জীৱনৰ একাবেঁকা বাটৰ ভাঁজত লগ পোৱা আৰু মনত সাঁচ লগা কেইটিমান চৰিত্ৰ আৰু পৰিস্থিতিৰ কাহিনীৰে সংকলিত সোঁৱৰণিৰ কেতবোৰ টুকুৰাই হৈছে **লস্তু লাগিজ**। প্ৰকৃততে, কাহিনীবোৰ গল্প নহয়, কিন্তু একো-একোটা অৰ্থবহ গল্পই। কেৱল কথকতাই গল্পৰ কৌশল আয়ত্ত কৰাৰ বাবেই নহয়, চৰিত্ৰবোৰত থাকিব লগা 'গল্প'ৰ উপাদানৰ বাবেও। **উৰণীয়া হাহঁৰ মাত** হৈছে, চৌপাশৰ পৰিবেশ-পাৰিপাৰ্শ্বিকতা-প্ৰকৃতি-জীৱজগত আৰু তাত নিহিত সৌন্দৰ্য আৰু চিৰন্তন প্ৰপঞ্চ-প্ৰমূল্য, লগতে ক্ৰমে ক্ৰমে হেৰাই যাবলৈ ধৰা সেই অনিৰ্বচনীয়, প্ৰাচুৰ্য আৰু সম্পদৰ প্ৰতি তেখেতৰ আনুভূতিক প্ৰতিক্ৰিয়াৰ কিছুমান বৰ্ণাঢ্য স্নেপশ্বট। ১০ মাঘ, ১৯২০ শকৰ, যোৰহাটৰ পৰা প্ৰকাশিত **দৈনিক জনমভূমিত** সংকলনখনিৰ বিষয়ে সমালোচক ড° আনন্দ বৰমুদৈদেৱে লিখিছে – "চিন্তাশীল লিখক এজনে মস্তিষ্কৰ পেশীবোৰত (cerebral muscles) কঠোৰ অনুশীলনৰ অন্তত কিতাপৰ মেজৰ পৰা বাৰাণ্ডালৈ আহিছে, ৰাস্তাত খন্তেক খোজ কাঢ়িছে, লাইব্ৰেৰী আৰু ৰাজহুৱা সভাৰ পৰা এদিন কোনোবা নিৰ্জন ঠাইলৈ ওলাই গৈছে আৰু সেই মুহূৰ্তবোৰত অনুভূতি আৰু আবেগে মুক্তভাৱে খেলা কৰিছে। মস্তিষ্ক পেশীৰ কঠোৰ নিয়ন্ত্ৰণৰ পৰা আবেগ-অনুভূতিৰ স্বাধীনতাৰ মুহূৰ্তবোৰেই **উৰণীয়া হাঁহৰ মাত**।" **লস্তু লাগিজৰ** প্ৰেক্ষাপটত মানৱীয় সম্পৰ্কৰ জটিলতা, unpredictability, প্ৰেম-বিষাদ, দ্বন্দ্ব-বিৰোধ, নৈৰাজ্য-দুৰ্বলতাৰ মাজেৰে চিৰন্তন বিশ্বজনীন প্ৰপঞ্চবোৰে ভুমুকি মাৰিছে আৰু তাকে কৰিবলৈ যাওঁতে লেখকে অতীত পৰিস্থিতিৰ লগতে বৰ্তমানৰ বিশ্লেষণক সংযুক্ত কৰি নিৰ্মোহ আত্মসমালোচনাত লিপ্ত হৈছে। স্বচ্ছতা আৰু ন্যায় প্ৰদান (protagonist সকলৰ প্ৰতি) তেওঁৰ প্ৰকট বৈশিষ্ট্য। **লস্তু লাগিজৰ** এই গল্প কোৱাৰ চমৎকাৰী বেশ **উৰণীয়া হাঁহৰ মাততো** বিয়পি পৰিছে। সংকলনখনিৰ প্ৰথম ৰচনাখন এটি সুন্দৰ আধুনিক গল্প। 'ফাগু' নামৰ কাহিনীৰ নায়ক শহা এটিৰ স'তে লেখকৰ দ্বন্দ্ব-বিৰোধ-আতিতিৰ গতিশীল নাটকীয় বৰ্ণনাই *Plot* ক পৰিণতিৰ পিনে আগুৱাই নিয়াৰ প্ৰক্ৰিয়াত, জীৱটিক 'পালোৱান দাদা'ৰ উপমাৰে humanised ৰূপ দি আৰু তাৰ conventional ভীৰু চৰিত্ৰক

বিপৰীতৰূপত প্ৰকাশ কৰি যি বিস্ময় আৰু shock-ৰ অভিঘাত সৃষ্টি কৰিছে, সি গল্পটিক এক বিশেষ মাত্ৰা দিছে।

উক্ত সংকলন দুখনৰ সংযোজিত 'পাঠে' লেখকৰ বৌদ্ধিক Persona-ৰ বিষয়ে পোন প্ৰথমেই যি দৃষ্টি আকৰ্ষণকাৰী সংকেত বহন কৰে সি হৈছে— মানসিক গঠনৰ 'সমসাময়িক আধুনিকতা'। 'সমসাময়িক আধুনিকতা' জধেমধে কৰা অতি ব্যৱহাৰৰ ফলত প্ৰায় ক্লিশ্বেৰ ৰূপ লোৱা এই শব্দটিৰ প্ৰয়োগ দেখি হয়তো ভাব হ'ব পাৰে— "ইনো এনে কি এক নতুন সংকেত!" তাতে আধুনিকতাৰ ভিন্নমাত্ৰিক প্ৰসঙ্গ (context) আৰু অৰ্থ লৈয়ো বিতৰ্কৰ অন্ত নাই। সমাজ-সাহিত্যৰ এনে প'উষ্ট মডাৰ্ণ পটভূমিত, সাংস্কৃতিক ভিন্নতা সত্ত্বেও এজন শিক্ষিত-সচেতন-যুক্তিচিন্তাশীল আধুনিক মানুহৰ সমসাময়িক মানসিকতাই কেইটিমান দিশ বিশেষভাৱে সাঙুৰি লয়। যুক্তিবাদ আৰু আবেগৰ ভাৰসাম্য, 'চেণ্টিমেণ্টালিটিৰ' পৰিহাৰ, 'নষ্টালজিয়াৰ' প্ৰতি স্বাভাৱিক আকৰ্ষণ সত্ত্বেও প্ৰজ্ঞাৰে সেই ভাবাবেগৰ নিয়ন্ত্ৰণ আৰু ৰহস্যবাদিতাৰ সৃষ্টিৰ (mystification) প্ৰৱণতাৰ পৰা মুক্ততা। আপাতদৃষ্টিত তেনেই সহজ সাধাৰণ যেন অনুভূত হোৱা এই মানসিক উপাদানকেইটা মানৱ মনস্তত্ত্বৰ (human psyche) স'তে ইমান নিবিড়ভাৱে সংপৃক্ত যে, মানুহৰ তথাকথিত যুক্তিনিষ্ঠ বস্তুগত বৌদ্ধিক চিন্তাধাৰা, ইতিহাস, দৰ্শন-সাহিত্য, ৰাজনৈতিক, অৱধাৰণা আন্দোলনক প্ৰায়ে নিয়ন্ত্ৰিত কৰি আহিছে। সেয়া ওঠৰ শতিকাৰ দাৰ্শনিক চিন্তাত অত্যধিক গাণিতিক rationalism-ৰ প্ৰতি আসক্তিয়েই হওক অথবা নৱন্যাস যুগৰ হিউমেনিষ্টসকলৰ প্ৰাচীন antiquity-ৰ প্ৰতি প্ৰকাশিত নষ্টালজিক অভিব্যক্তিয়েই হওক। আধুনিকতাৰ বাৰ্তাবাহী বিংশ শতিকাৰ অনেক চিন্তাধাৰা, সমালোচনা পদ্ধতিৰ ক্ষেত্ৰতো এয়া প্ৰযোজ্য। উদাহৰণ স্বৰূপে, Industrial Capitalism -অৰ সমসাময়িক ৰমন্যাসিক সাহিত্যই এক ধৰণৰ mystification-ৰ প্ৰৱণতাৰ বাবেই সাহিত্য আৰু কলাৰ জগতত সৃষ্টিকৰ্মৰ এক 'magical' আৰু 'eternal' ধাৰণাৰ প্ৰচলন ঘটাইছিল। তৎকালীন আৰু পৰৱৰ্তী 'Expressive Realist Criticism'ৰ পদ্ধতিৰ বেলিকাও, সাহিত্য-কলা সৃষ্টিৰ প্ৰক্ৰিয়াত সমাজ-জীৱন, অৰ্থনীতি-ৰাজনীতি-বাণিজ্য ইত্যাদি বিভিন্ন উপাদানৰ অৰিহণাক আওকাণ কৰি 'সৃজনশীলতাৰ বোধাতীত ধাৰণা, transcendantal notion of creativity আৰু সৃষ্টিকৰ্তাৰ 'Genius' অৱধাৰণাৰ প্ৰচলনৰ যোগেদি কেতবোৰ অজ্ঞেয়, অনন্য বোধাতীত সংজ্ঞা-অভিব্যক্তিৰ জন্ম দিছিল। 'ঈশ্বৰ', 'মানৱ', 'প্ৰকৃতি' আদিৰ দৰে transcendantal signifier বোৰক এক 'অসাধাৰণ', 'ৰহস্যময়' আকাৰ দিয়াৰ ধাৰণাবোৰৰ গুৰিতেও এই 'magical'ৰ মানৱীয় প্ৰৱণতাই কাৰ্যকৰী, যি একধৰণৰ 'Illusionism'ৰ পৰিবেশ সৃষ্টি কৰি প্ৰকৃত সত্যৰ মুখ ঢাকি ধৰিছিল। সমসাময়িক আধুনিকতাৰ মানসিকতাই এনে প্ৰৱণতাবোৰ নস্যাৎ কৰিছে। ড° হীৰেন গোহাঁইৰ লেখনিত তাৰ আভাস ফুটি উঠিছে। লক্ষ্য লাগিজৰ এটি হৃদয়স্পৰ্শী কাহিনী 'আইমানো'। প্ৰথম যৌৱনৰ বিশুদ্ধ নিৰ্মল আৰু মায়াময় এটি প্ৰেমৰ অভিজ্ঞতা। বহুদিনৰ মূৰত, প্ৰায় তিনি-চাৰি দশকৰ অন্তত, হঠাতে হোমৰ ধোঁৱা আৰু বহুতো চাকিৰ মৃদু পোহৰৰ মাজত

কইনা আইমানোৱে লেখকলৈ চাই পঠিওৱা এক পূৰ্ণদৃষ্টিৰ নষ্টালজিয়াত তেওঁ বিষাদমগ্ন হৈ পৰিছে। সংবেদনাই চৰমৰূপ লাভ কৰিছে লেখকৰ অকপট অভিব্যক্তিত— ..."ৰাতিপুৱাৰ এই বৰ্ষণমুখৰ নীৰৱতাৰ মাজত আমঠু মুচৰি মুচৰি সেই সোঁৱৰণিয়ে মোক ক'ব খুজিছে যে, ইয়াতেই আছে মোৰ জীৱনৰ গুপ্তধন।" প্ৰকাশভঙ্গীৰ কাব্যিকতাৰে কাহিনীৰ পৰিণতিক এক climax ৰ চৰম বিন্দুলৈ লৈ যোৱাৰ পাছত পাঠকৰ অনুভৱ হয়, ইয়াৰ পাছত আৰু ক'বলৈ একোৱেই নাথাকে। কিন্তু নাই, ঢাপে ঢাপে আবেগময় ভাৱনাক আকাশলৈ উঠাই নি, একেকোবেই লেখকে মাটিলৈ ঠেলা মাৰি দিলে হঠাতে এইদৰে— "আৰু সেই দিগন্তজোৰা হাহাঁকাৰৰ লগে লগে মোৰ মনত খেলাইছে যে খুব সম্ভৱ পিত্তৰ অসুখৰ বাবেই এনে ভাবপ্ৰৱণতাই মোক আক্ৰমণ কৰিছে।" এনে 'anti climax উক্তিৰে পাঠক আবেগৰ মায়াজাল ফালি পেলোৱাত সাধাৰণ পাঠক বিৰক্ত হ'ব। ক'ত প্ৰথম প্ৰেমৰ বিষাদময় নষ্টালজিয়া আৰু ক'ত পিত্তৰ অসুখ! প্ৰথম দৃষ্টিৰ বিৰক্তিখিনি কাটি উঠাৰ পাছত অৱশ্যেই অনুভৱ হ'ব যে আবেগ আৰু যুক্তিৰ ভাৰসাম্যত আগ্ৰহী লেখকে পেনপেনীয়া sentimentality আৰু mystification ৰ প্ৰক্ৰিয়াক প্ৰশ্ৰয় নিদিয়ে। ভান ঘগৰ দৰে যেন লেখকেও বিশ্বাস কৰে-- "I prefer serious sadness, not sentimental melancholy." এই একেই মানসিকতাৰ বাবেই উৰণীয়া হাঁহৰ মাতত তেওঁ প্ৰকৃতিৰ অপাৰ প্ৰাচুৰ্য-বিশালতা আৰু বৈচিত্ৰ্যৰ কথা উল্লেখ কৰিও প্ৰকৃতিক অনাৱশ্যকৰূপে মহিমামণ্ডিত কৰি এক transcendantal signifier বুলি ৰূপান্তৰিত কৰা নাই-- "প্ৰকৃতিৰ নিবিড় আশ্ৰয়ত ডাঙৰ-দীঘল হৈছো মই। পিছে তাৰ এটা দিশ আছিল বছৰি মেলেৰিয়াত ভুগি লেবেজান হোৱা..." নৱকান্ত বৰুৱাৰ কবিতাৰে "কপৌৰ ৰুণত নিস্তব্ধ দুপৰীয়া"ৰ অনুৰণনত ল'ৰালিৰ অভিজ্ঞানত মগ্ন লেখকে, চৰাইৰ কাম-কাজ, খেল-ধেমালি লক্ষ্য কৰি কৰি পাঠৰ অন্তত কৈছে— "...দিনটো বহি বহি চাই থাকিব পাৰি— মন ভৰি যায় — কিন্তু কোৱা বাহুল্য পেট নভৰে।" দৰাচলতে, সত্যৰ যথাযথ চিত্ৰণ আৰু প্ৰকৃতাৰ্থৰ ৰূপকল্প নিৰ্মাণেই হৈছে 'আধুনিকতা'ৰ চেতনা। যুক্তিনিষ্ঠ চিন্তা আৰু সৌন্দৰ্য-চেতনাৰ এনে সুসমন্বিত বোধৰ পৰিচয়ে লেখকক neo-marxist কলা-সমালোচক John Berger-অৰ সমগোত্ৰীয় কৰি তুলিছে। Berger-অৰ "Success and Failure of Picasso"ত সেই আধুনিক মননশীলতা পৰিলক্ষিত হয়।

ৰাজনৈতিক চেতনাৰ লগতে সমাজ-সচেতনতাৰ ভাৱনা ড° হীৰেন গোহাঁইৰ ব্যক্তিসত্তাৰ নিবিড়ভাৱে সংপৃক্ত চৰিত্ৰ। আপাত দৃষ্টিত ইয়ো হয়তো একো নতুন সংকেত নহয়। সুদীৰ্ঘদিন ধৰি বামপন্থী মতাদৰ্শৰে জনজীৱনৰ বাবে একান্তৰূপে আত্মোৎসৰ্গ কৰা এজন ব্যক্তিৰ মানসিক কাঠামোৰ মূলগত আধাৰ যে সামাজিক-ৰাজনৈতিক চেতনাই হ'ব-- ই ধ্ৰুৱপ। কিন্তু ড" হীৰেন গোহাঁইৰ চেতনাক ই ইমান গভীৰ ৰূপে আচ্ছাদিত কৰি ৰাখিছে, ইমান গভীৰতালৈ প্ৰসাৰিত হৈছে যে সি একধৰণৰ obsession-ৰ পৰ্যায় পাইছে। পৰৱৰ্তীকালত এক মিথলৈ ৰূপান্তৰিত হোৱা ফ্ৰয়দীয় ধ্যান-ধাৰণাৰ (Psychoanalysis)

বহুতো দিশ য়ুঙ, লাকা আদিৰ দৰে মনোবিজ্ঞানীয়ে সমালোচনা কৰিলেও, ফ্ৰয়েদীয় তত্ত্বৰ কেতবোৰ axiomৰ যুক্তিযুক্ততাক সকলোৱে স্বীকাৰ কৰিছে। ফ্ৰয়দৰ মতে কোনো ব্যক্তিৰ চেতনাৰ গভীৰতম তলিৰ চাৰিত্ৰিক সাৰাৎসাৰক জানিবৰ বাবে তেওঁৰ সৰু সৰু কথা, সহজ-সাধাৰণ আচৰণ, বচন-কাহিনী-গাজা-গল্প-উপমা-উদাহৰণৰ নমুনাবোৰেই যথেষ্ট। উল্লেখযোগ্য যে, **লস্তু লাগিজ** আৰু **উৰণীয়া হাঁহৰ মাতৰ** অধিকাংশ উপমা, উদাহৰণ, ৰূপক, সৰু সৰু পৰ্যবেক্ষণৰ বৰ্ণনা-- প্ৰায় সকলোৱে প্ৰকাশ ৰাজনৈতিক চিন্তাযুক্ত। তেখেতে মেকুৰী এটাক কোব সোধাবলৈ মনে মনে পাছ লয় "ছাত্ৰ নেতাই সন্দেহযুক্ত বিদেশীৰ পাছ লোৱাদি" আৰু তাৰ পৰাজয় আৰু ব্যৰ্থতাৰ 'মেওঁ, মেওঁ' সুৰত দয়া পৰবশ হৈ "সীমান্ত পাৰ কৰি সসন্মানে বহিস্কাৰ কৰে"। ধ্যানমগ্ন বেশত মেকুৰী এটিক দেখি চতুৰ বুদ্ধিজীৱীৰ ফোপোলা দাৰ্শনিকতালৈ মনত পৰে, অথবা তেখেতৰ মূক্ষ্ম দহিকতৰাই শালিকাৰ মাতক "অমাৰ্জিত দোৱান" বুলি ইতিকিং কৰে। উপমাবোৰ আঁৰত কেতবোৰ গভীৰ সামাজিক সত্য আৰু তাৰ প্ৰতি তীব্ৰ অভিঘাত লুকাই আছে। এনে প্ৰক্ৰিয়াৰ দ্বাৰা text-ৰ চৰিত্ৰ আৰু পৰিস্থিতি বৰ্ণনাৰ লগতে সমসাময়িক সমাজ ব্যৱস্থাৰ একো একোটা দৃশ্য সত্যও বৰ্ণাই যায়। গতিকে তেখেতৰ পাঠবোৰ প্ৰকৃততে দ্ব্যৰ্থক (double meaning) অভিব্যক্তিৰ দ্যোতক। আৰু সেইবাবেই হয়তো, **লস্তু লাগিজৰ** চৰিত্ৰবোৰৰ সৰহসংখ্যকেই সাধাৰণ শ্ৰেণীৰ। বৰদলৈদাদা, আবু, পমিলা, কানু বাবু, হাৰাধন, আব্দুল। কিন্তু তেওঁ 'সৰ্বহাৰাপ্ৰিয়'ৰ তথাকথিত গিমিক সুলভ পোচাকী উদ্দেশ্যৰে সেই চৰিত্ৰবোৰক বাচি লোৱা নাই। প্ৰতিটো চৰিত্ৰৰেই একো একোটা বৈশিষ্ট্য আছে, সিহঁতে জীৱনৰ পঢ়াশালিত গভীৰ শিক্ষা পাইছে। এনে চৰিত্ৰবোৰৰ লগতেই তেওঁ আন কেতবোৰ বৈচিত্ৰ্য, ভিন্নমাত্ৰিক প্ৰটাগনিষ্ট বুটলি আনিছে যাৰ চৰিত্ৰ চিত্ৰণত ফুটি উঠিছে গভীৰ পৰ্যবেক্ষণ, বিশ্লেষণ আৰু চমৎকাৰ বুদ্ধিদীপ্ততা।

প্ৰচ্ছন্ন হিউমাৰ আৰু তাৰ স'তে সংযুক্ত ক্ষুৰধাৰ ব্যঙ্গই ড° হীৰেন গোহাঁইৰ ব্যক্তিসত্তাক এক বিশেষ মাত্ৰা প্ৰদান কৰিছে। তেখেতৰ ভাষাৰ স্বকীয় ব্যঞ্জনাময় চৰিত্ৰটোও বহুক্ষেত্ৰত হিউমাৰ আৰু ব্যঙ্গৰ এই সংমিশ্ৰিত উপাদানৰ ফলতেই গঢ় লৈ উঠিছে। একধৰণৰ patstiche ধৰ্মিতা তেওঁৰ ভাষাৰ চৰিত্ৰ। নাগৰিক, গঞা বিভিন্ন ভাষাৰ যুক্তশব্দ তথা ধ্ৰুপদী শব্দৰ লগতে তথাকথিত 'popular culture'ৰ সংমিশ্ৰিত ৰূপৰ বয়নত তেওঁৰ ভাষাই এক বিশেষ তেজাল চমকেৰে পাগ লৈ উঠে। সেয়ে তেওঁ 'জিন্দেগি'ত কেতিয়াবা 'বুদ্ধু বনি যাই', হৰহৰাই বৈ অহা শিল বৰষুণৰ ডাঙৰ ধুমুহা এজাক দেখি বিভীষণ বৰুৱাই কয়— "আনপ্ৰিচিডেণ্টেড", শ্ৰীমতী গেৰাছিমফে ছোৱালীক গালি পাৰে— 'বিদ্যাধৰীজনী— চটাইপাখৰী।" **উৰণীয়া হাঁহৰ মাতত** জালুকবাৰীৰ চৰাই চিৰিকতিৰ বিষয়ে লিখা ৰচনা এখনত, বিশ্ববিদ্যালয় কৰ্তৃপক্ষই কেইজোপামান ঐতিহাসিক প্ৰাচীন আৰু বিয়াগোম গছ কাটি পেলোৱা প্ৰসঙ্গত তেওঁ লিখিছে— ..."শুনা গৈছে যে হাস্পতালৰ কৰ্তৃপক্ষই আপত্তি কৰিছে যে উক্ত গছবোৰে ৰ'দ অহাত বাধা দিছে, কাৰ্বন-ডাই-অক্সাইড উৎপাদন কৰি জনস্বাস্থ্য বিপন্ন কৰিছে, গছৰ ডালৰ পৰা উচ্ছৃংখল চৰায়ে সম্মানিত পণ্ডিতৰ মূৰত চেকা

লগাই ছাত্ৰ-ছাত্ৰীক বেয়া আদৰ্শ দেখাইছে। বিশ্ববিদ্যালয় কৰ্তৃপক্ষই হেনো এই প্ৰতিবাদত বিচলিত হৈ গছকেইজোপাক মৃত্যুদণ্ড দিছে। এচাম ঠিকাদাৰ আৰু কৰ্মচাৰীয়ে "ধইন্ ধইন্ কৈ কৰ্তৃপক্ষক সাধুবাদ দিছে। মানুহ ময়াপী জীৱ।" এচামৰ ধাৰণা, তেখেতৰ ভাষা জটিল প্ৰজ্ঞাধৰ্মী শব্দগুচ্ছৰ পংক্তিবন্ধনত প্ৰায়ে লালিত্যহীন হৈ পৰে। কিন্তু পৰিবেশ-পৰিস্থিতি প্ৰসঙ্গ অনুযায়ী খাপ খাই পৰা তেওঁৰ ভাষাক কৰ্কশতাৰ ৰূপ দিয়া মানে দৰাচলতে অত্যধিক লালিত্য-সনা ফুল-ফুলীয়া (flowery) ভাষাৰ কথকতাত অভ্যস্ত হোৱা। 'নিৰস তৰু বৰ পুৰত ভাটে" বুলি ৰজা বিক্ৰমাদিত্যৰ সমুখত পৰি থকা শুকান কাঠডালৰ বৰ্ণনা দি কালিদাস শ্ৰেষ্ঠত্বৰ পৰীক্ষাত জয়ী হৈছিল। 'শুষ্কং কাষ্ঠং তিষ্ঠতি অগ্ৰে' বুলি কোৱা বৰাহমিহিৰ পৰীক্ষাত হাৰিছিল। কিন্তু আমাৰ বোধেৰে এডাল শুকান কাঠৰ essence তাৰ tactile feeling ৰ ৰূপক 'নিৰস তৰুবৰ'ৰ দৰে কোমল শব্দৰ অভিঘাতে প্ৰকৃতাৰ্থত প্ৰকাশ কৰিব পৰা নাছিল। শুষ্কং কাষ্ঠং বুলিলে যদিও প্ৰথম দৃষ্টিত repulssion অনুভৱ হয়, সেই repulssion তেই প্ৰকাশভংগীৰ সাৰ্থকতা নিহিত আছে। কথাটো চিত্ৰকলা জগতৰ 'Grotesque Art'ৰ নান্দনিক মূল্যৰ দৰে। ড° হীৰেন গোহাঁইৰ ভাষা, তেওঁৰ অপাৰ অধ্যয়ন, গভীৰ বুদ্ধিদীপ্ততা আৰু তীক্ষ্ণধী সংবেদনাৰে পৰিপুষ্ট যুক্তিনিষ্ঠ সমাজ-সচেতন ব্যক্তিসত্তাটিৰেই পৰিপূৰক ৰূপ। ভাষাশৈলীৰ এনে ৰূপবন্ধনৰ মাজে মাজে চকামকাকৈ ফুটি উঠা নিৰ্দোষ ধেমেলীয়া শ্লীল ৰসবোধে পাঠকক আনন্দময় আশ্চৰ্যৰে পুলকিত কৰে ...."এদিন ৰাতিপুৱা দেখিলো মলুৱাৰ আগেৰে এজনী মাইকীয়ে দুৰদৰ্শনৰ চিত্ৰহাৰৰ কায়দাৰে অহা-যোৱা কৰিছে। শেষত মলুৱাই চিত্ৰহাৰত নকৰা কামফেৰি কৰিলে। (বান্দৰৰ জগতত censorship নাই) দুবাৰ নে তিনিবাৰ। শেষত আচৰিত হৈ দেখিলো মাইকীজনী পুলকিত হৈ মলুৱাৰ ওচৰ চাপি হাতেৰে গালত চুই মৰম কৰি দিছে। মলুৱাই পিছে চিত্ৰহাৰ চোৱা নাই। গুৰুৱে শিষ্যৰ ভক্তি গ্ৰহণ কৰাৰ দৰে নিৰ্বিকাৰ চিত্তে সেই মৰম গ্ৰহণ কৰিছে। এনেতে এটা কাউৰী আহি মলুৱাৰ তালুত দে খোঁট। প্ৰণয়লীলা এৰি 'হোক্ হোক্' কৰে চিঞৰি বান্দৰ-বান্দৰীয়ে ডালে ডালে লৰ ধৰিলে।" দৃশ্যটিৰ এনে ৰসাল picturised বৰ্ণনাত যিকোনো পাঠকৰেই মনত হিউমাৰৰ কুটকুটনি উঠিব! লেখকৰ পাঠত প্ৰকাশিত এনে প্ৰচ্ছন্ন হিউমাৰে পাঠকৰ মনলৈ বৈ অনা আনন্দময় আশ্চৰ্যৰ দৰে ('চিৰিয়াছ লেখকে ধেমালি নকৰে' এই ধাৰণাত) আৰু এক অভুতপূৰ্ব কথাই পাঠকক আশ্চৰ্যত পেলাব পাৰে। কাৰণ লেখকৰ ব্যক্তিসত্তাৰ ই এক rare revealation যি এচাম পাঠকক হয়তো বিভ্ৰান্তও কৰিব পাৰে। ৰসাল ৰহস্যঘন বৰ্ণনাৰে অতি মনোগ্ৰাহী হৈ উঠা "চেনেটৈৰিয়াম' (লক্ত্ লাগিজ) নামৰ গল্পটিয়ে সেই বিভ্ৰান্তি কঢ়িয়াই আনিব পাৰে। এনে পৰাবাদী চিন্তাই একধৰণৰ ব্যাখ্যাহীন প্ৰশ্নৰ সূচনা কৰে। কিন্তু জীৱন জগত অজস্ৰ ব্যাখ্যাহীন প্ৰশ্নৰে ভৰি আছে। বোধাতীত চেতনাত আচ্ছন্ন কেতবোৰ প্ৰশ্নৰ সন্ধান প্ৰতিজন সংবেদনশীল মানুহেই কৰি থাকিব। এক অতিসংবেদী মানুহ ৰূপে তেখেতেও জীৱনৰ এই দিশটোৰ প্ৰতি স্বাভাৱিকতেই দৃষ্টিপাত কৰিছে যদিও সেই সাঁথৰৰ জোট তেওঁ ভাঙিব পৰা নাই। প্ৰতিজন মানুহেই এই

সীমাবদ্ধতাৰ অংশীদাৰ আৰু চিৰন্তন কিছু ইচ্ছা-আকাঙ্ক্ষাৰে পৰিপূৰ্ণ। চিৰন্তন এনে ইচ্ছাবোৰৰ হয়তো সবাতোকৈ দুৰ্বাৰ আকাঙ্ক্ষাটোৱেই জীৱনৰ সমাপ্তিৰ পাছতো বৈ যোৱাৰ বাসনা ..."আমি বৈ যাম নবজাতকৰ শিৰাই শিৰাই" (নৱকান্ত বৰুৱা) .... অথবা নিৰ্মলপ্ৰভাৰ সেই চিৰন্তন প্ৰশ্ন.... 'মই মোক ক'ত থৈ যাম?' সেই চিৰন্তন আকাঙ্ক্ষাৰ অনুৰণন ভাঁহি উঠিছে ৺ৰণীয়া হাঁহৰ মাতৰ উৎসৰ্গাৰ হৃদয়স্পৰ্শী শব্দ গুচ্ছত... "সৰুতে তোমাক দোক্‌মোকালিতে ফুৰাব৻ নিওঁতে কেতিয়াবা উৰণীয়া হাঁহৰ মাত তোমাৰ কাণত পেলাইছিলো। মনত আছে নিশ্চয়। এদিন এই পৃথিৱীত মই নাথাকিম। আশাকৰোঁ তেতিয়াও জাৰকালিৰ আকাশত উৰণীয়া হাঁহৰ মাত শুনা যাব— হয়তো সিহঁতৰ চিৰনবীন উৎসুক কোলাহলে মোৰ স্মৃতি মনত পেলাব..." সন্তানৰ প্ৰতি লিখা সেই মাত্ৰ কেইশাৰীমান বাক্যতেই এক চিৰন্তন সত্য, এক গভীৰ প্ৰপঞ্চ আৰু এক সুতীব্ৰ সংবেদনাত ঘনীভূত নান্দনিক চেতনা ফুটি উঠিছে। মৃত্যুৰ পাছতো বৈ যোৱাৰ সেই আকাংক্ষা জীৱনৰ সৌন্দৰ্য বিশালতা আৰু মঙ্গলময় ভাৱনাৰ প্ৰতীকী ৰূপকল্প **উৰণীয়া হাঁহৰ মাত**তহে বাজি উঠিছে, কোনো ধৰণৰ অৰ্থ সম্পত্তিৰ ভোগবাদী দলিল-নামাৰ বৈষয়িক স্তৰত সি বৈ যোৱা নাই। জীৱনবোধৰ আধ্যাত্মিক ভূমাৰ বিশাল পৰিধিলৈ সি ধপ্‌ধপাই উৰি গৈছে। অনুভৱৰ এই ক্ষণতেই প্ৰতিজন পাঠকৰ অন্তৰ সেই আধ্যাত্মিক বোধৰ পোহৰে সেমেকাই তোলে আৰু বিষাদ আৰু আনন্দৰ এক অদ্ভুত উপলব্ধিৰে এই মুহূৰ্তটো হৈ উঠে পাঠক আৰু লেখকৰ চৰম একাত্মবোধৰ ক্ষণ। ❑

# কলমে যেতিয়া চোৰাত চেকনিৰ ৰূপ লয়

# ড° হীৰেন গোহাঁইৰ ব্যংগ

• ৰিপুঞ্জয় গগৈ

অপমানিত হ'লেও মানহানি গোচৰ দিব নোৱাৰে। অথচ বুজাজনে সঠিক বুজে কালৈ এইপাত কাঁড় মাৰিছে। কাক চুৱা পাতনিলৈ নিক্ষেপ কৰিছে।

বহুসময়ত আমাৰ বিবেক স্বৰূপ অসমৰ শীৰ্ষস্থানীয় বুদ্ধিজীৱী তথা সংবেদনশীল লেখক ড° হীৰেন গোহাঁইৰ ৰচনাৰ প্ৰসঙ্গতে আমি তেওঁৰ ৰচনাৰ উক্ত বৈশিষ্ট্যৰ কথা কৈছো। এই কথাখিনি কোনো উদ্ধৃতি নহয়। আমাৰ কলমৰ পৰাই নিগৰিছে এইখিনি কথা। আমাৰ এইখিনি কথাৰো প্ৰকাশ ভঙ্গীৰ ঘাই শিপাডালে যে ড° হীৰেন গোহাঁইৰ ৰচনাৰ পৰাই ৰস শক্তি লৈছে তাক ড° গোহাঁইৰ ৰচনাৰ স'তে পৰিচিত ব্যক্তিমাত্ৰকে জানিব।

ৰচনাৰ প্ৰকাশভঙ্গীত এজন লেখকৰ জ্ঞান-ব্যক্তিত্ব তেওঁৰ আদৰ্শ আৰু দৃষ্টিভঙ্গীও প্ৰকাশ পায়। এয়া কোনো নিৰ্দিষ্ট এজন ব্যক্তি বা সময়ৰ পৰাই আহৰণ নহয়। মানুহজনৰ চৌপাশৰ সমাজ-সাহিত্য-সংস্কৃতি ইয়াৰ ইতিহাস-ঐতিহ্যই গঢ় দিয়ে লেখকজনৰ চিন্তা-চৈতন্যক। ড° গোহাঁইৰ চিন্তা-ৰচনাৰ ভঙ্গীৰ দ্বাৰা আমি যিদৰে প্ৰভাৱান্বিত হৈছো সেইদৰে ড° গোহাঁয়েও আমাৰ শঙ্কৰদেৱৰ পৰা হেমচন্দ্ৰ বৰুৱা, কৃপাবৰ বেজবৰুৱাৰ মাজেদি কুমাৰ মধুসুদন (মহেশ চন্দ্ৰ দেৱগোস্বামী) জগদীশ মেধি আদিলৈকে আমাৰ ব্যংগ ৰচনাৰ ঐতিহ্য পৰিবেশৰ পৰা তেওঁৰ চিন্তা ভঙ্গী পুষ্ট কৰিছে। আকৌ ইংৰাজী সাহিত্যৰ ছাত্ৰ-অধ্যাপক হিচাপে তেওঁ ইংৰাজী সাহিত্যৰ ব্যংগ লেখকৰ পুৰুধা হৰেছৰ পৰা (খৃঃ পূঃ ৬৫-৮) জন ডাইড্ৰেন (১৬৩১-১৭০০), আলেকজেণ্ডাৰ পোপ (১৬৮৮-১৭৪৪) জনাথন চুইফতলৈকে (১৬৬৭-১৭৬৫) ব্যংগ লেখকৰ ৰচনাৰ স'তে সুপৰিচিত। ইংৰাজী অসমীয়াৰ উপৰিও তেওঁ ফৰাচী ভলতেয়াৰ (১৬৯৪-১৭৭৮) বঙালী বংকিমচন্দ্ৰ (কমলাকান্ত দপ্তৰ) আদি ব্যংগ লেখকৰ দ্বাৰাও পুষ্ট নোহোৱাকৈ থকা নাই নিশ্চয়।

ৰচনা ভংগীয়ে (form) ব্যংগ চৰিত্ৰ চিনাকি দিলেও ভংগীৰ বাবেই ৰচনা এখন ব্যংগ ৰূপে বিবেচিত নহয়— ব্যংগত প্ৰধান কথা হ'ল লেখকৰ দৃষ্টিভংগী (outlook) আৰু ৰচনাৰ বুদ্ধিনিষ্ঠতা। এজন লেখকৰ জীৱন-জগতৰ প্ৰতি থকা দৃষ্টিভঙ্গী আৰু ৰচনাৰ উদ্দেশ্যই

তেওঁ কি লিখিব, কেনেকৈ লিখিব তাক নির্দ্ধাৰণ কৰিব। এইটো দিশত চৰিত্র হিচাপে ড° হীৰেন গোহাঁই হৈছে পৰিবৰ্তনকামী। সমাজৰ অশুভ-অসংস্কৃতিৰ পৰিবৰ্তন প্ৰয়াসী তেওঁ। আৰু কলমক তেওঁ এই কামতেই নিয়োগ কৰে। এনে অৱস্থাত তেওঁৰ সম্মুখত অথবা চৌপাশে আছে অনেক মতাদৰ্শগত শত্ৰু। তেওঁৰ সচেতন দৃষ্টিত ধৰা পৰে তেওঁৰ কাংক্ষিত সৎ-সুন্দৰ পৃথিৱীখনত অপহৃতা-অসুৰা হৈ থিয় দিয়া অনেকৰ ভণ্ডামি, সুবিধাবাদী চৰিত্র। এই অৱস্থাত স্বাভাৱিকতে লেখকৰ এনে শত্ৰু প্ৰতিপক্ষৰ বিৰুদ্ধে আহি পৰিব প্ৰতিৰোধক এক অনিবাৰ্য যুদ্ধ। তেতিয়া লেখকৰ ৰচনাত বিশুদ্ধ সাহিত্য-সৌন্দৰ্যচৰ্চা বা আত্মসমৰ্পণৰ ঠাইত প্ৰকাশ পাব তেওঁৰ প্ৰতিপক্ষৰ বিৰুদ্ধে ৰণহুংকাৰ। তেওঁ ব্যস্ত থাকিব প্ৰতিমুহূৰ্তত প্ৰতিপক্ষৰ ভণ্ডামি, দুৰ্বলতা, মানৱতা বিৰোধী চৰিত্ৰ উন্মোচনত। সেয়ে এনে সমাজ-সচেতন লেখকৰ ৰচনাই ব্যংগাত্মক ৰূপ লোৱাই স্বাভাৱিক। হুৰেছৰ মতে ব্যংগ লেখকসকলে এনে নৈতিক দায়বদ্ধতাৰ দ্বাৰা উদ্বুদ্ধ হৈ চৌপাশৰ সমাজখনত দেখা দিয়া অপৰাধ আৰু দুৰ্বলতাৰ ওপৰত ৰচনাৰে আক্ৰমণ কৰে।

সাম্প্ৰতিক কালত আমাৰ জাতীয় জীৱন তথা চিন্তা-জগতক তীক্ষ্ণ চিন্তা আৰু বিভিন্ন বিষয়ৰ ৰচনাৰে প্ৰভাৱান্বিত কৰা ড° হীৰেন গোহাঁয়ে তাহানিৰ **সাহিত্যৰ সত্য** (১৯৭০)ৰ পৰা **সমাজ আৰু সমালোচনা, তেজৰ আখৰে লিখা, বন্দৰৰ কাল, তৰা আৰু বোকা, এগছ বন্তিৰ এন্ধাৰ, উৰণীয়া হাঁহৰ মাত, লস্ত্ লাগিজ, শব্দভেদী বাণ** আদিলৈকে অনেক বিচিত্ৰ বিষয়ৰ গ্ৰন্থ তথা কাকত-আলোচনীত সিঁচৰতি হৈ থকা অনেক ৰচনা আমাক দিছে। আমি ব্যংগ ৰচনাৰ যি চৰিত্ৰৰ কথা কৈছো সেইফালৰ পৰা ড° গোহাঁইৰ সমস্ত ৰচনাতে ব্যংগৰ উপাদান আছে।

ড্ৰাইডেনে ব্যংগ ৰচনা (satire) সম্পৰ্কে কোৱা-- The true end of satire is amendment of vices by correction হয়, তেন্তে ক'ব লাগিব ড° গোহাঁইৰ সমস্ত ৰচনাতেই এই পাপৰ পৰাচিত, অন্যায়ৰ প্ৰতিৰোধৰ কথা আছে। ব্যংগ বুলি ক'লেই তাত হাস্যৰস আৰু বুদ্ধিনিষ্ঠতাৰ সুষম সমাহাৰ ঘটে। ইয়াৰ প্ৰধান গুণ কটুক্তি, ঠাট্টা-বিদ্ৰূপ, আক্ৰমণাত্মক উক্তি, অতিৰঞ্জক বক্ৰোক্তি ভৎৰ্সনা আদি।

ড° গোহাঁইৰ সমগ্ৰ ৰচনাতে এই উপাদানবোৰ কম-বেছি আছে বুলি ক'ব পাৰি। ব্যংগ-বিদ্ৰূপৰ মাজেদিও ড° গোহাঁইৰ ৰচনাই প্ৰায়ে ছিৰিয়াচ কথাত উপনীত হোৱা বাবেই তেওঁৰ সমগ্ৰ ৰচনাক সম্পূৰ্ণ ব্যংগ ৰচনা আখ্যা দিব নোৱাৰি। ক'ব লাগিব ড° গোহাঁইৰ ৰচনাত ব্যংগ, শ্লেষৰ চিটিকনি আছে। এই ব্যংগ শ্লেষৰ তীব্ৰতাৰ চোক থকাৰ বাবেই ড° গোহাঁইলৈ বহুতে ভয় খায়। তেওঁৰ ৰচনা পঢ়ি কোনোবাই চেঙালুতি দিলেও তাৰ বিৰুদ্ধে সহজে মাত মাতিবলৈ সাহস নকৰে। মাতিলেই কিজানিবা ড° গোহাঁইৰ তীক্ষ্ণ কলমৰ ব্যংগই বখলিয়াই পেলায়।

এই বখলিয়াই পেলোৱাৰ কাৰবাৰটোৰ বাবে যে ড° গোহাঁইৰ তূণত কেতবোৰ তীব্ৰ ব্যংগ-শ্লেষাত্মক শব্দ বা ভাষা আছে তেনেই নহয় এই শব্দ-ভাষাবোৰৰ স'তে আছে তেওঁৰ এটা অতি সৎ মন আৰু অপ্ৰতিৰোধ্য জ্ঞান-বিশ্লেষণ অভিজ্ঞতাৰ ভাণ্ডাৰ।

লেখকে ব্যৱহাৰ কৰা প্ৰতিটো শব্দ-ভাষাতেই থাকে লেখকৰ জ্ঞান-অভিজ্ঞতাৰ ওজন। ড° গোহাঁয়ে তেওঁৰ ৰচনাত ব্যৱহাৰ কৰা অলেখ শব্দ-বাক্য-তথ্য আৰু এইবোৰৰ প্ৰকাশৰ ভঙ্গীয়ে আমাক জনাই তেওঁৰ চিন্তা-চৰ্চাৰ বিধি আৰু তাৰ বিচৰণ ক্ষেত্ৰক।

ৰচনাত ব্যংগ উপাদান থাকিলেও সম্পূৰ্ণ ব্যংগ হিচাপে চিহ্নিত কৰিব পৰা ড° গোহাঁইৰ ৰচনা সংকলন হৈছে **শব্দভেদী বাণ** (১৯৯৬)। গ্ৰন্থখনৰ নামটোত আছে ব্যংগৰ ব্যঞ্জনা। পণ্ডিত-সমালোচক-বুদ্ধিজীৱী ড° হীৰেন গোহাঁইৰ (তথাপিও পূৰ্বৰ আন পৰিচয় মেধা, প্ৰতিভাৰ পৰা বিচ্ছিন্ন হ'ব নোৱাৰে) ৰচনাত ব্যংগৰ মাত্ৰা সৰহ। যিহেতু সাংবাদিকে সমাজ সময়ৰ তৎকালিন ঘটনা দাঙি ধৰে, পৰ্যবেক্ষণ কৰে বা প্ৰতিক্ৰিয়া প্ৰকাশ কৰে, সেয়ে এই অৱস্থাত অশুভ শক্তিবোৰৰ বিৰুধে তৎকালিনভাৱে পোনপটীয়া বিৰোধলৈ যোৱাত কলমটোক চোৰাত চেকনিলৈ পৰিণত কৰা হয়।

অসম আন্দোলনৰ পংকিল সময়খিনিত হোৱা পাপাচাৰ তথা মানৱতা ধৰ্ষিত কাৰাৰুদ্ধ হোৱাৰ সময়ত ড° হীৰেন গোহাঁয়ে উলিওৱা **কলাখাৰৰ** ভূমিকা কি সেযা আজি সকলোৰে জ্ঞাত। পাছত ইয়াৰ সম্পাদকীয়বোৰ **তেজৰ আখৰেৰে লিখা** নামেৰে গ্ৰন্থাকাৰে প্ৰকাশ পায়। সিয়ো আশীৰ দশকৰ কথা। নব্বৈ দশকৰ প্ৰায় অৰ্ধেককাল ড° গোহাঁয়ে **আজিৰ অসম** কাকতত 'প্ৰসংগক্ৰমে' নামৰ নিয়মীয়া শিতানটো লিখে। এতিয়া (১৯৯৮-২০০০) এই শিতান **নতুন সময়ত** লিখি আছে। এই প্ৰসংগক্ৰমতেই সম্পূৰ্ণ ব্যংগ লেখক ড° হীৰেন গোহাঁইৰ আবিৰ্ভাৱ ঘটে। যদিও তেওঁ তাহানিৰ **সাহিত্যৰ সত্যত** 'ঘণ্টাকৰ্ণ আৰু কুম্ভকৰ্ণ' কথোপকথন আদি ৰচনাত ছিৰিয়াচ সাহিত্য-সমালোচনাৰ মাজেদি ব্যংগও প্ৰকাশ কৰিছিল (প্ৰাচ্য-থলুৱা সাহিত্যৰ দুৰ্বলতা আৰু আমাৰ সাহিত্যত পাশ্চাত্যৰ শুভ-সবল প্ৰভাৱক কেন্দ্ৰ কৰি) তথাপিও সেইবোৰত পণ্ডিত-সমালোচক ড° হীৰেন গোহাঁইৰ ব্যক্তিত্বৰ প্ৰভাৱে ব্যংগখিনিক প্ৰাধান্যতা নিদিছিল। কিন্তু প্ৰসংগক্ৰমে আৰু একে সময়তে **আজিৰ বাতৰি, জনমভূমিকে** আদি কৰি বাতৰি কাকত- আলোচনীত ড° হীৰেন গোহাঁয়ে সাংবাদিকৰ ভূমিকাৰে যিবোৰ ৰচনা লিখিলে সেইবোৰে কেৱল বিজ্ঞজনকেই নহয় সৰ্বসাধাৰণকো ড° গোহাঁইৰ ৰচনাৰ প্ৰতি আগ্ৰহী আৰু কৌতূহলী কৰি তুলিলে। কথিত-জনবোধ্য তথা জনপ্ৰিয় ভাষাৰে এইজন হীৰেন গোহাঁইক সকলোৰে কাষ চপাই নিলে। এইবোৰ ৰচনাত জনপ্ৰিয় কথিত ভাষাৰে ড° গোহাঁযে হাস্য-ব্যংগ প্ৰকাশ কৰি একেসময়তে পাঠকক আমোদ দিলে, সচেতন প্ৰতিবাদী কৰিলে আৰু বহুতৰ ভণ্ডামি-সুবিধাবাদী চৰিত্ৰ উদঙাই সেইবোৰৰ বাবে ড° গোহাঁই মূৰ্ত্তিমান যম সদৃশ হ'ল।

ড° গোহাঁইৰ এই ব্যংগ ৰচনাৰ প্ৰচাৰ সংক্ৰমণৰ মুখত আনকি কেতবোৰ প্ৰাজ্ঞ-বিজ্ঞ তথাকথিত ৰুচিবানে তেওঁৰ দৰে উচ্চস্তৰৰ পণ্ডিত বুদ্ধিজীৱীৰ ৰুচিৰ প্ৰশ্নও তুলিব ধৰিলে। (ড° গোহাঁইৰ বন্দৰ কালৰ 'সুৰুচিৰ অভিশাপ'ত এই অভিযোগ খণ্ডনৰ বাবে লিখা নাই।) কিন্তু এইখিনি অভিযোগ কোনোৱেই মুখ ফুটাই ক'বলৈ সাহস নকৰে। দুই-এজনে ক'ৰবাত কিবা মাতিলেও তাক বখলিয়াই ড° গোহাঁয়ে তাতে যি ব্যংগ বিদ্ৰূপৰ চেঙাতেল ঢালে তাৰ

পাছত সিপক্ষৰ পৰা আৰু বিশেষ মাত নোলায়। অৱশ্যে এইক্ষেত্ৰত কাটিলেও কাট নোখোৱা, পিটিলেও দুখ নোপোৱা দগধা এচামে ড° গোহাঁইৰ ব্যংগ বক্ৰোক্তিৰ বিহ কাঁড়ৰ সমুখত নচুৱাই গিল নামাৰি জিকাৰ ফন্দিৰে ড° গোহাঁইৰ লগত 'জৰুৰী পৰিচয়'ৰে ফেৰ নাপাতি সমান্তৰালভাৱে— সুৰুচি, সুআবেগ, আত্মজ্ঞান আদি কথা লিখি ড° গোহাঁইৰ বিৰুদ্ধে পৰোক্ষ কুৎসা ৰটনা বিয়পায়। এই অৱস্থাত ড° গোহাঁই হৈ পৰে নজৰুলৰ সেই আশাদীপ্ত বাণীৰ আন্তৰিক অনুগামী। যিমানেই মোৰ বাটত সংকট আছে সিমানেই মোৰ শক্তি বাঢ়ে। তথাকথিত সুৰুচিৰ বৃত্তত সোমাই থাকি ড° গোহাঁইৰ ব্যংগক অশালীন অৰুচিপূৰ্ণ আখ্যা দিয়াসকলে লাও চিকুটি বুঢ়া কৰাৰ দৰে ড° গোহাঁইৰ লগতে সমাজক সুৰুচিৰ শিক্ষা দিয়া (অথচ পেটে পেটে ভয়ংকৰ ৰুচি থকা) সকলক ড° গোহাঁয়ে ব্যংগ-বিদ্ৰূপৰ চোৰাত শেলে সৌকা মাৰে।

শব্দভেদী বাণত সংকলিত কেইবাখনো ব্যংগ ৰচনাত ড° গোহাঁয়ে অসমৰ কোন কেইজন মূধাফুটা সাহিত্যিক-সাংবাদিকক জাৰিছে, বখলিয়াইছে তাক তেওঁলোকৰ চৰিত্ৰ-কৰ্মৰ স'তে পৰিচিত ব্যক্তি মাত্ৰকে জানিব।

ব্যংগ লেখা অনুধাৱনৰ বাবে, তাৰ সঠিক ৰসাস্বাদনৰ বাবে ৰচনাত বৰ্ণিত স্থান-চৰিত্ৰৰ বিষয়ে পাঠকে জানিব লাগিব। আকৌ লেখকৰ এইবোৰ ব্যংগ চৰিত্ৰ নায়ক হোৱা ব্যক্তি আৰু তেওঁৰ সমাজ-পৰিবেশ আদিৰ সম্পৰ্কেও জ্ঞান-অভিজ্ঞতা বাৰুকৈ থাকিব লাগিব। এইবোৰ কাৰণত আন ৰচনাৰ লেখকতকৈ ব্যংগ লেখকৰ বিচিত্ৰ জ্ঞান অভিজ্ঞতাৰ প্ৰয়োজন হয়। লক্ষ্য চৰিত্ৰ পৰিস্থিতিক কিদৰে ব্যংগ বক্ৰোক্তিৰে আক্ৰমণ কৰি পাঠকৰ সম্মুখত সিবোৰ চৰিত্ৰক নাঙঠ কৰিব পাৰি, ভুচুংপহু সজাব পাৰি তাৰ বাবে ৰচনাৰ বিভিন্ন কৌশল, ভংগী (form) উদ্ভাৱনৰ প্ৰয়োজন আছে। অৰ্থাৎ ব্যংগ সাহিত্য হৈছে সৃজনীমূলক কাম। ইয়াক কৰিবলৈ গৈ লেখকৰ সমাজ-ইতিহাসৰ সম্যক জ্ঞানৰ লগতে প্ৰচুৰ কল্পনা শক্তিৰো প্ৰয়োজন হয়। ড° গোহাঁয়ে তেওঁৰ ব্যংগ ৰচনাত এই আটাইবোৰ গুণেই আমাক দেখুৱাইছে। তেওঁৰ ব্যংগখিনি প্ৰকাশ কৰিবৰ বাবে তেওঁ—কবিতা (পেৰ'ডি) নাটক, ৰূপকথা, সাধুকথা, ৰচনা আদি বিভিন্ন মাধ্যমক ব্যৱহাৰ কৰিছে। সন্দেহ নাই এই সকলোবোৰ মাধ্যমক ব্যৱহাৰ কৰিবলৈ হ'লে এই মাধ্যমবোৰতো লেখকৰ দখল-দক্ষতাৰ প্ৰয়োজন হয়।

ড° গোহাঁয়ে গভীৰ চিন্তা, তীক্ষ্ণ বিশ্লেষণেৰে যিদৰে চিন্তামূলক প্ৰবন্ধ সমালোচনাৰ ৰচনা লিখিব পাৰে সেইদৰে অনায়াসে আয়ত্তাধীন শব্দেৰে কবিতাও ৰচিব পাৰে। সংবেদনশীল ভাষা, সৃজনাত্মক প্ৰকাশভঙ্গী আৰু সৃষ্টিশীল কল্পনা শক্তিৰে উপন্যাস-গল্পও যে ৰচনা কৰিব পাৰি তাৰ প্ৰমাণ সাহিত্যৰ সত্যৰ পৰা অনেক ৰচনাৰ মাজেদি লহু লাগিজলৈকে বিস্তৃত।

'নাৱিক ইন্দ্ৰপ্ৰসাদৰ ৰোমহৰ্ষক চতুৰ্থ নৌ যাত্ৰা' নামৰ দীঘল ব্যংগ ৰচনাত (শব্দভেদী বাণ, পৃষ্ঠা ঃ ৯৪-১৩৩) ড° গোহাঁইৰ যি ভাষা, যি প্ৰকাশভঙ্গী তাক পঢ়ি ড° গোহাঁইৰ যে এজন দক্ষ উপন্যাসিক হ'ব পৰা সমস্ত গুণ আছে তাক ক'ব পাৰি। এইখন ৰচনাৰ লগতে ওছমান গণি জগতকো ক'ব পাৰি। দুয়োখন জগতৰ নায়ক অসমৰ বৌদ্ধিক জগতত অনেক

ভণ্ডামি কৰি বহি থকা জ্ঞানৰ সদাগৰ। আমাৰ এই ৰচনাৰ প্ৰাৰম্ভণিতে উল্লেখ কৰা মানহানি গোচৰ দিব নোৱাৰা অথচ কালৈ এইপাত কাঁড় মাৰিছে ধৰিব পৰা অৱস্থা-চৰিত্ৰ হৈছে এওঁলোক। কল্পনাৰে কিছু অতিৰঞ্জনাই চৰিত্ৰবোৰৰ সঁচা পৰিচয় নিশ্চয়তা-নিৰ্দিষ্টতাত হেঙাৰ দিলেও ইয়াৰ পৰিবেশ বৰ্ণনাৰ স'তে যিবোৰ চৰিত্ৰ, অনুসঙ্গ সংযোগ কৰি দিছে সেইবোৰে সামান্য চিনাকি উন্মোচন কৰিছে আচল চৰিত্ৰবোৰৰ।

পৰিস্থিতিক বিশ্বস্ত কৰাৰ বাবে তাৰ উপযোগী ভাষা আৰু ঘটনাৰ বিশ্বাস যোগ্যতাৰ বাবে যথাযথ পৰিস্থিতি সৃষ্টি কৰাত ব্যংগ লেখক ড° গোহাঁয়ে বিৰল দক্ষতা প্ৰদৰ্শন কৰিছে। নাৱিক ইন্দ্ৰপ্ৰসাদ যিহেতু আৰবিক জগতত সোমাইছে সেয়ে তাৰ বৰ্ণনাৰ মাজত লেখকে ঈৰ্ষণীয়ভাৱে অনায়াসে উৰ্দু-আৰবী ভাষা ব্যৱহাৰ কৰিছে। খুছাক, হুৰি, ইবাদত খানা, আখৱাব আদি শব্দ তামাম দুনিয়াৰ উল্লুমৰ বুৰ্জুগ দাবীদাৰ 'ওৱোয়্যঅলবৎ' আদি বাকাংশ ব্যৱহাৰে এক বিশেষ পৰিবেশৰ কথা ক'ব পাৰিছে। এনে ৰচনাত।

একোটা কাহিনী বিস্তাৰৰ বাবে লেখকে সৃজনীশীল কল্পনাৰে কিছুমান দৃশ্য বৰ্ণনা দিছে— যিবোৰ আৰব্য উপন্যাসৰ দৰে মনোৰমো। পিছে লিখকে যিহেতু আৰব্য উপন্যাস লিখিবলৈ যোৱা নাই, সেয়ে তাত কাহিনীৰ ফাঁকি লেখকৰ মূল বক্তব্য দাঙি ধৰিছে। আমাৰ কাকত কেতবোৰৰ মালিক পক্ষৰ বেপাৰ আৰু সাংবাদিকৰ স্বৰূপ উদঙাই দিছে।

"তুমি বোধহয় দেখিছা অলপতে দুজন যুৱকে চিপাহ্ চালাৰৰ পৰা পইচা লৈ 'হফতা' নামৰ এখন আখবাৰ উলিয়াইছে। আজীব শ্বাহ্ আৰু ফক্কৰ খান দুয়োৰে কোনোদিন ঘৰৰ কাগজৰ স'তে কোনো সম্পৰ্ক নাছিল। কিন্তু দুয়োজনৰ আকৰ্ষণ হ'ল যে জাৰ্ণেলিজম এটা কাৰবাৰ। তাত মুনাফা কৰিব লাগিব। খবৰবিলাক মছলা-টছলা নিদিয়াকৈ চপালে খৰিদ্দাৰে খাই ভাল নাপায়। সেয়ে প্ৰতি খবৰত জিৰা-জালুক, আদা-ৰচুন ঢালি তাৰ জুতি বেলেগ কৰি দিয়া হয়। সমাজৰ প্ৰতিজন আমিৰ ওমবাহ্ৰ ঘৰৰ আয়া-বাই আৰু নৌকৰণীক নিজস্ব ৰিপৰ্টাৰ হিচাপে নিযুক্তি দিয়াৰ পাছত 'হফতা' কাগজত বানাৰ এক আহি আগতকৈ বেছি খবৰ আহিবলৈ ধৰে। তাৰ পাছত ছাবিং কৰিবৰ বাবে নিযুক্তি দিয়া হ'ল মদাহী আৰু ঘৈণীয়েকৰ লগত দিন-ৰাতি কাজিয়া কৰা দুজন লোকক আৰু ঘৈণীয়েকক পলুৱাই নিয়া দুজন চিনিকক। মছলা-টছলাৰ মাত্ৰা আৰু খবৰৰ গৰম এনেকৈ বাঢ়ি যোৱাত খবৰৰ নায়কবিলাকেও ৰাতিৰ আন্ধাৰত আজীব শ্বাহ্ আৰু ফক্কৰ খানৰ লগত মোলাকাত কৰি 'হফতা' বা মাছুল দিয়া আৰম্ভ কৰিলে। কথাটো জনাজনি হোৱাৰ পাছত অলপ ঝামেলা হৈছিল কিন্তু ফক্কৰ আৰু আলীয়ে প্ৰচাৰ কৰি দিলে যে জনগণক ৰক্ষা কৰিবৰ বাবে ধনকুবেৰবোৰৰ পৰা এয়া জাকাত লোৱা হৈছে মাত্ৰ।..."

ব্যংগত বহুত সময়ত বিপৰীত ভাবাৰ্থ বুজোৱা হয়। উক্ত কথাখিনিৰ অৰ্থপাঠকে বুজিব। অসমৰ বাতৰি-কাকতৰ সাংবাদিক-বুদ্ধিজীৱীৰ বেপাৰ-বজ্জাতিৰ কথা ড° গোহাঁইৰ আন কেইখনো ব্যংগ ৰচনাত আছে। 'একবিংশ শতাব্দীৰ সাংবাদিকতা ধুমুহাৰ আগজাননী' শীৰ্ষক ৰচনাখনত নিজৰ নিজৰ স্বাৰ্থ অনুসাৰে একোটা ঘটনা কিদৰে বিপৰীত ভাবেৰে বৰ্ণিত হ'ব পাৰে তাৰ কাহিনী আছে। 'দালাল ৰত্ন মহিমা' শীৰ্ষক একাংকিকাখনতো ৰাইজৰ

নাম লৈ দিকগজ সাংবাদিক হৈ সাংবাদিক-বুদ্ধিজীৱীয়ে কেনে দালালীত ধৰিছে তাৰ খবৰ দিছে। পিছে এইজন সাংবাদিকৰ প্ৰতি আজি ড° গোহাঁই কঠোৰ নহয়।

আৰব্য উপন্যাসৰ উৎকণ্ঠা আৰু চাঞ্চল্য উদ্ৰেককাৰী ড° গোহাঁইৰ 'নাৱিক ইন্দ্ৰপ্ৰসাদ' ৰচনাখনৰ ফাঁকে ফাঁকে সাংবাদিক-বুদ্ধিজীৱী আদি তথাকথিত বিদ্যাসাগৰৰ বিৰুদ্ধে অলেখ কটাক্ষ নিক্ষেপ কৰা হৈছে। কৃপাবৰ বৰবৰুৱাৰ "কৃপাবৰ বৰবৰুৱা মহাধনুৰ্দ্ধৰ/ বৰপেট টিকনিৰে মূৰ লৰফৰ" বুলি আত্মব্যংগ কৰাৰ দৰে— ড° গোহাঁয়েও তেওঁৰ ৰচনাত আত্ম-ব্যংগৰ মাজেদি আনক ব্যংগ কৰিছে— নাৱিক ইন্দ্ৰপ্ৰসাদৰ মাজৰ হীৰেন্দ্ৰপ্ৰসাদৰ বহুখিনি লিখনিৰ আত্মপ্ৰকৃতি।

কেতবোৰ ছলনাময়ী উচ্চাকাংক্ষী নাৰীয়ে পুৰুষক ব্যৱহাৰ কৰি ঠগা কথা উক্ত কাহিনীত লেখকে কৰুণা উদ্ৰেক কৰাকৈ বৰ্ণনা কৰিছে 'যৌৱনৰ পৰা তিৰোতাবিলাকে তাক ভদ্ৰলোক বুলি চিনি পাই তাৰ হতুৱাই বহুত কাম কৰাই লৈছে। আৰু শেষত হাঁহি মাৰি বা চকুলো টুকি তাক বিদায় দিছে।'

ঘটনাক্ৰমে কাহিনীকাৰে তেওঁৰ চৰিত্ৰৰ মুখেদি প্ৰাচ্য যৌন নৈতিকতাৰ ভণ্ডামি উন্মেষণ কৰিছে— "তোমালোকে সদায় ভাল মাইকী মানুহক ঘৰত বন্দী কৰি থৈছা আৰু বেয়া চৰিত্ৰৰ মাইকী মানুহবোৰক বজাৰত মেলি দি সিহঁতৰ লগত প্ৰেম কৰিছা। প্ৰাচ্যৰ পুৰুষ তোমালোক অসতী মাইকীৰ লগতহে প্ৰেম কৰিব পাৰা। তোমালোকৰ মনবোৰ তেনেকৈয়ে প্ৰগেইম হৈ আছে।"

এইবোৰ কাহিনীৰ মাজতো লেখকে সাম্প্ৰতিক সমাজ বাস্তৱতাৰ প্ৰপঞ্চক (phenomenon) ৰচনাত এনেকৈ প্ৰক্ষেপ কৰিছে যে যিবোৰে লেখকৰ সমাজ-সচেতন মনটো প্ৰকাশৰ লগতে বৰ্ণিত ৰূপৰেখাৰ বাস্তৱ দিশসমূহৰ প্ৰতিও পাঠকক সজাগ কৰে।

যথা- 'নাৱিক ইন্দ্ৰপ্ৰসাদৰ...' ৰূপকথাৰ মাজতে আছে — 'অ' আপোনাৰ কিড্‌নেপিং কেছ নহয়? নাই, একো খবৰ নাই।... চাওক আমি হেল্পলেছ ওপৰৰ পৰা ফোন আহিছে আমি আছামীক ধৰি ৰাখিব নোৱাৰো।...'

অথবা — 'তেতিয়া মই মালিকৰ দুটা পোহনীয়া কুকুৰ গাড়ীত তুলি আগে-পিছে দহখন গাড়ীৰ কনভয় লৈ চাইৰেণ বজাই ক'ৰবাত তিনিবাৰ ঘূৰিব লাগিব। তাৰ পাছত এনকাউণ্টাৰত পাঁচটা বিদ্ৰোহীক গুলীয়াই মাৰিব লাগিব।...'

এইবোৰ পৰিস্থিতিৰ সৃষ্টি কৰি আমাৰ শাসকৰ স্বৰূপো কাহিনীৰ মাজেদি লেখকে উন্মোচন কৰিছে। ... 'মনত ৰাখিব অপৰাধ নকৰাতকৈ সাংঘাতিক অপৰাধ আৰু নাই। অপৰাধ কৰা বিলাকৰ চাজা কম হয়। কেতিয়াবা মাৰুতি গাড়ী আৰু লং ডিনাৰৰ উমান পোৱাও যায়। কিন্তু অপৰাধ নকৰিলে টাডা কানুনত ধৰাই নিয়ম।...' ....ড° গোহাঁইৰ কাহিনীৰ খলিফা ৰাজ্যৰ বিষম কানুন অপৰাধৰ সংজ্ঞাই আচলতে যে আমাৰ দেশ-সমাজৰ বাস্তৱতাকে প্ৰতিফলিত কৰিছে তাক পাঠকে সহজে অনুমান কৰিব।

ড° গোহাঁইৰ একমাত্ৰ ব্যংগ ৰচনা সংকলন শব্দভেদী বাণত স্থান পোৱা কেইবাটাও ব্যংগ কবিতা পেৰ'ডিত শইকীয়া-মহন্ত আদি গণ বিৰোধী শাসক আৰু আন মন্ত্ৰী-বিষয়া আমোলক ব্যংগৰ চেকনি মাৰিছে। পৌৰ নিগমকে ধৰি বিভিন্ন ৰাজনৈতিক দল, তাৰ নেতা,

হিন্দুত্ব আদি বিষয়েই ড° গোহাঁয়ে ব্যংগৰ চিটিকনি দিছে। গদ্যকাৰে কেতবোৰ ব্যক্তি-সংস্থাৰ মহিমা প্ৰকাশ কৰি তাৰ সংজ্ঞা বা পৰিচয় দিছে।

হিন্দুত্বৰ ভেকোঁভাওনাক ড° গোহাঁয়ে সিঞ্চাৰিছে ঃ

"বজাৰে বজাৰে যদি মূল্য সূচী জপিয়ায়
হিন্দুৰ গৌৰব স্মৰি মনে মনে ৰ'বা চাই।"

প্ৰমোদ কুশল গগৈ/ জনগণে বিচুৰ্তি খায় যায়ানা ক'লৈ/ সদা ব্যস্ত অবিশ্ৰান্ত দৌৰে অ'লৈ ত'লৈ/ পৰিসংখ্যাত দেখা পায় জনগণৰ বিলৈ।...

প্ৰবন্ধ ৰচনা আকাৰত ড° গোহাঁয়ে সম্ভাৱনাৰ দৌৰৰ ভিতৰুৱা অশুভ কাৰবাৰ (সদভাৱনা দৌৰ), এন.জি.অ'.বোৰৰ স্বৰূপ (এন.জি.অ'.ৰ আবিৰ্ভাৱ) আদি কেইবাটাও আমাৰ সমাজত অনীতি বিয়পোৱা উৎসৰ গৰ্ভচ্ছেদ কৰিছে। কলিযুগৰ মুখ্য গুৰুকুল CIA আৰু ISA ৰ কথাও কৈছে।

পঞ্চতন্ত্ৰ বা অন্য সাধুকথাত জন্তুবোৰে কথাকোৱাৰ দৰে ড° গোহাঁইৰ কেতবোৰ সাধুতো চৰায়ে বা জন্তুৱে কথা কৈছে। পঞ্চতন্ত্ৰত যুগধৰ্ম প্ৰভাৱ পৰাৰ দৰে ড° গোহাঁইৰ ৰচনাত তেওঁৰ চৌপাশৰ পৃথিৱীখন প্ৰতিফলিত হৈছে। এইবোৰ চৰাই বা জন্তুৱে এল.অ'.চি.ৰ কথা পাতিছে। পঞ্চতন্ত্ৰৰ দৰে ড° গোহাঁয়েও নীতিবচন দিছে তেওঁৰ ৰচনাত- 'জ্ঞানী জনে সৰু-সুৰা বিঘিনিত মহৎ লক্ষ্যৰ ধ্যান এৰি নিদিয়ে।' (পৃষ্ঠা ঃ ৬১) ইয়াত লেখকৰ বুদ্ধি-চমৎকাৰিত্ব জন্তুত সমাৰোপন কৰিছে লেখকে— "আপুনি চিন্তাশীল জন্তু। ঘপ্‌কৈ কোনো সিদ্ধান্ত নলয়। কিন্তু মাছে টোপ গিলিলে বৰশী হালি নাযায় জানো? সেইদৰে প্ৰতিভাই স্বীকৃতি পালে সকলোৱে মূৰ দোঁ খায়। আপুনি চাবচোন, আপোনাক দেখিলে নাহৰফুটুকী আদি গুণগ্ৰাহীসকলে তলমূৰ কৰে নে নকৰে।" (পৃষ্ঠা ঃ ৬২) এইদৰে জীৱ-জন্তুৱে তোষণ-প্ৰশংসা আদিৰে নিজৰ স্বাৰ্থ সিদ্ধি কিদৰে কৰে তাৰ কাহিনীৰে লেখকে মানুহৰ সুবিধাবাদী তোষণ নীতিৰ কথাকেই পাঠকক সোঁৱৰাইছে।

ড° গোহাঁইৰ ব্যংগ ৰচনাৰ পুংখানুপুংখ আলোচনা এইবাৰেই সম্ভৱ নহয় যে আমি ইতিপূৰ্বে কোৱাৰ দৰে তেওঁৰ সমস্ত ৰচনাতে ব্যংগ আছে। এই ব্যংগবোৰৰ সম্পূৰ্ণ খতিয়ান দিবলৈ বা পাঠকে তাক সম্পূৰ্ণ অনুধাৱন কৰিবলৈ ড° গোহাঁইৰ বিপুল অভিজ্ঞতা আৰু অন্তৰ্দৃষ্টিৰ অধিকাৰী হ'ব লাগিব। কিন্তু বাস্তৱিকতে আমি বা পাঠক ড° হীৰেন গোহাঁই হোৱা সম্ভৱ নহয়। তথাপিও তেওঁৰ ৰচনা অধ্যয়নৰ মাজেদি তেওঁৰ চিন্তা-অভিজ্ঞতা বহুখিনি অংশীদাৰ হ'ব পাৰি। লগতে লাভ কৰিব পাৰি আমাৰ অসৎ-অশুভ শক্তিবোৰ প্ৰতিৰোধৰ বাবে প্ৰয়োজনীয় শক্তি।

জাৰ্মান কবি হাইনেৰিখ হাইনেই তেওঁৰ লেখাৰ মাজত সামাজিক টাইমবোমা ভৰাবলৈ লিখে বুলি কোৱাৰ দৰে ড° গোহাঁয়েও তেওঁৰ সমস্ত ৰচনাত (বিশেষকৈ ব্যংগখিনিত) একোটা সামাজিক টাইমবোমা ভৰাই থৈছে। এইবোৰে আমাৰ বহুতৰে চিন্তা-জগতত বিস্ফোৰণ ঘটাই আছে। এই বিস্ফোৰণ সৃষ্টি শক্তিৰেই আমি কেতিয়াবা ড° গোহাঁইবো ভুলখিনি নিৰ্ণয় কৰিবলৈ যত্নবান হৈছো। ❑

# হীৰেন গোহাঁইৰ গদ্যশৈলী

• ড° মদন শৰ্মা

One can hardly take literature seriously without taking language seriously. — M.A.K. Halliday

সাধাৰণতে শৈলী বুলিয়ে লেখকীয় শৈলী (authorial style) কে বুজোৱা হয় যদিও ব্যক্তিগত বৈশিষ্ট্যসম্পন্ন (individual) আৰু সাধাৰণ (common) শৈলীৰ মাজত দৃশ্যমান হোৱা পাৰ্থক্যৰ কথাও শৈলী সম্পৰ্কীয় আলোচনাত উত্থাপিত হয়। সাধাৰণ জ্ঞাপনধৰ্মী, বৰ্ণনাধৰ্মী ৰচনাৰ লেখকৰ ব্যক্তিত্বৰ ছাপ নপৰা শৈলীকে সাধাৰণশৈলী বুলি বুজা যায়। যেনে, কোনো তথ্য বা ঘটনাৰ মূলতঃ নৈৰ্ব্যক্তিক বৰ্ণনাত দৃশ্যমান শৈলী। তাৰ বিপৰীতে কোনো এটি গদ্য লেখা যদি পঢ়ি উঠিয়ে পোনচাটেই তাক এগৰাকী বিশেষ লেখকৰ সৃষ্টি বুলি কৈ দিব পৰা যায়, বা তেনে লেখাৰ মাজত কোনো বিশেষ লেখকৰ উপস্থিতি অনুভূত হয়, তেন্তে সেই লেখাৰ ব্যক্তিগত বৈশিষ্ট্যসম্পন্ন শৈলী আছে বুলিব পাৰি।

'ভাল' বা 'সুন্দৰ' শৈলী বুলিলেনো দৰাচলতে কি বুজা যায়? যি গদ্য ৰচনাৰ ভাষা শুদ্ধ, বক্তব্য বা ভাববস্তুৰ সৈতে খাপ খোৱা ৰচনাৰ অনুচ্ছেদবোৰ স্পষ্টতঃ পৰস্পৰ-সম্পৰ্কিত, বাক্যসমূহ অত্যধিক দীঘলীয়া নহয়, বাক্য গাঁথনি ত্ৰুটিপূৰ্ণ নহয়, গদ্যৰ লয় এক সুৰীয়া নহয়, গদ্য অতিমাত্ৰা অলংকাৰ যুক্ত নহয়, তেনে ৰচনাৰ শৈলীকে সুন্দৰ বা decent বুলি কোৱাৰ প্ৰৱণতা দেখা যায়।

পিছে 'শৈলী' বুলিলেই মনলৈ আহে 'একক বা স্বকীয় বৈশিষ্ট্যসম্পন্ন'ৰ ধাৰণা। লেখকৰ ভাৱ-চিন্তাৰ গভীৰতা, পৰ্যবেক্ষণৰ নতুনত্ব আৰু সজীৱতা, যুক্তিৰ ধাৰাবাহিকতা, ভাষাৰ ব্যৱহাৰত সৃজনীশীলতাই তেওঁৰ গদ্যক কৰি তুলিব পাৰে একক বৈশিষ্ট্যসম্পন্ন। লেখকে ব্যৱহাৰ কৰা ভাষিক সমলসমূহৰ বিশিষ্ট ব্যৱহাৰ আৰু সেই ব্যৱহাৰৰ প্ৰতিক্ৰিয়া বা ফলাফলৰ আলোচনাৰ লগতে লেখকৰ চিন্তা-ভাৱনাৰ মৌলিকতা আৰু তেওঁৰ বিশ্ববীক্ষাৰ আলোচনাও শৈলী সম্পৰ্কীয় আলোচনাত অপৰিহাৰ্য হৈ পৰে। এই প্ৰবন্ধত অসমীয়া সাহিত্যৰ এগৰাকী বিশিষ্ট গদ্য লেখক আৰু চিন্তাবিদ হীৰেন গোহাঁইৰ গদ্য শৈলীৰ আলোচনা ঘাইকৈ এই দৃষ্টিকোণৰ পৰাই আগবঢ়োৱা হ'ব।

হীৰেন গোহাঁইৰ গদ্য ৰচনাসমূহক ঘাইকৈ তিনিটা ভাগত ভগাব পাৰি— সিবোৰৰ উদ্দেশ্য, প্ৰকৃতি আৰু সুৰ অনুসৰি ঃ

(ক) মূলতঃ তাত্ত্বিক ৰচনা অৰ্থাৎ সমাজ-বিজ্ঞানৰ ভিতৰুৱা বিভিন্ন বিষয় সম্পৰ্কে তাত্ত্বিক আৰু ঠাই বিশেষে প্ৰায়োগিক দিশৰ আলোচনা। এনে গদ্য ৰচনাত তত্ত্বৰ বিশ্লেষণ আৰু ব্যাখ্যা আৰু তাৰ প্ৰাসংগিক বিষয়ৰ আলোচনাত বিষয়বস্তুৰ প্ৰাঞ্জল উপস্থাপন, যুক্তিৰ যথাযথ প্ৰয়োগ আৰু প্ৰণালীবদ্ধ বিস্তাৰ জৰুৰী হৈ পৰে।

(খ) সাহিত্য সমালোচনামূলক ৰচনা ঃ কোনো নিৰ্দিষ্ট সাহিত্যকৃতিৰ সমালোচনা, কোনো লেখকৰ ৰচনাৰাজিৰ মূল্যায়ন, সাহিত্যৰ আৰু সাহিত্য-সমালোচনাৰ গতি-প্ৰকৃতি সম্পৰ্কে আলোচনা। এনেবিধৰ গদ্যতো ব্যাখ্যা, নিৰ্বচন আৰু বিশ্লেষণৰ যুক্তিপূৰ্ণ, প্ৰণালীবদ্ধ আৰু পতিয়নযুক্ত উপস্থাপনৰ গুৰুত্ব আছে। এনে গদ্য ৰচনা সাহিত্যিক গুণসম্পন্ন হ'ব পাৰে।

(গ) মূলতঃ কল্পনাশ্ৰয়ী, ব্যক্তিগত অভিজ্ঞতা-অনুভৱ প্ৰসূত জনপ্ৰিয় ৰচনা। এইবিধৰ ৰচনা স্পষ্টতঃ সাহিত্যিক গুণসম্পন্ন , এনে ৰচনাত ভাষাৰ অধিক সৃষ্টিশীল ব্যৱহাৰ, প্ৰাঞ্জলতা আৰু সুখপাঠ্যতা লক্ষ্য কৰা যায়।

এই তিনিবিধ গদ্য ৰচনাত গোহাঁয়ে ব্যৱহাৰ কৰা বাক্য গাঁথনি, শব্দ সম্ভাৰ আৰু সামগ্ৰিক সুৰ, আৰু সিবোৰে সৃষ্টিকৰা প্ৰতিক্ৰিয়া বা সঁহাৰিৰ স্বৰূপো ভিন্ন। পৰৱৰ্তী অনুচ্ছেদসমূহত এই বিষয়ে বিৱৰি কোৱা হ'ব। এই তিনিওবিধ ৰচনাৰ আটাইতকৈ লক্ষণীয় সাধাৰণ গুণ বা বৈশিষ্ট্য হ'ল— সিবোৰত লেখকৰ বলিষ্ঠ উপস্থিতি। গোহাঁইৰ গদ্য ৰচনাত স্বকীয় দৃষ্টিভংগী (viewpoint) লৈ লেখক সৰ্বদা উপস্থিত। লেখকৰ দৃষ্টিভংগী, বিশ্ববীক্ষা কি — এই বুলি প্ৰশ্ন কৰাৰ অৱকাশ নাই। আমাৰ মতে ব্যক্তি আৰু লেখক হিচাপে গোহাঁইৰ প্ৰবল আত্মবিশ্বাস, সততা, চিন্তাৰ মৌলিকতা, অধ্যয়নৰ গভীৰতা আৰু সৰ্বোপৰি তেওঁৰ প্ৰজ্ঞাই ইয়াৰ কাৰণ। আন বহু দক্ষ অসমীয়া গদ্য লেখকৰ সৈতে এইখিনিতে গোহাঁইৰ পাৰ্থক্য।

লক্ষণীয় কথা এয়ে যে গোহাঁইৰ তৰুণ বয়সৰ গদ্যৰচনাতো তেওঁৰ ব্যক্তিত্বৰ আৰু মানসৰ উপস্থিতি সৰ্বদা অনুভূত হয়। অৱশ্যে এইখিনিতে এটা কথা আঙুলিয়াই দিয়া প্ৰযোজন। তেওঁ আগবয়সৰ গদ্যৰ কাঠিন্য আৰু কৃত্ৰিমতা (সদায়েই নহয়) হ'ল তেওঁৰ চিন্তা-ভাবনা-পৰ্যবেক্ষণৰ গাঢ়তাক সহজবোধ্য আৰু পৰিশীলিত ধৰণে প্ৰকাশ কৰাৰ জোখাৰে প্ৰয়োজন হোৱা অভিজ্ঞতাৰ অভাৱৰ ফল। আগবয়সৰ গদ্যত কিছু পৰিমাণে আড়ষ্টতা, কৃত্ৰিমতা আৰু সচেতন কষ্টকৰ প্ৰয়াসৰ চিন স্পষ্ট ; পৰিণত বয়সৰ গদ্যৰ অনায়াস সাৱলীলতা সিবোৰৰ বহুভাগতে নাই। এই মতৰ সমৰ্থনত সাহিত্যৰ সত্য (১৯৭০)ৰ এখনি ৰচনাৰ দুটা উদাহৰণ উদ্ধৃত কৰা হ'ল।

(ক) "সৎ সাহিত্যৰ কোনো সুলভ সূত্ৰ মোৰ অজ্ঞাত হ'লেও সম্পূৰ্ণ নিৰ্জ্ঞান

সৃষ্টিও মোৰ পক্ষে অচিন্তনীয়। মন্ত্ৰসিদ্ধ দুই এক ৰচনা বিশ্ব-সাহিত্যৰ অমূল্য সম্পদ। কিন্তু বিশ্বাস কৰা টান যে সিহঁতৰ লেখকৰ চিন্তা-চৰ্চা কিম্বা মনীষাৰ পৰা সিহঁত সম্পূৰ্ণ মুক্ত। ....বাগৰ্থৰ সফল মিলনৰ পৰা অনুভূতি-উপলব্ধিৰ পৰিশোধন আৰু প্ৰসাধন লৈ সাহিত্যৰ সৃষ্টিৰ সকলো দিশতে ধীশক্তিৰ প্ৰয়োগ অনস্বীকাৰ্য্য সত্য। এক ঐতিহ্যবাহী অভিন্নাত্মা পাঠক গোষ্ঠীৰ অভাৱত আজি সাহিত্য জগততো মূল্যবোধৰ অৰাজকতা চলিছে। .... অভিনৱ সৃষ্টিপ্ৰেৰণা আজি প্ৰায় সম্পূৰ্ণৰূপে নিৰাশ্ৰয়, সনাতন মূল্যবোধ ততোধিক বিভ্ৰান্ত।" (পৃষ্ঠা ঃ ১২)

(খ) "এই আধুনিক লেখকসকলৰ সমালোচনা নিৰ্বোধৰ প্ৰতিবাদ নহয়। সেয়ে তাৰ একোটা ভিত্তিও বৰ্তমান যদিও সেই ভিত্তিবোৰ সাধাৰণতে নেপথ্যত থাকে।... কিন্তু আধুনিক জীৱনৰ প্ৰাথমিক অভাৱবোৰৰ সম্পৰ্কে তেওঁৰ (ডি.এইচ.লৰেন্সৰ) সমালোচনা— যি সমালোচনা তৰ্কশাস্ত্ৰৰ নহয়— আমি মানি ল'বলৈ বাধ্য।" (পৃষ্ঠা ঃ ৫৮)

(ক) অংশৰ প্ৰথম বাক্যটি গাঁথনিৰ আৰু ভাবৰ ফালৰ পৰা এটা জটিল বাক্য। ইয়াৰ অৰ্থ বুজা টান নহয় যদিও কথাখিনি লেখকে আৰু সহজ আৰু স্বাভাৱিক ধৰণে কোৱাৰ থল আছিল। তৃতীয় বাক্যটিৰ নিৰ্মাণত ইংৰাজী বাক্য গাঁথনিৰ প্ৰভাৱ স্পষ্ট। 'সিহঁতৰ' শব্দটোৰ প্ৰয়োগ অশুদ্ধ; 'সিবোৰৰ' হ'ব পাৰিলেহেঁতেন। ই সম্ভৱতঃ ইংৰাজী 'their' ৰ ৰূপান্তৰ। চতুৰ্থ ('বাগৰ্থৰ...ইত্যাদি) বাক্যটি অযথা জটিল, কষ্টসৃষ্ট আৰু অস্বাভাৱিক। লেখকে সচেতন বাবেই ক্ৰিয়াপদ বৰ্জন কৰি গদ্যৰ কাঠিন্য প্ৰদান কৰিব খুজিছে। দুটি বাক্যৰে কথাখিনি প্ৰাঞ্জলকৈ ক'ব পৰা গ'লহেঁতেন। ষষ্ঠ ('অভিনৱ... ইত্যাদি) বাক্যটিতো ইংৰাজী গাঁথনিৰ প্ৰভাৱ দেখা যায়। 'নিৰাশ্ৰয়' আৰু 'বিভ্ৰান্ত' শব্দকেইটিও লেখকৰ মনলৈ অহা ইংৰাজী শব্দৰ সলনি ব্যৱহাৰ কৰা হৈছে। তেনে কৰোঁতে সহজবোধ্যতাৰ দিশটো আওকাণ কৰা হৈছে।

(খ) অংশটিৰ দ্বিতীয় বাক্যটিতো সচেতনভাৱেই ক্ৰিয়া বৰ্জন কৰিবলৈ গৈ জটিল বাক্য এটা গঠন কৰা হৈছে। সেই বাক্যটি স্বাভাৱিক যেন নালাগে। 'কিন্তু আধুনিক ...বাধ্য' বাক্যটিত ইংৰাজী বাক্য গাঁথনিৰ প্ৰভাৱ আৰু অধিক স্পষ্ট। বাক্যটিৰ মাজত গুজি দিয়া গৰ্ভবাক্য (clause) 'যি সমালোচনা তৰ্কশাস্ত্ৰ নহয়' ইংৰাজী relative clause ৰ প্ৰতিৰূপ মাত্ৰ।

অৱশ্যে সাহিত্যৰ সত্যত সংকলিত ৰচনাৰ মাজতো পিছৰ কালৰ উৎকৃষ্ট গদ্য ৰচনাৰ কিছু বৈশিষ্ট্য দেখা যায় ঃ কাব্যিক ভাষাৰ ব্যৱহাৰ, ৰূপক আৰু উপমাৰ অৰ্থবহ প্ৰয়োগ ইত্যাদি ঃ "তথাপি নৈৰাশ্য আৰু বিষাদৰ জটব্য অৰণ্যৰ মাজতো শৰৎকালৰ জোনৰ দৰে উদ্ভাসিত হৈছে তেওঁৰ আশা আৰু বিশ্বাস।"

ইংৰাজী বাক্য গাঁথনিৰ প্ৰভাৱে সাহিত্যৰ সত্যত অন্তৰ্ভূক্ত ৰচনাৰ বহু বাক্যৰ গঠনক আউল লগা কৰি দিছে :

> "শ্বেক্সপীয়েৰৰ ওপৰত টলষ্টয়ৰ এখন বিখ্যাত ৰচনা আছে। ...টলষ্টয়ৰ এই সিদ্ধান্ত যুক্তিসঙ্গত যেন লাগিব যদিহে শ্বেক্সপীয়েৰৰ কাব্য নাটক বাস্তৱবাদী নাটকৰূপে চোৱা হয়।... কিন্তু আমাৰ এনে বিৰাগ জন্মিব যদি আমি শ্বেক্সপীয়েৰৰ কাব্য নাটৰ প্ৰকৃত স্বৰূপ আওকাণ কৰোঁ।"

ওপৰত উদ্ধৃত (ক) অংশত পোনতে কোৱাৰ দৰে লেখকৰ সবল উপস্থিতি লক্ষ্য কৰা যায় : .... "মোৰ অজ্ঞাত হ'লেও.... মোৰ পক্ষে অচিন্তনীয়।" উত্তৰণৰ সাধনা (১৯৯৩)ৰ তলৰ অনুচ্ছেদটিৰ প্ৰথম বাক্যটিতো লেখকৰ উপস্থিতি আৰু দৃষ্টিভঙ্গী স্পষ্ট : "সেইদ'ৰ ...ছিকেল কাৰ্য-কাৰণ সম্পৰ্কৰ (causality) প্ৰতিও আমাৰ পূৰ্বৰ আস্থা আৰু নাই। চলিহাৰ গল্পত এই মানসিক প্ৰৱণতাৰ উপস্থিতি চমকপ্ৰদ। তেওঁ কাৰ্য-কাৰণ সম্পৰ্কৰ প্ৰথাগত ৰূপ প্ৰায় বাতিল কৰি দি বন্ধনমুক্ত মনৰ যথেচ্ছ বিচৰণৰ মাজতেই আৱিষ্কাৰ কৰিছে বিভিন্ন বস্তু আৰু ঘটনাৰ সম্পৰ্ক। যেনে ধৰক 'দুটা সাময়িক প্ৰসংগ' য'ত আইনষ্টাইনৰ জন্মশতবাৰ্ষিকী আৰু অসমৰ অভূতপূৰ্ব গণআন্দোলন একে সময়তে পৰা বাবে লেখকে নিৰ্ভয়ে দুয়োটাৰে মাজত কিবা গভীৰ যোগাযোগ থকাৰ ইঙ্গিত দিছে। এনেকৈয়ে সংঘটিত যোগাযোগ তেওঁ অৰ্থহীন বুলি নাভাবে। বৰং কাৰ্য-কাৰণবাদৰ যান্ত্ৰিক সজাত বন্দী আমাৰ মনটোকহে অন্ধ বুলি ভাবে।" (পৃষ্ঠা : ৬৭)

উদ্ধৃত অনুচ্ছেদটিৰ দ্বিতীয় বাক্যটি ক্ৰিয়া বৰ্জিত। তৃতীয়টিত অসমীয়া ভাষাৰ স্বাভাৱিক বাক্য-গাঁথনিৰ সাল-সলনি ঘটাই (ঘাই গৰ্ভবাক্যৰ) কৰ্ম খণ্ডবাক্য আৰু ক্ৰিয়া খণ্ডবাক্যৰ স্থান ইফাল সিফাল কৰিছে ; কৰ্ম খণ্ডবাক্য ক্ৰিয়া খণ্ডবাক্যৰ পিছত উপস্থাপন কৰিছে : " তেওঁ ...... আৱিষ্কাৰ কৰিছে , বিভিন্ন বস্তু আৰু ঘটনাৰ সম্পৰ্ক"।

ক্ৰিয়া খণ্ডবাক্য কৰ্ম খণ্ডবাক্য

এই জটিল বাক্যটি দুটা বাক্যৰ সমষ্টি। পৰৱৰ্তী বাক্যৰ য'ত ....ৰে আৰম্ভ গৰ্ভবাক্যটিৰ গাঁথনিতো ইংৰাজী গৰ্ভবাক্যৰ গাঁথনিৰ প্ৰভাৱ দেখা যায়। শেষ বাক্যটিত কৰ্তা বাদ দিছে — পুনৰুক্তি এৰাই চলিবলৈ।

গোহাঁইৰ গদ্য ৰচনাৰ একোটাইত বাক্যত বৈপৰীত্যৰ সূক্ষ্মতা ৰক্ষা কৰা দেখা যায় : "এপিনে কল্পনাৰ আৰু ভাবাবেগৰ দাবী, আনপিনে যুক্তি আৰু বাস্তৱবোধৰ দাবী। ভাবাবেগক অকুণ্ঠ স্বীকৃতি দি উটি যাবলৈ তেওঁৰ সংকোচ, অস্পষ্ট যুক্তিৰ ওচৰত আত্মসমৰ্পণ কৰি দেউলীয়া হ'বলৈকো আপত্তি।" (পৃষ্ঠা : ৬৯)

প্ৰথম বাক্যটিত এপিনে আৰু আনপিনেৰ দৰে বাক্যৰ বাহ্যিক সংযোগকাৰী সমল আৰু কমা (,) ৰ ব্যৱহাৰ হৈছে ; দ্বিতীয়টিত ভাবৰ বৈপৰীত্যৰ সমতা ৰক্ষা কৰিছে কেৱল কমাই :

ভাৱাবেগক / অকুণ্ঠ স্বীকৃতি দি / উটি যাবলৈ তেওঁৰ সংকোচ, অস্পষ্ট যুক্তিৰ ওচৰত / আত্মসমৰ্পণ কৰি / দেউলীয়া হ'বলৈকো আপত্তি।

বাক্যটিৰ দুয়োটি অংশত লয়ৰ বৈচিত্ৰ্যৰ বাবে বাক্যটি (লগতে পূৰ্বৰ বাক্যটিও) ভাল লগা হৈছে।

গোহাঁইৰ পৰিণত বয়সৰ ৰচনাৰ ভাষা বহু পৰিমাণে প্ৰাঞ্জল। সিবোৰত উত্থাপিত যুক্তিৰ আঁত ধৰিবলৈকো সহজ। কঠিন বিষয়বস্তুৰ উপস্থাপন আৰু সিবোৰৰ বিশদ ব্যাখ্যা-বিশ্লেষণৰ বেলিকা গোহাঁয়ে উৎকৃষ্ট গদ্য ৰচনাৰ বৈশিষ্ট্য ৰক্ষা কৰিছে। উদাহৰণ স্বৰূপে বিশ্বায়তনত অন্তৰ্ভুক্ত "মাৰ্ক্সবাদ আৰু জাতি সমস্যা" শীৰ্ষক ৰচনাৰ উল্লেখ কৰিব পাৰি। ৰচনাখনিৰ প্ৰথম ছটা অনুচ্ছেদৰ আলোচনা কৰিলে দেখা যায় প্ৰতিপাদ্য বিষয়ৰ পোনপটীয়া উপস্থাপন, যুক্তিৰ অৱতাৰণা আৰু প্ৰণালীবদ্ধ বিশ্লেষণ। দ্বিতীয় অনুচ্ছেদতেই লেখকে নিজৰ দৃষ্টিভঙ্গী স্পষ্ট কৰি কৈছে ঃ "সমূহ জনগণৰ আৰ্থিক আৰু সাংস্কৃতিক উন্নতিৰ প্ৰশ্নটোৰ পৰা জাতি সমস্যাৰ প্ৰশ্নটো পৃথক কৰিব নোৱাৰি।" তৃতীয় অনুচ্ছেদৰ শেহলৈ কথাটো আৰু স্পষ্ট কৰি কৈছে ঃ "আমি ক'ব খোজোঁ মাৰ্ক্সবাদেই এই জয়াঁৰ পৰিস্থিতিৰ পৰা মুক্তিৰ পথ আমাক দেখুৱাব পাৰে।"

প্ৰতিটো অনুচ্ছেদতে অনুচ্ছেদৰ ঘাই আলোচ্য বিষয়ৰ আভাস দিব পৰা বাক্য একোটা (topic sentence) বাছি উলিওৱা সম্ভৱ। অৱশ্যে গোহাঁইৰ তাত্ত্বিক দৃষ্টিকোণৰ পৰা লিখা ৰচনাত পাঠকে কিছু আঁৰৰ কথা, পটভূমিৰ কথা জানে বুলি ধৰি লোৱাৰ প্ৰৱণতা দেখা যায়। যেনে আলোচ্য লেখাটোতে "নতুন ঐতিহাসিক শক্তিসমূহৰ বিকাশৰ ফলত" .... বাক্যাংশৰ জৰিয়তে লেখকে ধৰি লৈছে যে পাঠকে নতুন ঐতিহাসিক শক্তিসমূহ কি জানে, সিবোৰৰ বিকাশৰ পৰিঘটনাটোৰ সৈতে পাঠক পৰিচিত। অৱশ্যে যিকোনো পাঠ (text) পঢ়ি বুজিবৰ বাবে প্ৰাসংগিক পটভূমিৰ জ্ঞান জৰুৰী হৈ পৰে। লেখকে তেনে জ্ঞান আছে বুলি ধৰি লৈহে ৰচনাটি লিখি উলিওৱাৰ কামত অগ্ৰসৰ হ'ব পাৰে।

গোহাঁইৰ সাহিত্য সমালোচনামূলক গদ্য ৰচনাৰ এটি বৈশিষ্ট্য হ'ল— একোটা বাক্যৰ জৰিয়তে আলোচ্য সৃষ্টিকৰ্ম বা স্ৰষ্টা সম্পৰ্কে তাৎপৰ্যপূৰ্ণ কথা কেতবোৰ থোৰতে কৈ দিয়া। পোনতে মন্তব্য বা বিবৃতি (statement)টো কৰি পিছত তাৰ গ্ৰহণযোগ্যতা সম্পৰ্কে পাঠকক পতিয়ন নিয়াবলৈ বিশ্লেষণ আগবঢ়োৱা হয়। প্ৰায়েই গ্ৰন্থ একোখনিৰ বা লেখক একোজনৰ আটাইতকৈ উল্লেখযোগ্য বৈশিষ্ট্য এনে মন্তব্যত ধৰা পৰে ঃ "ধ্বংস, ক্ষয়, স্বপ্নভংগৰ হুমুনিয়াহ আৰু অমৰ, অক্ষয় জীৱনৰ ক্ষন্তেকীয়া বিজুলী চমকৰ দৰে সঁহাৰি— এই দুই মেৰুৰ মাজতে কবিতাবোৰৰ (মহিম বৰাৰ) ঘাই অনুভূতি তথা ধাৰণা বিৰাজমান।"

তেওঁৰ সমালোচনামূলক ৰচনাত সৃষ্টিশীল ৰচনাৰ দৰেই প্ৰায় ব্যঞ্জনাসমৃদ্ধ ভাষা, অৰ্থঘন উপমা আৰু ৰূপকৰ ব্যৱহাৰ দেখা যায় ঃ "ঘূৰি-পকি ঐতিহ্যাশ্ৰয়ী আৰু প্ৰকৃতিৰ লগৰ নিবিড় বন্ধনেৰে জড়িত অসমৰ চহা-জীৱনৰ পৰিৱেশতেই তেওঁ এই সম্পদ চোতালৰ চুকত গধূলিগোপাল ফুলৰ সুবাসৰ দৰেই বিচাৰি পাইছে। তেওঁৰ শান্ত হৃদয় এই পাহৰিব

খোজা কিন্তু চিনাকি সুবাসে জুৰ পেলাইছে বাৰে বাৰে। সেই পথাৰ সেই ঘৰমুখী পখী, সেই তুলসী তলত চাকি দিয়া ঘৰৰ লখিমী।"

উদ্ধৃতাংশৰ দীঘলীয়া প্ৰথম বাক্যটিৰ পিছতে অপেক্ষাকৃতভাৱে চুটি বাক্য এটি। সেই বাক্যটিত কৰ্তা, কৰ্ম আৰু ক্ৰিয়াৰ স্বাভাৱিক ক্ৰমৰ সালসলনি কৰি জোৰ দিব খোজা কথাখিনিক জাজ্বল্যমান বা চকুত পৰা কৰি অৰ্থাৎ foregrounding কৰি উপস্থাপন কৰা হৈছে ঃ "তেওঁৰ শান্ত হৃদয় এই পাহৰিব খোজা কিন্তু চিনাকি সুবাসে

| | |
|---|---|
| কৰ্ম খণ্ডবাক্য | কৰ্তা খণ্ডবাক্য |
| জুৰ পেলাইছে | বাৰে বাৰে। |
| ক্ৰিয়া খণ্ডবাক্য | ক্ৰিয়া বিশ্লেষণ |

শেষৰ বাক্যটি কেৱল কেইটিমান নাম খণ্ডবাক্য (noun phrase) ৰ সমষ্টি; ব্যাকৰণৰ নিয়ম মানি গঠন কৰা গদ্যৰ বাক্য নহয়, যেনিবা এটা কবিতাৰ শাৰী ঃ সেই পথাৰ, সেই ঘৰমুখী পখী, সেই তুলসী তলত চাকি দিয়া ঘৰৰ লখিমী।

মন কৰিবলগীয়া কথা হ'ল নাম খণ্ডবাক্যবোৰ ক্ৰমে দীঘল হৈ গৈ আছে। এয়া ভাষাৰ সৃষ্টিশীল আৰু কাব্যিক প্ৰয়োগ। আন এটা বাক্যতো ভাষাৰ সৃষ্টিশীল কাব্যিক, চিত্তাকৰ্ষক আৰু প্ৰভাৱ সঞ্চাৰী প্ৰয়োগ লক্ষ্য কৰা যায় ঃ সৃষ্টিৰ উদ্দীপনা, প্ৰকৃতিৰ জীৱন প্ৰবাহৰ মাজত চিৰন্তন স্পন্দন, মৃত্যুৰ অৱৰ্জনা ভেদি আকাশলৈ হাত মেলি দিয়া নতুনৰ প্ৰাণৰ গজালি— মহিম বৰাৰ কবিতাত তাৰ সৌন্দৰ্যই ৰামধেনুৰ দৰে সাতবৰণীয়া হৈ ভুমুকি মাৰিছে।

সমালোচনামূলক ৰচনাতো বিশেষণৰ বিশিষ্ট প্ৰয়োগত গোহাঁইৰ স্বকীয়তা লক্ষণীয় ঃ

(১) এই <u>ছন্দায়িত আৰু অক্ষয়</u> সৃষ্টি প্ৰবাহৰ ব্যঞ্জনাৰে সমৃদ্ধ প্ৰতীক হ'ল মাছ।
বিশেষণ খণ্ডবাক্য

(২) মাছেই জীৱনৰ <u>অপ্লাৱিত</u> সম্ভাৱনাৰ <u>চঞ্চল</u> প্ৰতিমূৰ্ত্তি....

(৩) <u>অমিত</u> প্ৰেৰণাৰ.... <u>সৰস</u> আবেগৰ

পৰিস্থিতিৰ বৈপৰীত্য জাজ্বল্যমান কৰি তোলাৰ উদ্দেশ্যৰে গোহাঁয়ে ব্যৱহাৰ কৰে ব্যঞ্জনা সমৃদ্ধ ভাষা ঃ স্বাধীনতাৰ <u>ৰক্তিম ঊষা</u> এইদৰে বিলুপ্ত হৈছে <u>ঘনায়মান অন্ধকাৰত</u>।

আনকি আলোচ্য সৃষ্টিকৰ্মৰ প্ৰতি নেতিবাচক আৰু অত্যন্ত সমালোচনামূলক মনোভাৱৰ প্ৰকাশতো গোহাঁয়ে ভাষাৰ সৃষ্টিশীল প্ৰায়োগ কৰি ভাল পায়। এনে মনোভাব ব্যক্ত কৰা বাক্যতো উপমা আৰু ৰূপকৰ ব্যৱহাৰত চমৎকাৰিত্ব দেখা যায় ঃ

(১) বৰং এক <u>আমনি লগা নাকী সুৰৰ অনুনয়ে</u>

(২) <u>নাকী সুৰীয়া মন্ময়তাৰ বিকাৰৰ পৰা মুক্ত</u>

(৩) <u>মাটিত গুজি থোৱা প্লাষ্টিকৰ পাত-ফুলৰ দৰে</u> কেতবোৰ শব্দ

(৪) ফোপোলা যান্ত্ৰিক নিনাদৰ জন্ম দিছে।

(৫) ঘোলা ৰংসনা পংক্তি কিছুমান

মন কৰিবলগীয়া কথা হ'ল ব্যৱহৃত বিশেষণ খণ্ডবাক্যবোৰ কেৱল বৰ্ণনাধৰ্মী নহয়, সিবোৰ মূলতঃ মূল্যায়নধৰ্মী (evaluative)। কেৱল কবিতাৰ সমালোচনাতে নহয়, সৃষ্টিশীল গদ্য ৰচনা (যেনে গল্প, উপন্যাস)ৰ সমালোচনাতো গোহাঁয়ে বিবৃতিধৰ্মী বাক্যৰ সলনি সৃষ্টিশীল, কল্পনাশ্ৰয়ী, সমালোচনামূলক মন্তব্য সমৃদ্ধ, কাব্যিক গুণসম্পন্ন বাক্য গঢ়ে। দুটি সাহিত্য-কৰ্মৰ গুণাৱলী (বা দোষ-গুণৰ)ৰ বৈপৰীত্য পাঠকৰ সমুখত তুলি ধৰি গোহাঁয়ে তেওঁৰ আলোচ্য আৰু মনঃপূত সাহিত্যকৰ্মটিৰ বিশিষ্ট গুণৰ ওপৰত আলোকপাত কৰে ব্যঞ্জনাসমৃদ্ধ ভাষাৰে ঃ

> "কিন্তু জীৱনৰ বাটত উপন্যাসৰ গাঢ়তা আৰু ব্যাপ্তিৰ অপূৰ্ব মিলনৰ আস্বাদ আমাৰ অগ্ৰগণ্য সাম্প্ৰতিক উপন্যাস এখনেও দিব পৰা নাই। হোমেন বৰগোহাঞিৰ পিতাপুত্ৰ নৈৰাশ্য আৰু কাৰুণ্যৰ ওচৰত এক নিচাগ্ৰস্ত আত্মনিবেদনৰ নিদৰ্শন। তুলনাত জীৱনৰ বাটত ৰাতিৰ আকাশৰ এন্ধাৰ কপাল উজলাই থৰ্থৰকৈ কঁপি থকা তৰালিৰ দৰে জীৱনী শক্তিত উচ্ছল।"

সঠিক ভাবপ্ৰকাশৰ শব্দৰ এনে অৰ্থবহ ব্যৱহাৰ আমাৰ সমালোচনামূলক ৰচনাত বিৰল। গোহাঁইৰ সুচিন্তিত শব্দচয়ন আৰু বিভিন্ন দৈৰ্ঘ্যৰ, ভিন্ন গাঁথনিৰ বাক্যৰে ৰচিত একোটি অনুচ্ছেদ যেনিবা সৃষ্টিধৰ্মী ৰচনাৰ ভিতৰুৱাহে ঃ

> (১) জীৱনৰ বাটত বহুতো আশাৰ তিৰ্‌বিৰণি, বহুতো সপোনৰ ৰামধেনু ফুটি উঠে। কিন্তু সি দুদিনৰ বাবে। কাহিনীয়ে নিৰ্দয় অনিবাৰ্যতাৰে ঘোষণা কৰে যে মৃত্যুৱেই এই বাটৰ চিৰকলীয়া সঙ্গী। জীৱনৰ সৌন্দৰ্য, মাদকতা আৰু মোহৰ প্ৰকাশো ইয়াত গভীৰ আৰু তীব্ৰ কিন্তু তাৰ অনতিদূৰত অনুভৱ কৰিব পাৰি মৃত্যুৰ অমোঘ আৰু বিৰাট উপস্থিতি।
>
> (২) "মৃত্যুৰ অন্ধকাৰত কেউদিশ অৱলুপ্ত। কিন্তু তাৰ মাজতো তিৰ্‌বিৰাই আছে জীৱনৰ মোহন তৰাৱলী।"
>
> (৩) "এই আনন্দাশ্ৰুৱেই জীৱনৰ বাটত উপন্যাসৰ অলৌকিক বিস্ময়।"

দীঘলীয়া ৰচনাখন ভালদৰে পঢ়ি চালে সন্ধানী পাঠকে আৰু এনে ভালেমান বাক্য বিচাৰি পাব। লেখক-সমালোচক ইয়াত উপস্থিতেই নহয়, তেওঁ উপন্যাসখনিৰ দ্বাৰা আবেগিকভাৱে প্ৰভাৱিত, তাত প্ৰতিফলিত জীৱনবোধৰ গভীৰতাৰ দ্বাৰা আলোড়িত। এই কথা স্পষ্ট হৈ পৰিছে কোমল ধ্বনি যুক্ত (যেনে 'ৰ', 'ল') শব্দৰ ব্যৱহাৰত, বিশেষণৰ নিৰ্বাচনত, উপমা, অনুপ্ৰাসৰ ব্যৱহাৰত, সামগ্ৰিকভাৱে কাব্যিক প্ৰকাশ ভংগীতঃ

> (১) ৰাতিৰ আকাশৰ এন্ধাৰ কপাল উজলাই....।
>
> (২) অপূৰ্ব মিলনৰ আস্বাদ

(৩) আশাৰ তিৰবিৰণি..., সপোনৰ ৰামধেনু

(৪) অনতি দূৰত অনুভৱ কৰিব পাৰি ইত্যাদি।

কেতবোৰ শব্দ আৰু খণ্ডবাক্যৰ পুনঃপুনঃ ব্যৱহাৰে গ্ৰন্থখনিৰ লেখক-সমালোচকক আবেগিকভাৱে প্ৰভাৱিত কৰিব পৰা গুণ বা বৈশিষ্ট্য (যেনে— জীৱনীশক্তি)ত গুৰুত্ব আৰোপ কৰিছে ঃ

(১) থৰ্‌থৰকৈ কঁপি থকা তৰালিৰ দৰে

(২) আশাৰ তিৰবিৰণি

(৩) তিৰ্‌বিৰাই আছে.. মোহন তৰাৱলী

ভাষাৰ ব্যৱহাৰত সৃষ্টিশীলতাৰ উৎকৃষ্ট নিদৰ্শন পোৱা যায় গোহাঁইৰ তৃতীয় বিধৰ ৰচনাত, অৰ্থাৎ ব্যক্তিগত অভিজ্ঞতা আৰু অনুভৱৰ ভিত্তিত লেখা জনপ্ৰিয় ৰচনাখিনিৰ মাজত। বৰ্ণনাধৰ্মী আৰু মূল্যায়নধৰ্মী বিশেষণৰ ব্যৱহাৰ, বাক্য গাঁথনিৰ পৰম্পৰাগত ৰীতিৰ সাল-সলনি, চমকপ্ৰদ উপমা আৰু ৰূপকৰ ব্যৱহাৰেৰে পাঠকৰ মনত নতুন আকৃতিকল্প (schema- আমাৰ মনত থকা তথ্য বা জ্ঞানৰ মানসিক চিত্ৰ)ৰ সৃষ্টি কৰে এনে ৰচনাই ঃ (আলোচনাৰ সুবিধাৰ বাবে বাক্যসমূহৰ ক্ৰমিক নম্বৰ দিয়া হৈছে)

> "(১) সোঁৱৰণিৰ যাদুৰে এক অলীক অতীত সৃষ্টি কৰিছোঁ নেকি বুলি মাজে মাজে নিজকে সোধোঁ। (২) উৎকণ্ঠা ভৰা আৰু বিসংগতিপূৰ্ণ বৰ্তমানৰ পৰা পিছহুঁহকি অতীতৰ শান্তিময় আৰু সুগঠিত নীড়ত আশ্ৰয় লোৱাৰ হাবিয়াস মানুহৰ এক পৰিচিত দুৰ্বলতা। (৩) হেজাৰ বিজাৰ ৰোমন্থন আৰু স্মৃতি কথাই বৰ্তমান মুহূৰ্তৰ এচুকত গুঞ্জন কৰি আছে। (৪) মোৰ স্মৃতি সেই বিশাল প্ৰবাহৰ এটা সামান্য কণিকা মাত্ৰ। (৫) মহাকালৰ নিৰ্মম হাতোঁৰাই মোৰ কণ্ঠ স্তব্ধ কৰি দিয়াৰ আগতে ময়ো আন হেজাৰ বিজাৰজনৰ দৰে অতীতৰ তুচ্ছতা, গ্লানি, হতাশা, বিফলতা, অসহায়তা আৰু অৰ্থহীনতাৰ অশেষ জাহি-জাবৰ ব্যাকুল হাতেৰে আঁতৰাই খেপিয়াই ফুৰিছো সাৰ্থকতা আৰু সুন্দৰতাৰ দুই এক মলিয়ন দীপ্তিময় উপলব্ধি। (৬) আন নহ'লেও অভংগুৰ কিবা নিত্য বস্তুৰ আভাস।" (লক্ত লাগিজ, পৃষ্ঠা ঃ ৭০)

এই অনুচ্ছেদটোত ব্যৱহৃত বিশেষণবোৰক ওপৰত ইংগিতদিয়া ধৰণে মূলতঃ বৰ্ণনাধৰ্মী আৰু মূল্যায়নধৰ্মী বুলি দুটা ভাগত ভগাব পৰা যায়। বৰ্ণনাধৰ্মী বিশেষণে পৰৱৰ্তী বিশেষ পদটিৰ সংখ্যা, পৰিমাণ আৰু গুণৰ আভাস দিয়ে। আনহাতে মূল্যায়নধৰ্মী বিশেষণে বিশেষণ পদৰ পিছৰ বিশেষ্য পদ বা বিশেষ্য খণ্ডবাক্যত উত্থাপিত কথা, ধাৰণা, সত্য, তথ্য সম্পৰ্কে বক্তা/লেখকৰ মনোভাৱ বা দৃষ্টিভংগীৰ আভাস দিয়ে।

বৰ্ণনাধৰ্মী বিশেষণসমূহ ঃ অলীক ; হেজাৰ বিজাৰ ; পৰিচিত ; সামান্য ; অশেষ; ব্যাকুল ; দুই এক ; মলিয়ন ; দীপ্তিময় ; অভংগুৰ ; নিত্য।

মূল্যায়নধৰ্মী বিশেষণসমূহ ঃ উৎকণ্ঠাভৰা ; বিসংগতিপূৰ্ণ — লেখকে বৰ্তমানটোক মূল্যায়ন কৰিছে উৎকণ্ঠা আৰু বিসংগতিৰে ভৰা বুলি। ইয়াত অৱশ্যে বৰ্ণনাৰো আভাস আছে।

শান্তিময় আৰু সুগঠিত দেখাত বৰ্ণনাধৰ্মী হ'লেও ইহঁতে কিন্তু অতীত সম্পৰ্কে লেখকৰ মনোভাব আৰু মূল্যায়ন প্ৰকাশ কৰিছে। 'সুগঠিত নীড়'ৰ সুগঠিত শব্দটিৰ প্ৰয়োগ তাৎপৰ্যপূৰ্ণ— আটোমটোকাৰি, সুষম, সযতনে নিৰ্মিত — এনে ভাৱবোৰ ইয়াত সম্পৃক্ত হৈ আছে।

ব্যাকুল বিশেষণটি সাধাৰণতে উপলব্ধ, অনুভূত সত্তাৰ ক্ষেত্ৰতহে ব্যৱহাৰ হয় (যেনে- ব্যাকুল অন্তৰ)। লেখকে শব্দটি প্ৰয়োগ কৰিছে তেনেই মূৰ্ত (concrete) বস্তু 'হাত'ৰ সৈতে। ইয়াৰ দ্বাৰা তেওঁ অস্থিৰতা, গতিশীলতাৰ আভাস দিব খুজিছে। পিছৰ ক্ৰিয়াখণ্ডবাক্য খেপিয়াই ফুৰিছেৰেই সেই ভাবক অধিক সংহত কৰিছে। ৰোমন্থন আৰু স্মৃতিকথা অমূৰ্ত। শব্দ দুটাৰ সৈতে সংখ্যাবাচক হেজাৰ বিজাৰৰ ব্যৱহাৰ ভাষিক বিচ্যুতি (linguistic deviation) ৰ উদাহৰণ। 'স্মৃতিকথা'ই গুঞ্জন কৰি আছে— ইও তেনে ভাষিক বিচ্যুতিৰ উদাহৰণ। 'উপলব্ধি'ৰ সৈতে দুই-একৰ ব্যৱহাৰ আন এটা নিদৰ্শন। এনে বিচ্ছুতি বা ব্যতিক্ৰম কবিতাত সুলভ ; গদ্যক ই কাব্যিকতা প্ৰদান কৰে। পাঠকৰ অনুভূতি আৰু সংবেদন সজীৱ কৰে। সেই সজীৱতাই দিয়ে আনন্দ।

অনুচ্ছেদটোত লয়ৰ বৈচিত্ৰ্য সৃষ্টিৰ বাবে লেখকে বিভিন্ন দৈৰ্ঘ্যৰ আৰু গাঁথনিৰ ব্যৱহাৰ কৰিছে। প্ৰথম বাক্যত কৰ্তা উহ্য ৰখা হৈছে। প্ৰথম আৰু তৃতীয় বাক্যতকৈ দ্বিতীয় বাক্যটি দীঘল। এই বাক্যত ক্ৰিয়া বাদ দিয়া হৈছে। চতুৰ্থ বাক্যত সেই বিশাল প্ৰবাহৰ খণ্ডবাক্যটিয়ে স্পষ্টতঃ তৃতীয় বাক্যটিৰ কোনো শব্দৰ সৈতে সম্পৰ্ক দৰ্শোৱা নাই। তেন্তে 'সেই'ৰ ব্যৱহাৰ কিয়? হয়তো 'ৰোমন্থন' আৰু 'স্মৃতিকথা'ক লেখকৰ অৱচেতন মনে 'প্ৰবাহ' যেনেই দেখিছে, সেইবাবে। পঞ্চম বাক্যত এটাৰ পিছত এটাকৈ অমূৰ্ত সত্তা, ভাৱ বুজোৱা বিশেষ্য গাঁথি দিয়া হৈছে অশেষ জাহি-জাবৰৰ সৈতে সম্পৰ্ক দেখুৱাবলৈ। মলিয়ন দীপ্তিময় উপলব্ধি ব্যঞ্জনাময়-দীপ্তিময় উপলব্ধি জাহি-জাবৰ লাগি মলিয়ন হৈ পৰিছে ; তথাপি সি মূলতঃ দীপ্তিময়। শেষ বাক্যটো কেৱল এটা খণ্ডবাক্য।

ওপৰৰ আলোচনাই নিশ্চয় পাঠকক পতিয়ন নিয়াব যে গোহাঁইদেৱৰ গদ্য ৰচনাৰ মাজত দেখা অনুভূত কাব্যিকতা সংযোগবশতঃ হঠাতে আহি পৰা (accidental) নহয় ; ই ভাষাৰ সৃষ্টিশীল আৰু সচেতন ব্যৱহাৰৰ ফল।

গোহাঁইৰ গদ্য ৰচনাৰ আন কিছু বৈশিষ্ট্য হৈছে বুদ্ধিদীপ্ত হাস্য, ব্যংগ, শ্লেষ, বিমল হাস্য-কৌতুকৰ ব্যৱহাৰ। শেষৰ বিধৰ উদাহৰণ ; পোহনীয়া শহা এটাৰ নেজৰ বৰ্ণনা গোহাঁইয়ে কৰিছে এনেদৰে ঃ "নেজডাল ডাঙৰ বুটাম এটাৰ দৰে — অলপ অসমাপ্ত, অসমাপ্ত ভাব।"

শহাটোৰ কাণ্ড-কাৰখানাৰ বৰ্ণনাৰ এটা অংশ এনেকুৱা ঃ "তাৰ উপৰিও কিতাপ

গো-গ্ৰাসে গিলাৰ এক প্ৰবল ধাউতি আছিল তাৰ। ...(Post-modernism ৰ কিতাপ এখনৰ প্ৰতি) দুৰ্ভাগ্যবশতঃ মোতকৈ তাৰ কৌতূহল বেছি হোৱাৰ ফলত মোতকৈ আগতে সি তাৰ আধা 'শেষ' কৰিলে। ফলত Post-modernism সম্পৰ্কে মোৰ জ্ঞান আধৰুৱা হৈয়ে ৰ'ল।" [উৰণীয়া হাঁহৰ মাত]

এয়া হ'ল ইচ্ছাকৃত অতিৰঞ্জনৰ দ্বাৰা হাস্যৰস সৃষ্টি কৰাৰ নিদৰ্শন। নিজকে লৈ হাস্যৰস সৃষ্টি কৰিব পৰাৰ ক্ষমতা গোহাঁইৰ আছে : "ধন-সম্পত্তি মোৰ বিশেষ নাই– চিটিবাছৰ ভাড়া ফাঁকি দি মাজে মাজে যি পাঁচ-দহটকা উপাৰ্জন কৰোঁ, তাকো শেনচকুৱা বামপন্থীবিলাকে চান্দা তুলি সৰকাই লৈ যায়।" [বিশ্বায়তন, পৃষ্ঠা : ৪]

গোহাঁয়ে অৱলীলাক্ৰমে বুদ্ধিদীপ্ত হাস্যৰস আৰু প্ৰচ্ছন্ন ব্যঙ্গৰ অৱতাৰণা কৰে। শব্দৰ, বিশেষকৈ সুনিৰ্বাচিত বিশেষণ শব্দৰ প্ৰয়োগেৰে অতি কম কথাৰে তেওঁ পাঠকক অনেক কথাৰ ইঙ্গিতেই দিব পাৰে ইচ্ছাকৃতভাৱে কিছুকথা অস্পষ্ট বা আঁৰ কৰি ৰাখি :

> "কেইমিনিটমানৰ পিছত ড্ৰাইভাৰৰ আসনৰ ওচৰৰ পৰা ভঙা মাতেৰে আৰু কাতৰ কণ্ঠে এগৰাকী অদৃশ্য মহিলাই বাৰে বাৰে যাত্ৰীসকলক এটা প্ৰশ্ন কৰিবলৈ ধৰিলে, "চ'লিকে পিছে ক্যা হায়?"

তেওঁৰ তীব্ৰ ব্যংগ আৰু থিতাতে ঘাইল কৰি দিব পৰা হাস্যৰসযুক্ত বৰ্ণনাই পাঠকৰ মনত পূৰ্ব অভিজ্ঞতাৰ পৰা সঞ্চিত আকৃতিকল্প (টাঙোনৰ কোব খোৱা দমৰা গৰু, দেদাউৰি, বাজনা) সক্ৰিয় কৰি তোলে :

"এনেতে সেই অদৃশ্য মহিলাৰ মাত বন্ধ হ'ল, আৰু টাঙোনৰ কোব খোৱা দমৰা গৰুৰ দৰে এক অসমীয়া যুৱকে দেদাউৰি পাৰি প্ৰেমৰ বেদনা প্ৰকাশ কৰিবলৈ ধৰিলে। লগতে বেদনা লাঘব কৰিবলৈ বাজনা।" [উৰণীয়া হাঁহৰ মাত, পৃষ্ঠা : ৩৭]

তদ্ভৱ আৰু তৎসম উভয় বিধৰ শব্দৰ নিৰ্বাচন আৰু ব্যৱহাৰত গোহাঁয়ে সমানে দক্ষতা দেখুৱাইছে। বিশেষণৰ বিশিষ্ট ব্যৱহাৰতো তেওঁ স্বকীয়তা আৰু মৌলিকতা দেখুৱাইছে। এই কথা ইতিমধ্যে উদাহৰণৰে সৈতে আলোচনা কৰা হৈছে। গোহাঁইৰ পৰিণত বয়সৰ গদ্যৰ প্ৰাঞ্জলতা, স্বচ্ছন্দ প্ৰবাহ, লয়ৰ বৈচিত্ৰ্য আৰু মাধুৰ্যৰ আভাসো দি অহা হৈছে। আমাৰ আলোচনাৰ পৰা নিশ্চয় এই কথা প্ৰতীয়মান হৈছে যে হীৰেন গোহাঁইৰ গদ্যত সাৱলীলতা, কাব্যিকতা আৰু মৌলিকতাৰ সমাহাৰ ঘটিছে। তেওঁৰ গদ্য ৰচনাত প্ৰতিফলিত চিন্তাৰ স্বচ্ছতা, অনুভূতি আৰু সংবেদনৰ সজীৱতা, দৃষ্টিভঙ্গীৰ মৌলিকতা আৰু ভাষাৰ ব্যৱহাৰত সৃজনীশীলতাৰ বাবে হীৰেন গোহাঁইক অসমীয়া সাহিত্যৰ শ্ৰেষ্ঠ গদ্য লেখক কেইজনৰ এজন বুলিব লাগিব। ❑

চতুৰ্থ খণ্ড

# অসমৰ ৰাজনীতি আৰু আমাৰ সংসাৰখন

• ৰাণী গোহাঁই

গুৱাহাটী বিশ্ববিদ্যালয়ত এম.এ. পঢ়ি থকা সময়তে দ্বিতীয় বাৰ্ষিকত মোলৈ এটি প্ৰস্তাৱ আহিল, বৰ অপ্ৰত্যাশিতভাৱে। মোৰ লোকেল গাৰ্জেন স্বৰ্গীয় দণ্ডেশ্বৰ গগৈ দেৱে (তেতিয়াৰ গুৱাহাটী বিশ্ববিদ্যালয়ৰ শ্ৰেণীসমূহৰ সচিব) এদিন তেখেতৰ কাৰ্যালয়লৈ মাতি আনি প্ৰস্তাৱটি দিলে। প্ৰথমে মই বৰ আচৰিত হৈছিলো আৰু ভয়ো খাইছিলো। মোৰ বেছি অভিজ্ঞতাও নাছিল তেতিয়া। তেখেতে ইয়াকো কৈছিল, "তেওঁৰ এটি ৰাজনৈতিক মতাদৰ্শ আছে, তুমি জানানে?" মই বুজা নুবুজাকৈ মাত্ৰ মূৰ দুপিয়াইছিলো। — ঠিক তাৰ কিছুদিনৰ পিছতে অৰ্থাৎ ১৯৭৩ চনৰ ২৬ অক্টোবৰত আমাৰ দুয়োৰ বিবাহকাৰ্য সম্পন্ন হয় বৰ অনুষ্টুপীয়াকৈ— উত্তৰ লক্ষীমপুৰত।

আমাৰ জীৱনৰ যৌথ যাত্ৰা এনেকৈয়ে আৰম্ভ হ'ল। দুয়োৰে সাংসাৰিক জ্ঞান নিচেই সামান্য। এখেতে সৰুৰে পৰাই পঢ়া-শুনা লৈহে ব্যস্ত আছিল। মই সৰুৰে পৰাই স্কুল-কলেজৰ নানা ধৰণৰ অনুষ্ঠানৰ সৈতে জড়িত থাকি সংসাৰৰ জটিলতা বুজি পোৱা নাছিলো। প্ৰথমতে গুৱাহাটীৰ এখেতসকলৰ বৃহৎ পৰিয়ালটোলৈ আহি মোৰ বেচ অসুবিধাই হৈছিল।

বিয়াৰ কেইমাহমানৰ পিছতে আমি কলিকতালৈ গৈছিলো। প্ৰেচিডেন্সি কলেজৰ এখেতৰ শিক্ষাগুৰু অমল ভট্টাচাৰ্য্য স্মাৰক বক্তৃতা প্ৰদান কৰিবলৈ এখেত ওলাইছিল। তেতিয়া আমাৰ হাতত বেছি পইচা নাছিল। আমি প্ৰায়ে কলিকতাৰ ৰাস্তাত খোজকাঢ়ি ফুৰিছিলো। এদিন এটি আমোদজনক ঘটনা ঘটিছিল। এবাৰ আমি খোজকাঢ়ি ফুৰোতে কলিকতাৰ চুপাৰ মাৰ্কেটৰ ওচৰৰ ৰেষ্টুৰেণ্ট এখনত সোমালো। কিবা খোৱাৰ উদ্দেশ্যে। বস্তুৰ দাম দেখি আমি মাত্ৰ একাপ চাহ খাই গুচি আহিছিলো। ব্ৰিটিছ কাউন্সিলৰ পৰা প্ৰায়ে খোজকাঢ়ি অহা-যোৱা কৰিছিলো।

১৯৭৪ চনত গুৱাহাটীৰ কেইজনমান উদীয়মান যুৱকৰ লগ লাগি পদাতিক নামৰ পষেকীয়া বাৰ্তালোচনী এখন প্ৰকাশ কৰিবলৈ লৈছিল। এখেতে প্ৰায়ে নিজৰ দৰমহাৰ পইচাৰে কাগজখন চলাবলগীয়া হৈছিল। মই পদাতিকত নাম ভৰ্তি নকৰিলেও প্ৰথমৰে পৰাই সক্ৰিয় সদস্যৰ দৰেই আছিলো। পদাতিকৰ নানা কথা আলোচনা কৰাকে আদি কৰি প্ৰেছৰ পৰা আনি আমাৰ নিজৰাপাৰৰ ঘৰত কাগজৰ টোপোলাবোৰ জাপি-কুচি থোৱা আৰু

ডাকঘৰত 'ষ্টাম্প' লগাই বিভিন্ন ঠাইলৈ 'পোষ্ট' কৰালৈকে মই প্ৰায় লগে লগেই আছিলো। এবাৰ তেনেকৈ এখেত পাণবাৰীলৈ গৈছিল। যাওঁতে মোক প্ৰেছৰ পৰা আনি থৈ যোৱা পদাতিকৰ দ'মটো ঠিক কৰি ৰাখিবলৈ কৈ গৈছিল। আমাৰ নিজৰাপাৰৰ ঘৰটো পুৰণি, এজাক ডাঙৰ বৰষুণতে ভেণ্টিলেটৰেৰে কোঠাত পানী সোমায়। ১৯৭৫ চনৰ ১৩ তাৰিখ। বৰদৈচিলা মাকৰ ঘৰলৈ যোৱাৰ বতৰ। বিজুলী-গাজনিৰে ধাৰাষাৰে ধুমুহা বৰষুণ আহিল। মই টানি-টুনি কোঠাটোত দ'মাই থোৱা পদাতিকৰ বাণ্ডিলবোৰ ইফালে সিফালে নিবলগীয়া হ'ল। লগে লগে মোকো হস্পিতাললৈ নিবলগীয়া হ'ল। সগৰ্ভা অৱস্থাত নাজানি সেই পৰিশ্ৰম কৰাৰ ফলত আমাৰ ডাঙৰ ছোৱালী জোনমণি সময়তকৈ প্ৰায় দুমাহ আগেয়ে জন্ম হ'ল (১৪ এপ্ৰিল)। জোনমণি জন্ম হোৱাৰ পিছত এখেতে নানা ধৰণৰ শিশু সম্পৰ্কীয় কিতাপ বিচাৰি ফুৰে। এবাৰ ৰেলৱে ষ্টেচনৰ দোকান এখনত পাই কিতাপ এখন কিনি আনিলে। Dr. Benjamin Spock ৰ **Baby and Child Care.** ইহঁত দুজনী কেঁচুৱা হৈ থাকোতে সেই কিতাপখন আমাৰ দুয়োৰে বাইবেল সদৃশ আছিল। তাৰোপৰি এখেতে আন নতুন পিতৃ-মাতৃ সকলক এই কিতাপখন পঢ়িবলৈ উপদেশ দিছিল।

এদিন এটা কাণ্ড ঘটিল, ডাঙৰ ছোৱালী জোনমণিৰ বয়স তেতিয়া এমাহ নে দুমাহ। ৰাতি কেঁচুৱাই অসময়ত কান্দিলে বা এনেয়ে অসময়ত আমনি কৰিলে ডাক্তৰে অকণমান গ্ৰাইপ্ ৱাটাৰ খুৱাই দিবলৈ কৈছিল। এবাৰ ৰাতি টোপনি জালত গ্ৰাইপ ৱাটাৰ বুলি Johnson's Baby Oil কে খুৱাই দিলো। পিছত গম পাই সৰ্বনাশ। তেতিয়া আমাৰ টেলিফোনটো বিকল হৈ আছিল। গতিকে ওচৰৰ এঘৰৰ পৰাই ৰাতি দুটা বজাত ডাক্তৰক জগাই পৰামৰ্শ ল'বলগীয়া হৈছিল।

আমি নিজৰাপাৰৰ পৰা আহি দীঘলীপুখুৰীৰ পাৰৰ সূৰ্য্য কুমাৰ ভূঞা পথত ভাড়াঘৰ এটাত তিনি বছৰমান আছিলো। তেতিয়া দেশত প্ৰায় জৰুৰীকালীন অৱস্থা চলি আছিল। সেই সময়তে গুৱাহাটীত ভাৰত-চীন মৈত্ৰী সংস্থা নামেৰে এটা সংগঠন এখেতৰ উদ্যোগতে গঠন হৈছিল। ইয়াৰ প্ৰথমখন অভিবৰ্তন অনুষ্ঠিত হৈছিল জিলা পুথিভঁড়ালত। আমি থকা সৰু ঘৰটোতে অভিবৰ্তনৰ সকলো প্ৰস্তুতি চলিছিল। কেতিয়াবা এনেকুৱা পৰিস্থিতি হৈছিল যে সৰু ঘৰটিত মানুহৰ ভিৰৰ পৰা থিয় দিবলৈকে ঠাই নোহোৱা হৈছিল। সেই অভিবৰ্তনলৈ কলিকতাৰ পৰা গণশিল্পী স্বৰ্গীয় হেমাঙ্গ বিশ্বাস আৰু বিশিষ্ট বাঙালী লেখিকা স্বৰ্গীয়া মৈত্ৰেয়ী দেৱী আহিছিল। ভাৰত-চীন মৈত্ৰী সংঘৰ গুৱাহাটীত প্ৰথমখন অভিবৰ্তনৰ ময়ো এগৰাকী সক্ৰিয় সদস্যা আছিলো। বৰঝাৰ বিমান কোঠলৈ হেমাঙ্গ বিশ্বাস আৰু মৈত্ৰেয়ী দেৱীক আনিবৰ বাবে ময়ো গৈছিলো। হেমাঙ্গদা দীঘলী পুখুৰীৰ পাৰত থকা আমাৰ ঘৰটোলৈ কেইবাবাৰো অতিথি হৈ আহিছিল।

১৯৭৮ চনৰ ছেপ্তেম্বৰ মাহত আমি গুৱাহাটী বিশ্ববিদ্যালয়ৰ চৌহদলৈ আহিলো। বছৰ চেৰেক ভালেৰেই গৈছিল। বিদেশী নাগৰিকৰ সমস্যা সম্পৰ্কে ইতিমধ্যে বাতৰি কাগজত আলোচনা হ'বলৈ ধৰিলে। আৰু যিহেতু এখেতে বিদেশী নাগৰিকৰ বহিষ্কাৰ

আন্দোলনৰ বিৰুদ্ধে লেখা-মেলা কৰিবলৈ ধৰিলে লগে লগে আমাৰ সৰু সংসাৰখনলৈ এন্ধাৰ নামিবলৈ ধৰিলে। বিদেশী বহিষ্কাৰৰ আন্দোলনৰ কাৰ্যসূচী যিমানে আগুৱাবলৈ ধৰিলে সিমানে আমিও বাছে-মটৰে উঠিব নোৱাৰা হ'লো। বাছত উঠিলে আৰু নামিলেই আন্দোলনৰ এচাম সমৰ্থকে নানা ধৰণে গুৱালগালি পাৰে। যেনে— 'ঐ চাল্লা কুকুৰ, চি.পি.এম.ৰ দালাল, থুই কটা।'.... ইত্যাদি।

এনে বাক্যবাণ আমাৰ বাবে ভাত-মাছ খোৱাৰ দৰে হৈছিল। সামাজিকভাৱে এঘৰীয়া হ'লেও সেই সময়ত অনেক শুভানুধ্যায়ী বন্ধু-বান্ধৱীৰ অভাৱ ঘটা নাছিল। সৰ্থেবাৰীৰ বাপুজী কলেজৰ অধ্যক্ষ শ্ৰীযুত প্ৰফুল্ল চন্দ্ৰ ভূঞাই গৱেষণা কৰি আছিল আৰু আমাক ঘৰুৱা কামত সহায় কৰি দিবলৈ ছোৱালী এজনী আনি দিছিল। আৰু সেই দুৰ্দিনৰ সময়ছোৱাত আছিল মোৰ ভনী 'সোণী'। কলিকতালৈ যোৱাৰ সময়চোৱাত তেতিয়া ইঞ্জিনিয়াৰিং পঢ়ি থকা ছাত্ৰ ছিদ্দিক আলী সৰকাৰে ঘৰ ৰখি সহায় কৰিছিল। অসম আন্দোলনে কিমানজনৰ জীৱনলৈ অন্ধকাৰ নমাই আনিলে তাৰ হিচাপ দিয়াটো মোৰ উদ্দেশ্য নহয়। তথাপি আমি সেই সময়ত বহুতকে সাহস আৰু নিৰাপত্তা দিবলগীয়া হৈছিল। এদিন ৰাতি বিশ্ববিদ্যালয়ৰ হোষ্টেলৰ পৰা পলাই আহিছিল দৰ্শনৰ ছাত্ৰ মোস্তাফা। আৰু এদিন জালুকবাৰীৰ বাছৰ পৰা ফটা-চিটা কাপোৰেৰে দৌৰি আহিছিল সমীন্দ্ৰ।

অসম আন্দোলনে আমাৰ সৰু সংসাৰখনক নানা যন্ত্ৰণাৰ মুখা-মুখি কৰালে। বিশ্ববিদ্যালয়ৰ বাছত উঠিলে কোনেও নামাতে, বিয়া-বাৰুলৈ গ'লেও নামাতে। সেই সময়ত এনে লাগিছিল যেন আমি এটা অন্ধকাৰ বন্ধ কোঠালিতহে জীৱন-নিৰ্বাহ কৰিছো। এনেকুৱা এক বন্ধ পৰিৱেশত কেনেকৈ যে **কলাখাৰ** নামৰ কাকতখন চলাইছিল ভাবিলে মোৰ এতিয়াও আচৰিত লাগে।

তেতিয়া জালুকবাৰীৰ পৰা গুৱাহাটীলৈ অহা-যোৱা কৰা বিশ্ববিদ্যালয়ৰ বাছকেইখনৰ বাহিৰে বিশেষ বাছ নাছিল। মাছখোৱাৰ পৰাহে নিয়মিতভাৱে বাছ কিছুমান চলিছিল। তেতিয়া আমাৰ নিজৰ একো যান-বাহনৰ ব্যৱস্থা নাছিল। আন্দোলনৰ বাবে স্কুল-কলেজবোৰ প্ৰায় বন্ধ হোৱাৰ দৰে হৈছিল।

এখেতে ৰাতিপুৱাই চাহ একাপ খাই গুৱাহাটীলৈ ওলাই যায়— **কলাখাৰৰ** কাম-কাজ কৰি নিশা ৯/১০ টা মান বজাতহে ঘূৰি আহে। গুৱাহাটীৰ পৰা অহা একেবাৰে শেহৰ বাছখনেৰে আহি জালুকবাৰী পায়হি। আজিৰ দিনত সেইবোৰ কথা ভাবিলে সাধু কথা যেনেই লাগিব বহুতৰ বাবে। বিশ্ববিদ্যালয়ৰ ৰীডাৰ এজনে এনেদৰে বাছে-মটৰে বগাই বগাই নিজৰ আৰু পৰিয়ালৰ জীৱনকো তুচ্ছ কৰি **কলাখাৰৰ** দৰে কাগজ ছপা কৰি উলিয়াইছিল। সেই সময়ত আজিৰ দৰে জালুকবাৰীলৈ সঘনে বাছৰ ব্যৱস্থা নাছিল। অসম আন্দোলনৰ নেতাসকলে **কলাখাৰ** নপঢ়িবলৈ ৰাইজক মেলে-মিটিঙে নিষেধাজ্ঞা জাৰি কৰিছিল।

১৯৮০ চনৰ মে' মাহত কলিকতাৰ ছাত্ৰ একতা সভাই আয়োজন কৰা বিদেশী সমস্যা সম্পৰ্কীয় আলোচনাচক্ৰ এখনত এখেতক বক্তৃতা এটি দিবলৈ আমন্ত্ৰণ জনালে।

এমা-ডিমা ছোৱালী দুজনীৰে সৈতে মৰো যাবলৈ ওলালো। নিৰ্দিষ্ট দিনা অট'ৰিক্সা এখন লৈ আমি বিমান কোঠলৈ গৈ আছো। কিছুদূৰ যোৱাৰ পিছত পিছলৈ চাই দেখো – কথা সৰ্বনাশ। এদল ল'ৰাই মটৰ চাইকেলত উঠি আমাৰ অট'খন অনুসৰণ কৰি আহি আছে। আমি কোনো ৰকম বিমানকোঠৰ জিৰণিকোঠা পালোগৈ।

আমাৰ পিছে পিছে অহা ল'ৰাইঁতৰ জাকটো আমি বহি থকা জিৰণিকোঠাত সোমাইছেগৈ। তেতিয়া আজিৰ দৰে বিমানকোঠৰ চৌহদত ইমান কঠোৰ নিৰাপত্তাৰ ব্যৱস্থা নাছিল। কোলাত দুজনী কেঁচুৱা লৈ আমাৰ দুয়োৰে অৱস্থা ফাট দিয়া বসুমতি পাতালে লুকাওঁ। কি কৰা যায় এতিয়া? ইহঁতে যদি আমাক চিৰকাললৈ ঘুণীয়া কৰে, মৃত্যু ঘটাবওতো পাৰে! ল'ৰাৰ দলটিয়ে আমাক ৰেহাই দিলে। "ছাৰ আপুনি কলিকতালৈ গৈ অসমৰ কথা বেয়াকৈ নক'ব।" তেওঁলোকে অনুৰোধ কৰিলে।

কলিকতাৰ পৰা উভতি আহিবৰ সময়ত কলিকতাত থকা ভিনিদেৱে (প্ৰয়াত কালিদাস সেনগুপ্তই বাইদেউ ড° কমলা গোহাঁই সেনগুপ্তাৰ স্বামী) কলিকতাতে কিছুদিন আমাক থাকি আহিবলৈ কৈছিল। "অসমৰ অৱস্থা বৰ বেয়া, তোমালোকে ইয়াতে কিছুদিন থাকি যোৱা, নিজৰ জীৱনতকৈ চাকৰি ডাঙৰ নহয়।" ইতিমধ্যে অসম আন্দোলনৰ টৌ তুংগত উঠিছিল। কলিকতাৰ পৰা ঘূৰি অহাৰ পিছত ঘটনাটো ঘটিল। কলাখাৰৰ ছপা কাগজখিনি প্ৰেছৰ পৰা লৈ আনোতে চান্দমাৰী কলনিৰ ওচৰতে অট'ৰিক্সাৰ পৰা নমাই কেইজনমান আন্দোলনৰ সমৰ্থকে এখেতক বেয়াকৈ জখম কৰিলে (১৯৮০, ৬ জুন)। মাৰপিট কৰোতেও বোলে এখেতে কাগজৰ টোপোলাবোৰ হাতৰ পৰা এৰি দিয়া নাছিল। এতিয়াও সেই দাগ কপালত আছে।

মোলৈ খবৰ আহিল। বিশ্ববিদ্যালয়ৰ কোৱাৰ্টাৰত মোৰ ছোৱালী দুজনী আৰু এজনী সৰু বনকৰা ছোৱালী লৈ আছো। কি কৰো! চকুৰে ধোঁৱা-কোঁৱা দেখিলো। গধুলি সাতমান বজাত আৰ্য্যবিদ্যাপীঠ কলেজৰ অধ্যাপকদ্বয় শ্ৰীযুত গণেশ দাস আৰু শ্ৰীযুত ৰবীন দেহোৰ আহিল, মোক বিতং খবৰ দিবলৈ। তেখেতসকলে মোক হস্পিতেললৈ লৈ যাবলৈ প্ৰস্তাৱ দিলে। ৰন্ধা ভাত ৰন্ধাতে থাকিল। অধ্যাপক ড° গোবিন্দ প্ৰসাদ শৰ্মাই তেখেতৰ গাড়ীৰে মালিগাঁৱলৈ আমাক আগবঢ়াই দিলে। সিডোখৰ এখন অট' ল'লো। ৰাতি প্ৰায় চাৰে ন মান বজাত তেতিয়া পাণবজাৰত থকা মেডিকেল কলেজ হস্পিতেল পালোগৈ। ইতিমধ্যে বন্ধু-বান্ধৱসকলে খবৰ পাইছে। মূৰত বেণ্ডেজ লৈ এখেত বিছনাত পৰি আছে। আশ্বস্ত হ'লো। যেতিয়া শুনিলো আঘাত গুৰুতৰ হ'লেও প্ৰাণৰ সংশয় নাই বুলি জানি।

এসপ্তাহমান হস্পিতেলত আৰু কিছুদিন নিজৰাপাৰৰ ঘৰত থকাৰ পিছত আমি পুনৰ বিশ্ববিদ্যালয়ৰ কোৱাৰ্টাৰলৈ ঘূৰি আহিলো। খা-খবৰ অৱশ্যে বহুতেই কৰিছিল। কিন্তু এচাম মানুহৰ লেই-লেই ছেই-ছেই মনোভাব বহুদিনলৈ আঁতৰা নাছিল। সদায় ভয়-শংকা। ডাঙৰ ছোৱালীজনীৰ বয়স তেতিয়া মাত্ৰ পাঁচ বছৰ। তাই কিছুমান বন্ধু-বান্ধৱৰ নিষ্ঠুৰ ব্যৱহাৰত অতিষ্ঠ হৈ প্ৰায়ে কৈছিল, "মা আমি ইয়াৰ পৰা ক'ৰবালৈ গুছি যাওঁগৈ ব'লা।"

ছবছৰীয়া অসম আন্দোলন শাম কাটিল। অগপই শাসন ভাৰো ল'লে কিন্তু আমাৰ গাৰ ছালৰ পৰা 'বিপ্লৱী'সকলৰ সাৱধানবাণী নাতৰিল। এইবাৰ আহিল আলফাৰ সাৱধানবাণী। ১৯৯০ চনৰ পৰা আলফাৰ ভাবুকি সময়ে সময়ে আহিয়েই আছে। এখেতে কিন্তু যিটো সঁচা বুলি বিশ্বাস কৰে তাৰ পৰা ইফাল-সিফাল নকৰে। এনেকৈয়ে আমাৰ সংসাৰখন চলি আছে আৰ্থিক অনাটন, ৰাজনৈতিক অস্থিৰতাৰ মাজত। যেতিয়া খবৰ কাগজত এখেতে উগ্ৰপন্থীসকলৰ হঠকাৰি কাৰ্যকলাপ গৰিহণা দি কঠোৰ ভাষাৰে নিন্দা কৰে বা ৰাজহুৱা সভাত চৰকাৰৰ ভুলনীতিৰ বাবে কঠোৰ ভাষাৰে সমালোচনা কৰে বহুতেই মোক সোধে, "বাইদেউ আপোনাৰ ভয় নেলাগেনে?" "ভয় লাগে, মৃত্যু বা অনাকাংক্ষিত বিপদলৈ কাৰনো ভয় নালাগে?— উপায় নাই।" এখেতৰ উত্তৰ, "সিহঁতে বেয়া কাম কৰিব, আমি মনে মনে থাকিম্ নেকিহে!"

বিশ্ববিদ্যালয়ৰ চৌহদত আমি বহুদিনলৈকে ভাল ঘৰ এটা পোৱা নাছিলো। হাফ কোৱাৰ্টাৰতে আমি প্ৰায় সাত বছৰ আছিলো। ঘৰ নাপাওঁ। তাৰ পিছত এটা সৰু ঘৰলৈ গ'লো। ঘৰটো মই নিজ হাতেৰে চাফ-চিকুণ কৰি লৈছিলো, প্ৰায় Haunted House। এৰাবাৰীৰ দৰে। ঘৰটো তেনেই ভগা-ছিগা, বেৰা ভঙা, মজিয়া ভঙা। কবি নীলমণি ফুকন আৰু নিৰুপমা বৰগোহাঞিয়ে আমাৰ ঘৰটোৰ অৱস্থা দেখি কৈছিল যে অসমৰ আটাইতকৈ বিখ্যাত অধ্যাপকজনৰ এইটো ঘৰ! শেষত যেনিবা ড° নিৰ্মল কুমাৰ চৌধুৰী ডাঙৰীয়া উপাচাৰ্য্য হৈ অনুগ্ৰহ কৰি আমাক ডাঙৰ কোৱাৰ্টাৰ এটা দিলে।

আমাৰ সংসাৰখন লৈ নানা দুখ-যন্ত্ৰণাৰ মাজতে মাজে মাজে একোটিকৈ শীতল বতাহৰ দৰে আনন্দৰ কণিকাও নহাকৈ থকা নাই। কিন্তু অলেখ যন্ত্ৰণাৰ তুলনাত সেইবোৰৰ সংখ্যা নিচেই তাকৰ। বিভিন্ন সময়ত আমাৰ ঘৰলৈ বিপদৰ সময়তো অসমৰ নানান ঠাইৰ মানুহ আহিছে। অসমৰ বাহিৰৰো নানা ঠাইৰ পণ্ডিত মানুহ আমাৰ ঘৰলৈ আহিছে। এখেতে বন্ধু-বান্ধৱ আৰু আলহী-অতিথিক আদৰ-সাদৰ কৰি খুৱাই বৰ ভাল পায়— খোৱাত নিজৰো বৰ চখ। নানা ধৰণৰ খোৱা ব্যঞ্জন চাকি চাই ভাল পায়, যেনেদৰে বিভিন্ন স্বাদৰ কিতাপ পঢ়ি....।

এখেতে নানান ব্যস্ততাৰ মাজতে ছোৱালী দুজনীৰ বাবে নানা ধৰণৰ খেলা বস্তু, খোৱা বস্তু, বিভিন্ন কিতাপ-আলোচনী আদি আনি দিয়ে। এবাৰ ডাঙৰ ছোৱালী জোনমণিক লৈ দিল্লীলৈ যাওঁতে ঘোঁৰা গাড়ীত উঠিব বিচৰাত (আগ্ৰালৈ যোৱাৰ পথত) অলপমান সময়ৰ বাবে ঘোঁৰা গাড়ী ভাড়াত লৈ তাইক উঠাইছিল। আনকি জজ খেলপথাৰত 'মেৰী গ' ৰাউণ্ড' আদি নানা ধৰণৰ আমোদজনক খেলবোৰত নিজে লৈ গৈ তাইক উঠাইছিল। সৰুতে জোনমণিক নিচুকাবলৈ 'সেউজী সেউজী সেউজী অ'....' এই গীতটি পেৰডী কৰি- - "তোমালৈ আনিছো জগতৰে শইচৰ" ঠাইত "তোমালৈ আনিছো জগতৰ আইচক্ৰীম" বুলি গীত গাই নিচুকাইছিল। জোনমণিয়ে আইচক্ৰীম খাই বৰ ভাল পাইছিল।

আমি আটাইকেইটাই জীৱ-জন্তু, চৰাই চিৰিকতি, গছ-গছনি বৰ ভাল পাওঁ। এওঁ ৰাতিপুৱা প্ৰায়ে শুই উঠি ফুৰিবলৈ যায়, ওচৰৰ পাহাৰবোৰলৈ যায়, ব্ৰহ্মপুত্ৰ নদীৰ কাষলৈ যায় আৰু ওচৰ-পাজৰৰ পিতনিবোৰ চায়। মোৰ সৰু ছোৱালীজনী সোণতৰায়ো এইবোৰ

বৰ ভাল পায়। কেতিয়াবা ৰাতিপুৱা খোজকাঢ়ি আহি কোনোবা পুখুৰীত চৰি থকা শৰালি চৰাইৰ পোৱালী কেইটাৰ কথা ইমান মনোযোগেৰে পাতি থাকে যেন কিবা গুৰুত্বপূৰ্ণ বিষয়তহে আলোচনা কৰিছে।

আমাৰ ঘৰত থকা 'ফাগু' নামৰ শহা পোৱালিটো মৰাৰ পিছত সোণতৰাই আবদাৰ ধৰিলে আৰু এটা শহা নতুবা কুকুৰ পোৱালি লাগিবই। সোণতৰা নাচোৰবান্দা, কুকুৰ পোৱালি এটা লাগিবই। তাই পইচা গোটালে আৰু কুকুৰ পোৱালিৰ সন্ধানত বাপেক-জীয়েক কেইবাদিনো ঘূৰিল। পিছে কুকুৰ পোৱালি কিনিব নোৱাৰিলে। শেষত বন্ধু এজনেহে 'জিপচী'ক আনি দিলে।

এখেতে পৰাপক্ষত মানুহক সহায় কৰি ভাল পায়। যাক যেনেকৈ পাৰে সহায় কৰে। কিন্তু কামটো হৈ যোৱাৰ পিছত বহুতৰ পৰা লাঠিও খাবলগীয়া হৈছে।

জীৱনৰ বিয়লি বেলাত থিয় হৈ মোৰ মনলৈ বহুতো কথাই ভুমুকি মাৰিছে। ছোৱালী দুজনী পঢ়া-শুনাত ভালেই আছিল। প্ৰথমে দুয়োজনীকে ইংৰাজী মাধ্যমৰ বিদ্যালয়ত দিছিলো। পিছত সিহঁতৰ ঘোৰ আপত্তি সত্বেও অসমীয়া স্কুললৈ আনিলো। তাতো এচাম ছাত্ৰী আৰু শিক্ষয়িত্ৰীৰ কঠোৰ আৰু কটু ব্যৱহাৰ পাইছিল। এতিয়া অৱশ্যে মাজে মাজে মোৰ ভাব হয় অসমীয়া স্কুললৈ আনি ভালেই কৰিলো নেকি! অন্ততঃ সিহঁতে আমাৰ সমাজখনৰ আচল ৰূপটো বুজিব পাৰিছে।

আমাৰ দুয়োৰে সাংসাৰিক জীৱনত গালি-গালাজ, ভাবুকি, অপমান আৰু অন্যায়ৰ লীলা-খেলাকে দেখিলোঁ। তথাপিও ভাবি ভাল লাগে ১৯৮৯ চনত **অসমীয়া জাতীয় জীৱনত মহাপুৰুষীয়া পৰম্পৰা** নামৰ গ্ৰন্থখনৰ বাবে পোৱা সাহিত্য অকাডেমী বঁটা গ্ৰহণ কৰিবলৈ ময়েই দিল্লীলৈ গৈছিলো। আনকি বঁটা গ্ৰহণ কৰি এখেতে লেখি দিয়া ভাষণটিও ময়ে পাঠ কৰি দিছিলো।

কেতিয়াবা ভাবো এজন মানুহৰ এটা জীৱনত ইমানবোৰ কাম একেলগে কৰাটো সম্ভৱনে? প্ৰথমচোৱাত ঘৰত থাকিবলৈ সময়কে পোৱা নাছিল। বিশ্ববিদ্যালয়ৰ দৰে উচ্চ শিক্ষাৰ অনুষ্ঠান এটিত শিক্ষকতাৰ চাকৰি, বিভিন্ন কাকত-আলোচনীত লেখা-মেলা কৰা, নিজেও মাজে মাজে কাকত-আলোচনী প্ৰকাশ কৰা বা সহযোগিতা কৰা [যেনে— **নতুন পৃথিৱী, পদাতিক, কলাখাৰ, সংকেত** (ব্যক্তিগত ক্ষুদ্ৰ বাৰ্তালোচনী) **জনজীৱন, ডেউকা/ অন্বেষা, নতুন পদাতিক** ইত্যাদি] নানান আলোচনা সভা অনুষ্ঠিত কৰা (বিশ্ববিদ্যালয়ত অনুষ্ঠিত শেক্সপীয়েৰ চেমিনাৰ উল্লেখযোগ্য, '৮১ চন) প্ৰায়ে কুৰিজনতকৈ অধিক গৱেষক ছাত্ৰ-ছাত্ৰীক তত্বাৱধান কৰা, বিভাগীয় মুৰব্বী আৰু কলাগুৰুৰ দায়িত্বভাৰ, দুবাৰকৈ অস্থায়ীভাৱে উপাচাৰ্য্যৰ দায়িত্ব পালন কৰা, সময়ে সময়ে ৰাজহুৱা মেল-মিটিং অন্যান্য শোভাযাত্ৰা, ধৰ্ণা আদি কাৰ্যসূচীত অংশগ্ৰহণ কৰা, কোটনীচ মৰিয়েল কমিটী, ভাৰত-চীন মৈত্ৰী সংঘ, গণতান্ত্ৰিক নাগৰিক সন্থা, গণতান্ত্ৰিক অধিকাৰ সংগ্ৰাম সমিতি প্ৰভৃতি সন্থাসমূহৰ গঠন আৰু কাৰ্য-কলাপত আগভাগ লোৱা, ইয়াৰ বাহিৰেও অগুহী-বগুহীৰ খা-খবৰ কৰা, নিজৰ চাৰিজনীয়া

পৰিয়ালৰ দায়িত্ব লোৱা।

মোক বহুতে সোধে, "ছাৰক যে কোনেও স্বীকৃতি দিব নোখোজে, ছাৰৰ প্ৰতিক্ৰিয়া কি বাৰু?" এখেতে কিন্তু গালি-গালাজ, গঞ্জনা সহ্য কৰি কেৱল অসম আৰু অসমীয়াৰ স্বাৰ্থত কৈয়ে আছে, লেখিয়েই আছে। এটা সৰু উদাহৰণ দিলেই যথেষ্ট হ'ব। সাহিত্য একাডেমী বঁটা দিয়াৰ সময়ত বাতৰিটি প্ৰকাশ হ'ল এনেদৰে the grand old man of Assamese literature বুলি।

এখেতক কিন্তু ভয়-ভাবুকি, লাঞ্ছনা-বঞ্চনাই বাধা দি ৰাখিব নোৱাৰে। কেতিয়াবা মুহূৰ্তৰ ভিতৰতে এনেকুৱা এটা ৰাজহুৱা সিদ্ধান্ত লৈ চহী সংগ্ৰহ কৰিব, মই পিছত ভাবি তবধ মানো।

আমাৰ কিন্তু সাংসাৰিক উন্নতি বিশেষ একো নহ'ল। ইমানবোৰ কামৰ মাজত নিজৰ আৰাম বা সাংসাৰিক উন্নতিৰ কথা চিন্তা কৰে বা কেতিয়া? শহুৰ দেউতাই দি থৈ যোৱা পৈত্ৰিক মাটিতে loan লৈ ঘৰ এটা সাজিছো। ছোৱালী দুজনীৰো একো ঠান-ঠিত লগা নাই। দেউতাকৰ লগতে সিহঁত দুজনীৰো কমখন লটিঘটি হোৱা নাই। তথাপিও আমাৰ সংসাৰখন টুলুং-ভুটুংকৈ চলি আছে। তথাপি ভাবো এখেতৰ লগত সংসাৰ নপতা হ'লে পৃথিৱীখনৰ এন্ধাৰ চুক এটাতহে নাদৰ ভেকুলী হৈ থাকিব লগা হ'লহেঁতেন। জ্যোতিপ্ৰসাদ, বিষ্ণুৰাভা আৰু ৰবীন্দ্ৰনাথৰ প্ৰতি আগ্ৰহ এখেতৰ সান্নিধ্যতহে বাঢ়িল। অসম আৰু ভাৰতৰ বিভিন্ন মানুহৰ লগত যোগাযোগ হৈছে। বিভিন্ন মেল-মিটিঙলৈ যাবলৈ, কিতাপ-পত্ৰ পঢ়িবলৈ মোক উৎসাহ দিয়ে— ক'ৰবালৈ নিমন্ত্ৰণ পালেই মোক লৈ যাবলৈ বিচাৰে।

ৰাজনীতি মই নাজানো। যেতিয়া মই একেবাৰে অকলশৰে থাকো, এখেত বাহিৰলৈ ওলাই যায়— তেতিয়া নানা দুঃচিন্তা মোৰ মনলৈ আহে। কাৰণ মই এগৰাকী তেজ-মঙহৰ সাধাৰণ মানুহ। সময়ে সময়ে এখেতলৈ অহা মৃত্যুৰ ভাবুকি আৰু লাঞ্ছনা আৰু বঞ্চনাই মোক কাবু কৰি পেলায়। অভিজ্ঞতাৰ পৰাই মই বুজিছো আজিৰ এই ৰাজনীতিয়ে আমাৰ সমাজত একোখন সুখৰ সংসাৰ ভাঙি-ছিঙি চুৰমাৰ কৰে। নিৰ্দোষ পুত্ৰ-কন্যাৰ জীৱন খন্তেকতে ধ্বংস কৰিব পাৰে। ধনৱানক অতি ধনী আৰু দুখীয়াক অতি দুখীয়া কৰিব পাৰে। ৰাজনীতিয়ে অলেখ নিৰপৰাধী মানুহলৈ নিমিষতে ধুমুহা আৰু অন্ধকাৰ আনি দিব পাৰে। ৰাজনৈতিক সুবিধাবাদৰ বাবে অনেক ঘনিষ্ঠ বন্ধুৱেও আমাক লগ এৰা দিছে।

সংসাৰৰ সেন্দুৰীয়া আলি কাক কয় আমি ভালদৰে উপভোগ কৰিবলৈ সুযোগ নাপালো। তথাপিও সময়ে সময়ে অহা ভয়, শংকা আৰু মৃত্যুৰ ভাবুকি নেওচি আমি এই সংসাৰৰ মাজেৰে বাট বুলি আছো। কেতিয়াবা এনেকুৱাও হৈছে, হাতত মাত্ৰ দহ টকা দি কৈ যায়, "ঘৰখন চাবা।"

তথাপি আমি চলি আছো এনেদৰে। কেতিয়াবা সুৰুঙা পালেই Robert Frost ৰ এই কবিতাফাঁকি মযো গুণগুণাওঁ ঃ

.... And miles to go
before I sleep! ❑

# সোঁতৰ বিপৰীতে সাঁতোৰৰ সংগী ড° হীৰেন গোহাঁই

• নিৰুপমা বৰগোহাঞি

আমি যেতিয়া সোঁতৰ বিপৰীতে সাঁতুৰিবলৈ যাওঁ তেতিয়া সেই প্ৰচেষ্টাত খুব কম সংখ্যক সংগীহে পোৱা যায়। সোঁতৰ ভটিয়নী পানীত আয়াসত গা ভঁহাই যোৱা, গড্ডলিকা প্ৰবাহত চামিল হৈ নিশ্চিত নিৰাপত্তাত আগুৱাই যোৱাহে সৰ্বসাধাৰণ মানুহৰ ধৰ্ম। কিন্তু ড° হীৰেন গোহাঁইৰ দৰে মানুহে কেতিয়াও এনে মানসিকতাৰে জীৱন পথত চলা নাই, তেওঁ অকুতোভয়ে নিজৰ নিৰ্দিষ্ট পথেৰে আগবাঢ়ি গৈ আছে, তেওঁৰ সেই পথ কাঁইটীয়া আৰু সময়ে সময়ে বিতৰ্কমূলকো, কিন্তু তেওঁ নিজ পথত চলা সময়ত কাৰো কোনো মন্তব্যলৈ ভ্ৰূক্ষেপ কৰা নাই, তাৰ বাবে তেওঁ জনপ্ৰিয়তা হেৰুৱাব পাৰে নেকি — সেই সম্ভাৱনালৈও গ্ৰাহ্য কৰা নাই। মোৰ ভাবিলে আচৰিত লাগে যে প্ৰয়োজন বোধ কৰিলে তেওঁ বহুতৰ বিৰুদ্ধে কলম হাতত ল'লেও এখন সাপ্তাহিকৰ সমীক্ষাত অসমৰ দহজন সৰ্বপ্ৰিয় মানুহৰ মাজত তেখেঁ অন্যতম প্ৰিয় ব্যক্তি হিচাপে স্থান পালে।

ড° হীৰেন গোহাঁই কি অমিত বিক্ৰমেৰে সোঁতৰ বিপৰীতে সাঁতুৰিব পাৰে তাৰ প্ৰমাণ মই অসম আন্দোলনৰ সময়তে দেখা পাইছিলোঁ। দৰাচলতে সেই সময়তহে মই তেওঁৰ ঘনিষ্ঠ সান্নিধ্যলৈ আহিছিলোঁ, কাৰণ বয়সত মোতকৈ বহুত সৰু এই ব্যক্তিজনৰ সংস্পৰ্শলৈ অহাৰ মোৰ তেতিয়ালৈকে আন কোনো কাৰণ ঘটা নাছিল। তেওঁৰ লিখনি পঢ়ো, প্ৰশংসাৰে মন ভৰি যায় — সেইখিনিলৈকে গোঁহাইৰ লগত আত্মিক যোগাযোগ আছিল। অৱশ্যে মই **সাপ্তাহিক নীলাচলত** চাকৰি কৰি থকাৰ সময়ত সাধাৰণতে বহুত খট্‌বান্ধ্ কৰি লেখা দিবলৈ সম্মত হোৱা (যেনে - তেওঁৰ লেখাৰ ওপৰত সম্পাদকীয় কলম চলিব নোৱাৰিব) গোহাঁয়ে কিন্তু মোৰ অনুৰোধত সহজে সঁহাৰি দি **সাপ্তাহিক নীলাচলৰ** এটা বিতৰ্কত ভাগ লৈ 'প্ৰবীণৰ ওপৰত নবীনৰ ঢেৰেকণি' বুলি লিখনি এটা পঠাই দিছিল।

তাৰ পিছত আৰম্ভ হৈ গৈছিল বিদেশী বিতাড়নৰ বাবে গঢ়ি তোলা ছয় বছৰীয়া অসম আন্দোলন। **সাপ্তাহিক নীলাচল** কাকতখন যদিও আন্দোলনটোৰ সপক্ষে আছিল মই কিন্তু নিজৰ যুক্তি-বুদ্ধিৰে মনেপ্ৰাণে তাৰ বিৰোধিতা কৰিছিলো, বিদেশী সমস্যাটো অসমৰ এক ডাঙৰ সমস্যা — এই কথাটো স্বীকাৰ কৰিও অসম আন্দোলনৰ বিপক্ষে যোৱাৰ কাৰণ

আছিল এইটোৱে যে মই বুজি পাইছিলোঁ যে যিটো পদ্ধতিৰে আন্দোলনটো চলোৱা হৈছিল তাৰ দ্বাৰা বিদেশীক খেদোৱাতো সম্ভৱ নহ'বই বৰং অসমৰ নানাধৰণৰ ক্ষতি হ'ব — যেনে ল'ৰা-ছোৱালীৰ অমূল্য শিক্ষা বছৰ নষ্ট হ'ব, পঢ়া-শুনা বন্ধ হ'ব, অসমৰ হিংসা-সন্ত্ৰাসে মূৰ দাঙি উঠিব, সাহিত্য-সংস্কৃতিৰ পৰিবেশ নষ্ট হ'ব, সমাজৰ বহুত কাম-কাজ বন্ধ হৈ থাকিব, উদ্যোগ বন্ধ হ'ব — ইত্যাদি ইত্যাদি। আৰু এটা ডাঙৰ বিপদৰ ভয়ো কৰিছিলোঁ যে আজি যিসকল পূৰ্ববংগৰ পমুৱাই অসমৰ মাটিত নিগাজিকৈ বহি লৈ নিজকে অসমীয়া হিচাপে মানি লৈছে, তেওঁলোকক এই আন্দোলনৰ ফলত জধেমধে বাংলাদেশী বুলি চিহ্নিত কৰি অত্যাচাৰ কৰিলে ভৱিষ্যতে তেওঁলোকে মনেপ্ৰাণে অসমৰ শত্ৰু হৈ যাব আৰু লোকপিয়লৰ সময়ত আগৰ দৰে নিজকে অসমীয়া বুলি পৰিচয় নিদি বঙালী বুলি পৰিচয় দিব, ফলত বিভিন্ন গোষ্ঠী-উপগোষ্ঠীৰে ভৰা অসমত অসমীয়া ভাষী মানুহৰ সংখ্যা কমি গৈ এসময়ত অসমীয়া হৈ পৰিব সংখ্যালঘু। আজি সময়ে প্ৰমাণ কৰিছে যে আমাৰ এনে শংকা অমূলক নাছিল।

সি যি কি নহওক, এনেকৈ সোঁতৰ বিপৰীতে চলাৰ সময়ত আমাৰ সংগীৰ সংখ্যা স্বাভাৱিক কাৰণতে কম আছিল, অসমৰ বেছিভাগ খ্যাতনামা শিল্পী-সাহিত্যিক বুদ্ধিজীৱীও অসমখন বিদেশীৰ কৰাল গ্ৰাসত পৰিব বুলি পৰম শংকাত আবেগ বিহ্বল হৈ অসম আন্দোলনক সমৰ্থন কৰিছিল। পিছে এনে অকলশৰীয়া হৈ পৰাৰ সময়তে মই অধ্যাপিকা প্ৰীতি বৰুৱা, তোষপ্ৰভা কলিতা আদি বন্ধুসকলক মোৰ চিন্তাৰ সমভাগী হিচাপে পালো। তদুপৰি আৰু বহুতো তৰুণ ল'ৰাকো পালো যি আন্দোলনৰ বিৰোধী আৰু যুক্তিৰে ইয়াৰ বেয়া দিশবোৰ উদঙাই দিবলৈ দুই এখন সৰু আলোচনী উলিয়াই তাত প্ৰকাশ কৰিবলৈ মোৰ পৰাও প্ৰবন্ধপাতি নিছিল। এনে এক সময়তে আমি ড° হীৰেন গোহাঁইৰ আন্দোলন বিৰোধিতাত সবল স্থিতি গম পাই পৰম উৎসাহিত আৰু উল্লসিত হৈ উঠিছিলো। সোঁতৰ বিপৰীতে যোৱা কণ্টকৰ অগ্ৰগতিত এনে এক শক্তিশালী সংগী পোৱাটো অলপ ভাগ্যৰ কথা নহয়। ড° গোহাঁই যেন 'একাই একশ' হৈ উঠিছিল, তেওঁ সামান্য পুঁজিৰ সম্বল লৈ 'কলাখাৰ' উলিয়াইছিল আৰু সুচিন্তিত সম্পাদকীয় আৰু প্ৰবন্ধ লিখি আন্দোলনৰ কু-দিশবোৰ বলিষ্ঠভাৱে আঙুলিয়াই দিছিল। তদুপৰি তেওঁৰ নিজস্ব শাণিত ব্যঙ্গৰ কলমডালটো আছেই-— তাৰে তেওঁ অনেকক ঠেকেচিছিল। মোৰ নিজৰো 'কলাখাৰ'খন ডাঙৰ সাৰথিৰ দৰে হৈ পৰিছিল, সেই সময়তে মই দাংগা-বিধ্বস্ত উত্তৰ কামৰূপলৈ গৈ নিজ চকুৰে দেখি আহিছিলো যে আমাৰ বাতৰি কাকতবোৰে লিখাৰ বিপৰীতে তাত খিলঞ্জীয়া অসমীয়াৰ ওপৰত অত্যাচাৰ চলা নাই, তথাকথিত 'বাংলাদেশী'বোৰৰ ওপৰতহে চলিছে। মোৰ সেই অভিজ্ঞতাৰ ভেঁটিত ড° গোহাঁয়ে তেওঁৰ 'কলাখাৰ'ত এটা প্ৰতিবেদন লিখি দিবলৈ কোৱাত মই 'নিজৰ কাণক বিশ্বাস নহয়' নামৰ এটা লিখনি লিখি দিছিলো। যিটো দীঘল হোৱা বাবে দুটা সংখ্যাত প্ৰকাশ হৈছিল। ড° গোহাঁই আৰু আন কেবাজনো সাহসী আৰু যুক্তিবাদী ব্যক্তিক সেই দুঃসময়ৰ মাজত ঘনিষ্ঠভাৱে লগ পোৱাত বহুতো শংকা, বহুতো হতাশাৰ মাজত

পোহৰো দেখা পাইছিলো। আজি সেই সময়ছোৱাৰ কথা ভাবিলে মনত পৰি যায় চাৰ্লছ ডিকেন্সৰ 'A Tale of Two Cities' নামৰ উপন্যাসখনৰ আৰম্ভণিৰ কথাখিনি— তেওঁ যেন অসম আন্দোলনৰ কথাকেই লিখিছে সেই ১৮৫৯ চনতে অৰ্থাৎ এশ বছৰো আগতে লিখা গ্ৰন্থখনত : It was the best of times, it was the worst of times, it was the age of wisdom, it was the age of foolishness, it was the epoch of belief, it was the epoch of incredulity, it was the season of light, it was the season of Darkness, it was the spring of hope, it was the winter of despair, we had everything before us, we had nothing before us, we were all going direct to Heaven, we were all going direct the other way.... সঁচাকৈয়ে সেই হতাশাৰ দিনবোৰত, সেই অবিশ্বাসৰ দিনবোৰত, সেই আবেগে উন্মাদ কৰি তোলা দিনবোৰত, সেই ভয়ৰ দিনবোৰত ড° গোহাঁই আৰু আন বহুতো সাহসী, বিশ্বাসত দৃঢ়, নিৰপেক্ষ, যুক্তিৰ পক্ষত চলা মানুহক লগ পোৱা বাবেই অসমৰ সময়বোৰ 'best'ও আছিল 'worst'ও আছিল।

সোঁতৰ বিপৰীতে গৈ সাহসেৰে নিজৰ বিবেকৰ নিৰ্দেশ মানি চলা বাবেই ড° গোহাঁই কি ধৰণে নিগৃহীত হ'ব লগা হৈছিল সেইকথা আজি সকলোৱে জানে— অসমৰ বুৰঞ্জীত সি এক মচিব নোৱাৰা কলংকৰ কাহিনী হৈ ৰ'ব। কিন্তু এতিয়া সময়ৰ সোঁত অইন ফালে বৈছে— এসময়ত যি ড° গোহাঁইক এনেদৰে শাৰীৰিক নিৰ্যাতন কৰা হৈছিল, আজি সেই একেজন ড° গোহাঁইকে অসমৰ মানুহে মূৰত তুলি তেওঁলোকৰ শ্ৰদ্ধা আৰু ভালপোৱা জনাইছে। যোৱা ২৮/২/৯৯ তাৰিখে গুৱাহাটীৰ গৌৰী সদনত বিশ্ববিদ্যালয়ৰ পৰা অৱসৰ উপলক্ষে তেওঁক অভিনন্দন কৰিবলৈ যিখন সভা পতা হৈছিল সি প্ৰায় অভিলেখ সৃষ্টিকাৰী জনাকীৰ্ণ হৈছিল। ঘটনাৰ এনে বিসংগতি দেখি মোৰ ৰবাৰ্ট ব্ৰাউনিঙৰ 'পেট্ৰিয়ট' নামৰ কবিতাটোলৈহে মনত পৰি যায়— এদিন মানুহে যাক 'ফুলৰ মালা' পিন্ধাইছিল, তাক এদিন 'জোতাৰ মালা' পিন্ধোৱাৰ লেখীয়া ঘটনাই সেই কবিতাৰ প্ৰতিপাদ্য বিষয়। অৱশ্যে সুখৰ কথা যে গোহাঁইৰ ক্ষেত্ৰত তাৰ বিপৰীত ঘটনাটোহে ঘটিছিল অৰ্থাৎ প্ৰথমতে 'জোতাৰ মালা' পিন্ধাই শেষত 'ফুলৰ মালা' পিন্ধাবলৈ বাধ্য হৈছে অসমৰ মানুহ। এই ঘটনাই ইংৰাজী আপ্তবাক্য এষাৰকে মনত পেলাই দিয়ে— He who laughs last laughs best.

অসমৰ এই ছয় বছৰীয়া বিদেশী বিতাড়ন আন্দোলনটোৰ সময়ত ইয়াৰ পিছৰ পৰা— অৰ্থাৎ 'কলাখাৰ' ওলোৱা সময়ৰ পিছৰ পৰা ড° গোহাঁইক আৰু ঘনিষ্ঠভাৱে, আৰু সঘনাই লগ পাই থকা হৈছিলো। আমি আন্দোলনত দ্বিমত পোষণ কৰা কিছু ব্যক্তিয়ে একেলগ হৈ বাইজৰ পৰা ধন সংগ্ৰহ কৰি সাপ্তাহিক জনজীৱন নামৰ এখন বাৰ্তালোচনী প্ৰকাশ কৰিছিলো। তাৰ সম্পাদক মণ্ডলীৰ ভিতৰত এজন আছিল ড° হীৰেন গোহাঁই আৰু এজন আছিলো মই। সেই সময়তো তেওঁৰ ক্ষুৰধাৰ লিখনিৰ লগত পৰিচিত হৈছিলো। আন্দোলনৰ সময়ত ফটাশিল আমবাৰীৰ বজাৰত এক বিৰাট বোমা বিস্ফোৰণ ঘটিছিল, অসংখ্য নিৰীহ-নিৰপৰাধ মানুহৰ তাত মৃত্যু ঘটিছিল (এনেয়েনো আমি কৈ থাকোনে যে

আজিৰ দিনৰ এই হত্যা-সন্ত্ৰাসৰ বীজ তেতিয়াৰ সেই তথাকথিত অহিংস আৰু শান্তিপূৰ্ণ আন্দোলনৰ সময়তে ৰোপিত হৈছিল।) আৰু তেতিয়া গোহাঁয়ে জনজীৱনত এনে এক মৰ্মস্পৰ্শী সম্পাদকীয় লেখিছিল যে পাষাণ হৃদয়কো গলাই দিব পৰা বিধৰ আছিল।

ড° হীৰেন গোহাঁইৰ লিখনিক লৈ এতিয়া অইন এটা কথালৈ আহোঁ। তেওঁ 'কলাখাৰ'ৰ দিনৰে পৰা (বা তাৰো আগৰে পৰা) বিভিন্ন ব্যক্তি আৰু অনুষ্ঠানলৈ ব্যংগ-বিদ্রূপ নিক্ষেপ কৰি নানা তৰহৰ পলেমিকেল লিখনিৰ আশ্ৰয় লৈ আহিছে, যাৰ বাবে তেওঁৰ ওপৰত অসন্তুষ্ট হৈ আহিছে সমাজৰ বিভিন্ন জন। গতিকে এই অতি 'জনপ্ৰিয়' ব্যক্তিজনক আমি কোনোপধ্যেই 'অজাতশত্ৰু' আখ্যা দিব নোৱাৰো। আনকি ময়ো গোহাঁইৰ আগত এনে লিখনিৰ বিৰুদ্ধাচাৰণ কৰি অকপটে কৈছিলোঁ। কিন্তু আনহাতে এনে পলেমিকৰ কথাই আনকি ওঠৰ শতিকাৰ ইংলণ্ডখনলৈও মনত পেলাই দিয়ে যেতিয়া সেই কালৰ (আৰু সৰ্ব কালৰো) শ্ৰেষ্ঠ লেখক পোপ, ছুইফ্‌ট্‌, জন ডেনিছ আদিয়ে তেওঁলোকৰ ৰাজনৈতিক-সামাজিক লিখনিবোৰৰ পলেমিকেৰে বহুতক নানা ব্যক্তিগত আক্ৰমণেৰেও থকা-সৰকা কৰিছিল। তাৰবাবে তেওঁলোক বহুজনৰ দ্বাৰা বহু নিন্দিতো হৈছিল, কিন্তু সেই লিখনিয়ে যে সমাজৰ নানা স্তৰৰ দুৰ্নীতিক সংস্কাৰ কৰাত ডাঙৰ ভূমিকা লৈছিল বা সেইবোৰ লিখনি যে আজিও প্ৰাসংগিক হৈ আছে সি বিদ্বৎ সমাজত আজিও স্বীকৃত।

ড° গোহাঁইৰ প্ৰতি মই আন এক ব্যক্তিগত কথাত চিৰকৃতজ্ঞ। মোৰ পুত্ৰ প্ৰদীপ্ত বৰগোহাঁয়ে যেতিয়া কটনৰ তাৰ শিক্ষাগুৰুসকলৰ আশাৰ বিপৰীতে বি.এ.ৰ ইংৰাজী মেজৰত একেবাৰে আশানুৰূপ ফল নেপাই হতাশ হৈ পৰিছিল তেতিয়া মই গোহাঁইৰ ওচৰলৈ গৈ তেওঁৰ পৰামৰ্শ লৈছিলো। গোহাঁয়ে মোক নিজৰ উদাহৰণ দি কৈছিল-- যে তেৰোঁ একেদৰে কলিকতাৰ প্ৰেছিডেন্সী কলেজৰ পৰা ইংৰাজী অনাৰ্ছত দ্বিতীয় শ্ৰেণী পাইছিল আৰু তেতিয়া সেই কলেজৰে অধ্যাপক এজনে তেওঁক দিল্লীলৈ এম.এ পঢ়িবলৈ যাবলৈ উপদেশ দিছিল। দিল্লীত গোহাঁইৰ দৰে মেধাবী ল'ৰা এজনে সু-বিচাৰ পাবই-- অধ্যাপকজনে এই বিষয়ে যি নিশ্চিত আশা প্ৰদৰ্শন কৰিছিল, সি হয়তো আশা কৰাতকৈও বেছি সফল হৈছিল। কাৰণ ড° গোহাঁয়ে দিল্লী বিশ্ববিদ্যালয়ৰ পৰা প্ৰথম শ্ৰেণী পাই যি ফলাফল দেখুৱালে তাৰ অভিলেখ বহুত বছৰলৈয়ো কোনেও ভংগ কৰিব পৰা নাছিল। যি নহওক, মোৰ পুত্ৰকো এদিন তেওঁৰ শিক্ষাগুৰুৱে দিয়া পৰামৰ্শকে দিছিল--- প্ৰদীপ্তক দিল্লীলৈ পঢ়িবলৈ পঠাওক, তাত সি সু-বিচাৰ পাব। সঁচায়ে দিল্লীলৈ পঢ়িবলৈ গৈ প্ৰদীপ্তই এম.এ.ত প্ৰথম শ্ৰেণী লাভ কৰি সেই সু-বিচাৰটো পালে। প্ৰসংগক্ৰমে, দিল্লী বিশ্ববিদ্যালয়ত প্ৰদীপ্তক অধ্যাপকসকলে আগ্ৰহেৰে গোহাঁইৰ খা-খবৰ সুধিছিল।

মই গোহাঁইৰ পৰিবাৰ শ্ৰীমতী ৰাণী গোহাঁইৰ লগতো বিশেষ প্ৰীতি আৰু কৃতজ্ঞতাৰ বন্ধনেৰে বান্ধ খাই আছোঁ। যদিও ১৯৯২ চনত বৰ্তমান দৈনিক জনমভূমিৰ সম্পাদক শ্ৰী হেমন্ত বৰ্মনে তেতিয়া সম্পাদনা কৰা শ্ৰীময়ী নামৰ মহিলাৰ পষেকীয়া আলোচনী এখনত মোৰ বিষয়ে বিশেষ সংখ্যা এটা উলিয়াই শ্ৰী ৰাজেন কলিতাৰ দ্বাৰা মোৰ উপন্যাস আৰু

গল্পৰ ওপৰত লিখা সুদীৰ্ঘ আলোচনা এটা তাত প্ৰকাশ কৰিছিল (যাৰ বাবে মই হেমন্তৰ ওপৰত কৃতজ্ঞ) তথাপি মোৰ জীৱন আৰু সাহিত্যৰ ওপৰত ১৯৯৮ চনত ৰাণীয়ে অগ্ৰগামিনী নামৰ যিখন গ্ৰন্থ সম্পাদনা কৰি উলিয়ালে, সেইখনেও মোক নানা কাৰণত ৰাণীৰ ওচৰত বিশেষভাৱে ঋণী কৰি ৰাখিছে। জীৱনত প্ৰথম বাৰৰ বাবে মোৰ প্ৰায় সকলো লিখনি আৰু সংঘাতপূৰ্ণ জীৱনৰ ওপৰত আলোচনাৰে এখন আপুৰুগীয়া গ্ৰন্থ প্ৰকাশ কৰি ৰাণীয়ে অসমৰ জন-মানসত মোৰ এক উজ্জ্বল ভাবমূৰ্তি তুলি ধৰিলে বুলি মোৰ ভাব হয়। ৰাণীৰ লগত মোৰ এনেয়েও বহুদিনীয়া সম্বন্ধ। মোৰ মনত নাই যদিও তেওঁ কোৱামতে মই ১৯৬৪ চন মানত লক্ষীমপুৰ কলেজত অধ্যাপনা কৰোঁতে তেওঁ মোৰ লগত চিনাকি হৈছিল।

শেষত মই এই আশাৰেই মোৰ লিখনিৰ মুখনি মাৰো যে অসমৰ বাবে সততে কৰ্মেৰে আৰু লিখনিৰে সচেতন আৰু উদ্যোগী হৈ ড° হীৰেন গোহাঁই অসমৰ আশাৰ প্ৰদীপ হৈ যেন এক সুস্থ আৰু সুদীৰ্ঘ জীৱনৰ অধিকাৰী হৈ ৰয়। ❑

# ড° হীৰেন গোহাঁই
# তিনিটা দশকৰ সান্নিধ্যৰ টুকুৰা স্মৃতি

• নিত্য বৰা

[১]

ড° হীৰেন গোহাঁইৰ বিষয়ে মোক এটা লেখা দিবলৈ কোৱা হৈছে। দায়িত্বটো মোৰ বাবে গধুৰ। যোৱাটো শতিকাৰ শেষ চাৰিটা দশকৰ অসমৰ ভাষা-সংস্কৃতি-ৰাজনীতিৰ লগত— এক কথাত অসমৰ সমাজ জীৱনৰ সামগ্ৰিক ভাৱনাৰ লগত ওতঃপ্ৰোতভাৱে জড়িত এক বিশাল প্ৰতিভা আৰু অনন্য ব্যক্তিত্বৰ অধিকাৰী ড° গোহাঁইৰ বিষয়ে কিবা লেখিবলৈ মই যে উপযুক্ত লোক নহয়, সেই কথাটোৰ প্ৰতি মাত্ৰাধিক সচেতন হোৱাৰ বাবেই সম্ভৱ এই লেখা প্ৰস্তুত কৰিবলৈ লৈ মই থমকি ৰ'ব লগা হৈছো। দৰাচলতে ড° গোহাঁইৰ বৌদ্ধিক প্ৰতিভাৰ পৰিসৰ ইমান ব্যাপক আৰু সেই তুলনাত আমাৰ বৌদ্ধিক বিচৰণভূমি ইমান ঠেক যে তেখেতৰ ওপৰত কিবা লেখিবলৈ গ'লেই আমাৰ বুদ্ধিৰ জোলোঙাৰ ফোপোলা চেহেৰা ওলাই পৰাৰ ভয়। সেয়ে মিতিৰো ৰওক চাউলো সিজক বুলি চমু উপায় এটাকে লোৱাৰ সিদ্ধান্ত ল'লো। উপায়টো হ'ল যোৱা তিনিটা দশকত ড° গোহাঁইৰ লগত থকা আমাৰ ব্যক্তিগত সান্নিধ্য সম্পৰ্কে দুই-এটা কথা স্মৰণ কৰি চোৱা।

ড° গোহাঁইক মই লগ পাওঁ সত্তৰৰ দশকৰ একেবাৰে আৰম্ভণিতে। তেখেতক মোৰ লগত পৰিচয় কৰাই দিছিল এসময়ৰ আচাম ট্ৰিবিউন কাকত গোষ্ঠীৰ কৰ্মী বৰ্তমানৰ বিশিষ্ট চলচ্চিত্ৰ সমালোচক আৰু লেখক পবিত্ৰ কুমাৰ ডেকাই। পবিত্ৰ কুমাৰ ডেকা সুদীৰ্ঘকাল ধৰি অসমৰ সাংস্কৃতিক জগত মধ্যমণি হৈ আছে। কিন্তু বহুতেই নাজানে যে যোৱাটো শতিকাৰ ষষ্ঠ আৰু সপ্তম দশকত ডেকা আছিল অসমীয়া প্ৰগতিশীল সাহিত্য আৰু সাংস্কৃতিক জগতৰ এজন নেতৃস্থানীয় ব্যক্তি। সেই সময়ত কলিকতাৰ পৰা প্ৰকাশিত আমাৰ প্ৰতিনিধি নামৰ মাহেকীয়া আলোচনীখনৰ সম্পাদক যদিও ড° ভূপেন হাজৰিকা আছিল আলোচনীখনৰ সম্পাদনাৰ সকলো কামেই ডেকাই গুৱাহাটীত কৰিছিল। আমাৰ প্ৰতিনিধিৰ উপৰিও ডেকাৰ উদ্যোগতে নক্সা নামৰ এখন মাহেকীয়া আলোচনী আৰু অসমীয়া কবিতা নামৰ সাপ্তাহিক কবিতাৰ কাকত এখন গুৱাহাটীৰ পৰা প্ৰকাশ হৈছিল। এই কাকত-আলোচনীকেইখনক কেন্দ্ৰ কৰি গঢ়ি উঠিছিল এক প্ৰগতিশীল লেখক গোষ্ঠী। সেই সময়তে ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ

পৰা আহি ড° হীৰেন গোহাঁয়ে গুৱাহাটী বিশ্ববিদ্যালয়ৰ ইংৰাজী বিভাগত যোগ দিছিল। ১৯৭১ চনৰ কোনো এটা তাৰিখত পবিত্ৰ ডেকাই ড° গোহাঁইক মোৰ চেনীকুঠিৰ কমলাকান্ত ভট্টাচাৰ্য পথত থকা ভাড়াঘৰটোলৈ লৈ আহিছিল। ড° গোহাঁইৰ লগত সেয়ে মোৰ প্ৰথম সাক্ষাৎ। সেই সময়ত ড° গোহাঁই **নক্সা** আৰু **অসমীয়া কবিতা**ৰ সম্পাদকমণ্ডলীৰ উপদেষ্টা আছিল। তেওঁলোকে মোক কাকত দুখনৰ সম্পাদনাৰ লগত জড়িত হ'বলৈ অনুৰোধ কৰিলে। আচলতে এই অনুৰোধৰ আঁৰতো এটা কাৰণ আছিল। **নক্সা**ৰ সম্পাদক আছিল সদানন্দ ডেকা। সদানন্দ ডেকা বুলি কোনো ব্যক্তি নাছিল। এইটো আছিল পবিত্ৰ কুমাৰ ডেকাৰ ছদ্ম নাম। **অসমীয়া কবিতা**ৰ সম্পাদক আছিল কবি ৰবীন্দ্ৰ সৰকাৰ। সেই সময়ত পুলিচে কাকত দুখনৰ লগত সম্পৰ্ক থকা ব্যক্তিসকলৰ খোজ-খবৰ কৰিছিল। তাৰো এক নেপথ্য কাহিনী আছে।

যোৱাটো শতিকাৰ ষষ্ঠ দশকৰ শেষৰফালে ভাৰতৰ ৰাজনৈতিক প্ৰেক্ষাপটলৈ বিশেষ পৰিবৰ্তন আহিছিল। স্বৰাজোত্তৰ ভাৰতৰ প্ৰথম দুটা দশকত থকা ভাৰতীয় জাতীয় কংগ্ৰেছৰ আধিপত্য ক্ৰমশঃ কমি আহিছিল। ১৯৬৭ চনৰ সাধাৰণ নিৰ্বাচনত দেশৰ বিভিন্ন প্ৰান্তত কংগ্ৰেছৰ বিপৰ্যয় ঘটিছিল। নেহেৰু পৰৱৰ্তী কংগ্ৰেছত দলীয় বিসম্বাদে প্ৰথমবাৰৰ বাবে মূৰ দাঙি উঠিছিল। 'স্বাধীনতা'ই আনি দিয়া উন্মাদনা তেতিয়ালৈ শেষ হৈ আহিছিল। সেই চনতে আমাৰ প্ৰতিবেশী পশ্চিমবংগত চি.পি.আই.(এম) দলে বাংলা কংগ্ৰেছৰ অজয় মুখাৰ্জীৰ নেতৃত্বত কংগ্ৰেছৰ বিসম্বাদী গোষ্ঠীৰ লগ লাগি চৰকাৰ গঠন কৰিছিল। এনে সময়তে দেশৰ বামপন্থী শিবিৰতো বিক্ষিপ্ত ভাঙোনৰ সূত্ৰপাত হৈছিল। পশ্চিমবংগ আৰু অন্ধ্ৰত বামপন্থীসকলৰ একাংশই চি.পি.অই.(এম)ৰ নেতৃত্বৰ বিৰুদ্ধে মূৰ দাঙি উঠিছিল। নক্সালবাৰীত কমৰেড্ চাৰু মজুমদাৰৰ নেতৃত্বত সশস্ত্ৰ কৃষি বিপ্লৱৰ সূচনা হৈছিল। দেশৰ বিভিন্ন প্ৰান্তৰ বহু যুৱক-যুৱতীক এই আন্দোলনে আকৰ্ষণ কৰিছিল। ১৯৬৯ চনত ভাৰতৰ ইতিহাসত দুটা উল্লেখযোগ্য ঘটনা ঘটিছিল : এটা হ'ল ভাৰতীয় জাতীয় কংগ্ৰেছত বিভাজন আৰু সেই বছৰৰে ঐতিহাসিক মে' দিৱসত কলিকতাৰ ব্ৰিগেড পেৰেড গ্ৰাউণ্ডত চি.পি.আই.(এম,এল) পাৰ্টি গঠন। নক্সালবাৰীৰ আন্দোলনৰ বতাহে অসমকো স্পৰ্শ কৰিছিল। অসমৰ প্ৰগতিশীল যুৱক-যুৱতীসকলকো সেই সময়ৰ ৰাষ্ট্ৰীয় আৰু আন্তৰ্জাতিক কমিউনিষ্ট আন্দোলনৰ শেহতীয়া ধাৰাই অনুপ্ৰাণিত কৰিছিল। লেনিন, ষ্টেলিন, মাও-চে-তুঙৰ চিন্তাধাৰা আৰু আদৰ্শৰ আধাৰত ভিয়েটনামত হো-চি-মিনৰ আৰু লেটিন আমেৰিকাত চে গুয়েভাৰাৰ নেতৃত্বত চলা সাম্ৰাজ্যবাদ বিৰোধী সশস্ত্ৰ বিপ্লৱৰ অনুপ্ৰেৰণাত দেশৰ অন্যান্য প্ৰান্তৰ লগতে অসমতো নতুন বামপন্থী চিন্তাৰ উন্মেষ ঘটিছিল। সেই সময়ত প্ৰকাশিত বিভিন্ন পত্ৰ-পত্ৰিকাত এই নতুন বামপন্থী আন্দোলনৰ মানসিকতাই প্ৰকাশ লাভ কৰিছিল। ভাৰত ৰাষ্ট্ৰই আইনী কমিউনিষ্ট আন্দোলনলৈ কাহানিও ভয় কৰা নাছিল। চি.পি.আইয়েই হওক চি.পি.আই.(এম)য়েই হওক এই দুটা তথাকথিত বামপন্থী দলৰ লগত ইতিমধ্যে ভাৰত ৰাষ্ট্ৰৰ বুজা-পৰা হৈ গৈছিল। সংসদীয় নাগপাশত বন্দী কৰি এইবোৰ তথাকথিত বামপন্থী

দলক ৰাষ্ট্ৰই নিৰ্বীয্য কৰি পেলাইছিল। কিন্তু ইতিহাসৰ অভিজ্ঞতাই সশস্ত্ৰ কৃষক বিপ্লৱৰ চিন্তাৰ প্ৰতি ৰাষ্ট্ৰক সচকিত কৰি তুলিলে। অমানুষিক বৰ্বৰতাৰে নক্সাল আন্দোলনৰ আদৰ্শক শেষ কৰি দিবলৈ সেয়ে আৰম্ভণিৰ পৰা ৰাষ্ট্ৰযন্ত্ৰক সজাগ কৰি তোলা হৈছিল। য'তে ত'তে নক্সালৰ ভূত দেখি ফুৰাটো সেই সময়ত ৰাষ্ট্ৰযন্ত্ৰৰ এক কু-অভ্যাসত পৰিণত হৈছিল।

নক্সা আৰু অসমীয়া কবিতাৰ লগত জড়িত ব্যক্তিসকলৰ পিছতো চৰকাৰী চোৰাংচোৱাৰ চকু পৰিছিল। ডেকা আৰু ড° গোহাঁইৰ অনুৰোধত মই কাকত দুখনত জড়িত হৈ পৰিলো। সেইদিনাই আমাৰ মাজত হোৱা আলোচনা মৰ্মে সিদ্ধান্ত লোৱা হ'ল যে অকল ৰবীন্দ্ৰ সৰকাৰৰ নামেই নহয় অসমীয়া কবিতাৰ সম্পাদনা সমিতিত বহুকেইজনৰ নাম প্ৰকাশ কৰা হ'ব। পৰৱৰ্তী সংখ্যা কাকতত সম্পাদনা সমিতিত ৰবীন্দ্ৰ সৰকাৰ আৰু মোৰ নামৰ উপৰিও ড° গোহাঁই, পবিত্ৰ কুমাৰ ডেকা, অনিল কুমাৰ ডেকা, অৰনী চক্ৰৱৰ্তী আদিৰ নাম প্ৰকাশ হ'ল। কৌশলগত কাৰণত সম্পাদনা সমিতিৰ এই দীঘলীয়া তালিকা প্ৰকাশ কৰা হৈছিল। সেই সময়ত পুলিচৰ চকু আছিল ৰবীন্দ্ৰ সৰকাৰৰ ওপৰত। আধুনিক অসমীয়া কবিতাৰ অন্যতম শ্ৰেষ্ঠ কবি হিচাপে প্ৰতিষ্ঠা লাভ কৰা ৰবীন্দ্ৰ সৰকাৰৰ জন্ম হৈছিল কলিকতাত। তেওঁৰ মাতৃভাষা আছিল বাংলা। সৰকাৰ বামপন্থী চিন্তাধাৰাৰ ওপৰত বিশ্বাসী আছিল। মাথা মোটা আৰক্ষীৰ বাবে সেয়ে সৰকাৰ আছিল 'নক্সাল'। পুলিচৰ কোপদৃষ্টি ৰবীন্দ্ৰ সৰকাৰৰ পৰা আঁতৰাই আনিবৰ বাবেই আমি আটাইবিলাক কবিতাৰ সম্পাদক হৈ পৰিলো। আমাৰ কৌশলে বোধহয় কাম দিলে। কাকতৰ কাৰ্যালয়ত অচিনাকি মানুহৰ ভুমুকা-ভুমুকি নাইকিয়া হ'ল।

নক্সা আৰু অসমীয়া কবিতাৰে আৰম্ভ হোৱা ড° হীৰেন গোহাঁইৰ লগত মোৰ সম্পৰ্ক এতিয়া ডেৰকুৰি বছৰত ভৰি দিলে। এই ডেৰকুৰি বছৰত আমাৰ চিন্তাৰ ভিন্নতা হৈছে, মতানৈক্য কেতিয়াবা মনোমালিন্যলৈও পৰ্যবসিত হৈছে— কিন্তু এইবোৰে আমাৰ বন্ধুত্বত ইতি পেলোৱা নাই। লেখাৰ আৰম্ভণিতেই মই কৈছো বৌদ্ধিক পৰিসৰত ড° গোহাঁইৰ স্থান আমাতকৈ বহু ওপৰত। মাত্ৰ এটা বিষয়তহে মই ড° গোহাঁইৰ সমপৰ্যায়ৰ। বিষয়টো হ'ল অতি সামান্য কথাতে টিঙিচকৈ খং উঠা স্বভাৱ। এই স্বভাৱ যেতিয়া দুয়োজনৰে আছে, সেয়ে আমাৰ বন্ধুত্বৰ সুদীৰ্ঘ কালছোৱাত বহুবাৰ আমাৰ এৰা-এৰি হৈছে। মোৰেই বোধহয় সৌভাগ্য— এই এৰা-এৰি বৰ দীঘলীয়া নহয়। বয়স বঢ়াৰ লগে লগে পিছে খং-ৰাগবোৰ আজিকালি জামৰি আহিছে। মাজে মাজেহে পুৰণা বেমাৰৰ দৰে উক্ দিয়ে।

পূৰ্ব-প্ৰসংগলৈ ঘূৰি যাওঁ। পবিত্ৰ আৰু ড° গোহাঁইৰ লগতে ময়ো নক্সা আৰু অসমীয়া কবিতাৰ কামত ব্যস্ত হৈ পৰিলো। সমকালীনৰ পিছতে নক্সাই সেই সময়ত অসমৰ প্ৰগতিশীল মহলত কিছু আলোড়ন তুলিবলৈ সক্ষম হৈছিল। নক্সাৰ লগত জড়িত আমি প্ৰায়কেইজনৰে ৰাজনৈতিক আদৰ্শৰ অনুপ্ৰেৰণা আছিল নক্সালবাৰীৰ আন্দোলন। ড° গোহাঁই ইয়াৰ ব্যতিক্ৰম আছিল। সেয়ে গোহাঁইৰ লগত আমাৰ সংঘাত অনিবাৰ্য আছিল। আমাৰ সংঘাত প্ৰকাশ হ'ল সেই সময়ত পশ্চিম বংগৰ নিৰ্বাচনত চি.পি.আই.(এম) দলৰ

বিপৰ্যয়ক কেন্দ্ৰ কৰি নক্সাত প্ৰকাশিত এটা সম্পাদকীয়ৰ বক্তব্যক লৈ। দৰাচলতে ১৯৬৯ ৰ কংগ্ৰেছৰ বিভাজনৰ পিছত বামপন্থীসকলৰ আশীষধন্য হৈয়েই ইন্দিৰা গান্ধীয়ে দিল্লীৰ মছনদত অধিষ্ঠিত হৈ থাকিব পাৰিছিল। ১৯৭২ ৰ নিৰ্বাচনত পশ্চিম বংগত প্ৰচণ্ড জালিয়াতিৰে কংগ্ৰেছে চি.পি়.আই.(এম) দলক ক্ষমতাৰ পৰা ওফৰাই দিলে। সেইবাৰ ফেব্ৰুৱাৰী মাহত হোৱা ৰাজ্য বিধান সভাৰ নিৰ্বাচনত ইন্দিৰা কংগ্ৰেছে ২৮০ খন আসনৰ ভিতৰত ২১৬ খন দখল কৰে। ক্ষমতাত থকা চি.পি.আই.(এম) দলে পালে মাত্ৰ ১৪ খন আসন। নক্সাত সম্পাদকীয় লেখা হ'ল। সম্পাদকীয়ৰ শিৰোনামা আছিল 'খেল ভণ্ডাৰ খেল'। সম্পাদকীয়টো মই লেখিছিলো। তাত এই মাৰ্ক্সবাদী দলটোক সংসদীয় ৰাজনীতিৰ নিচাই কেনেকৈ মোহগ্ৰস্ত কৰিছে আৰু ইন্দিৰা গান্ধীয়ে কেনেকৈ নিজৰ স্বাৰ্থত বামপন্থীসকলক ব্যৱহাৰ কৰি প্ৰথমটো সুযোগতে 'লেং মাৰি'লে তাকে লৈ ব্যংগ কৰা হৈছিল। মোৰ সম্পাদকীয়ত এই 'লেং মৰা' শব্দটো ড° গোহাঁয়েই যোগ কৰি দিছিল। কিন্তু সেই সংখ্যা কাকত যেতিয়া ছপা হৈ বজাৰত ওলাল তেতিয়াঁ এদিন আহি ড° গোহাঁয়ে মোক ক'লেহি যে এই সম্পাদকীয়টোক লৈ চি.পি.আই.(এম)ৰ ৰাজ্যিক সভাপতি অচিন্ত্য ভট্টাচাৰ্যই অসন্তুষ্টি প্ৰকাশ কৰিছে। ড° গোহাঁইৰ কথাত মোৰ খং উঠিলেই। এতিয়া মনত পৰা নাই-- বোধহয় তেখেতক মই বেয়াকৈয়ে কিবা ক'লো। গোহাঁয়েও ফেপেৰি পাতি আহিল। ভাগ্যে হতাহতি নহ'ল। কাণ্ডটো ঘটিছিল পাণবজাৰৰ মধুমিতা নামৰ ৰেষ্টুৰেণ্টখনত। সেই সময়ত এই ৰেষ্টুৰেণ্টখন গুৱাহাটীৰ সাহিত্যিক-সাংবাদিক-বুদ্ধিজীৱীৰ আড্ডাৰ জেগা আছিল। সেই ঘটনাৰ কেইমাহমান পিছতেই আন এটা ঘটনা ঘটিল। দৈনিক অসম কাকতৰ সম্পাদকলৈ চিঠিৰ শিতানত 'নকল নক্সালী' শিৰোনামাৰে ড° গোহাঁইৰ এখন চিঠি প্ৰকাশ হ'ল। এই চিঠিত ড° গোহাঁয়ে নক্সাল আন্দোলনৰ অনুগামীসকলক কঠোৰ ভাষাত আক্ৰমণ কৰিলে। কোনো কোনোৱে গোহাঁইৰ চিঠিৰ প্ৰত্যুত্তৰ দিলে। দৈনিক অসমৰ পিঠিত এখন পত্ৰ-যুদ্ধ চলিল। এটা সময়ত কাকতখনৰ সম্পাদকে ড° গোহাঁইৰ প্ৰত্যুত্তৰ ছপাবলৈ ৰাজী নহ'ল। ড° গোহাঁয়ে সেই প্ৰত্যুত্তৰ লৈ নক্সাৰ সম্পাদকীয় মেজ পালেহি। কোৱা বাহুল্য মাথোঁ যে দৈনিক অসমৰ পত্ৰ-যুদ্ধত আমি গোহাঁইৰ পক্ষ সমৰ্থন কৰা নাছিলো। আজি আৰু স্বীকাৰ কৰিবলৈ দ্বিধা নাই যে সেই সময়ত আৰু তাৰ বহু দিন পিছলৈকে আমি নক্সাল আন্দোলনৰ অন্ধ সমৰ্থক আছিলো। পবিত্ৰই নক্সাৰ যিকোনো বিতৰ্কমূলক সিদ্ধান্ত ল'বলগীয়া হ'লেই তাৰ দায়িত্ব মোৰ ওপৰত জাপি দিছিল। ড° গোহাঁইৰ চিঠিখনো মোলৈ পঠাই দিলে। চিঠিখন নক্সাত নছপোৱাৰ সিদ্ধান্ত ল'বলৈ মোৰ একমুহূৰ্তও সময় লগা নাছিল। ড° গোহাঁইৰ লগত আকৌ এবাৰ সংঘাত হ'ল। এইবাৰ গোহাঁয়ে নক্সা আৰু অসমীয়া কবিতাৰ সম্পাদকমণ্ডলীৰ পৰাই পদত্যাগ কৰিলে। অলপ দিনৰ ভিতৰতে গম পালো চি.পি.আই.(এম) দলৰ উদ্যোগত এখন মাহেকীয়া আলোচনী প্ৰকাশৰ যো-জা চলিছে। আলোচনীখনৰ নাম নতুন পৃথিৱী। এই আলোচনীৰ সম্পাদকীয় বিভাগৰ মূল মানুহজন হ'ল ড° হীৰেন গোহাঁই। বেচ কিছুদিনৰ বাবে ড° গোহাঁইৰ লগত মোৰ মানসিক দূৰত্বৰ সৃষ্টি হ'ল।

ড° গোহাঁয়ে নক্সা আৰু অসমীয়া কবিতা এৰি যোৱাত মই অকণো দুখ পোৱা নাছিলো। কিন্তু যিটো তাৎক্ষণিক কাৰণত তেখেত কাকত দুখন এৰি গ'ল তাৰ বাবে পৰৱৰ্তী সময়ত মই ভীষণ মানসিক পীড়া অনুভৱ কৰিছিলো। মত প্ৰকাশৰ স্বাধীনতা আৰু অন্যমতক সন্মান জনোৱাৰ যি গণতান্ত্ৰিক মূল্যবোধক মই ওৰেটো জীৱন আতোল তোলকৈ সাৱতি আহিছো— ড° গোহাঁইৰ চিঠিখন নক্সাত প্ৰকাশ কৰিবলৈ অমান্তি হৈ মই সেই মূল্যবোধক এদিন নিজেই ভৰিৰে মোহাৰি পেলোৱা নাছিলোনে? তেতিয়া এইবোৰ চিন্তাক প্ৰশ্ৰয় দিবলৈ হয়তো মোৰ মানসিকতাই নাছিল। এটা ৰাজনৈতিক আদৰ্শৰ মৰীচিকাৰ পিছে পিছে অন্ধভাৱে দৌৰি ফুৰাৰ বাবেই সম্ভৱ চৌদিশৰ সকলো বস্তুৰ প্ৰতি সেই সময়ত মই উদাসীন হৈ পৰিছিলো। ড° গোহাঁইৰ চিঠিখন প্ৰকাশ নকৰাৰ সপক্ষে সম্ভৱ সেই আদৰ্শৰ মৰীচিকাই 'যুক্তি' থিয় কৰাইছিল। কিন্তু পিছত অনুভৱ হৈছিল— এইবোৰ যুক্তি বৰ দুৰ্বল আছিল। ছবছৰৰ পাছত সাম্প্ৰতিক সাময়িকীত ড° গোহাঁইক লেখাৰ অবাধ স্বাধীনতা দি মই এসময়ত কৰা আচৰণৰ বাবে হোৱা অন্যায়বোধৰ পৰা মুক্তি লাভৰ চেষ্টা কৰিছিলো।

[২]

সত্তৰৰ দশক আৰম্ভ হৈছিল ধুমুহাৰ দৰে। তেতিয়াৰ পূব পাকিস্তানত ৰাজনৈতিক উত্থান। বাংলাদেশৰ তথাকথিত মুক্তিযুদ্ধৰ অজুহাতত ভাৰতীয় সৈন্যৰ বাংলাদেশত প্ৰৱেশ। ভাৰত-পাকিস্তান যুদ্ধ। পুবত পাকিস্তানৰ পতন। বাংলাদেশৰ জন্ম। আন্তৰ্জাতিক ৰাজনীতিত ভিয়েটনামত আমেৰিকাৰ পৰাজয়। ভাৰত-পাকিস্তান যুদ্ধত দেখ্ দেখকৈ আমেৰিকাৰ পাকিস্তানৰ পক্ষাৱলম্বন। ছোভিয়েট শিবিৰৰ প্ৰতি ভাৰতৰ আনুগত্য। সৰ্বভাৰতীয় ৰেল ধৰ্মঘট। জয়প্ৰকাশ নাৰায়ণৰ আন্দোলন। ইন্দিৰা গান্ধীৰ বিৰুদ্ধে এলাহাবাদ হাইকোৰ্টৰ ঐতিহাসিক ৰায়। পদত্যাগ কৰিবলৈ অস্বীকাৰ কৰি ইন্দিৰা গান্ধীৰ আভ্যন্তৰীণ জৰুৰী অৱস্থা ঘোষণাৰ মাজেদি দেশত গণতন্ত্ৰৰ সমাধি আৰু স্বৈৰতন্ত্ৰৰ প্ৰতিষ্ঠা।

নতুন পৃথিৱীত থকাৰ প্ৰথম অৱস্থাত ড° গোহাঁইৰ লগত মোৰ যোগসূত্ৰ ক্ষীণ আছিল। জৰুৰীকালীন সময়চোৱাত আমি আকৌ পৰস্পৰে পৰস্পৰৰ ওচৰ চাপি আহিলো। মই বিশ্বাস কৰিছিলো মাৰ্ক্সবাদী কমিউনিষ্ট পাৰ্টিৰ নেতৃত্বৰ মতান্ধতাৰ মাজত ড° গোহাঁয়ে দীৰ্ঘদিন মুকলিকৈ উশাহ ল'ব নোৱাৰিব। মোৰ ধাৰণা সত্য বুলি প্ৰমাণিত হ'ল। চি.পি.আই.(এম)ৰ বৌদ্ধিক পণ্ডিতসকলে ড° গোহাঁইক এসময়ত নতুন পৃথিৱী এৰিবলৈ বাধ্য কৰিলে। ড° গোহাঁইক এঘৰীয়া কৰাৰ যত্ন কৰা হ'ল। কামটো পিছে ইমান সহজ নহ'ল। আধুনিক সমাজ-বিজ্ঞানৰ এইজন কাণ্ডাৰীক ইতিমধ্যে অসমৰ প্ৰবুদ্ধ আৰু প্ৰগতিশীল সমাজে গ্ৰহণ কৰিছিল।

জৰুৰীকালীন অৱস্থাই সমগ্ৰ দেশৰে প্ৰবুদ্ধ সমাজৰ বাঘা বাঘা ব্যক্তিৰ মুখা খুলি দিছিল। সমাজৰ বিভিন্ন স্তৰৰ লেখক-শিল্পী-সাংবাদিক-বুদ্ধিজীৱীৰ এটা বুজন অংশই স্বৈৰতান্ত্ৰিক ৰাজনীতিৰ পদপ্ৰান্তত নিজকৈ সমৰ্পন কৰি জীৱন ধন্য কৰিবলৈ ধৰিলে। আমাৰ অসম দেশো পিছ পৰি নাথাকিল। বিংশ শতিকাৰ 'শ্ৰেষ্ঠ' মানৱসকল গড্ডলিকা প্ৰবাহত উটি

যাবলৈ ধৰিলে। অসমীয়া চিন্তাজগতৰ যি কেইজন মুষ্টিমেয় ব্যক্তিয়ে এই সময়ছোৱাত গণতান্ত্রিক প্রমূল্যক আগস্থান দি নিজৰ বিবেকক ৰাষ্ট্ৰৰ ওচৰত বন্ধকত নিদিয়াকৈ থাকিব পাৰিছিল ড° গোহাঁই আছিল সেইসকলৰ অন্যতম।

১৯৭৬ চনৰ মাজভাগত **সাম্প্রতিক সাময়িকী** প্রকাশ হৈছিল। সেই সময়ত দেশত প্রেছ চেন্সৰশ্বিপ চলি আছিল। **সাম্প্রতিক সাময়িকীত** প্রকাশ হোৱা গল্প-কবিতা-প্রবন্ধ সকলোবোৰ অসম চৰকাৰৰ জনসংযোগ বিভাগৰ পৰা অনুমতি লৈহে ছপাবলগীয়া হৈছিল। প্রেছ চেন্সৰশ্বিপ ব'ৰ্ডৰ কঠোৰ নিয়মাৱলীৰ মাজতো আমি আলোচনীখনৰ মাজেদি প্রগতিশীল সাহিত্য আৰু চিন্তাৰ ধাৰা অব্যাহত ৰখাৰ চেষ্টা কৰিছিলো। ড° গোহাঁই আহি সেই সময়ত আমাৰ ওচৰত থিয় হৈছিল। **সাম্প্রতিক সাময়িকীৰ** প্রথম সংখ্যাত ড° গোহাঁয়ে বিশিষ্ট ঔপন্যাসিক হোমেন বৰগোহাঞিৰ **পিতা-পুত্র** নামৰ গ্রন্থখনৰ ওপৰত এটা সমালোচনামূলক প্রবন্ধ লেখিছিল। প্রবন্ধটোৰ নাম আছিল 'হোমেন বৰগোহাঞিৰ পিতা-পুত্র : এৰাবাৰীৰ বিঁননি'। সেই সময়ত অসমৰ 'মাৰ্ক্সবাদী'সকলৰ প্রিয় লেখক বৰগোহাঞিৰ মাৰ্ক্সবাদ-বিদ্বেষৰ স্বৰূপ এই সমালোচনাৰ মাজেদি উদঘাটিত হৈছিল। ড° গোহাঁয়ে পৰৱৰ্তী দহ বছৰকাল নিয়মীয়াকৈ **সাম্প্রতিক সাময়িকীত** লেখিছিল। **সাম্প্রতিক সাময়িকীৰ** অৰ্থনৈতিক অৱস্থা বৰ বেয়া আছিল। নামত মাহেকীয়া হ'লেও আলোচনীখন কাহানিও নিয়মীয়াকৈ প্রকাশ নহৈছিল। আলোচনীখনত লেখাৰ বাবে ড° গোহাঁইক মই ফুটা কড়ি এটাও মাননী দিব পৰা নাছিলো। বৰং আলোচনীৰ কাগজ কিনিবলৈ তেখেতেহে মোক মাজ-সময়ে টকা-পইচা আদি দি সহায় কৰিছিল। আচলতে **সাম্প্রতিক সাময়িকীত** লেখাৰ বাবে কোনো লেখক-লেখিকাই মাননী পোৱা নাছিল। মাত্র এবাৰ নিৰুপমা বৰগোহাঞি বাইদেউক তেখেতৰ লেখা এটাৰ বাবে সামান্য মাননী যঁচা হৈছিল। সেই সময়ত বাইদেউৰ অৰ্থনৈতিক অৱস্থা বৰ বেয়া আছিল। অসম আন্দোলনৰ আৰম্ভণিৰ কথা। নিৰুপমা বাইদেউৰ **নীলাচলৰ** চাকৰি গৈছিল। বাইদেউৰ দুই পুত্র তেতিয়াও ছাত্র আছিল। কথাটো এই কাৰণহে উল্লেখ কৰিলো যে বাইদেউক মাননী হিচাপে আগবঢ়োৱা টকা এশ মোক ড° গোহাঁয়ে দিছিল। বাইদেউৰ টকা-পইচাৰ নাটনিৰ কথা বোধহয় ড° গোহাঁয়ে জানিছিল। নিৰুপমা বাইদেৱে মোৰ পৰা প্রথমে সেই মাননী ল'বলৈ অস্বীকাৰ কৰিছিল। অৱশেষত জোৰ কৰি ধৰাত তেখেতে মাননী গ্রহণ কৰিলে। সেইদিনা নিৰুপমা বাইদেউৰ চকুত দেখা কৃতজ্ঞতা আৰু ধন্যবাদৰ ভাষা মই এতিয়াও পাহৰিব পৰা নাই। আজিকালি বাতৰি কাকতত সৰু লেখা এটা লেখিলেও বহুত টকা দিয়ে। সেই সময়তো অসম চৰকাৰৰ প্রকাশন পৰিষদে উলিওৱা **প্রকাশ** আলোচনীত চিঠি এখন লিখিলেও বোলে এশ টকা পাৰিশ্ৰমিক দিছিল। কিন্তু নিৰুপমা বাইদেউক সেইদিনা মাননী হিচাপে **সাম্প্রতিক সাময়িকীৰ** তৰফৰ পৰা দিয়া এশ টকাৰ তাৎপৰ্য মোৰ কাৰণে আছিল অতি গুৰুত্বপূৰ্ণ। সেই এশটা টকাই এজন মানৱ দৰদীৰ অন্তৰৰ মহানুভৱতা অন্য এগৰাকী মানৱ দৰদীলৈ কঢ়িয়াই লৈ গৈছিল। এই দুয়োৰে মাজত মই মাত্র যোগসূত্র আছিলো। অসম আন্দোলনে আমাক বহুতকে নানাভাৱে নিঠৰুৱা কৰিছিল যদিও অন্তৰ সম্পদত আমি ভীষণ চহকী হৈছিলো।

[৩]

১৯৭৯ চনত আৰম্ভ হৈছিল ঐতিহাসিক অসম আন্দোলন। আৰম্ভ হৈছিল অসম ইতিহাসৰ এক কলংকিত অধ্যায়। স্নায়ু বিকল কৰা পাশৱিকতাৰে মত্ত হৈ পৰিছিল একাংশ অসমীয়া মানুহ। বিদেশী বহিষ্কাৰৰ নামত আন্দোলনৰ নেতৃত্বই যুক্তিহীন আবেগৰ ঢৌত উটাই গৰিষ্ঠসংখ্যক অসমীয়া জনসাধাৰণক ৰাজপথলৈ উলিয়াই আনিবলৈ সমৰ্থ হৈছিল। হত্যা আৰু হিংসাই চাৰিওদিশ ছানি ধৰিছিল। কেৱল বাংলাদেশী বুলি সন্দেহ কৰিয়েই শিশু-নাৰী-বৃদ্ধ সমন্বিতে বহু মানুহক হত্যা কৰা হৈছিল। চি.পি.আই., চি.পি.আই.(এম) আদি ৰাজনৈতিক দলৰ বহু কৰ্মী-সদস্য-সমৰ্থকক কুকুৰ-মেকুৰীৰ দৰে খেদি খেদি মৰা হৈছিল। সকলোতকৈ ডাঙৰ কথা এই সকলোবোৰ নাৰকীয় কাণ্ডই আন্দোলনৰ নেতৃত্বই কৰিছিল 'অহিংসা' আৰু 'গণতন্ত্ৰ'ৰ নামত। অসম আন্দোলনে প্ৰকৃতাৰ্থতে ফেচিষ্ট চৰিত্ৰ লৈছিল। অসমীয়া মধ্যবিত্ত ইণ্টেলিজেন্সিয়াৰ বৃহত্তৰ অংশটোৱেই আন্দোলনৰ এই ফেচিষ্ট চৰিত্ৰৰ সমৰ্থক হৈছিল। আন্দোলনৰ সেই ভয়াবহ দিনবোৰৰ অভিজ্ঞতা সুঁৱৰিলে এতিয়াও গাৰ নোম শিঁয়ৰি উঠে। এই বিভীষিকাময় দিনবোৰৰ কথা স্মৰণ কৰিলে যিজন মানুহৰ মুখ মোৰ মানসপটত সৰ্বাগ্ৰে ভাঁহি উঠে সেইজন হ'ল ড° হীৰেন গোহাঁই। ন্যায়, গণতন্ত্ৰ আৰু মানৱতাৰ সপক্ষে সেই দুৰ্দিনত এজন মানুহে কেনেকৈ যুঁজ দিব পাৰে সেই কথা ভাবিলে এতিয়াও ড° গোহাঁইৰ প্ৰতি মোৰ শ্ৰদ্ধাত মূৰ দোঁ খাই যায়।

আন্দোলনৰ কিছুদিন আগতে অৰ্থাৎ কেন্দ্ৰ আৰু ৰাজ্যত জনতা চৰকাৰ প্ৰতিষ্ঠিত হোৱাৰ পিছতেই ড° গোহাঁয়ে **কলাখাৰ** নামেৰে এখন সাপ্তাহিক কাকত সম্পাদনা কৰি উলিয়াইছিল। কাকতখন প্ৰকাশ হৈছিল ব্যংগৰসৰ বাৰ্তালোচনী হিচাপে। এই **কলাখাৰকে** ছিৰিয়াছ সাপ্তাহিক বাতৰি কাকতলৈ পৰিণত কৰি অগণতান্ত্ৰিক অসম আন্দোলনৰ বিৰুদ্ধে ড° গোহাঁয়ে যুদ্ধ ঘোষণা কৰিলে। **কলাখাৰ** সম্পৰ্কে পিছত ড° গোহাঁয়ে লেখিছিল ঃ

"ভৱিষ্যতে অসমত যেতিয়া গণতান্ত্ৰিক সাংবাদিকতাৰ ইতিহাস লেখা হ'ব, তেতিয়া বহু পাঠকে হয়তো অবিশ্বাসৰ প্ৰশ্ন তুলিব ঃ সঁচাকৈ সাপ্তাহিক **কলাখাৰ** নামৰ কাকতখনে তেনে দুঃসাহসী ভূমিকা ল'ব পাৰিছিলনে? কাৰণ **কলাখাৰৰ** সেই ভূমিকা আছিল অভূতপূৰ্ব, অবিশ্বাস্য। সামান্যতম ব্যৱহাৰিক মূলধন, নিজা ছপাশাল, বেতনভোগী সম্পাদক আৰু সহকাৰীৰ দল নোহোৱাকৈ কেৱল নৈতিক প্ৰেৰণা আৰু ৰাজনৈতিক আদৰ্শকে সম্বল কৰি চলা কাকতখনৰ চাহিদা তিনি কি চাৰি মাহৰ ভিতৰতে ১০০০ ৰ পৰা বাঢ়ি গৈ ৮০০০ হৈছিল। আৰু কি ভয়ানক দিন আছিল সেইবোৰ! নিজৰ জীৱন বিপন্ন কৰি সম্পাদকে কাকতখন ছপাইছিল, এজেণ্টসকলে প্ৰাণৰ মায়া নাৰাখি বিক্ৰী কৰিছিল, মৃত্যুৰ স'তে লুকা-ভাকু খেলি পাঠকসকলে কাকতখন কিনিছিল আৰু পঢ়িছিল। গোৱালপাৰা মঙ্গলদৈ আদিত কাকতখনৰ হেজাৰ হেজাৰ কপি পুনৰ্মুদ্ৰন কৰি পাঠকসকলে প্ৰচাৰ কৰিছিল নিজেই। পঞ্চাশ পইচা দামৰ কাকতখন বহু হাত বাগৰাৰ পিছতো ৩০/৪০ টকা মূল্যত বিক্ৰী হৈছিল বুলি কেবাজনো প্ৰত্যক্ষদৰ্শীয়ে আমাক খবৰ দিছে। **কলাখাৰৰ** দুৰ্দমনীয় অভিযানৰ ফলতেই

আতংকিত আৰু কিংকৰ্তব্যবিমূঢ় সংখ্যালঘুসকলৰ মুখলৈ পানী আহিছিল ; হতাশ, হতোদ্যম আৰু ভগ্নমনোৰথ বামপন্থী কৰ্মী আৰু সমৰ্থকসকলে চিঠি লেখি আমাক খবৰ দিছে। কলাখাৰৰ ভূমিকাৰ বাবেই তেওঁলোকে "ঘোপমৰা এন্ধাৰত আশাৰ ৰেঙণি" দেখা পাইছিল; সৎ, ন্যায়নিষ্ঠ, গণতন্ত্ৰপ্ৰেমী নাগৰিকসকলে গণতন্ত্ৰ আৰু ন্যায়ৰ সপক্ষে যুদ্ধ কৰিবলৈ সাহস পাইছিল। আনকি অসমৰ বাহিৰতো সত্যযুগ প্ৰভৃতি কাকতত কলাখাৰৰ এই অগ্ৰগামী ভূমিকা স্বীকৃত হৈছিল। উল্লেখ কৰা ভাল হ'ব যে সৰ্বপ্ৰথম এই লেখকেই অসম আন্দোলনৰ নেতিবাচক দিশবোৰ সম্পৰ্কে **Economic and Political Weekly** (২৩ ফেব্ৰুৱাৰী, ১৯৮০) নামৰ পত্ৰিকাত The Cudgel of Chauvinism নামৰ প্ৰবন্ধ যোগে অসমৰ বাহিৰৰ সকলোৰে দৃষ্টিগোচৰ কৰিছিল। অতি কষ্ট কৰি আৰু কৌশলৰে সেই প্ৰবন্ধ অসমৰ বাহিৰলৈ পঠোৱা হৈছিল।

আৰু ঠিক এই কাৰণতে উগ্ৰজাতীয়তাবাদী আৰু প্ৰতিক্ৰিয়াশীল মহলত এই কাকতখনৰ দুৰ্নাম আৰু তাৰ বিৰুদ্ধে আক্ৰোশে জান্তৱ পৰ্যায় পাইছিলগৈ। কাকতখনৰ চেহেৰাকে নেদেখা কিছুমান মোহগ্ৰস্ত মানুহে কাকতখনৰ নাম শুনিলেই শিঁয়ৰি উঠিছিল। পশ্চিমবংগৰ টকাৰে কাকতখন চলা বুলি এচাম লোকে মতলীয়া প্ৰচাৰ চলাইছিল। গণসমাবেশ আৰু ৰাজহুৱা সভাত অসমৰ সাম্প্ৰতিক আন্দোলনৰ কোনো কোনো শীৰ্ষস্থানীয় নেতাই কাকতখন নপঢ়িবলৈ ৰাইজক নিৰ্দেশ দিছিল। এচাম উগ্ৰজাতীয়তাবাদী গুণ্ডাই কাকতখন বিক্ৰী কৰা এজেণ্ট বা দোকানীক বাৰে বাৰে ভাবুকি দিছিল, কেবাখনো দোকানত কাকতখন ফালিছিল আৰু পুৰিছিল— আনকি কাকতখন ছপোৱা প্ৰেছত তাণ্ডৱ চলাইছিল। কলাখাৰত সহায় কৰি দিয়াৰ অপৰাধত কেইবাজনো যুৱক অপমানিত হৈছিল। অৱশেষত স্বয়ং সম্পাদক ৰাজপথত প্ৰহৃত হৈ হস্পিতালত ভৰ্তি হ'বলগীয়া হ'ল।" (**তেজৰ আখৰে লিখা**, ড° হীৰেন গোহাঁই ১৯৮২ চন)

ছবছৰীয়া অসম আন্দোলনৰ প্ৰথম দুটা বছৰত সঁচা অৰ্থতেই জান্তৱ পাশৱিকতাই অসমক গ্ৰাস কৰিছিল। এই ভয়াবহ দিনবোৰত ড° গোহাঁইক যি দেখা নাই তেওঁলোকে কল্পনাও কৰিব নোৱাৰে— এই ক্ষীণকায় ব্যক্তিজনৰ মাজত কি অসীম কৰ্মশক্তি আৰু অদম্য সাহস লুকাই আছিল। সেই সময়ত ড° গোহাঁই প্ৰায়ে মোৰ চেনীকুঠিৰ ভাড়া ঘৰটোলৈ আহিছিল। দিনটো টলৌ টলৌকৈ কাকতৰ কামত ঘূৰি সন্ধিয়া ক্লান্ত মানুহজন যেতিয়া আহি আমাৰ বহা কোঠাত বহেহি মই অবাক বিস্ময়েৰে চাই ৰওঁ উদ্ধত সাহসৰ এই মানুহজনলৈ। মোৰ ল'ৰাটোৰ বয়স তেতিয়া আছিল ৫ বছৰ। সি গোহাঁইক খুব ভাল পাইছিল। গোহাঁই আহি বহিলেই সি দৌৰি আহি গোহাঁইৰ কোলাত উঠি গোহাঁইৰ ফ্ৰেন্সকাট ডাড়িকেইডাল লৈ খেলিবলৈ লয়। গোহাঁইৰ সকলো ক্লান্তি দূৰলৈ পলাই যায়। ক্ষন্তেকৰ বাবে এই বিশাল ব্যক্তিত্বৰ অধিকাৰী পণ্ডিতজন এটা শিশুলৈ পৰিণত হয়। কলাখাৰ লৈ দোকানত বিলাবলৈ আহোঁতে যিদিনা ড° গোহাঁই গুৱাহাটীৰ ৰাজপথত আক্ৰান্ত হৈ হস্পিতালত চিকিৎসাধীন হ'বলগীয়া হৈছিল, তাৰ পিছৰ দুসপ্তাহমান তেখেত আমাৰ ঘৰলৈ অহা নাছিল। সেইকেইদিন

প্ৰতিটো সন্ধিয়াই মোৰ কণমানি ল'ৰাটোৱে অধীৰ আগ্ৰহেৰে গোহাঁইৰ বাবে বাট চাইছিল। মোৰ ল'ৰাটো পঢ়া স্কুলতে অসম আন্দোলনৰ নেতা এজনৰ পুত্ৰ এজনেও পঢ়িছিল। নেতাৰ ল'ৰাই এদিন মোৰ ল'ৰাক লপা-থপা কৰি গালি-গালাজ পাৰিলে। তাৰ দোষ হ'ল সি 'চি.পি.এম.'ৰ ল'ৰা। আন্দোলনকাৰীসকলে সেই সময়ত সকলো আন্দোলনবিৰোধীকে চি.পি.এম. আখ্যা দিছিল। চি.পি.এম.ৰ অৰ্থ হ'ল চি.পি.আই.(এম)। চি.পি.এম. মানেই ঘৃণাৰ পাত্ৰ। আন্দোলনৰ নেতাই তেওঁৰ শিশু পুত্ৰৰ মনতো এই বিষবাষ্প সুমুৱাই দিছিল। আচলতে আজিৰ অসমত কালান্তক ৰূপত দেখা দিয়া হত্যা আৰু হিংসাৰ বীজ এইদৰেই সিঁচি দিয়া হৈছিল অসমৰ পথাৰত। সেই বীজেই মহীৰুহ হৈ এতিয়া সমগ্ৰ অসমকে ছানি ধৰিছে। মোৰ কণমানি ল'ৰাটিয়ে সেইদিনা স্কুলৰ পৰা আহি মোক প্ৰশ্ন কৰিছিল, "দেউতা, চি.পি.এম. মানে কি? তুমি কি চি.পি.এম.?" কণমানি শিশুটোক মই কেনেকৈ বুজাও চি.পি.এম. মানে কি! তাক কোনোবাই ক'লে গোহাঁই ছাৰো চি.পি.এম.। সি আশ্বস্ত হ'ল। গোহাঁই ছাৰ যদি চি.পি.এম. তেনেহ'লে চি পি এমবোৰ বেয়া মানুহ নহয়! অৰ্থাৎ ময়ো বেয়া মানুহ নহয়। পিছদিনা সি স্কুলত সগৌৰৱে ঘোষণা কৰিলে সি চি.পি.এম.ৰ ল'ৰা! তাৰ দেউতাক চি.পি.এম., গোহাঁই ছাৰো চি.পি.এম.!

সেই সময়ত গোহাঁই আমাৰ ঘৰলৈ সঘনে অহাটো মই বৰ ভাল পোৱা নাছিলো। মোৰ অৱস্থাও বৰ ভাল নাছিল। আন্দোলনকাৰীসকলে মোকো সামাজিকভাৱে বৰ্জন কৰিছিল। মোক বেছি মানুহে চিনি পোৱা নাছিল। কিন্তু গোহাঁই বহুতৰ বাবে চিনাকি মুখ। গোহাঁইৰ নিৰাপত্তাৰ বাবে মই খুব চিন্তিত হৈ পৰিছিলো। কিন্তু সমাজৰ সকলো মানুহেই পশু হৈ যোৱা নাছিল। পিছত গম পাইছিলো ওচৰৰ কেইবাজনো যুৱকে ড° গোহাঁইৰ আৰু আমাৰ ঘৰখনৰ ওপৰত যাতে আক্ৰমণ নহয় তাৰ ওপৰত সকলো সময়তে চকু ৰাখিছিল। সেই যুৱককেইজন কিন্তু আন্দোলনবিৰোধী নাছিল।

মোৰ আলোচনীখন ছপাবলৈ এটা সৰু ছপাশাল কিনিছিলো। শেষৰফালে সেই প্ৰেছতে **কলাখাৰৰ** দুটামান সংখ্যা ছপা কৰিছিলো। ৰাতি ৰাতি **কলাখাৰ** ছপাই কাকতবোৰ মোৰ শোৱনি কোঠাত দ'মাই ৰাখিছিলো। ৰাতিয়েই সেইবোৰ পেকেট কৰি অসমৰ বিভিন্ন এজেন্টলৈ পঠোৱাৰ ব্যৱস্থা কৰিছিলো। ড° গোহাঁই, তেখেতক সহায় কৰা এজন বঙালী ল'ৰা, মই আৰু মোৰ শ্ৰীমতী সকলোৱে হাতে-পাতে লাগি কামবোৰ কৰিছিলো। এতিয়াহে ভাবো, সেই দুৰ্দিনত একেবাৰে আন্দোলনকাৰীৰ মাজমজিয়াত আমি কম মৰসাহ কৰা নাছিলো। **সাম্প্ৰতিক সাময়িকীত** আন্দোলনৰ বিৰোধিতা কৰি মই আন্দোলনকাৰীৰ ৰোষত পৰি আছিলো। তাৰ পাছত আকৌ তাত **কলাখাৰ** ছপোৱাৰ দৰে কামক মৰসাহ নুবুলি কি বুলিব পাৰি?

এটা সময়ত ৰাষ্ট্ৰৰ লগত আপোচেৰে অসম আন্দোলনৰ অন্ত পৰিছিল। ৰাষ্ট্ৰৰ প্ৰত্যক্ষ পৃষ্ঠপোষকতাত আন্দোলনৰ নেতৃত্ব অসমৰ নতুন শাসকগোষ্ঠীলৈ ৰূপান্তৰিত হৈছিল। এই শাসকগোষ্ঠীৰ প্ৰশ্ৰয়ত মূৰ দাঙি উঠিছিল অসমৰ বিদ্ৰোহী সমস্যা। সশস্ত্ৰ

আন্দোলনৰ পথ লৈ আলফাৰ নামত এচাম যুৱকে এদিন স্বাধীন অসমৰ দাবী তুলিলে। ৰাষ্ট্ৰৰ লগত বিদ্ৰোহী যুৱকসকলে সংঘাতৰ পথ বাচি ল'লে। আলফাৰ অস্ত্ৰ সৰ্বস্ব হঠকাৰী ৰাজনৈতিক লাইনৰ বিৰোধিতা কৰিও ড° গোহাঁয়ে ৰাষ্ট্ৰৰ পাশৱিক সন্ত্ৰাসক স্পষ্ট ভাষাত গৰিহণা দিবলৈ পিছ হুঁহকি যোৱা নাই। আলফা সমস্যা এতিয়াও অসমৰ জ্বলন্ত সমস্যা। ন্যস্তস্বাৰ্থ আৰু সুবিধাবাদী ৰাজনীতিৰ পাকচক্ৰ আৰু ৰাষ্ট্ৰৰ কুটিলতাৰ মাজত যেতিয়া অসমৰ সৰহভাগ মধ্যবিত্ত বুদ্ধিজীৱীয়ে আলফা সমস্যাক এটা আইন শৃংখলাৰ সমস্যা বুলি গণ্য কৰিবলৈ ধৰিছে ড° গোহাঁয়ে লগত মাত্ৰ মুষ্টিমেয় কেইজনমানক লৈ এতিয়াও সেই সমস্যাৰ ৰাজনৈতিক সমাধানৰ বাবে আহ্বান দি আছে।

ড° গোহাঁইৰ ওপৰত লেখিবলৈ আৰম্ভ কৰোতেই মোৰ সীমাবদ্ধতাৰ বিষয়ে উল্লেখ কৰিছিলো। ব্যক্তিগত সান্নিধ্যৰ কথা দীঘলীয়া কৰি পাঠকক আমনি দিয়াৰ অধিকাৰ মোৰ নাছিল। অথচ সেই কামেই মই কৰিলো। তাৰ বাবে মই ক্ষমাপ্ৰাৰ্থী। বিগত তিনিটা দশকৰ মোৰ ভাৱনাৰ মাজত, মান-অভিমান, খং-ৰাগ মিশ্ৰিত আৱৰ্তৰ মাজত ড° গোহাঁইৰ লগত মোৰ সম্পৰ্ক গঢ়ি উঠিছে। এটা নিৰ্দিষ্ট আদৰ্শৰ ভেঁটিত এই সম্পৰ্ক প্ৰতিষ্ঠিত। যোৱা তিনিটা দশকত অসমৰ প্ৰতিটো গণতান্ত্ৰিক আন্দোলনৰ প্ৰথমশাৰীত ড° গোহাঁইক দেখিছো। বহুক্ষেত্ৰত তেখেতৰ অনুগামী সতীৰ্থ হৈছো। এয়াই মোৰ বাবে পৰম প্ৰাপ্তি। ❑

# সহকৰ্মীৰ দৃষ্টিৰে ড° গোহাঁই

• হীৰেন্দ্ৰ নাথ দত্ত

কটন কলেজত পঢ়ি থকা সময়ত পাণবজাৰৰ ‘পিপ’ল্‌চ বুক ফৰাম’ নামৰ এখন কিতাপৰ দোকানলৈ প্ৰায়ে কিতাপ চাবৰ কাৰণে গৈছিলো। চুড়্‌মাৰ্চন হলৰ বিপৰীতফালে থকা বৰ্তমানৰ চিঙ্গাৰ কোম্পানীৰ দোকানৰ কাষতে সেই সৰু কিতাপৰ দোকানখন আছিল। আমি মানে কিছুমান ছাত্ৰই তাত বঙলা আৰু ইংৰাজী দুয়োটা ভাষাৰে কিতাপ সমান আগ্ৰহেৰে চাইছিলো আৰু কেতিয়াবা দুই-এখন কিনিছিলোও। এদিন সেইদৰে তালৈ কিতাপ চাবলৈ যাওঁতে মোতকৈ বয়সে সৰু এজন ল’ৰাক থিবন প্লেইজ নাম শীৰ্ষক গ্ৰীক নাটকৰ এখন সংকলন আৰু টমাচ হাৰ্ডিৰ এখন উপন্যাস বাছি উলিয়াই কিনি লৈ যোৱা দেখিলো। বিস্মিত হৈ কৌতূহলবশতঃ পাছত দোকানৰ মালিক ‘কানু বাবু’ক সেই ল’ৰাজননো কোন সুধিলো। ‘কানু বাবু’ৱে তেতিয়া আমাক জনালে যে সেইজন কটন কলেজিয়েট স্কুলৰ এজন খুব নাম থকা ছাত্ৰ আৰু তেওঁ বিস্তৃতভাৱে পঢ়া-শুনা কৰে আৰু তেওঁৰ নাম হীৰেন গোহাঁই। হীৰেন গোহাঁইৰ নামটো অৱশ্যে শুনিছিলো। কাৰণ তেওঁৰ বাইদেৱেক মমতা গোহাঁই (এতিয়া মমতা দাস) মোৰ সহপাঠী আছিল আৰু কেতিয়াবা তেওঁ ভায়েকৰ কথা আমাৰ আগত কৈছিল। যথাসময়ত যেতিয়া হীৰেন গোহাঁয়ে মেট্ৰিক পৰীক্ষাত গুৱাহাটী বিশ্ববিদ্যালয়ৰ সমূহ পৰীক্ষাৰ্থীৰ ভিতৰত দ্বিতীয় স্থান দখল কৰি কৃতিত্বৰে উত্তীৰ্ণ হৈ কটন কলেজত ভৰ্তি হৈছিল তেতিয়া তেওঁক সঘনাই দেখিছিলো। ইতিমধ্যে মই কটন কলেজ এৰি ১৯৫৬ চনত কলিকতা বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ শ্ৰেণীত ভৰ্তি হ’লোগৈ। এম.এ.ৰ চূড়ান্ত বৰ্ষত থকা বছৰত গোহাঁয়ে বিশেষ কৃতিত্ব সহকাৰে কটন কলেজৰ পৰা ইন্‌টাৰ মিডিয়েট পৰীক্ষা পাছ কৰি কলিকতাৰ প্ৰেচিডেন্সী কলেজত স্নাতক শ্ৰেণীত ভৰ্তি হৈছিল। কলিকতাত থকা কালত তেওঁক মাজে সময়ে লগ পাইছিলো আৰু চিনাকি হৈ দুই-এবাৰ কথা-বাৰ্তা পাতিছিলো। তেওঁ কলিকতালৈ পঢ়িবলৈ অহা বাবে আমি অসমীয়া ছাত্ৰবোৰে আনন্দ পাইছিলো। যথাসময়ত মই এম.এ. পাছ কৰি অসমলৈ ঘূৰি আহিলো আৰু গোহাঁয়ে কলিকতা বিশ্ববিদ্যালয়ৰ পৰা বি.এ. পাছ কৰি দিল্লী বিশ্ববিদ্যালয়ত এম.এ. পঢ়িবলৈ গ’লগৈ।

ষাঠিৰ দশকৰ আৰম্ভণিৰে পৰা মই গুৱাহাটী বিশ্ববিদ্যালয়ত শিক্ষকতাৰ চাকৰিত সোমাওঁ। প্ৰায় সেই সময়তে গোহাঁয়ে দিল্লী বিশ্ববিদ্যালয়ত অভিলেখ স্থাপন কৰি এম.এ.ত প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান দখল কৰাৰ খবৰ বাতৰি কাগজত পাওঁ। আমাৰ বাবে সেইটো

গৌৰৱৰ কথা আছিল। ইতিমধ্যেই তেওঁ অসমীয়া সাহিত্যত এজন উজ্জ্বল প্ৰতিশ্ৰুতিসম্পন্ন লেখক হিচাপে প্ৰতিষ্ঠিত হ'বলৈ লৈছে। মইও সেই সময়ত কবিতা লিখিবলৈ আৰম্ভ কৰিছিলো। কিন্তু কোনো আলোচনীৰ সম্পাদকে মোৰ কবিতা প্ৰকাশৰ উপযুক্ত বুলি বিবেচনা নকৰিলে। মই ভাবি-চিন্তি মই লেখা কবিতা গোটাদিয়েক গোহাঁইক দেখুৱাই তেওঁৰ মতামত লোৱা ভাল হ'ব বুলি ঠিক কৰিলো। তেতিয়া গোহাঁয়ে দিল্লীৰ কলেজ এখনত অধ্যাপনা কৰি আছিল আৰু সম্ভৱতঃ বিলাতলৈ উচ্চ শিক্ষাৰ কাৰণে যাবৰ বাবে প্ৰস্তুতি চলাই আছিল। এবাৰ দিল্লীৰ পৰা ঘৰলৈ আহোঁতে মই তেওঁক লগ ধৰিলোগৈ আৰু কিছুসময় কথা-বতৰা পাতি মোৰ কবিতা গোটাদিয়েক তেওঁক দি তেওঁৰ খোলা-খুলি মন্তব্য দিবলৈ অনুৰোধ জনালো। অলপ দিনৰ পাছত দিল্লীৰ পৰা তেওঁৰ চিঠি আহিল। তেওঁ মোক কবিতা লিখি যাবৰ বাবে উৎসাহিত কৰিলে আৰু লগতে মোৰ কবিতাখিনিত থকা অসম্পূৰ্ণতাবোৰৰ কথাও স্পষ্টকৈ আঙুলিয়াই দিলে। তেওঁৰ তৎপৰতাত আলোচনীত মোৰ কবিতা প্ৰকাশ হ'বলৈ ধৰিলে। এখন অসমীয়া কাকতত মোকে ধৰি আন কেইবাজনো তেতিয়াৰ নতুন কবিৰ বিষয়ে এটা সমালোচনামূলক সুন্দৰ প্ৰবন্ধ লিখিলে। সাহিত্যৰ সত্য গ্ৰন্থখনত সেই প্ৰবন্ধটো সংকলিত হৈছে। গোহাঁইৰ পৰা পোৱা এই সহায়ফেৰাৰ কথা মোৰ সদায় মনত থাকিব। অন্যত্ৰও মই এইটো কথাৰ উল্লেখ কৰিছো।

গোহাঁয়ে কেম্‌ব্ৰিজ বিশ্ববিদ্যালয়লৈ গৈ কিদৰে কেইবাবছৰো বিদেশত থাকি কৃতিত্বৰে সৈতে মিল্টনৰ বিষয়ে গৱেষণা কৰি ডক্টৰেট ডিগ্ৰী লৈ নিজৰ ঠাইলৈ ঘূৰি আহিল সেয়া অসমৰ শিক্ষিত সমাজৰ প্ৰায়ভাগৰে জনা কথা। মিল্টনৰ বিষয়ে প্ৰস্তুত কৰা তেওঁৰ গৱেষণা গ্ৰন্থখন বিদেশৰ নামজ্বলা মিল্টন-বিশেষজ্ঞসকলৰ দ্বাৰা উচ্চ প্ৰশংসিতও হৈছে। গোহাঁইৰ উজ্জ্বল শৈক্ষিক অৰ্হতাৰ ভিত্তিত তেওঁ ভাৰতৰ যি কোনো শীৰ্ষস্থানীয় বিশ্ববিদ্যালয়তে অধ্যাপনাৰ সুযোগ পালেহেঁতেন। দুই-এখন তেনেকুৱা বিশ্ববিদ্যালয়ৰ পৰা তেনে সুযোগ তেওঁলৈ যচা হৈছিলো। কিন্তু গোহাঁয়ে অসম এৰি আঁতৰি নগ'ল। প্ৰথমতে ডিব্ৰুগড় বিশ্ববিদ্যালয়ত দুবছৰমান অধ্যাপনা কৰি তাৰ পাছত গুৱাহাটী বিশ্ববিদ্যালয়লৈ আহি আজিকোপতি ইয়াতে অধ্যাপনা কৰি আছে। গোহাঁইৰ এই সিদ্ধান্তটোৰ বাবে মই তেওঁক বিশেষভাৱে প্ৰশংসা কৰো। অসম আৰু অসমীয়া ভাষা-সংস্কৃতিৰ প্ৰতি তেওঁৰ গভীৰ ভালপোৱা এই কথাটোৱে প্ৰতিপন্ন কৰে। লগতে মই অনুমান কৰো যে জ্ঞান তথা সাহিত্যৰ সাধনাক জীৱন-চৰ্যাৰ অঙ্গীভূত কৰিবৰ বাবে বাস্তৱ জগতখনৰ জীয়া অভিজ্ঞতাৰ মাজলৈ সোমাই যোৱাৰ যি প্ৰয়োজনীয়তা আছে, তাৰ বাবে অসমত থকাটোৱেই যে আটাইতকৈ উপযোগী হ'ব সেই কথাটো অতি দূৰদৰ্শিতাৰে সৈতে তেওঁ সিদ্ধান্ত কৰিলে। এই সিদ্ধান্তৰ ফলস্বৰূপেই গোহাঁয়ে অসমৰ সামাজিক সাংস্কৃতিক-সাহিত্যিক পৰিমণ্ডলত শীৰ্ষস্থানীয় ভূমিকা লৈ অসমীয়া জাতিক উপকৃত কৰিছে। লগতে অৱশ্যে উনুকিয়াই যোৱা প্ৰয়োজন যে ইংৰাজী সাহিত্যৰ পণ্ডিত হিচাপে ভাৰতবৰ্ষৰ লেখত ল'বলগীয়া বিশ্ববিদ্যালয়সমূহত হীৰেন গোহাঁইৰ নাম সুবিদিত আৰু তেওঁৰ এই খ্যাতিয়ে গুৱাহাটী বিশ্ববিদ্যালয়লৈকো খ্যাতি কঢ়িয়াই আনিছে।

গোহাঁই মূলতঃ এজন সাহিত্যিক-চিন্তাবিদ যদিও সমাজখনৰ প্ৰতি থকা দৃঢ় দায়িত্ববোধৰ উপলব্ধিৰ বাবে তেওঁ ৰাজনৈতিক তত্ত্ব, সমাজবিজ্ঞান, অৰ্থনীতি, ইতিহাস আদি জ্ঞানৰ বিভিন্ন শাখাবোৰ বিস্তৃতভাৱে অধ্যয়ন কৰে। গোহাঁইৰ মন জ্ঞানৰ বিভিন্ন বিভাগৰ দ্বাৰা আদৰ্শস্থানীয়ভাবে সংপৃক্ত বাবেই তেওঁ অসমৰ বৌদ্ধিক জগতখনৰ নেতৃস্থানীয় ব্যক্তি হিচাপে গৃহীত হৈছে। সাহিত্যৰ আৰু সমাজৰ বিভিন্ন সমস্যাৰ ওপৰত গোহাঁইৰ মন্তব্য সেইবাবে প্ৰত্যক্ষভাৱে সাহিত্য-সংস্কৃতিৰ জগতখনৰ মানুহখিনিৰ বাহিৰেও সমাজৰ আন আন স্থানত থকা গুণী ব্যক্তিসকলে আগ্ৰহেৰে লক্ষ্য কৰে। সাহিত্য-সমালোচক হিচাপে গোহাঁইৰ বিষয়ে মই অন্যত্ৰ কিছু কথা কৈছোঁ (দ্ৰষ্টব্য ঃ **অসমীয়া সাহিত্যৰ বুৰঞ্জী**, ষষ্ঠ খণ্ড, আবিলেক, ১৯৯৩) সেই লেখাটোতে মই সুচিন্তিতভাৱে গোহাঁইক আধুনিক অসমীয়া সাহিত্যৰ কৰ্ণধাৰ সমালোচক হিচাপে অভিহিত কৰিছোঁ। সাহিত্য-সমালোচকৰ পৰা কেৱল একোজনৰ স্থান নিৰূপণ কৰা কাৰ্যকে আশা কৰা নেযায়। তেওঁ চিন্তা-চৰ্চা সমৃদ্ধ পৰিমণ্ডল এটা তৈয়াৰ কৰাটোও তেওঁৰ কাম বুলি গণ্য কৰে। তীক্ষ্ণ মেধা আৰু সুবিস্তৃত অধ্যয়ন গোহাঁইৰ ব্যক্তিত্বৰ অঙ্গাঙ্গী বাবে তেওঁ এই ক্ষেত্ৰত লেখত ল'বলগীয়া সাফল্য অৰ্জন কৰিছে। মোৰ বিশ্বাসত ষাঠিৰ দশকটোত অসমীয়া সাহিত্যৰ সবাতোকৈ লেখত ল'বলগীয়া দিশটো হৈছে সমালোচনা সাহিত্যৰ উৎকৰ্ষ। এনে বিশ্বাসৰ ভিত্তি হৈছে এয়ে যে **সাহিত্যৰ সত্যত** সঙ্কলিত গোহাঁইৰ ৰচনাবোৰ বিভিন্ন আলোচনীত এইটো দশকতে প্ৰকাশ হৈছিল। সত্তৰৰ দশকৰ কালছোৱাত আৰু পৰৱৰ্তী কালছোৱাতো অৱশ্যে গোহাঁইৰ লেখা অবাৰিতভাৱে প্ৰকাশ হৈ আছে। তাৰ জৰিয়তে অসমৰ চিন্তা-জগতখন সমৃদ্ধ আৰু পৰিপুষ্ট হৈছে।

গোহাঁইৰ দৰে এজন বিৰল মেধাসম্পন্ন ব্যক্তিৰ চৰিত্ৰৰ অনেকটা চমকপ্ৰদ দিশ আছে। এই লেখাটোত মাত্ৰ তাৰ কেইটামান দিশৰহে উল্লেখ কৰা হ'ব। প্ৰথমতে গোহাঁইৰ অসাধাৰণ মানসিক দৃঢ়তাৰ বিষয়ে ক'ব লাগিব। গোহাঁইৰ লেখাবোৰৰ তেজস্বীতা, চিন্তাধাৰাৰ স্বচ্ছতা আৰু প্ৰত্যয়ৰ বিশেষ বলিষ্ঠতা এই গুণটোৰ পৰাই আহিছে। প্ৰয়োজন হ'লে নিজৰ বিশ্বাস আৰু স্থিতিত অটল হৈ থাকিবৰ বাবে তেওঁ কঠিন প্ৰতিকূল পৰিস্থিতিৰ মুখামুখি হ'বলৈকো সদা প্ৰস্তুত। বোধকৰো তেওঁৰ এই সাহসিকতাৰ বাবে অসমৰ নবীন চাম প্ৰজন্মৰ দ্বাৰা তেওঁ বিশেষভাৱে সমাদৃত। ইংৰাজীত আমি যাক courage of conviction বুলি কওঁ, সেই গুণটো গোহাঁইৰ ব্যক্তিত্বত উজলি আছে। কিবা এটা ভাবনাক নাইবা কিবা এটা পৰিকল্পনাক বাস্তৱায়িত কৰিবৰ বাবে যি বিচক্ষণ সাংগঠনিক ক্ষমতা লাগে সেই ক্ষমতা গোহাঁইৰ কাম-কাজত সকলোৱে লক্ষ্য কৰি আহিছে।

মাৰ্ক্সবাদী চিন্তাধাৰাক অসমত নতুন গতিবেগ দিয়াৰ ক্ষেত্ৰত গোহাঁইৰ বিপুল অৰিহণাৰ কথা অসমত সকলোৱে জানে। তত্ত্বৰ ব্যাখ্যাৰ ক্ষেত্ৰত প্ৰয়োজন হ'লে বাদানুবাদত নামি পৰিবৰ বাবে তেওঁ সদা প্ৰস্তুত। বাকযুদ্ধ বা তৰ্কযুদ্ধ বুদ্ধিজীৱীৰ সক্ৰিয় সমাজসচেতনতাৰ এটা দিশ বুলি মই বিশ্বাস কৰো। ৰূঢ় বাস্তৱতাৰ বা জীয়া-জীৱনৰ মাজলৈ যি সোমাই যায়

তেওঁ অৱশ্যেই যুঁজ দিব লগা হয়। যিহেতুকে শক্তিশালী মত-বিনিময়ৰ যোগেদিহে বৌদ্ধিক পৰিমণ্ডল পৰিপুষ্ট হয় সেইবাবে আমি তৰ্ক-বিতৰ্কবোৰক বৌদ্ধিক গতি আৰু বিকাশৰ স্বাভাৱিক প্ৰক্ৰিয়া বুলি গ্ৰহণ কৰিব লাগিব। গোহাঁই একেধাৰে এজন বিজ্ঞ আৰু সূক্ষ্মদৰ্শী সাহিত্য-সমালোচক আৰু তীক্ষ্ণ ব্যংগ ৰচনাৰ স্ৰষ্টা। ব্যংগ-সাহিত্যৰ প্ৰতি অসমীয়া পাঠকসমাজৰ মনোভাব যেতিয়া অধিকতৰ পৈণত হৈ উঠিব তেতিয়া সমসাময়িক সমস্যাৰাজিৰ ভিত্তিত ৰচিত গোহাঁইৰ লেখাবোৰৰ তাৎপৰ্য অধিকতৰ সমাদৃত হ'ব। হয়তো আগতে উল্লেখ কৰি অহা কথা এটাকে দোহাৰি আকৌ কওঁ যে বিৰল ক্ষুৰধাৰ পাণ্ডিত্য আৰু দূৰদৰ্শী সচেতন নাগৰিক এজনৰ সক্ৰিয় দায়িত্ববোধৰ অপূৰ্ব সমাহাৰ গোহাঁই ব্যক্তিত্বত একত্ৰিত হৈছে। অসমীয়া গদ্য-শৈলীয়ে গোহাঁইৰ কাপত এক নতুন আয়তন লাভ কৰিলে।

গোহাঁইক মই ত্ৰিশ বছৰৰো অধিক কাল সহকৰ্মী হিচাপে পাইছোঁ। কেতিয়াবা তেওঁৰ সৈতে ভুল বুজাপৰা নোহোৱাকৈ নথকা নহয়। তথাপি পুৰণি বন্ধুত্বৰ বান্ধোন এতিয়াও বিঘ্নিত নোহোৱাকৈ আছে বুলি মই অকপটে বিশ্বাস কৰো। তেওঁৰ সৈতে বিভিন্ন বিষয় সম্পৰ্কে আলোচনা কৰি মই প্ৰভূত পৰিমাণে উপকৃত হৈছো। তেওঁৰ সৈতে কথা-বতৰা পাতিলে মনলৈ চমকনি আহে আৰু অনুপ্ৰেৰণা লাভ কৰোঁ। সামৰণিত এইটোকে আশা কৰিলো যে আৰু বহুত দিনলৈ যেন অধ্যাপক হীৰেন গোহাঁইৰ বিস্ময়কৰ মানসিক শক্তিয়ে আমাৰ সকলোৰে মনবোৰ আলোড়িত কৰি ৰাখে। ❑

# হীৰেন দাদা

• মামণি ৰয়ছম গোস্বামী

মই শৈশৱৰ পৰাই ড° হীৰেন গোহাঁইক লগ পাই আহিছো। তেওঁ মোৰ বাবে আৰু হয়তো অনেকৰ বাবে এগৰাকী শ্ৰেষ্ঠতম পণ্ডিত আৰু চিন্তাবিদ।

এবাৰ আমাৰ প্ৰসিদ্ধ কবি আৰু ৰাজনীতিক স্বৰ্গীয় দেৱকান্ত বৰুৱাদেৱে মোক কৈছিল— "হীৰেন গোহাঁই অসমৰ বাহিৰত থকাহেঁতেনহে তেওঁৰ প্ৰখৰ পাণ্ডিত্যৰ পূৰ্ণ বিকাশ ঘটিলহেঁতেন।" দিল্লীৰ লোডী ৰ'ডত থকা তেওঁৰ বাসভৱনত সেইদিনা বৰুৱাদেৱে মোক আৰু অনেক কথা কৈছিল। কিন্তু হীৰেন গোহাঁইদেৱ অসমৰ পৰা একেবাৰে বাহিৰলৈ ওলাই যোৱাৰ কথা কোনোপধ্যে মই কল্পনা কৰিব পৰা নাছিলো।

শৈশৱৰ অনেক কথা মোৰ মনত পৰে। গোহাঁইদেৱক মই হীৰেন দাদা বুলিয়েই মাতিছিলো। আমাৰ সত্ৰ আমৰঙাৰ পৰা যেতিয়া সত্ৰৰ হাতী ৰাজেন্দ্ৰক আনি পটিকৰ ওচৰত বান্ধি থোৱা হৈছিল। আন আন ল'ৰা-ছোৱালীৰ লগত হীৰেন দাদাই চাবলৈ অহাৰ কথা মনত পৰে। তেওঁ মোৰ দাদা সত্যব্ৰত গোস্বামীৰ সৈতে একেলগে লতাশিল প্ৰাইমেৰী স্কুলত পঢ়িছিল। তেওঁৰ চেহেৰাটো মোৰ এতিয়াও স্পষ্ট মনত আছে। সাধাৰণতে ল'ৰা-ছোৱালীবোৰে তেতিয়া হাফপেণ্ট আৰু চাৰ্ট পিন্ধিছিল। জোতা আদি কি পিন্ধিছিল মনত নাই, কিন্তু বৰষুণ দিলে মই যে উদং ভৰিৰে স্কুললৈ গৈছিলো এই কথা মোৰ ভালদৰে মনত আছে। সম্ভৱ তেওঁলোকেও বৰষুণৰ বতৰত উদং ভৰিৰেই স্কুললৈ গৈছিল। লতাশিল স্কুল এনেধৰণৰ স্কুল আছিল য'ত চৰকাৰৰ একেবাৰে উচ্চ পদস্থ বিষয়াৰ ল'ৰা-ছোৱালীৰ পৰা আৰম্ভ কৰি মাছ আৰু শাক-পাচলিৰ ব্যৱসায় কৰা ব্যৱসায়ীৰ ল'ৰা-ছোৱালী আৰু একেবাৰে নিঃকিন মানুহৰ ল'ৰা-ছোৱালীয়েও একেলগে একে বেঞ্চিত বহি পঢ়া-শুনা আৰু খেলা-ধূলা কৰিছিল। বানপানীৰ সময়ত স্কুল বন্ধ হৈছিল। হেডমাষ্টৰকে আৰম্ভ কৰি আৰু দুগৰাকীমান শিক্ষকে বিচনা-পত্ৰ টালি-টোপোলা লৈ স্কুলৰ কোঠাত থাকিবলৈ আহিছিল। তেওঁলোকৰ ঘৰবাৰী ব্ৰহ্মপুত্ৰৰ পানীত ডুব গৈছিল। মোৰ এতিয়াও মনত আছে এই শিক্ষকসকলে আমাৰ ঘৰলৈ আহি ভাত-পানী খাইছিল।

হীৰেন দাদাৰ নিজৰো এই স্কুলখনৰ এনে ধৰণৰ অনেক কথা বৰ স্পষ্টভাৱে মনত আছিল। কাৰণ এইবাৰ গুৱাহাটীলৈ যাওঁতে মই মোক পঢ়ুৱা আৰু হীৰেন দাদাকো অঙ্ক

শিকোৱা শ্ৰীঘনকান্ত ভট্টাচাৰ্য্যৰ বিষয়ে কথা পাতোতে, হীৰেন দাদাইও এই শিক্ষকগৰাকীৰ বিষয়ে অত্যন্ত সজাগ হৈ পৰাৰ কথা অনুভৱ কৰিছিলো। মই পাহৰি যোৱা কিছুমান কথা তেওঁৰ আৰু ভালদৰে মনত আছিল। গ্ৰীষ্মৰ বন্ধত গুৱাহাটীলৈ গ'লে মই মোৰ পুৰণি শিক্ষকসকলৰ ওচৰলৈ সুবিধা পালে গৈছিলো। এইবাৰো ১৯৯৯ চনৰ জুন মাহত গুৱাহাটীলৈ যাওঁতে মই লতাশিলত আমাক শিক্ষা দিয়া সম্ভৱ একমাত্ৰ জীৱিত শিক্ষক শ্ৰীঘনকান্ত ভট্টাচাৰ্য্যৰ গুৱাহাটীৰ ছত্ৰাকাৰৰ ঘৰলৈ গৈছিলো। বৰ্তমান তেওঁ কাণেৰে শুনা নেপাইছিল। ওচৰত থিয় হৈ থকা তেওঁৰ পত্নীয়ে আকাৰে-ইঙ্গিতেৰে মোৰ কথাবোৰ তেওঁক বুজাই আছিল। এই সময়ত তেওঁৰ আৰ্থিক অৱস্থা অতি শোকলগা আছিল। হীৰেন দাদা আৰু আমাকো অঙ্ক শিকোৱা এই মৰমীয়াল নিষ্ঠাবান শিক্ষক গৰাকী সেই দুৰ্ভগীয়া শিক্ষকসকলৰ দলৰে আছিল, যিসকলে ১৯৭৫ চনত প্ৰাইমেৰী স্কুলসমূহ চৰকাৰীকৰণ কৰাৰ পাছত ৫৫ বছৰ বয়সতে হঠাৎ অৱসৰ ল'বলৈ বাধ্য হৈছিল। এই অৱস্থা হোৱাৰ বাবে ছাৰৰ পত্নীয়ে মোক কৈছিল যে কিছুমান শিক্ষকে হঠাৎ আহি পৰা এই সঙ্কটৰ বাবে কোনো উপায় নেপাই আত্মহত্যাৰ পথ বাচি লৈছিল। এইখিনি কথা কওঁতে মানুহগৰাকীৰ দুয়ো নয়নেৰে লোতক বাগৰি পৰা দেখিছিলো। ছাৰহঁতে যে বিষম অৰ্থ সঙ্কটত ভুগিছে এই কথা স্পষ্ট হৈ পৰিছিল। মই ছাৰৰ আগত পুৰণা ছাত্ৰসকলৰ কথা উলিয়ালো। হীৰেন দাদাৰ কথা কওঁতে শ্ৰীঘনকান্ত ভট্টাচাৰ্য্য ছাৰৰ মুখলৈ এটা মধুৰ হাঁহি উভতি আহিল। মই বুজি পালো এনে এক ছাত্ৰক শিক্ষা দিব পৰা কাহিনীয়ে এতিয়া এই বয়সতো আৰু এই অৱস্থাতো তেওঁক আনন্দ দিয়ে। ছাৰে এই সময়তে লেখা "কৌতুক আৰু কাইথেলী অঙ্কৰ পৰিচয়" নামৰ কিতাপখনৰ কথা উল্লেখ কৰি কৈছিল– "হীৰেনকো এই কিতাপখনৰ এটা কপি দিব পৰাহেঁতেন ভাল আছিল।" এই কিতাপখনৰ পাতনিত ছাৰে লেখিছিল– "....কায়স্থ সম্প্ৰদায়ৰ লোকসকলে এসময়ত অঙ্কৰ বিশেষ চৰ্চা কৰিছিল। তেওঁলোকে কৌতুক, কাইথেলী অঙ্ক, কবিতা আদি বৰ মনোৰম ছন্দেৰে ৰচনা কৰিছিল। সেই ৰচনাকাৰীসকলৰ ভিতৰত শুভঙ্কৰ বকুল কায়স্থ, জ্যোতিষ চূড়ামণি, কাৰ্তিক ময়ূৰ আদি প্ৰধান। কালক্ৰমে পাশ্চাত্য শিক্ষাৰ প্ৰভাৱত সেইবোৰ প্ৰায় লুপ্ত হ'ব ধৰিলে। এনে সময়তে বেলশৰ নিবাসী অভিজ্ঞ শিক্ষক শ্ৰদ্ধেয় দণ্ডীৰাম দত্ত মহাশয়ে অশেষ চেষ্টা আৰু পৰিশ্ৰম কৰি অসমৰ বহু ঠাই ভ্ৰমণ কৰি সংগ্ৰহ কৰা পুৰণি কৌতুক আৰু কাইথেলী অঙ্কসমূহক শৃঙ্খলাবদ্ধ কৰি দুখন কিতাপ ৰচনা কৰে। তেখেতৰ অনুগ্ৰহত আমি দুই চাৰিটা কৌতুক আৰু কাইথেলী অঙ্ক জানিবলৈ সক্ষম হৈছিলো। এতিয়া সেইটোকে অৱলম্বন কৰি আৰু তেখেতৰ 'কাইথেলী' অঙ্ক নামৰ কিতাপখনৰ সহায় লৈ লুপ্ত প্ৰায় উক্ত কাইথেলী অঙ্ক কেইটামান পঢুৱৈ সমাজৰ মাজত "কৌতুক আৰু কাইথেলী অঙ্কৰ পৰিচয়" নাম দি এখনি কিতাপ প্ৰকাশ কৰিবলৈ ওলাইছো।"

মই বুজি পাইছিলো যে তেওঁৰ পৰা শিক্ষা লাভ কৰি 'মেধাবৃত্তি' লাভ কৰা ছাত্ৰসকলৰ মাজত হীৰেনদাদাও আছিল। এই কিতাপখনৰ পাতনি লেখা শ্ৰীকিৰণ শৰ্মা ডাঙৰীয়াই শ্ৰীঘনকান্ত ভট্টাচাৰ্য্য ছাৰৰ তলত এশৰো অধিক ছাত্ৰ-ছাত্ৰীয়ে মেধাবৃত্তি পোৱা

বুলি উল্লেখ কৰিছে। ছাৰে ৰাষ্ট্ৰপতিৰ পদক পোৱাৰ কথাও উল্লেখ কৰিছিল।

মোৰ অতি পুৰণি কথা কিছুমানো মনত পৰে। মোৰ দাদা সত্যব্ৰতৰ লগত প্ৰায়ে হীৰেন দাদা আমাৰ ঘৰলৈ আহিছিল। সেই সময়ত আমাৰ ঘৰতে থকা মোৰ সম্বন্ধৰ খুড়া ৰত্নকান্ত গোস্বামীদেৱে দেউতাই ৰখা Statesman কাগজখন কেতিয়াবা হীৰেনদাৰ হতুৱাই পঢ়ুৱাইছিল। এদিন তেওঁ চিএঞৰি চিএঞৰি সকলোকে কোৱা শুনিছিলো — "হীৰেনে কাগজখন বৰ সুন্দৰকৈ পঢ়িব পৰা হ'ল।" মই বুজি পাইছিলো যে লতাশিল প্ৰাথমিক বিদ্যালয়ত পঢ়ি থাকোতেই হীৰেন দাদাই দেশৰ খবৰ ৰাখিবলৈ আৰম্ভ কৰিছিল। ইংৰাজী ভাষা ভালদৰে আয়ত্ত কৰিছিল। মোৰ বোধেৰে হীৰেন দাদাই নিজৰ দেউতাকৰ পৰা অনেক সৎগুণ লাভ কৰিছিল। তেওঁৰ দেউতাক মহেন্দ্ৰ গোহাঁইদেৱো প্ৰায়ে আমাৰ ঘৰলৈ আহিছিল। তেওঁ হাফপেণ্ট পিন্ধিছিল। মোৰ দেউতাৰ বৈঠকখানাৰ বেতৰ চোফা এখনত তেওঁ বহি থকা দৃশ্যটো আজিও মোৰ মনত পৰে। তেওঁ চাইকেলত উঠিয়ে আহিছিল। এই একেখন বেতৰ চোফাত অধ্যাপক উপেন্দ্ৰচন্দ্ৰ লেখাৰুদেৱেও বহিছিল। লেখাৰু ছাৰে চাইকেলত সাঁচিপতীয়া পুথি কিছুমান লৈ আহিছিল। সেই পুথিবোৰ সম্ভৱ ৰামায়ণেই আছিল। পিছলৈ বৃন্দাবনত লেখাৰু ছাৰৰ লগত থাকি মই গৱেষণা কৰিছিলো।

লেখাৰু ছাৰ আৰু মহেন্দ্ৰ গোহাঁইদেৱে একেলগে চোফাখনত বহি কথা পাতি থকা দৃশ্য আজিও মোৰ চকুত স্পষ্ট হৈ আছে।

হীৰেন দাদাৰ শৈশৱৰ সহপাঠী মোৰ দাদা সত্যব্ৰত গোস্বামীয়ে হীৰেন দাদাৰ বিষয়ে অনেক কথা কৈছিল। মই বুজি পাইছিলো যে হীৰেন দাদাই মোৰ দাদাৰ অন্তৰত গভীৰ ভাৱে ৰেখাপাত কৰিছিল। সেইবাবেই হয়তো অনেক কথা তেওঁ পাহৰি যোৱা নাছিল। তেওঁ কৈছিল– "হীৰেনে মাজে সময়ে মোৰ লগত টিফিনত আহি ভাত খাইছিল। চতুৰ্থ শ্ৰেণীতে হাতেৰে লেখি এখন 'মেগাজিন' উলিয়াইছিল। আমি সকলোৱে সেই 'মেগাজিন' পঢ়িছিলো।" 'মেগাজিন'খনত তেওঁ কিছুমান অতি সুন্দৰ সাঁথৰ দিছিল। শিশু অৱস্থাৰ পৰা অসমীয়া সাহিত্যৰ প্ৰতি আৰু লোক কল্যাণৰ প্ৰতি থকা হীৰেনদাৰ ভাবধাৰা দেখিলে সঁচাকৈয়ে বিস্ময় মানিব লাগিব।

এই শিশু অৱস্থাতে হীৰেনদাই 'কাৰ্জন হল লাইব্ৰেৰী'লৈ সঘনে গৈছিল। মোৰ দাদাই কোৱা মতে তেওঁ গ্ৰাহাম গ্ৰীণৰ ইতিহাস তেতিয়াই পঢ়িছিল।

সত্যব্ৰত দাদাই কোৱা মতে সেই সময়তে তেওঁ "ডিটেকটিভ্ নভেল" কিছুমানো পঢ়িছিল। সেইবোৰৰ ভিতৰত কলিকতাৰ পৰা অহা মোহন, স্বপন চিৰিজ, কুমুদেশ্বৰ বৰঠাকুৰৰ গোলাই চিৰিজ পঢ়িছিল। চল্লিশ দশকৰ মাজভাগত প্ৰকাশ হোৱা অসমীয়া পা-ফু চিৰিজৰ দুই এখন কিতাপো তেওঁ পঢ়িছিল। পা-ফু চিৰিজৰ প্ৰথম কিতাপ "দিন ডকাইত" মোৰ দাদা, খুড়া সকলোৱে পঢ়িছিল। এই চিৰিজৰ কিছুমান কিতাপ যেনে ৰাম টাঙোন, নাৰীদস্যু, প্ৰহেলিকা, সোণৰ পাহাৰ, বিপ্লৱী বাহিনী আদি কিতাপ পিছলৈ অসমীয়া ছাত্ৰ-ছাত্ৰীৰ

মাজত বৰ জনপ্ৰিয় হৈছিল। শুনিছিলো এই চিৰিজবোৰৰ লেখক স্বৰ্গীয় প্ৰেমনাৰায়ণ দত্তদেৱে এই কিতাপবোৰৰ পৰা যথেষ্ট আয়ো কৰিছিল। অসমত কিতাপ লেখি পইছা কৰা মানুহ তেৱেঁই আছিল বুলি শুনিছিলো। এই আয়েৰে কৰা তেওঁৰ ডাঙৰ ঘৰ এটা ব্ৰহ্মপুত্ৰৰ বুকুত জাহ যোৱাৰ কথাও শুনিছিলো। এইবোৰ অৱশ্যে শুনা কথাহে আছিল। এইখিনিতে কৈ থোৱা ভাল যে পা-ফুৰ ধুৰন্ধৰ আৰু পৰাক্ৰমী নায়কসকল প্ৰকৃততে দেশপ্ৰেমিক আছিল। অসমৰ বীৰ লাচিতৰ প্ৰখ্যাত উক্তি "দেশতকৈ মোমাই ডাঙৰ নহয়"— নায়কৰ মন্ত্ৰ আছিল। অলপতে শ্ৰীনগেন দত্তদেৱে লেখা "প্ৰেমনাৰায়ণ দত্ত" নামৰ গ্ৰন্থখনিত লেখিছিল - পা-ফুৰ আটাইবোৰ সদস্যই গুৱাহাটীত অৱস্থিত "পঞ্চতীৰ্থ"ৰ মাজত মহাত্মা, লাচিত আৰু মহাবীৰ চিলাৰায়ৰ ওচৰত শিৰ দোঁৱাই সম্মুখত অসমী আইৰ মূৰ্ত্তি ৰাখি এইদৰে প্ৰতিহৰ্তা কৰিছিল—

(১) দেশতকৈ কোনো ডাঙৰ নহয়— আমাৰ মূলমন্ত্ৰ,

(২) অসম আমাৰ-- আমি অসমীয়া,

(৩) প্ৰবঞ্চকৰ বিচাৰ আৰু বঞ্চিতক দান— আমাৰ ব্ৰত,

(৪) নিজৰ স্বাৰ্থ বলি দি দৰ্কাৰ হ'লে নিজৰ প্ৰাণকো উছৰ্গা কৰি আমাৰ ব্ৰত সাৰ্থক কৰিম,

(৫) অসমৰ নাম আমি উজ্জ্বল কৰিম। [পৃষ্ঠা ঃ ৭৯]

মোৰ বোধেৰে শৈশৱত হীৰেন দাদাই এনেবোৰ চিৰিজৰ মাজত ৰোমাঞ্চৰ বাহিৰেও হয়তো এক শিক্ষণীয় দিশ আৱিষ্কাৰ কৰিছিল।

হীৰেনদাৰ আন এগৰাকী সহপাঠীয়ে কৈছিল, তেওঁ কলেজিয়েট স্কুলৰ পুথিভঁৰালৰ গোটেইবোৰ কিতাপ সেই শিশু অৱস্থাতে পঢ়ি সাং কৰিছিল। তেওঁৰ মেধাৰ অদ্ভুত নিদৰ্শনৰ কথা এই একেগৰাকী সহপাঠীয়ে বৰ্ণনা কৰিছিল তলত দিয়াৰ দৰে— "এবাৰ কটন কলেজৰ পিছৰ বেঞ্চিত বহি অধ্যাপক হীৰেনে হেনো কিবা এখন ছবি আঁকি আছিল। ক্লাছত অধ্যাপক এগৰাকীয়ে পঢ়ুৱাই আছিল। এইদৰে ক্লাছ লৈ থকা সময়ত হীৰেনে তেনেদৰে ছবি আঁকি থকা বাবে অস্বস্তিবোধ কৰি অধ্যাপকগৰাকীয়ে হীৰেনক এটা বৰ কঠিন প্ৰশ্ন সুধিলে। আচৰিত কথা এয়ে যে হীৰেনে এই প্ৰশ্নৰ উত্তৰ এনে ধৰণে দিলে যে ছাত্ৰসকলে তবধ মানিলে। অধ্যাপকগৰাকীয়েও তেওঁক হেনো প্ৰশংসাহে কৰিলে।" কিন্তু তেওঁৰ তীব্ৰ মেধা গুণৰ লগত মিশ্ৰিত হৈ থকা কিছুমান শিশু সুলভ মনোভাৱৰ বাবে হীৰেনদা নিশ্চয় কেতিয়াবা সমালোচনাৰো ভাগী হৈছিল।

মই দিল্লী বিশ্ববিদ্যালয়ত আধুনিক ভাৰতীয় ভাষা বিভাগত কাম কৰাৰ পাছত গম পাইছিলো, ইয়াত অনেকেই হীৰেন দাদাক জানে। ১৯৭১ চনত মই যেতিয়া দিল্লী বিশ্ববিদ্যালয়ত কাম আৰম্ভ কৰিছিলো— তেতিয়া এই বিশ্ববিদ্যালয়ৰ কুলপতি আছিল ড° স্বৰূপ সিং মহোদয়। ড° স্বৰূপ সিং মহোদয়ৰ জন্ম হৈছিল সাঙ্ঘি (Sanghi) নামৰ হাৰিয়ানাৰ সৰু গাঁও এখনত। প্ৰথমে গাঁৱৰ স্কুলত পঢ়ি পিছলৈ দিল্লী বিশ্ববিদ্যালয়ত

ইংৰাজীৰ প্ৰথম শ্ৰেণীৰ প্ৰথম হৈ এম, এ আৰু ১৯৫৩ চনত লণ্ডন বিশ্ববিদ্যালয়ৰ পৰা ডক্টৰেট ডিগ্ৰী লাভ কৰাৰ কাহিনী বৰ বিস্ময়কৰ। তেওঁ লণ্ডন বিশ্ববিদ্যালয়ৰ বৃটিছ কাউন্সিলৰ ফেল' আছিল, আৰু নেশ্বনেল অষ্ট্ৰেলিয়ান বিশ্ববিদ্যালয়ৰ (কেনবেৰা) লিভাৰহালমে ফেল' (Liverhulme Fellow)ও আছিল। ইলিনয়ছ আৰু দক্ষিণ কালিফৰ্নিয়া বিশ্ববিদ্যালয়ৰ ভিজিটিং প্ৰফেচাৰো আছিল। ইংৰাজী সাহিত্যৰ বিষয়ে তেওঁ অনেক গ্ৰন্থ লেখিছিল। এই হতানী অধ্যাপকগৰাকী এসময়ত কেৰেলা আৰু গুজৰাটৰ ৰাজ্যপালো হৈছিল।

অধ্যাপক স্বৰূপ সিঙে লগ পোৱা অগ্ৰজ ছাত্ৰ-ছাত্ৰীৰ ভিতৰত হীৰেনদাক পাহৰিব পৰা নাছিল। মই যেতিয়াই তেওঁক হীৰেনদাৰ বিষয়ে প্ৰশ্ন কৰিছিলো তেতিয়াই তেওঁৰ মন পোহৰ হৈ উঠিছিল। তেওঁৰ সময়তে হীৰেনদাই ইংৰাজী সাহিত্যত দিল্লী বিশ্ববিদ্যালয়ত প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান লাভ কৰিছিল।

হীৰেন দাদাক একেবাৰে ওচৰৰ পৰা দীৰ্ঘকাল লগ পোৱা ব্যক্তিসকলৰ ভিতৰত অনন্য আছিল দিল্লী বিশ্ববিদ্যালয়ৰ ইতিহাস বিভাগৰ এসময়ৰ মুৰব্বী অধ্যাপক সুহাস চক্ৰবৰ্ত্তী মহোদয়। এইগৰাকী অধ্যাপকে কেম্‌ব্ৰিজৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰিছিল। ১৯৭৭ চনত তেওঁ বাৰ্লিনৰ হামবল্ট (Humbold't) বিশ্ববিদ্যালয়ৰ ভিজিটিং প্ৰফেছাৰ আছিল।

এইগৰাকী পণ্ডিতে লেখা কিতাপবোৰৰ ভিতৰত প্ৰখ্যাত আছিল From Khybee to Oxus ; A Study in Imperial Expansion (1976), An Anatomy of the Raj (1981), The Raj Syndrome (1989)। ১৯৯১ চনত তেওঁক Nehru National Fellowship দিয়া হৈছিল। এই ফেলশ্বিপ লৈ থকা সময়তে তেওঁ V.K.Krishna Menon and The India League (1925-47) নামৰ গ্ৰন্থখনিৰ দুটা ভলিউম লেখি উলিয়াইছিল।

কেম্‌ব্ৰিজত থকাৰ সময়তে চক্ৰবৰ্ত্তী মহোদয়ে হীৰেন দাদাৰ সংস্পৰ্শলৈ আহিছিল। চক্ৰবৰ্ত্তী মহোদয় মোৰ বাসভৱনলৈও প্ৰায়ে আহিছিল। হীৰেন দাদাৰ সৈতে কটোৱা অনেক দিনৰ কথা তেওঁ কৈছিল। মোক তেওঁ হীৰেনদাদাৰ বিষয়ে এটা পৃষ্ঠা লেখিও দিছিল ঃ

I know Hiren Gohain for nearly three decades since our Cambridge days. He was a student of English literature and had already curved out an emblamatic niche in the field of literarary criticism back home in India. In the academic environ vivant of Cambridge young Gohain had a stunning reputation for his erudite presentation and perspicuous intervention. Gohian's association with Prof. Joseph Needhum, a renaissant intellectual and an encyclopedic mind, proved to be a meaningful creative inspiration in his life. A quite and contemplative man, Gohain in Cambridge played piano in whatever

little time he could filch from his tight academic schedule. Over time he grew extraordinarily as an intellectual pur-sang given to an exciting adventure of ideas, reviews of social problems and cross- fertilisation of disciplines and academic agendas.

The most significant characteristic of this remarkable person was his integrated mind and its diverse manifestations. Gohain's intellectual restlessness has compelled him to go for an intensive analysis of his problem. The compulsions of artificial departmental disciplines could never contain him. As an organic marxist intellectual he has always combined the roles of a sociologist, an economist, a political analyist, a historian, a literary critic and a social activist. His quest for truth has been a continual experiment with social realities and human sensibilities. He has been constantly engaged in his hypothesis often confirming it at a higher level of comprehension, sometimes modifying and upgrading it in view of his fresh endeavonr but always enriching his reader's perception and stimulating his inquisitiveness. Imperialism, class relationship, social formation, productive forces, interaction between base and superstructure, the social basis of literature, ideas, philosophies, religions and morality, the struggle for better life-style for the underdog the problem of alienation, political stife and tension, the struggle for human rights and gender equality etc. have attracted and absorbed his creative impulses.

Another striking feature of Gohain's erudition and literary contributions has been his ability to explain for lay readers complicated social and literary theories in amazingly simple formulation both in English and Assamese. In fact, per three decades he has been educating literate public along with the sensitive academia on contemporary human realities and the condition for the expansion of human freedom. Always seeking to locate interactions between events, processes, individuals and historic moments Gohain is almost relentless in his endeavours to probe into history, indicate the trends of the existing realities and fashion the course of future struggle. He is critical of injustice, impatient with flaccid social inertia, combatative with rival dilatory efforts and sympathetic with all social actions. Gohain symbolizes a perfect unity of theory and practice. One wishes him all the best in his ...........

হীৰেন দাদাক ভালদৰে জানিছিল দিল্লী বিশ্ববিদ্যালয়ৰ আন এগৰাকী বৰেণ্য পণ্ডিত অধ্যাপক শিশিৰকুমাৰ দাস মহোদয়ে। দুবাৰ ৰবীন্দ্ৰ পুৰস্কাৰ বিজেতা অন্তঃৰাষ্ট্ৰীয় খ্যাতি

সম্পন্ন পণ্ডিত শিশিৰকুমাৰ দাসকো হীৰেনদাৰ সাহিত্যৰাজিয়ে আকৰ্ষিত কৰিছিল। সেয়ে তেওঁ মোক কৈছিল– "অত্যন্ত চিন্তাশীল মন, গভীৰ সমাজ সচেতনতা আৰু নিষ্ঠাই গোহাঁইৰ সাহিত্যক শক্তিশালী কৰি তুলিছে।"

মই নিজকে হীৰেন দাদাৰ সাহিত্যৰ বিষয়ে লেখিব পৰা ব্যক্তি বুলি নেভাবো। দিল্লী বিশ্ববিদ্যালয়ৰ আধুনিক ভাৰতীয় ভাষা বিভাগৰ নিমন্ত্ৰণ ৰক্ষা কৰি এই বিভাগে পতা দুখন চেমিনাৰলৈ তেওঁ মুখ্য বক্তা হৈ আহিছিল। দুয়োবাৰে তেওঁ ইয়াৰ ছাত্ৰ সমাজ আৰু অধ্যাপকসকলক তেওঁৰ পাণ্ডিত্য গুণেৰে মুগ্ধ কৰিছিল। ১৯৯৮ চনত দিল্লী শাখা সাহিত্য সভা আৰু দিল্লী বিশ্ববিদ্যালয়ৰ আধুনিক ভাৰতীয় ভাষা বিভাগে লোক সাহিত্যৰ (Folk Lores) বিষয়ে এখন চেমিনাৰ পাতিছিল। এই চেমিনাৰত লোক সাহিত্যৰ বিষয়ে দিয়া হীৰেনদাদাৰ উদ্বোধনী বক্তৃতাটিয়ে সকলোকে আকৰ্ষণ কৰিছিল। ৰাষ্ট্ৰীয় কাগজ কিছুমানে তেওঁৰ বক্তৃতা প্ৰশংসা কৰি লেখিছিল। ৬ ফেব্ৰুৱাৰী ১৯৯৮ চনৰ **The Statesman** কাগজে তেওঁৰ বক্তৃতাৰ বিষয়ে লেখিছিল – "In his inaugural address Gohain said most of the Indian culture is rooted in folk tradition. Even in the West the pre-war culture had close association with folk lore. This Language he said was a living language and not a shoddy residue of media qlib. But to-day even in India, the folk tradition is declining. Use of folk culture has became fashionable in the so-called elite circle. It is used for creating a shock effect, he said, It has acquired the status of modern Midas touch which is used by politicians to hog limelight. Little communities all over the world are being ruthlessly changed by capitalists and their identities are diluted by the industrial culture. A treasure of human knowledge possessed by folk society is being ignored. Hence it is necessary to study and preserve elements of folk culture when manifest themselves, through arts and crafts. Studying folk lore is an important process."

মই ইতিমধ্যে কৈছো যে হীৰেন দাদাৰ সাহিত্যৰ বিষয়ে লেখিব পৰা যোগ্যতা মোৰ নাই। তেওঁৰ সাহিত্য আৰু চিন্তাধাৰাৰ কথা আমাৰ দেশৰ আৰু বাহিৰৰ মানুহে নিশ্চয় লেখিব।

গভীৰ চিন্তাৰ সাগৰত হীৰেনদাৰ মন ডুব গৈ আছে। এঠাইত তেওঁ লেখিছিল - - "মানৱ সত্তাৰ আধাৰ মানৱ সমাজ। অপূৰ্ণতা, অসুস্থতা, বিকৃতিৰ পৰা মানৱসত্তাক নিৰাময় কৰিবলৈ মানৱ সমাজলৈ চকু দিব লাগিব। তাৰ ঐতিহাসিক বিকাশৰ প্ৰতি মনোযোগ দিব লাগিব। কিন্তু উত্তৰাধুনিক মনীষাৰ বাবে ইতিহাস এক মৰীচিকা আৰু সমাজতকৈ সি উক্তিক (discourse) অধিক ঘনিষ্ঠ বাস্তৱ বুলি ভাবে। আৰু তাৰ আটাইতকৈ শিহৰণময়

আবিষ্কাৰ হৈছে উক্তিৰ অন্তৰালত থকা শূণ্যতা।"

হীৰেনদাৰ এনে ধৰণৰ অনেক উক্তিয়ে চিন্তাৰ উদ্রেক কৰে। মানুহক ভাবিবলৈ বাধ্য কৰায়।

অসমীয়া সাহিত্যৰ সমালোচনাৰ শাখাটোক হীৰেনদাই উন্নত কৰা বুলি ক'ব পাৰো। তেওঁ Anglo American New Criticism ৰ concept আৰু method ক অসমীয়া সাহিত্য সমালোচনাৰ বাবে আদৰি আনিছিল। মোৰ নিজৰ সাহিত্য পঢ়িবলৈ প্ৰথম অৱস্থাত হীৰেনদাদা যে খুব আগ্ৰহী আছিল এনে নহয়। ১৯৮০ চনতে প্ৰকাশ হোৱা গ্ৰন্থ **মামৰে ধৰা তৰোৱাল** মই তেওঁক উপহাৰ দিবলৈ গৈছিলো। সাধাৰণতে সেই সময়ত মই নিজে লিখা কিতাপ মানুহক দিবলৈ বৰ সঙ্কোচ বোধ কৰিছিলো। ভাবিলে বেয়া লাগে যে মোৰ শিক্ষাগুৰু অধ্যাপক বিৰিঞ্চি কুমাৰ বৰুৱাদেৱে মোৰ প্ৰথম গ্ৰন্থ **চিনাকি মৰম** নিজে কিনি পঢ়িছিল। ভাষ্য কেনেদৰে সুন্দৰ কৰিব পৰা যায় এই বিষয়ে এটা বক্তৃতাও দিছিল। মই তেওঁক অৱশ্যে দুদিনমানৰ বাবেহে পাইছিলো। হীৰেন দাদাক **মামৰে ধৰা তৰোৱাল** নামৰ কিতাপখন দিছিলো এই বাবে যে কিতাপখন শ্ৰমিকসকলৰ ওপৰত লেখা হৈছিল। শ্ৰমিকৰ বিষয়ে হীৰেনদাই অনেক কথা জানিছিল। ১৯৬৫ চনৰ পৰা ১৯৮১ চনৰ ভিতৰত ভাৰতৰ প্ৰাইভেট কোম্পানীবোৰত কাম কৰা শ্ৰমিকসকলক লৈ এই উপন্যাস ৰচনা কৰা হৈছিল। মই নিজে ইউনিয়ন নথকা সময়ত এই শ্ৰমিকসকলৰ কি অৱস্থা হয় এই কথা ১৯৬৬ চনত কাশ্মীৰৰ ৰিয়াছীৰ চন্দ্ৰভাগা (চেনাব) নদীৰ দলঙ বন্ধা শ্ৰমিক সকলৰ মাজত থাকি দেখিছিলো। কিন্তু **মামৰে ধৰা তৰোৱাল** লেখা হৈছিল প্ৰখ্যাত প্ৰাইভেট কোম্পানী এটাত ইউনিয়ন গঠন হোৱাৰ পাছৰ অৱস্থাৰ অভিজ্ঞতাৰে। উত্তৰ প্ৰদেশৰ ছাই নদীৰ ওপৰত বন্ধা একোৱেডাক্টৰ কাম শেষ হৈ অহাৰ সময়ত ৰিট্ৰেঞ্চ হোৱা শ্ৰমিকসকলৰ ভয়াবহ অৱস্থা এই উপন্যাসখনত দেখুওৱা হৈছিল। এদল শ্ৰমিকক ৰিট্ৰেঞ্চ কৰাৰ পাছতেই হৈছিল ধৰ্মঘট। এই ধৰ্মঘট কৰি থকা শ্ৰমিকসকলৰ অৱস্থা মই নিজ চকুৰে দেখা পাইছিলো। এই ধৰ্মঘট বিফল হোৱাৰ কেইটামান কাৰণ আছিল দূৰদৰ্শিতাৰ অভাৱ, বুজাপৰালৈ আহিব নোখোজা মনোভাৱ, to find out a middle coure settlement, and betrayal and with-drawal of support by local political leaders ইত্যাদি ইত্যাদি।

মই যিহেতু কোম্পানীৰ মেনেজাৰগৰাকীৰ লগতেই আছিলো— টকা-পইচাৰে হাত কৰা শ্ৰমিক নেতাৰ লগত কথা-বতৰা পতাৰো মোৰ সুযোগ ঘটিছিল। ....হাতত ৰঙা নিচান লৈ মেনেজাৰৰ ঘৰৰ চাৰিওফালে শোভাযাত্ৰা কৰি ফুৰা শ্ৰমিক মেনেজাৰৰ অফিছৰ সম্মুখৰ প্ৰকাণ্ড আঁহত গছ জোপাৰ তলত অনশন কৰি খাটিয়াত লাং খাই পৰি থকা শ্ৰমিকসকল — পুলিচে হৰ্তগোল কৰি জীপত তুলি লৈ যোৱা অৰ্দ্ধমৃত শ্ৰমিক সকলৰ মৰ্মান্তিক দৃশ্যসমূহ এতিয়াও মোৰ চকুৰ আগত জীৱন্ত হৈ আছে। এই অভিজ্ঞতাকে কেন্দ্ৰ কৰি মোৰ সীমিত জ্ঞানেৰে মই **মামৰে ধৰা তৰোৱাল** ৰচনা কৰিছিলো।

হীৰেন দাদাক কিতাপখন দিবলৈ যোৱাৰ সময়ত অসমৰ বিদেশী নাগৰিক বহিষ্কাৰৰ আন্দোলন চলি আছিল। কিছুদিনৰ আগেয়ে তেওঁক কোনোবাই জখম কৰাৰ কথাও শুনিছিলো।

মই ড্ৰইং ৰুমত তেওঁৰ বাবে যথেষ্ট সময় অপেক্ষা কৰাৰ পাছতহে তেওঁ বাহিৰলৈ ওলাই আহিল। এইখিনি সময় মই তেওঁৰ অতি সুদক্ষা পত্নী শ্ৰীমতী ৰাণীৰ লগত কথা পাতিছিলো। তেওঁৰ ভগ্নী অনিমাও উপস্থিত আছিল।

মামৰে ধৰা তৰোৱাল তেওঁৰ হাতত দি অহাৰ পাছত মই কিতাপখনৰ কথা পাহৰিবলৈ চেষ্টা কৰিছিলো। কাৰণ মোৰ ভাব হৈছিল মোৰ নিজৰ অক্ষমতাৰ কাৰণে হয়তো সেইখন সফল উপন্যাস নহ'ল। কিন্তু আচৰিত কথা এয়ে যে হঠাত তেওঁৰ পৰা এখন চিঠি পালো। চিঠিখনত তেওঁ লেখিছিল যে ৰাতি টেবুলৰ পৰা তুলি নি তেওঁ কিতাপখন পঢ়িলে। গোটেই ৰাতি তেওঁ কিতাপখন পঢ়িলে ... আৰু কিছু প্ৰশংসা সূচক কথা তেওঁ লেখিলে, reactionary বুলি এঠাইত তিৰস্কাৰো কৰিলে। হীৰেনদাদাৰ এই চিঠিখনে মোক কেনেধৰণে উৎসাহ আৰু প্ৰেৰণা দিলে এই কথা মই লেখি জনাব নোৱাৰো।

[Scientist ৰাঘবেন্দ্ৰ ডেকাই এণ্টাৰ্কটিকাৰ লাইব্ৰেৰীত মামৰে ধৰা তৰোৱালৰ উছৰ্গা দিয়া ঘটনা, পৰ্ট অব স্পেইনত ভাৰত দূতাবাসৰ মোৰ অচিনাকি প্ৰথম সচিব গৰাকীৰ ঘৰত হিন্দীলৈ অনুবাদ হোৱা আধালেখা দস্তাবেজ দেখি, নাইবা দস্তাবেজ পঢ়ি মোৰ ঘৰত উপস্থিত হোৱা চাদিনীচোকৰ অন্ধকাৰ গলিৰ মাথুৰ উপাধিধাৰী বৃদ্ধ এগৰাকীৰ কাহিনী যেনেদৰে মই কোনো দিনে পাহৰা নাই তেনেদৰে হীৰেনদাৰ এই চিঠিখনৰ কথাও মই পাহৰা নাই। ] পিছলৈ দলিত আৰু লাঞ্চিতসকলৰ কথা লেখিবলৈ হীৰেনদাই চিঠিৰে উদগনি দিছিল। বৰ্তমান অসমৰ অনেকক তেওঁৰ জীৱন আৰু সাহিত্যই প্ৰেৰণা দিয়ে। সেয়ে ইমৰাণ হুছেইনৰ দৰে সম্ভাৱনাপূৰ্ণ তৰুণ লেখকেও কয়ঃ "গোহাঁই ছাৰ আমাৰ গুৰু।"

হীৰেন দাদাৰ হৃদয়ত যেতিয়া কোনোবাই আঘাত হানে সেই আঘাতৰ ৰক্তাক্ত যন্ত্ৰণাৰ আৱাজৰ প্ৰতিধ্বনি হয় অধ্যাপক অমৰেন্দ্ৰ কলিতাৰ দৰে পণ্ডিত সমালোচকৰ হৃদয়তো। হীৰেন দাদাক হৃদয়েৰে ভালপোৱা এনে ধৰণৰ অগ্ৰজ পাঠক অকল অসমতে নহয় ভাৰতৰ অনেক ঠাইত সিঁচৰতি হৈ আছে।

মই মোৰ এই জীৱনত তেওঁৰ দৰে ব্যক্তিক লগ পাইছিলো, এয়া মোৰ বাবে পৰম সৌভাগ্যৰ কথা আছিল। ভাব হৈছিল মোৰ সাহিত্যৰাজিৰ মৰ্ম তেওঁ বুজি পাইছিল। মোৰ বিশ্বাস অন্য এক যুগে এদিন তেওঁক নতুনকৈ আবিষ্কাৰ কৰিব, আৰু গৌৰৱবোধ কৰিব এই ভাবিয়ে যে অসমত এনে এক বিস্ময়কৰ প্ৰতিভাৰ জন্ম হৈছিল। এই যুগ যে এদিন আহিব এই বিষয়ে মোৰ কোনো সন্দেহ নাই। ❑

# গোহাঁই ছাৰৰ সম্পৰ্কে কিছু ব্যক্তিগত কথা

• অৰূপা পটঙ্গীয়া কলিতা

গোহাঁই ছাৰক মই প্ৰথম বাৰৰ বাবে ব্যক্তিগতভাৱে লগ পাইছিলো '৭৫ৰ এক গৰমকালি দুপৰীয়া, গোলাঘাটৰ বৰহোলাত। বৰহোলাত প্ৰগতিশীল লেখকৰ শিবিৰ এটা অনুষ্ঠিত হৈছিল। সেয়া আছিল সত্তৰ দশকৰ প্ৰাণময়, উজ্জ্বল সময়। দুজনী বান্ধৱী আচমা আহমেদ আৰু মিনাক্ষী বৰাৰ লগত ঘৰৰ হেহোঁ-নেহোঁ উলাই কৰি বৰহোলালৈ বুলি বজাৰ বাছত উঠিছিলো, ধূলিৰে পোত খোৱা কেঁচা ৰাস্তা আছিল। শিবিৰত আমি এঘণ্টামান আছিলো, আলোচনাত অংশ গ্ৰহণ কৰিছিলো। নাইচকাই (জেহিৰুল হুছেইন) গোহাঁই ছাৰৰ লগত আমাক চিনাকি কৰি দিছিল। ছাৰে সত্য সুন্দৰ বৰুৱাৰ সৈতে কথাপাতি আছিল। হাতত আছিল এলুমিনিয়াম মগত ফিকা চাহ। ছাৰহঁতে খেৰ পাৰি শুইছিল, নিমখ ৰুটি খাইছিল, শিবিৰৰ সকলোৱে তাকেই আনন্দেৰে গ্ৰহণ কৰা মই লক্ষ্য কৰিছিলো। ছাৰক মই নমস্কাৰ জনাইছিলো। উত্তৰত ছাৰে মূৰ দুপিয়াইছিল। আমাক বিশেষ গুৰুত্ব নিদি ছাৰে আকৌ বৰুৱাৰ লগত কথাত মগ্ন হৈছিল। আমাৰ যাবৰ সময় হৈছিল, মই ছাৰলৈ এবাৰ আকৌ চাইছিলো, এইজন মানুহৰ লেখাই মোক সমাজ, সাহিত্য, জীৱন সম্পৰ্কে ইমানবোৰ প্ৰশ্নৰ উত্তৰ দি আহিছে। শ্ৰদ্ধাত মোৰ শিৰ নত হৈছিল।

মই গোলাঘাট ডি, আৰ, কলেজৰ আলোচনীৰ সম্পাদনাৰ দায়িত্বত আছিলো। গোহাঁই ছাৰলৈ লেখা খুজি ভয়ে ভয়ে চিঠি এখন দিছিলো, ছাৰে উত্তৰ দিছিল চীনলৈ যোৱাৰ কথা লেখিছিল, লেখা দিব নোৱাৰাৰ বাবে দুখ প্ৰকাশ কৰিছিল। ছাৰে লেখিছিল, 'তোমাৰ চিঠিৰ আন্তৰিকতাই মোক মুগ্ধ কৰিছে...।' লেখা নাপালেও মোৰ ভাল লাগিছিল।

গুৱাহাটী বিশ্ববিদ্যালয়ৰ ইংৰাজী বিভাগৰ ছাত্ৰী হোৱাৰ বাবে গোহাঁই ছাৰক মই একেবাৰে কাষৰ পৰা পাইছিলো। সেই সময়ত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰিবেশ বৌদ্ধিকভাৱে বৰ সজীৱ আছিল। মই তাত গৈ বিভিন্ন কাম-কাজত সোমাই পৰিছিলো, আমাৰ এই কাম-কাজসমূহতো ওচৰত পাইছিলো। প্ৰথমতে ছাৰলৈ মোৰ একধৰণৰ ভয় আছিল; ছাৰে কিবা এটা সুধিলেই নাৰ্ভাছ কৰি কিবা কিবি উত্তৰ দিছিলো। এবাৰ ক্লাছত মোক Chaucer ৰ Prologue to Canterbury Tales ৰ পৰা এচোৱা পঢ়িবলৈ কৈছিল, এনেই Chaucer ৰ পুৰণি ইংলিছ, তাতে গোহাঁই ছাৰৰ ক্লাছ! মই ঘামি-জামি, ঠাণ্ডা-গৰম হৈ কি পঢ়িলো মনত নাই, ছাৰে চকুৰে-মুখে কৌতুকৰ হাঁহি এটা বিৰিঙাই মোক ঠাট্টা কৰিছিল, 'She is

quite an expert in reading Chaucer!' লাজত মোৰ অৱস্থা ফাট দিয়া বসুমতী, পাতালে লুকাও! ছাৰৰ ক্লাছ মই বৰ ভাল পাইছিলো; পণ্ডিত্য, উচ্চস্তৰৰ ইংৰাজী আৰু কথা কোৱাৰ আকৰ্ষণীয় ভঙ্গীমা মিলি ছাৰৰ ক্লাছবোৰ মনত থকা হৈছিল। ছাৰে ক্লাছত ৰগৰো কৰিছিল। এবাৰ কেম্‌ব্ৰিজত ল'ৰাবোৰে ছোৱালী জোকোৱা অভিনব পদ্ধতিৰ কথা কৈছিল। এখন ওৱালত বহি ল'ৰাবোৰে হেনো ছোৱালী পাৰ হৈ গ'লেই উচ্চাৰণ কৰে ১০০, ২০০, ৩০০...। ছাৰে প্ৰথমতে হেনো বুজা নাছিল, পাছতহে উৰহী গছৰ ওৰটো পালে। Dr. Faustas অত আছে, 'Is this the face that launched a thousand ships' সুন্দৰী হেলেনৰ বাবে সাগৰত ভহাই দিয়া জহাজৰ হিচাপেৰে কেমব্ৰিজৰ ল'ৰাই ছোৱালীৰ সৌন্দৰ্য জোখে। আমাৰ লগৰ অঘাইট কিটাই ছাৰৰ ৰগৰৰ পৰা ভাল শিক্ষা লৈছিল! ছাৰে প্ৰায়ে ক্লাছলৈ পাতল নীলা, পৰিষ্কাৰ চাৰ্ট পিন্ধি আহিছিল, ঠাণ্ডাকালি মটিয়া আৰু মাখন ৰঙৰ চুৰেটাৰ পিন্ধিছিল। হয় খোজকাঢ়ি, নহয় চাইকেলত আহিছিল। এদিনো বিশ্ববিদ্যালয়ৰ আন বহু শিক্ষকৰ দৰে চুট-টাই পিন্ধি গাড়ী-মটৰত অহা দেখা নাছিলো। বহুতদিন ছাৰ আমাৰ লগত একেলগে বাছত জালুকবাৰীৰ পৰা গুৱাহাটীলৈ গৈছিল, ছাৰে প্ৰায়ে আমাৰ ভাড়া দি দিছিল। এনেকৈয়ে লাহে লাহে মই ছাৰৰ ওচৰ চাপি আহিছিলো, মনৰ কথা চব খুলি ক'ব পৰা এজন মৰমীয়াল আত্মীয়ৰ দৰে লগা হৈছিল গোহাঁই ছাৰক। সেই সময়ত মোৰ লেখা-মেলাৰ ওপৰতো ছাৰে তেখেতৰ মন্তব্য দিছিল, সৰু সৰু মন্তব্যবোৰো মোৰ বাবে বৰ মূল্যবান আছিল। ৰাজেন আৰু মই আগতেই সিদ্ধান্ত কৰি থোৱাৰ দৰে এখন সৰু ঠাইৰ সৰু কলেজত চাকৰি লৈছিলো। ৰহালৈ যাবলৈ ওলোৱা আমাক চাৰে শুভেচ্ছা জনোৱাৰ লগতে সাৱধান বাণীও শুনাইছিল, "Small town politics ৰ পৰা সাৱধানে থাকিবা"।

অসম আন্দোলনে কেউপিনে আন্ধাৰ নমাই আনিছিল। আমিও থাৰ্উনি নোপোৱা হৈছিলো। সেই অন্ধকাৰৰ সময়চোৱাত আমি প্ৰায়ে ছাৰৰ ওচৰলৈ আহিছিলো, বহু সময় ধৰি ছাৰৰ লগত কথা পাতিছিলো। তেতিয়া ছাৰক আজিৰ দৰে অনবৰতে মানুহে ঘেৰি থকা নাছিল, ছাৰ প্ৰায় অকলশৰীয়া হৈছিল, আমিও ছাৰৰ সংগ বহুসময় ধৰি একচেতিয়াকৈ পাইছিলো। প্ৰতিবাৰে ছাৰে আমাক নিষ্ঠুৰ সময়ছোৱাৰ লগত যুঁজিবলৈ সাহস দিছিল, নিজৰ মতত অটল থাকিবলৈ প্ৰেৰণা যোগাইছিল। ছাৰক কিছুমান অসমীয়া মানুহে কেনেকৈ মানসিকভাৱে বহু সময়ত শাৰীৰিকভাৱেও যি যন্ত্ৰণা দিছিলে সেই কথা মনত পৰিলে এতিয়াও চকু সেমেকি আহে। ছাৰে 'যোদ্ধা চেমচন'ৰ দৰে কি বিপুল সাহস আৰু গভীৰভাবে নিজকে আদৰ্শৰ মাজত প্ৰোথিত কৰি ফেচিষ্ট সময়ৰ বিৰুদ্ধে যুঁজ দিছিল, সেয়া আজিও মোৰ বাবে দুৰ্দিনৰ লগৰী।

ছাৰ অকল মোৰ চেতনাৰেই দিক্‌দৰ্শক নহয়, মোৰ জীৱনৰ আন বহু কথাতো ছাৰে সঠিক আৰু মূল্যবান পৰামৰ্শ আগবঢ়াই আহিছে। পাৰ্লবাকৰ নাৰী চৰিত্ৰৰ ওপৰত গৱেষণা কৰিম বুলি ভাবি ছাৰৰ পৰামৰ্শ বিচাৰিলো। ছাৰে কাগজ-কলম গোটাই ল'বলৈ কৈ কোঠাটোৰ ভিতৰতে খোজ কঢ়ি কাঢ়ি কৈছিল, 'লেখা'। মই লেখি গৈছিলো, ফুলস্কেপ কাগজৰ

আধামান লেখাখিনিয়ে মোৰ আউল লাগি থকা চিন্তাখিনি স্বচ্ছ কৰি দিছিল ঠিক যেন আন্ধাৰ হাবি এখনত খোজ কাঢ়িব পৰাকৈ কোনোবাই জোৰ এটা দাঙি ধৰিলে।

সেই বিশ্ববিদ্যালয়ত সোমোৱাৰে পৰা আজিলৈকে ছাৰক মই লগ পাই আহিছো। ছাৰৰ ওপৰত মোৰ কিন্তু খং নুঠাকৈয়ো থকা নাই। কেতিয়াবা ছাৰক বেয়াও পাইছো, ছাৰৰ ওপৰত প্ৰচণ্ড অভিমানো হৈছে। এবাৰ মৰুযাত্ৰা আৰু অন্যান্য নামৰ মোৰ প্ৰথম গল্প-সংকলনখন প্ৰকাশ হোৱাৰ আগতে ছাৰৰ ওচৰলৈ গৈছিলো, কথা প্ৰসঙ্গত সংকলনখনৰ পাতনিৰ 'কৃতজ্ঞতা' শিতানত ছাৰৰ নামটো দিয়াৰ বাব অনুমতি ল'ব খোজাৰ কথা তুলিব খুজিছিলো। ছাৰে পাতনি শব্দটো শুনাৰ লগে লগে দমদমাই উঠিল, 'মই পাতনি লেখিব নোৱাৰো'। মই বৰ আহত হ'লো। আজিলৈকে মই কাৰো কৃপা বিচৰা নাই, ছাৰক এনে ধৰণেৰে মই কাহানিও দিগদাৰি কৰা নাই, ছাৰৰ উপদেশ বিচাৰিছো কিন্তু কোনো ধৰণৰ সা-সুবিধা বিচৰা নাই। চকুলোৰে মোৰ ভিতৰখন তিতি গৈছিল, চকুহাল শুকানে ৰাখিবলৈ মই আপ্ৰাণ চেষ্টা কৰিছিলো। ছাৰৰ ঘৰৰ পৰা ওলাই আহি ৰাজেন আৰু মই আলোচনা কৰিছিলো, ছাৰে কিয় এইষাৰ কথা ক'লে। ছাৰৰ দৰে সামাজিক অৱস্থানত থকা ব্যক্তি এজনৰ পৰা সা-সুবিধা বিচৰা মানুহ নিশ্চয় থাকিব। ছাৰৰ পৰা সুযোগ-সুবিধা লৈ ছাৰৰ কুৎসা ৰটনা কৰা মানুহো নিশ্চয় আছে। ছাৰে মোকো এইবোৰ মানুহৰ শাৰীতে ৰাখিছে নেকি? ছাৰৰ ওপৰত মোৰ প্ৰচণ্ড অভিমান হ'ল, চকু আৰু মই শুকান কৰি ৰাখিব পৰা নাছিলো। আমি কেইবাদিনো ছাৰৰ কথাষাৰ আলোচনা কৰি সিদ্ধান্তত উপনীত হ'লো, ছাৰ দেৱতা নহয়, মানুহ। ছাৰক সা-সুবিধা বিচৰা মানুহে অনবৰতে আমনি কৰি থাকে, 'পাতনি' শব্দটোৱে ছাৰক খং উঠোৱাতো বৰ স্বাভাৱিক কথা। মই নিজকে আশ্বাস দিছিলো, মোৰ কামৰ মাজেৰে ছাৰে মোক বুজি উঠিব, ছাৰৰ কৃপাপ্ৰাৰ্থীসকলৰ পৰা মোক বেলেগাই চাব।

আন এবাৰ ছাৰক মোৰ প্ৰথম উপন্যাস মৃগনাভিখন দিবলৈ গৈছিলো। চাৰে এজন মানুহৰ লগত কথাপাতি আছিল, ছাৰৰ মুখখন ক'লা পৰি আছিল, দেখ-দেখকৈ ছাৰ উত্তেজিত হৈ আছিল, কিবা কথাত ছাৰৰ বৰ খং উঠি আছিল। কিতাপখন দিওঁতে ছাৰে মোক বিদ্ৰূপ কৰি উঠিল, 'কি হ'ল? উপন্যাসৰ নায়িকাৰ বিয়া নহ'ল নেকি?' মোৰো খঙটো ভমভমাই আহিল, ছাৰে মোক বিয়া নোহোৱাকে নাৰী জীৱনৰ আটাইতকৈ ডাঙৰ সমস্যা বুলি ভবা পেনপেনিয়া মহিলা লেখিকা বুলি ভাবে নেকি? উপন্যাসখন নপঢ়াকৈ কিয় এনেকৈ ঠাট্টা কৰে? সেইদিনা ছাৰৰ ওপৰত অভিমান নহয়, খং উঠিছিল। খঙটো কেইবাদিনো জামৰা নাছিল। খঙৰ জালটো অলপ পাতলোতে যুক্তিৰে মনটো বুজাইছিলো। আজিৰ এই সমাজৰ পৰিপ্ৰেক্ষিতত ব্যতিক্ৰম বুলি ধৰিব পৰা আমাৰ কলেজৰ শান্ত, ভদ্ৰ ছাত্ৰ-ছাত্ৰীবোৰে কেতিয়াবা ক্লাছ বা পৰীক্ষা হলত অলপো আমুৰি কৰিলে মোৰ দেখোন মেজাজটো সাদিনলৈ টেঙা হৈ থাকে, ছাৰে কত ধৰণৰ তিতা অভিজ্ঞতা পায়, কিমান মানুহে ছাৰক জ্বালাতন কৰে। ছাৰৰ ওপৰত আমি দেৱত্ব আৰোপ কৰি সদা হাস্যময়, সকলো সময়তে শুদ্ধ মানুহ এজন

কিয় বিচাৰো? খণ্ডটো একেবাৰে শেষ নহ'লেও বহুখিনি পাতলি আহিছিল। দুদিনমানৰ ভিতৰতে ডাকত ছাৰৰ চিঠি এখন পাইছিলো, ৩/১২/৮৭ ত লেখা চিঠিখনত ছাৰে মোৰ মৃগনাভি সম্পৰ্কেই লেখিছিল, '....তোমাৰ মৃগনাভি প্ৰতিশ্ৰুতিসম্পন্ন ৰচনা। ....ৰমেন আইতা এক অবিস্মৰণীয় মৰ্মন্তুদ চৰিত্ৰ। ....খ্যাতি নহয়, স্বীকৃতি নহয়, ৰচনাৰ জটিল সমস্যাৰ সফল সমাধানেই লেখকৰ তৃপ্তি।' চিঠিখনে মোৰ শেষ খণ্ডখিনিও নোহোৱা কৰি দিলে।

ছাৰক মই বিশ্ববিদ্যালয়ৰ দিনৰে পৰা আজিলৈকে সুদীৰ্ঘ তেইছ বছৰ ধৰি বিভিন্ন সময়ত লগ পাই আহিছো। ছাৰ মোৰ জীৱনত আজিও ধ্ৰুৱতৰা। অলপতে মই বাস কৰা সৰু চহৰখন জ্বলি উঠিছিল, মোৰ ঘৰৰ আগেদিয়ে সাতোটা কাটলফুটা ডেকা ল'ৰাৰ মৃতদেহ মানুহবোৰে বুকু চপৰিয়াই চপৰিয়াই লৈ গ'ল। মই বিতত হৈ ছাৰলৈ বুলি ফোনটো তুলি লৈছিলো, ছাৰে অসম আন্দোলনৰ সময়ত দিয়াদি সাহ দিছিল, পৰিস্থিতি বিশ্লেষণ কৰিবলৈ সহায় কৰিছিল, এনে পৰিস্থিতিত কি কৰা ভাল কৈছিল। মোৰ স্নায়ু শীতল হৈ আহিছিল। আমাৰ কলেজৰ অধ্যক্ষক গুলীয়াই হত্যা কৰিছিল, মোৰ ভৰিৰ তলৰ মাটি নোহোৱা হোৱাৰ দৰে হৈছিল, পুনৰাই ছাৰে ফোন কৰি আমাৰ কুশল-বাৰ্তা সুধিছিল, এনে পৰিস্থিতিৰ মুখা-মুখি হোৱাৰ সাহস দিছিল। নিশ্চয় মোকেই নহয়, আমাৰ গোটেই প্ৰজন্মটোকে ছাৰে দিক্‌দৰ্শন কৰাই আহিছে।

গোহাঁই ছাৰৰ ব্যক্তিত্ব আজি বহুধা বিভক্ত। মোৰ বাবে ছাৰৰ যিটো পৰিচয় সবাতোকৈ মূল্যবান সেয়া হৈছে ছাৰ এজন নিভাঁজ মানুহ, ছাৰৰ মৰমো সৰিয়হ তলিৰ মৌ আৰু ছাৰৰ খঙো মাঘ বিহুৰ মেজি জুই। মুখত গৰল লৈ ছাৰে মুখত মৌ বৰষাব নোৱাৰে। সমস্ত কৃত্ৰিমতা, কলুষতা আৰু কপটতাৰ উৰ্দ্ধত ছাৰৰ মনত কেৱল নিভাঁজ মৰম আমাৰ দৰে অগণন ছাত্ৰ-ছাত্ৰীৰ প্ৰতি, অসমৰ বিপথে যোৱা যৌৱনৰ প্ৰতি, ছাৰৰ চোতালত পৰা শালিকীকিটাৰ প্ৰতি, দগাবাজ শহাটোৰ প্ৰতি, সমগ্ৰ শোষিত আৰু নিষ্পেষিত মানুহৰ প্ৰতি। ❑

# ছাৰৰ সান্নিধ্য

• হেমন্ত বৰ্মন

হাইস্কুলীয়া দিনতেই আমি ড° হীৰেন গোহাঁইৰ নাম শুনিছিলো। সম্ভৱতঃ শ্ৰেণী কোঠাতেই প্ৰথম গোহাঁই ছাৰৰ নাম আমাৰ শিক্ষাগুৰুসকলৰ দুই-এজনে উচ্চাৰণ কৰিছিল। কেৱল সেয়াই নহয় নানা ঠাইত বিভিন্নজনৰ মুখত তেতিয়া শ্ৰদ্ধা আৰু আদৰেৰে উচ্চাৰিত নামটো আছিল ড° হীৰেন গোহাঁই। অৱশ্যে তাৰ কাৰণো নথকা নহয়। বাহিৰৰ পৰা নিজৰ ওপজা ঠাইলৈ আহি গোহাঁই ছাৰে আমাৰ নিস্তৰঙ্গ চিন্তা জগতত এক খলকনিৰ সৃষ্টি কৰিছিল।

মেধা, পাণ্ডিত্য আৰু দায়বদ্ধতাৰে গোহাঁই ছাৰে ৰাইজৰ শ্ৰদ্ধা আৰু আদৰ সহজে বুটলিছিল। মানুহৰ মুখে মুখে বাগৰিছিল তেওঁৰ বিদ্যায়তনিক ব্যুৎপত্তি আৰু প্ৰতিভাৰ কথা। তেওঁৰ প্ৰতিভা আৰু গুণৰ কথা শুনি আমি বিস্ময়ত বিমুগ্ধ হৈছিলো। মুঠতে আমাৰ কিশোৰ মনত ড° হীৰেন গোহাঁইৰ ছবি এক অপ্ৰতিদ্বন্দ্বী নায়ক ৰূপে অংকিত হৈছিল। হীৰেন গোহাঁই মানুহজনক তেতিয়ালৈকে আমি দেখাই নাই।

মনত পুহি ৰাখিছিলো প্ৰবল এক কৌতূহল। তেওঁক চোৱাৰ, তেওঁক জনাৰ তেওঁৰ কাষ চপাৰ হেঁপাহ স্কুলীয়া দিনত পূৰাব নোৱাৰিলো। তেওঁৰ লেখা-মেলা আৰু চিন্তা-ভাবনাৰ লগত আমাৰ পৰিচয় আছিল সীমিত। কিন্তু কাকত-আলোচনীত প্ৰকাশিত তেওঁৰ ৰচনা গোটাই-পিটাই পঢ়াৰ চেষ্টা প্ৰায়েই কৰিছিলো।

কলেজলৈ অহাৰ পিছতো সেই হেঁপাহ সজীৱ হৈয়েই আছিল। কটন কলেজ আৰু গুৱাহাটীৰ ভিন্নজনৰ মুখতো গোহাঁই ছাৰৰ বৰ্ণাঢ্য ব্যক্তিত্বৰ কথা শুনিছিলো। মনত কৌতূহল থাকিলেও গোহাঁই ছাৰক দেখা কৰাৰ সাহ গোটাব পৰা নাছিলো। অৱশ্যে আলেঙে আলেঙে যে তেওঁক দেখা নাছিলো তেনে নহয়। দীঘলী পুখুৰী পাৰৰ ৰেলিঙত ভেঁজা দি একান্তমনেৰে কিতাপ পঢ়ি জালুকবাৰীলৈ যোৱা বাছলৈ অপেক্ষা কৰা ছাৰক দূৰৈৰ পৰা চাইছিলো।

আমাতকৈও ওপৰ শ্ৰেণীত পঢ়া এগৰাকী ছাত্ৰই আমাক গোহাঁই ছাৰৰ বিষয়ে আৰু আগ্ৰহী কৰি তুলিছিল। সেইগৰাকী প্ৰতিভাৱান লেখক হিৰণ্য চৌধুৰীয়ে ছাৰৰ সান্নিধ্য লাভৰ সুযোগ পাইছিল। তেওঁৰ মুখতেই ছাৰৰ মৰমীয়াল ব্যক্তিত্বৰ কথা শুনি আমি আশ্বস্ত হৈছিলো, মনলৈ সাহস আহিছিল। এদিন সংকোচ কাটি কৰি থৈ আমি গোহাঁই ছাৰৰ

নিজৰাপাৰৰ বাসভৱনত উপস্থিত হৈছিলো। সেই সাক্ষ্য আছিল স্নিগ্ধ আৰু মধুৰ। ছাৰৰ ব্যৱহাৰ আৰু ব্যক্তিত্বই আমাক মুগ্ধ কৰিছিল। সেইদিন ধৰি ছাৰক আজিলৈকে একেদৰেই পাই আহিছো; একেই আন্তৰিক ব্যৱহাৰ আৰু হৃদ্যতা।

গোহাঁই ছাৰক প্ৰথম লগপোৱাৰ কথা মনলৈ আহিলে হিৰণ্য চৌধুৰী (এক ৰেল দুৰ্ঘটনাত প্ৰতিভাবান এইগৰাকী লেখকৰ অকাল মৃত্যু ঘটে)ৰ কথা মনত পৰে। এওঁ আছিল ছাৰৰ দ্বাৰা অনুপ্ৰাণিত।

প্ৰাক্‌বিশ্ববিদ্যালয় শ্ৰেণীৰ চূড়ান্তবৰ্ষত পৰীক্ষা দি উঠি গাঁৱৰ ঘৰত আছিলো। অপ্ৰত্যাশিতভাৱে পোৱা এখন পোষ্টকাৰ্ডৰ চিঠিয়ে কেবাদিনলৈকে ৰোমাঞ্চিত কৰি ৰাখিছিল। এই চিঠিখন আন কাৰো নহয়— গোহাঁই ছাৰৰ। কেইশাৰীমান কথাৰে ছাৰে আলোচনী এখনৰ প্ৰস্তুতিৰ কথা জনাইছে আৰু আমাকো জড়িত হ'বলৈ গুৱাহাটীলৈ মাতিছে। আমাক কোনে পায়? আগ্ৰহত অধীৰ হৈ গুৱাহাটী পালো।

গোহাঁই ছাৰ অন্য ধাতুৰে গঢ়া লোক। সামাজিক দায়বদ্ধতা আৰু পাণ্ডিত্যৰ সমান্তৰাল স্ফুৰণ ঘটিছে তেওঁৰ ব্যক্তিত্বত। নিৰাপদ এক জীৱন যাত্ৰা বা সুখ-স্বাচ্ছন্দ্যই তেওঁৰ বাবে শেষ কথা নহয়। নিজৰ ঠাই আৰু সমাজখনৰ বাবে কাম কৰিবলৈকে তেওঁ সুন্দৰ চাকৰি-বাকৰি এৰি ইয়ালৈ গুচি আহিছিল। ছাৰে মাতি পঠোৱা সময়ছোৱাত ৰাজ্যখনত খাদ্য আন্দোলন চলিছিল। পুলিচী দমন তুঙ্গত উঠিছিল। ভুৰবন্ধাত গজেন শইকীয়া আৰু পুতুল ইংতি শ্বহীদ হৈছিল পুলিচৰ গুলীত। এনে পৰিস্থিতিত ৰাইজৰ হকে মাত মাতিবলৈ এখন নিৰপেক্ষ মঞ্চৰ কথা ছাৰে অনুভৱ কৰিছিল। ইয়াৰেই আঁত ধৰি এখন আলোচনীৰ কথা ভবা হৈছিল।

ইতিমধ্যে আলোচনীখনৰ প্ৰাৰম্ভিক কাম ছাৰে সামৰিছিল। দায়িত্ব হিচাপে অবিভক্ত কামৰূপৰ কিছু অঞ্চল ঘূৰি ফুৰি শুভাকাঙ্খীসকলক লগ কৰাটোৱে আমাৰ কাম আছিল। ছাৰৰ পৰামৰ্শক্ৰমে আমি আগবাঢ়িছিলো। নলবাৰী, টিহু, বৰপেটা আদি বিভিন্ন অঞ্চললৈ গৈ আলোচনীখনৰ বাবে কাম কৰিছিলো।

প্ৰস্তুতিৰ শেষত এদিন পদাতিক নামৰ পষেকীয়া আলোচনীখন প্ৰকাশ পালে। ছাৰৰ ব্যতিক্ৰমী সম্পাদনাই পদাতিকক নতুনৰ বাৰ্তাবাহী এখন আলোচনী ৰূপে গঢ় দিলে। ছাৰৰ দৰে বিশাল ব্যক্তিত্বৰ গৰাকী আৰু বিদ্বানৰ সান্নিধ্যত সাংবাদিকতাৰ আদি পাঠ ল'ব পাৰি আমি নিজকে পৰম সৌভাগ্যবান বুলি ভাবিছিলো। নিজৰে ভাল লাগিছিল কেৰ্কেটুৱাৰ বাঁহ পাতৰ ভেঁটিৰেই আমি এক মহৎ কাৰ্যত জড়িত হ'বলৈ পোৱাত।

ধুবুৰীৰ পৰা শদিয়ালৈকে আলোচনীখনৰ মোল বুজা মানুহৰ অভাৱ নহ'ল। আলোচনীখনত সামাজিক আৰু ৰাজনৈতিক জীৱনৰ কোনো এটা দিশেই সামৰিবলৈ ছাৰে পাহৰা নাছিল। জনসাধাৰণৰ মঙ্গল চিন্তাই আছিল পদাতিকৰ মূল উদ্দেশ্য। যিকোনো ভুল নীতিৰ বাবে চৰকাৰ সমালোচিত হৈছিল। ছাৰৰ উদ্যোগত এচাম নতুন লেখক আৰু ছিৰিয়াচ পাঠকৰ সৃষ্টি হৈছিল।

আলোচনীখনৰ লগত জড়িত নহ'লে ছাৰৰ ব্যক্তিত্বৰ বহু কথাই হয়তো আমি মনেই নকৰিলোহেঁতেন। **পদাতিক** ছপা হৈছিল আঠগাঁৱৰ এটা সৰু প্ৰেছত। ছাৰে বিশ্ববিদ্যালয়ৰ পৰা বাহিৰে বাহিৰে প্ৰেছলৈ আহিছিল। সকলো কামতে ছাৰক হাতে কামে লগা দেখিছিলো। আনকি কাকত পেকেট কৰাৰ পৰা ডাক টিকট লগোৱালৈকে সকলো কামতে ছাৰে হাত দিছিল। সম্পাদনা, যোগাযোগ আদিৰ কথা নক'লোৱেইবা।

**পদাতিক** প্ৰকাশৰ সময়চোৱাতেই ছাৰৰ বিশাল ব্যক্তিত্বৰ ছাঁত কিঞ্চিত সময় ৰোৱাৰ সুযোগ আমাৰ হৈছিল। ছাৰৰ দৰে হৃদয়বান-উমাল ব্যক্তিৰ সান্নিধ্যলৈ যি এবাৰ আহিছে তেওঁ মানৱিক সম্পৰ্কৰ সেই উম কাহানিও পাহৰিব নোৱাৰে। আমাৰ অভিজ্ঞতা সেয়ে আজিও সজীৱ।

কেৱল **পদাতিকৰ** জৰিয়তেই নহয়, তাৰ পিছৰ পৰ্যায়তো আমাৰ সামাজিক আৰু ৰাজনৈতিক বিপৰ্যস্ত জীৱনৰ প্ৰতিটো কথাতেই ছাৰে মাত মাতি আহিছে। সৰ্বসাধাৰণ মানুহক আশাৰ বাট দেখুওৱাৰ চেষ্টা সদায় কৰি আহিছে। যোৱা প্ৰায় দুটা দশকৰ ছিন্ন-ভিন্ন আৰু বিপন্ন সময়ত দায়বদ্ধতাৰে ছাৰে যি সাহসী ভূমিকা পালন কৰিছে, তাক কৈ অন্ত কৰিব নোৱাৰি।

ড° গোহাঁই ছাৰৰ বহুমুখী আৰু বৰ্ণাঢ্য ভূমিকাই আমাৰ সমাজক যে সমৃদ্ধ কৰিছে তাক নতুনকৈ কোৱাৰ প্ৰয়োজন নাই। জ্ঞান-চৰ্চা আৰু সামাজিক দায়বদ্ধতাৰ দায়িত্ব সমান্তৰালভাৱে পালন কৰাৰ ক্ষমতাই ছাৰৰ ব্যক্তিত্বক দান কৰিছে বিশালতা। সংকট কালত তেওঁৰ সাহসী কণ্ঠস্বৰ দুৰ্বল আৰু নিঃকিনজনৰ বাবে আশ্বাসৰ অনাবিল উৎসৰূপে স্বীকৃত। হতাশজনক পৰিস্থিতিত আজিও আমি ছাৰৰ মুখলৈকে চাওঁ।

মানুহ হিচাপে ছাৰে আমাক যি আদৰ্শ দেখুৱাইছে তাৰ কিঞ্চিতো পালন কৰিছো বুলি আমি ক'ব নোৱাৰো। ব্যক্তিগত সহায় আৰু উষ্ণতাৰে বাট বুলিবলৈ দিয়া সাহস আৰু প্ৰেৰণাৰ ঋণ পৰিশোধো আমাৰ বাবে অসম্ভৱ। গোহাঁই ছাৰৰ সান্নিধ্যত পোৱা মনুষ্যত্বৰ শিক্ষাই আজিও আমাক আত্মসমালোচনাৰ বাবে উন্মুখ কৰে। ব্যক্তি হিচাপে আমি পোৱা এই অভিজ্ঞতাৰ সোৱাদ প্ৰকৃতাৰ্থত সামগ্ৰিক ৰূপত আমাৰ সমাজখনেও পাইছে। ❑

# সান্নিধ্যৰ সেই বিৰল মুহূৰ্তবোৰ

• সমীৰ তাঁতী

দিনবোৰ গৈ আছে। আমিও গৈ আছোঁ মৃত্যুৰ ফালে মৃত্যুৰেই দৃশ্য চাই। এতিয়া এনে এটা দিন নাই যিদিনা সংঘৰ্ষ নঘটাকৈ থকা নাই। জীৱন যেন মৃত্যুৰেই লীলাভূমি। মানুহৰ মাজৰ পৰা হেৰাই গৈছে মানৱীয় অনুভূতিসমূহ। কৃত্ৰিমতাই যেন সকলোৰে হৃদয়-মন আৱৰি ধৰিছে। আমি চাই আছোঁ ইজনে সিজনৰ মুখৰ ফালে অসহায়ভাৱে। তথাপি ক'ৰবাত যেন এতিয়াও থিয় হৈ আছে মানুহ একো একোজোপা বিশাল গছৰ দৰে। আছে বিশ্বাস, সততা, হৃদয়ৰ উষ্ণতা আৰু মানৱতাবোধ। আছে ঈৰ্ষা, হিংসা আৰু অপ্ৰীতিৰ প্ৰখৰ ৰ'দতো আমাক শীতলতা দান কৰিব পৰা চেনেহৰ ছাঁ। হাজাৰটা দুৰ্যোগৰ মাজতো ইজনে সিজনলৈ আগবঢ়াই দিয়া সহায়ৰ হাত। সেইবাবে জীৱন এতিয়াও জীৱন হৈ আছে। ছাৰৰ সান্নিধ্যই এইবোৰ কথাই মনত পেলাই দিয়ে।

১৯৭৭ চনৰ কথা। তেতিয়া আমি দেৰগাঁৱৰ কমল দুৱৰা মহাবিদ্যালয়ৰ ছাত্ৰ। ছাৰ গোলাঘাটলৈ আহিব বুলি গম পাইছিলো। সেই সময়ত আমাৰ অঞ্চলৰ কেওফালে ছাৰৰ অনুৰাগী। ছাৰৰ বক্তৃতা শুনাৰ আগ্ৰহ থকা সত্ত্বেও সেইবাৰ গোলাঘাটলৈ যাব পৰা নাছিলো। পিছত সেই সভালৈ যোৱা বন্ধুসকলে ছাৰৰ বক্তৃতাৰ কথা কৈছিল। কথাবোৰ শুনি শুনি ভাবিছিলো ছাৰক কেনেকৈ কেতিয়া লগ পাম। আমি য'তেই যেতিয়া ছাৰৰ লেখনি পাইছিলো পৰম আগ্ৰহেৰে পঢ়িছিলো। বহু কথাই তেতিয়া বুজি নাপালেও আমাৰ দৰে হতাশাত ভুগি থকা ডাল-দৰিদ্ৰবোৰৰ বাবে ছাৰ আছিল আশা আৰু প্ৰেৰণাৰ এগছি চাকি। ড° হীৰেন গোহাঁই— এই নামটোৱেই আছিল যথেষ্ট। সেই সময়ৰ আৰ্থিক অনাটন আৰু হতাশাতো আমি ছাৰৰ লেখনি পঢ়ি মনত বল পাইছিলো। যি কোনো দুৰ্যোগৰ মুখামুখি হ'বলৈ আমি যেন এক নতুন সাহস পাইছিলো। অথচ গুৱাহাটীৰ পৰা ইমান দূৰৈত আমাক তেতিয়া প্ৰেৰণা যোগাব পৰা কোনো নাছিল। ড° হীৰেন গোহাঁই আৰু হোমেন বৰগোহাঞি এই দুটা নামেই আছিল যাইকৈ আমাৰ বাবে আশাৰ মূলধন। ছাৰৰ মাজত আমি বিচাৰি পাইছিলো এনে এজন অভিভাৱকক যি অদৃশ্যভাৱে আমাক আশা আৰু প্ৰেৰণা যোগাই আছিল। আমাক যেন বাৰে বাৰে কৈ আছিল হাৰি নাযাবলৈ।

১৯৭৮ চনত স্নাতক হোৱাৰ পাছত কোনো সম্বল নোহোৱাকৈ কেৱল ছাৰক লগ পাবৰ বাবে গুৱাহাটী পাইছিলো। এদিন সেই আশা ফলিয়ালে। স্নাতকোত্তৰ শ্ৰেণীত নাম

ভৰ্ত্তি কৰিলো। ছাৰক লগ পোৱাৰ সেই দিন আহি পালে। কি যে এক বিৰল মুহূৰ্ত আছিল এয়া। শ্ৰেণীত আমি তন্ময় হৈ ছাৰৰ বক্তৃতা শুনিলো। একোটা জটিল বিষয়কো কেনে সহজভাৱে ছাৰে বুজাই দিব পাৰিছিল। এগৰাকী গুণী, দক্ষ শিক্ষক কেনে হ'ব পাৰে সিদিনাৰ পাঠদানৰ পৰাই বুজিব পাৰিছিলো আৰু সেইবাবে ছাৰৰ ক্লাছত সদায় উপস্থিত থাকিবলৈ যত্ন কৰিছিলো। বন্ধু ৰাজীৱ ফুকনৰ লগত ছাৰৰ ঘৰলৈকো গৈছিলো। ছাৰে আমাৰ অৱস্থাৰ কথা গম পাই যথেষ্ট প্ৰেৰণা দিছিল। যেতিয়াই কিবা জানিবলৈ মন গৈছিল, তেতিয়াই ছাৰৰ কাষ চাপিছিলো। আনকি ব্যক্তিগত অসুবিধাৰ কথাও ছাৰক নিঃসঙ্কোচে ক'ব পাৰিছিলো। আমি তেনে মেধাবী ছাত্ৰও নাছিলো। অথচ ছাৰে আমাৰ দুটাক যথেষ্ট প্ৰেৰণা যোগাইছিল। বিভিন্ন কথা ছাৰৰ স'তে আলোচনা কৰিছিলো— সমাজ ব্যৱস্থাৰ কথা, দেশৰ কথা, ৰাইজৰ কথা, নিজৰ কথা, শিল্প-সাহিত্যৰ কথা। প্ৰতিবাৰেই ছাৰে আমাক বিভিন্ন দিহা-পৰামৰ্শ দি উদগনি দিছিল। সন্ধিয়াবোৰত বাইদেৱে দিয়া চাহ-বিস্কুট আৰু পিঠা খাই ভোক পলুৱাইছিলো। আজিও সেই দিনবোৰৰ কথা মনত পৰে। কৃতজ্ঞতাৰ বাহিৰেনো ছাৰ আৰু বাইদেউক কি দিব পাৰো।

১৯৭৯ চনত গুৱালকুছি সাহিত্য সভালৈ গৈছিলো। সেই অধিবেশনত ছাৰে এটা ষ্টল দিছিল। চীনা সাহিত্য আৰু বামপন্থী সাহিত্য-আলোচনীৰ ষ্টল। আমি সাধাৰণভাৱে ষ্টলটো সজাইছিলো। প্ৰায় আটাইকেইদিন সেইবোৰৰ প্ৰতি ৰাইজৰ আগ্ৰহ দেখি ভাল লাগিছিল। মানুহে সেই সম্পৰ্কে বিভিন্ন কথা সুধিছিল আৰু কিতাপ-আলোচনীবোৰ কিনিছিল। মই, ৰাজীৱ আৰু ভৰালীয়ে পোষ্টাৰ আৰু ছবিবোৰ দেখুৱাই বিভিন্ন কথা বুজাইছিলো। প্ৰথম দিনা ষ্টলটো সজোৱাৰ পাছত ৰাতি ভাত-পানী খাই আমি শুবলৈ যা-যোগাৰ কৰিছিলো। মাটিত খেৰ পাৰি মই আৰু ছাৰ শুইছিলো। ঠিক তেনে সময়তে এজাক বৰষুণ আহিল। পানীয়ে আমাৰ বিচনা তিয়াই পেলালে। উপায়ন্তৰহীন হৈ গোটেই ৰাতি ছাৰ আৰু মই বহিয়েই কটালো। ছাৰৰ দৰে এগৰাকী অসাধাৰণ পণ্ডিত আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ কৃতী শিক্ষকে ইচ্ছা কৰা হ'লে সেই ঠাগুাত কাৰোবাৰ ঘৰত থকাৰ সুন্দৰ ব্যৱস্থা কৰি ল'ব পাৰিলেহেঁতেন। কিন্তু ছাৰে দহজন সাধাৰণ মানুহৰ দৰে জীৱন কটাব খুজিছিল। সেইবাবে আমাৰ দৰে সাধাৰণ ছাত্ৰক নিজৰ কৰি লৈ সেই দুখ-কষ্টক হাঁহিমুখে গ্ৰহণ কৰিছিল। কথা আৰু কামত ছাৰ যে এক সেইদিনাই বুজিব পাৰিছিলো। ক'ব নোৱাৰাকৈ ছাৰৰ প্ৰতি শ্ৰদ্ধা দুগুণে বাঢ়িছিল। শেহৰ দিনা মই আৰু ৰাজীৱে সকলো কাম সামৰি ছাৰৰ কোৱাৰ্টাৰ পাওঁতে ৰাতি ভালেমান হৈছিল। কেউফালৰ মানুহে শুই নিঃপালি দিছিল। আমি সংকোচেৰে বেল বজাইছিলো। সেই সময়তো ছাৰ শোৱা নাছিল। ছাৰ বোধকৰো জানিছিল যে আমি যাম। দুৱাৰ খুলি ছাৰে আমাক বহিবলৈ দিলে। তাৰ পাছত আমাক আচৰিত কৰি দুকাপ কফি আনি দিলে। আমি কফি খাই ছাৰক সকলো কথা জনাই বিদায় লৈছিলো। বাটে বাটে মই ছাৰৰ এই আন্তৰিকতা, মৰমৰ কথাকে ভাবিছিলো। আমাক ছাৰে সেই ৰাতি কফি কৰি নুখুওৱা হ'লেও হ'লহেঁতেন। কিন্তু সেই জাৰৰ ৰাতি ছাৰে হয়তো বুজিছিল একাপ গৰম চাহ বা কফিয়ে শৰীৰত কিমান শক্তি আৰু উত্তাপ যোগাব পাৰে।

সেই বছৰৰে জুন মাহত মোৰ এটা কবিতা সাদিনীয়া নাগৰিক কাকতত প্ৰকাশ পাইছিল। ছাৰে কবিতাটো পঢ়িছিল। বোধকৰো সেইবাবে চেম্বাৰলৈ মাতি নি মোক কৈছিল কবিতাটো ভাল হোৱা বুলি। মই ছাৰৰ সেই মন্তব্য শুনি যথেষ্ট প্ৰেৰণা পাইছিলো। তেতিয়াৰ পৰা নিয়মীয়াকৈ কবিতা লেখিবলৈ ল'লো। তাৰ পাছতো ছাৰক বহুবাৰ লগ পাইছো, বহু কথা পাতিছো। প্ৰতিবাৰেই ছাৰে আমাৰ দৰে তৰুণবোৰৰ মনৰ নতুন দিগন্ত উন্মোচন কৰিছে। নতুন চিন্তা, নতুন ধ্যান-ধাৰণাৰে আমাক সমৃদ্ধ কৰিছে।

অসম আন্দোলনৰ সেই ভয়াবহ দিনবোৰত ছাৰে এককভাৱে এটা ভূমিকা পালন কৰিছিল। কলাখাৰ কাকতখন প্ৰকাশ কৰা বাবে ছাৰক আক্ৰমণ কৰা হৈছিল। কথমপিহে ছাৰে সেই আক্ৰমণৰ পৰা বাচি আহিছিল। বিভিন্ন পক্ষৰ পৰা ছাৰৰ ওপৰত আক্ৰমণ চলোৱা হৈছিল।·কিন্তু এই আক্ৰমণৰ মাজতো ছাৰে নিজৰ কাম কৰি গৈছিল। অৱশ্যে ছাৰে আন কিছুমান সাংবাদিকৰ দৰে ঘৰতে বহি সংবাদ পৰিবেশন কৰা নাছিল। ছাৰে সেই ভয়াবহ দিনবোৰতো মুকালমুৱা, ফুলুংচাপৰি আদি ঠাইসমূহ পৰিদৰ্শন কৰিছিল। অকল সেয়াই নহয় আমাৰ দৰে সহস্ৰ তৰুণকো এই বাটেদি খোজকাঢ়িবলৈ অনুপ্ৰাণিত কৰিছিল। ছাৰৰ সেই সময়ৰ দলিল স্বৰূপ তেজৰ আখৰে লিখা পঢ়িলে বুজিব পাৰি ছাৰে কেনে এক সময়ৰ মাজেৰে গতি কৰিছিল।

১৯৮১ চনত মোৰ বিয়াত ছাৰ আৰু বাইদেৱে যথেষ্ট সহায় কৰিছিল। অভাৱ-অনাটনৰ সেই দিনবোৰত ছাৰ আৰু বাইদেউ আছিল আমাৰ অভিভাৱকৰ দৰে। প্ৰয়োজন অনুসৰি যথেষ্ট সহায় কৰিছিল। সেই সময়ত ছাৰৰ এখন চাইকেল আছিল। ছাৰে সেই চাইকেলখন চলাই খবৰ ল'বলৈ আহিছিল। ইচ্ছা কৰা হ'লে ছাৰে ৰাজ অনুগ্ৰহত স্বাচ্ছন্দ্যেৰে দিনবোৰ কটাব পাৰিলেহেঁতেন। কিন্তু ছাৰে জনগণৰ পক্ষ লৈ সদায় ৰাইজৰ মংগলৰ বাবে, ৰাইজৰ অধিকাৰৰ বাবে মাত মাতি গ'ল। আজিও ছাৰৰ ভূমিকা তেনেদৰেই আছে বাইশ বছৰৰ আগতে যেনে আছিল। নিৰ্ভীক, আপোচবিহীন; অনমনীয়। নিজৰ আদৰ্শ আৰু সততাক সবাৰে ওপৰত তুলি ধৰি চলাই আছে কলম। কত বিতৰ্ক, কত বাদ-অপবাদ, কত ষড়যন্ত্ৰ চলি আছে ছাৰক হেয় কৰিবলৈ। কিন্তু প্ৰতিবাৰেই ছাৰ জিলিকি আছে জুয়ে পোৰা সোণৰ দৰে।

১৯৮৫ চনত মোৰ যুদ্ধভূমিৰ কবিতা প্ৰকাশ পায়। তাৰ আগলৈকে মাত্ৰ এমুঠিমান মানুহে জানিছিল মোক কবিতা লিখা বুলি। কিন্তু ছাৰে লিখা এই গ্ৰন্থখনৰ পাতনিয়ে মোক অসমীয়া কাব্য সাহিত্যত কবি হিচাপে জনাজাত কৰিলে। মই নাজানো মই কিমানখিনি ন্যায় কৰিছিলো কবিতাৰ ক্ষেত্ৰত। কিন্তু আজিও মোৰ কবিতাৰ পাঠকে মোক জানে যুদ্ধভূমিৰ কবি ৰূপে। ১৯৮৭ চনত ছাৰৰ কাৰণে মই ভূপাললৈ যাব পাৰিছিলো। মোৰ ভূপাল যাত্ৰাই মোৰ কবিতাক এক নতুন গতি, নতুনত্ব দান কৰিলে বুলি ক'ব পাৰি। আৰু সেইখিনি সম্ভৱ হৈছিল একমাত্ৰ ছাৰৰ বাবে। তাৰ পাছতো ছাৰে বহুকেইজন কবিৰ কবিতাৰ পাতনি লেখিছে। বহুতকে বাহিৰলৈ যোৱাৰ সুযোগ কৰি দিছে। যি সময়ত আমাৰ সাহিত্যত

গোষ্ঠীবাদে বহু কবিৰ গতিপথ ৰুদ্ধ কৰিছিল, সেই সময়ত কেৱল ছাৰৰ একক প্ৰচেষ্টাতে বহুকেইজন তৰুণ কবিয়ে স্বীকৃতি লাভ কৰে। অসমীয়া সমালোচনা সাহিত্য ছাৰক বাদ দি জানো ভাবিব পাৰি?

আজি বিভিন্নজনে বিতৰ্কৰ জৰিয়তে ছাৰক হেয় কৰাৰ এটা চেষ্টা চলাই আছে। কিন্তু তেওঁলোকে পাৰিবনে ছাৰক হেয় কৰিবলৈ? ছাৰতো নিজস্ব ব্যক্তিত্বেৰে ছাৰ হৈয়ে আছে। এনে খণ্ডেকীয়া বাক্‌যুদ্ধেৰে ছাৰৰ পাণ্ডিত্য, ছাৰৰ ব্যক্তিত্বক অস্বীকাৰ কৰাৰ চেষ্টা যিমানেই নকৰক অসমীয়া সাহিত্যত ছাৰক অস্বীকাৰ কৰাৰ দুঃসাহস কৰোঁৱেই নাই। তৰুণ প্ৰজন্মৰ সকলো লেখকৰ বাবে ছাৰ আশা আৰু প্ৰেৰণাৰ উজ্জ্বল নক্ষত্ৰ। ছাৰৰ সান্নিধ্যলৈ অহাসকলে সেই কথা ক'ব। আজিও ছাৰে দেখুৱাই দিয়া বাটেদি আমি গৈ আছোঁ। আমি জানো বিগত শতিকাৰ দৰে এই সহস্ৰাব্দতো ছাৰ আমাৰ চিন্তানায়ক হৈ থাকিব। ❑

# আমাৰ বাপা - স্মৃতিৰ কেইটিমান টুকুৰা

• ডাঃ কমলা গোহাঁই সেনগুপ্ত

হীৰেনৰ লম্ভ্ লাগিজ্ কিতাপখন পঢ়াৰ পিছত মোৰ মনত নানা ভাবৰ ঢৌৱে খেলি-মেলি লগাইছিল। তেওঁৰ ল'ৰালিৰ পৰা ডেকা বয়সৰ কিছুমান পুৰণি ঘটনাই কিতাপখনত ঠাই পাইছে। মই ১৯৪৬ চনৰ জুন মাহত কলিকতাত পঢ়িবলৈ আহো। তেওঁ তেতিয়া তৃতীয় শ্ৰেণীৰ স্কুলীয়া ছাত্ৰ। মই তেতিয়াই ঘৰ এৰিলো। কলেজৰ ছাত্ৰী হিচাপে পোৱা গৰম বা পূজাৰ বন্ধৰ বাহিৰে ঘৰলৈ যোৱা নাছিলো। তাৰোপৰি পূজাৰ বন্ধ কম বুলি, আৰু পৰীক্ষা ওচৰ চাপিলে ঘৰলৈ নগৈছিলো। তেতিয়া কামৰূপ এক্সপ্ৰেছ বা শৰাইঘাটৰ দৰে ট্ৰেইন নাছিল। ট্ৰেইন তেতিয়া বাংলাদেশৰ পাৱৰ্তিপুৰ হৈ অসমলৈ গৈছিল। অকলে ট্ৰেইনত অহা-যোৱা কৰাটো নিৰাপদ নাছিল। আকাশ পথত উৰাজাহাজ চলা আৰম্ভ হৈছে মাথোন- - ডাকোটা বিমান। এটা প্ৰাইভেট কোম্পানীয়ে চলাইছিল সেই উৰাজাহাজ Air Ways India. পিছলৈ সেই কোম্পানীটো চৰকাৰে লয় আৰু Indian Airlines আৰম্ভ হয়। ডাকোটা উৰাজাহাজত নিৰাপত্তাৰ কিবা অভাৱ আছিল আৰু ভাৰতবৰ্ষৰ উত্তৰ পূবৰ ৰাজ্যবোৰত চলোৱা হৈছিল। ধুমুহা বা আন কাৰণত এই ঠাইবোৰত প্ৰায়ে এই উৰাজাহাজৰ দুৰ্ঘটনা হৈ থকাৰ শেহত এই নামৰ উৰাজাহাজ চলোৱা বন্ধ কৰি দিয়া হয়। তেতিয়াৰ দিনত ভাড়া আছিল ৭২ টকা। আমাৰ কলেজীয়া দিনত সেই টকাখিনিকে গোটাই টিকট কিনিবলৈ টান আছিল। সেই বাবে হীৰেনৰ চেমনীয়া বয়স মোৰ প্ৰায় অজানাই আছিল। এটা কথা কিন্তু ভালকৈ মনত আছে, তেওঁ তেতিয়া পঞ্চম শ্ৰেণীত পঢ়ে— বোধহয় ১৯৫০ চন — অসমৰ সেই বছৰৰ ভূমিকম্পৰ বিষয়ে সচিত্ৰ ৰচনা এখন লিখি তেওঁ মোলৈ পঠিয়াইছিল। বহুতদিন সেই চিঠিখন মই সযতনে সাঁচি থৈছিলো। ঘটনাটোৰ সচিত্ৰ নিখুঁট বৰ্ণনা আৰু লগত কলমেৰে আঁকা স্কেচ্‌বোৰৰ কথা এতিয়াও ৰিণিকি ৰিণিকি মনত পৰে। অবাক হৈছিলো সেই সৰু ল'ৰাটিৰ জীৱন-দৰ্শন আৰু ৰসবোধৰ পৰিচয় পাই।

১৯৪৭ চনৰ ১৫ আগষ্টত দেশ স্বাধীন হ'ল। সেই দিনা আবেলি যেতিয়া সকলো মানুহ আনন্দ উৎসৱত মত্ত, গুৱাহাটীত আমাৰ ঘৰৰ আগেদি সমদলৰ লগত যোৱা গাড়ী এখনৰ তলত চেপা খাই আমাৰ পোহনীয়া কুকুৰটিৰ মৃত্যু হয়। ঘটনাটোৱে হীৰেনৰ মনত এনে এটা সাঁচ বহুৱাইছিল যে তেওঁ মোলৈ লিখা চিঠি এখনত ঘটনাৰ সবিস্তাৰে বৰ্ণনা কৰি মনৰ দুখ পাতলাইছিল। কথাটো মোৰ মনত আছে এইবাবে যে তেতিয়াই তেওঁৰ বয়সীয়া

ল'ৰা এটিয়ে দুটা অৱস্থাৰ বিপৰীত ফালটো বিচাৰ কৰিব পৰা হৈছিল— এপিনে স্বাধীনতা প্ৰথম দিনৰ ৰমক্‌জমক আৰু অইন পিনে এটি কুকুৰৰ দুৰ্ঘটনাজনিত কৰুণ মৃত্যু।

স্কুলীয়া শিক্ষাৰ শেষ পৰীক্ষাত গোটেই ৰাজ্যৰ ভিতৰত দ্বিতীয় হৈ পাছ কৰাৰ পিছত তেওঁ মোলৈ টেলিগ্ৰাম কৰি জনালে যে কলিকতাৰ প্ৰেচিডেন্সি কলেজত তেওঁ পঢ়িব খোজে। কলেজৰ এখন ফৰ্ম আনি তেওঁলৈ পঠাই দিব লাগে। তেতিয়াৰ প্ৰেচিডেন্সি কলেজ আজিৰ নিচিনা নাছিল— The cream of the student population of eastern India wanted to get admission in that institution. কিন্তু মই গৈ কলেজৰ অফিচত হীৰেনৰ নাম-ধাম লিখি দিয়াৰ পিছত তেওঁলোকে বৰ আগ্ৰহ কৰিয়েই মোক ফৰ্ম এখন দিলে।

ইয়াৰ পিছৰ তিনি-চাৰি বছৰ তেওঁ কলিকতাৰ ইডেন হিন্দু হোষ্টেলত থাকিয়েই বি.এ. পাছ কৰিলে। সেই সময়ত তেওঁ প্ৰায়ে বউবজাৰৰ আমাৰ ঘৰলৈ আহিছিল। মই তেতিয়া ঘোঁৰ সংসাৰী- শহুৰদেউতাৰ হাৰ্টৰ বেমাৰ আছিল। তেখেতক আৰু মোৰ জীয়াৰীক এৰি তেতিয়া অইন পিনে বেছি মন দিয়া মোৰ পক্ষে সম্ভৱ নাছিল। কিন্তু মোৰ হৈ মোৰ প্ৰয়াত স্বামীয়ে হীৰেনৰ খবৰ বাতৰি লৈছিল। তেওঁৰ লগতো হীৰেনৰ সম্পৰ্ক খুব ভাল আছিল। হীৰেনৰ দুই এজন বন্ধুৰ লগতো আমাৰ চিনাকি হৈছিল। তেওঁৰ প্ৰেচিডেন্সি কলেজৰ শিক্ষকসকলৰ ভিতৰত প্ৰয়াত অমল চেটাৰ্জী, তাৰক সেনৰ বিষয়ে তেওঁৰ মুখত প্ৰশংসা শুনিছিলো। সহপাঠীসকলৰ ভিতৰত শ্ৰীপৰিতোষ সান্যালৰ লগত তেওঁ অন্তৰঙ্গ আছিল। (এই ছাত্ৰজন বৰ্তমান কল্যাণী বিশ্ববিদ্যালয়ত আছে, হীৰেনৰ লগত মই তেওঁৰ ঘৰলৈকো গৈছো।) ভবেন বৰুৱাৰ লগতো হৃদ্যতা আছিল।

কলিকতাত বি.এ. পাছ কৰাৰ পিছত তেওঁ দিল্লীলৈ যায়। এম.এ. পাছ কৰি তাতে ৰামযশ কলেজত অধ্যাপনা কৰিবলৈ লয়। ১৯৬১ চনত তেওঁ উচ্চ শিক্ষাৰ বাবে বিলাতলৈ যায়।

কেম্ব্ৰিজত থাকোতেই তেওঁ বামপন্থী মতাদৰ্শত দীক্ষিত হয়। সেই সময়ত ইউৰোপত ৰাছিয়ান সাম্যবাদৰ চূড়ান্ত সাফল্য। মোৰ মনেৰে যুক্তিবাদী তৰুণ সংবেদনশীল হীৰেনে বিদেশলৈ গৈ এখন শোষণহীন, মুক্ত, পেটভৰাই খাবলৈ পোৱা সমাজ দেখি নিজৰ দেশৰ অৱস্থাৰ লগত তাক তুলনা কৰি চাই সাম্যবাদ তথা মাৰ্ক্সবাদৰ বিষয়ে আগ্ৰহী হয়। সেই মানসিক প্ৰৱণতা আজিও তেওঁৰ সমানে কাৰ্যকৰী হৈ আছে বুলি মোৰ বিশ্বাস। কিন্তু বেদবাক্য অভ্ৰান্ত বুলি যেনেকৈ তেওঁ বিশ্বাস নকৰে, মাৰ্ক্সবাদো অভ্ৰান্ত বুলি তেওঁ নাভাবে। যদিও মাৰ্ক্সবাদৰ বৈজ্ঞানিক বিশ্লেষণ আৰু তাৰ ব্যৱহাৰিক পটুতাৰ প্ৰতি তেওঁ আজিও বিশ্বস্ত।

আমাৰ সৰুকালত বিলাতত উচ্চশিক্ষা লভিবলৈ যোৱা বহুতেই তেতিয়াৰ দিনত বোম্বেৰ পৰা সমুদ্ৰ যাত্ৰা কৰি যোৱা বা উৰাজাহাজত যোৱা। বহুতেই যাত্ৰাপথত অভিজ্ঞতা বা তাৰ পিছত গন্তব্যস্থলৰ বিষয়ে সবিশেষ কাহিনী আলোচনীৰ জৰিয়তে বা কিতাপৰ

আকাৰে প্ৰকাশ কৰি দেশৰ মানুহক উপহাৰ দিছিল। আমাৰ সীমিত সাহিত্য জগতত সেই ভ্ৰমণকাহিনীবোৰৰ দাম যথেষ্ট আছিল। হীৰেনৰ পৰা কিন্তু তেনে অভিজ্ঞতাৰ কোনো বৰ্ণনা আমি আজিলৈকে নাপালো। তেওঁৰ লন্ডন লাগিজৰ দুই এটা লেখাত মাত্ৰ তাৰ উল্লেখ আছে। কিন্তু তেওঁৰ মানসিক উত্তৰণৰ ক্ষেত্ৰত বিলাতৰ অভিজ্ঞতাই কিমান প্ৰভাৱ পেলাইছিল, সেইবিষয়ে জানিবলৈ আগ্ৰহ বৈ গ'ল।

তেওঁ স্বদেশলৈ ঘূৰি অহাৰ সময়ত পশ্চিমবংগত নক্সালপন্থী আন্দোলন আৰু অসমত তাৰ ঢৌ বাগৰি পৰিছিল। কলিকতা বিশ্ববিদ্যালয়ৰ প্ৰেচিডেন্সি কলেজ যাদবপুৰ বিশ্ববিদ্যালয়ৰ মেধাৱী ছাত্ৰসমাজে বিপ্লৱৰ দ্বাৰা দেশৰ দুৰৱস্থা দূৰ কৰিবলৈ আৰু চীনৰ গণপ্ৰজাতন্ত্ৰৰ ভাৱাদৰ্শত উদ্বুদ্ধ হৈ দেশত বিপ্লৱ আনিবলৈ দেহে-কেহে লাগি গ'ল। বামপন্থী বুদ্ধিজীৱী হেমাঙ্গ বিশ্বাসকে আদি কৰি কেইবাজনো শিল্পী-সাহিত্যিকৰ লগত তেওঁৰ আন্তৰিক সম্পৰ্ক গঢ়ি উঠিল। সেই সময়ত তেওঁ অতি ব্যস্ততাৰ দিন কটাইছিল। বহু বিপ্লৱী কমিউনিষ্টক তেওঁ আনি দেউতাকৰ ঘৰত আশ্ৰয় দি ৰাখিছিল।

লেনিনৰ এশবছৰীয়া জন্মদিন কলিকতাত পালিত হৈছিল। সেই জন্মোৎসৱলৈ লেনিনৰ বিষয়ে এটা বক্তৃতা দিবলৈ তেওঁক মতা হৈছিল। বক্তৃতাৰ দিনা গধূলি তেওঁ ঘূৰি আহোতে মই সুধিছিলো— "কেনে হ'ল জন্মোৎসৱ?" তেওঁ যেন অলপ বিষাদৰ হাঁহি এটা মাৰি ক'লে, "সৰ্বহাৰাৰ নেতা লেনিনৰ জন্মদিনত আমি মাংস-ভাতৰ ভোজ খাই পালন কৰিলো।" কথাটোৱে মোৰ মনত সাঁচ বহুৱাই থৈ গ'ল। সৰ্বহাৰাৰ নেতাক স্মৰণ কৰি ভোজ-ভাত খালে সৰ্বহাৰাৰ কিবা উপকাৰ হ'ব নে? অৱশ্যে তেওঁৰ লগত এই বিষয়ে মোৰ আৰু কোনো আলোচনা নহ'ল।

তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ত ইংৰাজীৰ অধ্যাপক হৈ সোমোৱাৰ পিছত ৰাণীৰ লগত তেওঁৰ বিয়া হ'ল। বিয়াত মই যাব নোৱাৰিলো। কিন্তু তেওঁ ন-কইনা দেখুৱাবলৈ কলিকতালৈ আহিল। ৰাণী তেতিয়া সুস্বাস্থ্যৰ অধিকাৰিণী নামকৰা এথ্‌লীট। ৰাণীৰ খোলা-মেলা মনৰ পৰিচয় পাই মই মুগ্ধ হ'লো, মই বুজি পালো হীৰেনে কিয় ৰাণীক বহুগৰাকীৰ মাজত বাছি ল'লে। তাৰ পিছৰ কালছোৱাত তেওঁ সাহিত্য-সমালোচনাৰ কাম কৰে। দেশৰ ৰাজনৈতিক পটভূমিকাতকৈ তেতিয়া তেওঁ সাহিত্যৰ সমালোচকৰ ক্ষেত্ৰত বহুত পুৰণিকালত প্ৰকাশিত হোৱা কিতাপৰ নতুন মূল্যায়ন কৰে। বিবিঞ্চি বৰুৱাৰ জীৱনৰ বাটত এনে এখন কিতাপ। পঞ্চাশ বছৰৰ আগত প্ৰকাশিত হোৱা এই কিতাপখন আমি সকলোৱেই পঢ়িছিলো। কিন্তু সেই কিতাপখনৰ চিৰদুঃখিনী আঁৰৰ ঘটনাবোৰ ফঁহিয়াই হীৰেনে লেখকৰ যি অন্তৰ্নিহিত সমবেদনা আৰু চৰিত্ৰ সৃষ্টিৰ অনুপম দক্ষতা আঙুলিয়াই দেখুৱালে— তাত তেওঁৰ মানসিক কোমল স্বভাৱৰ পৰিচয় পোৱা যায়। পঞ্চাশ বছৰৰ পিছত আকৌ নতুন দৃষ্টিভঙ্গী লৈ কিতাপখন পঢ়ি চালো আৰু নতুনকৈ তাৰ ৰস আস্বাদন কৰিলো।

তাৰ পিছৰ কালচোৱাত অসমত 'বঙাল খেদা আন্দোলন' আৰম্ভ হ'ল। পূৰ্বপাকিস্তানত উৰ্দুভাষী মিলিটাৰী শাসন আৰু অত্যাচাৰৰ ফলত উদ্ভূত পৰিস্থিতিৰ পৰা ৰক্ষা পাবলৈ

হোৱা বেআইনী অনুপ্ৰবেশে অসমৰ ৰাইজৰ আৰু অসম প্ৰদেশৰ অস্তিত্ব ৰক্ষা কৰাই টান হৈ পৰে। সাধাৰণ ৰাইজে ৰাজনীতিৰ আওপকীয়া তত্ত্বৰ ভূ-ভা নাজানি অসমৰ পৰা ন-পুৰণি বঙালী ভাষী মানুহক খেদিবলৈ কঁকালত টঙালি বান্ধি লয়। বহু নিৰপৰাধ মানুহে ধন প্ৰাণ লৈ অসমৰ পৰা পলাবলৈ বাধ্য হয়। ক্ষমতাহীন চৰকাৰৰ তেনেবোৰ ঘটনাৰ প্ৰতি কোনো সহানুভূতি নাছিল বাবে ঘটনাৰ প্ৰকোপ দিনে দিনে বাঢ়ি গৈ আছিল। তেনে অৱস্থাত হীৰেনে দেশৰ বিবেকক এবাৰ সকীয়াই দিবলৈ কলাখাৰ বুলি এখন সংবাদ পত্ৰ উলিয়াই তাৰ সম্পাদনাৰ ভাৰ নিজে ল'লে। কাগজখনত তেওঁ নিজৰ বক্তব্য দাণ্ডি ধৰে। সেই সময়ত অসমীয়া ছাত্ৰ সমাজে 'সদৌ অসম ছাত্ৰ সন্থা' নামৰ এটা সংস্থা গঠন কৰে। অসমীয়া ভাষা আৰু জাতিৰ ঘোৰ শত্ৰুৰূপে বঙালী ভাষীসকলক অসমৰ পৰা খেদাই দিয়া তেওঁলোকৰ কৰ্মপদ্ধতিৰ এটা বিশেষ আঁচনি আছিল। আঁচনি পকা কৰাৰ আগতে সেই বিষয়টো লৈ তাৰ সপক্ষে আৰু বিপক্ষে বিশেষ আলোচনাৰ অৱতাৰণা কৰা নহ'ল। দেশৰ কোমলমতি ছাত্ৰসমাজৰ মনত অনা-অসমীয়া মাত্ৰই অসমৰ শত্ৰু তেনে এটা ভাব সুমুৱাই দিয়া হ'ল। দেশৰ ক্ৰমবৰ্দ্ধমান বেকাৰী, দৰিদ্ৰতা আৰু জনসংখ্যাৰ মূলতে এওঁলোককে দায়ী কৰি লোৱা হ'ল। ভাৰতবৰ্ষক স্বাধীনতাৰ লোভ দেখুৱাই দুভাগ কৰাৰ পিছৰ ফলাফল যে বিষময় হৈ উঠিব, আৰু সেই বিষে স্বাধীন ভাৰতৰ নাগৰিক সকলক পুৰুষানুক্ৰমে হীনবল কৰি পেলাব, কথাটো তেতিয়া নেতাসকলৰ কোনেও গমি নাচালে। এই সাধাৰণ মানুহৰ ওপৰতে দেশ বিভাজনৰ কুফল ফলিল। অসমত বসতি কৰি থকা তিনিপুৰুষীয়া বঙালী ভাষী মানুহেও ভেটি-মাটি এৰি গুচি যাবলৈ বাধ্য হ'ল। দেশ এনে এটা অৱস্থাত পৰিব বুলি হীৰেনৰ দূৰদৃষ্টিত ধৰা পৰিছিল। সেয়ে তেওঁ অকলেই এই অৱস্থাৰ বিপক্ষে যুঁজিবলৈ সাজু হ'ল। কলাখাৰখন তেওঁৰ সেই মানসিক প্ৰতিক্ৰিয়াৰ ফল। তাৰ নিবন্ধবোৰৰ সম্পাদনা আৰু সম্পাদকীয় লিখাৰ বাহিৰেও তেওঁ একেহাতে তাৰ প্ৰকাশক, এজেণ্ট আৰু বিক্ৰেতা আছিল। শিক্ষকতাৰ সীমিত আয়েৰে নিজৰ শিশু সন্তানৰে সৈতে পৰিয়ালক পোহপাল দি এই কাগজখন তেওঁ প্ৰায় কেবাবছৰো চলাইছিল। এই সময়তে উগ্ৰমতবাদী সকলে তেওঁক নানাভাৱে লাঞ্ছিত কৰাৰ বাহিৰেও এবাৰ শাৰীৰিক আঘাতো হানিছিল আৰু গুৱাহাটী মেডিকেল কলেজত তেওঁ ভৰ্তি হৈ আঘাতৰ ঠাইত চিলাই কৰাবলগীয়া হৈছিল। তেওঁৰ কিন্তু কণ্ঠ নীৰব হোৱা নাছিল।

সদৌ অসম ছাত্ৰ সন্থাই ৰাজনীতিত সোমাই আগৰ মাৰমুখী নীতিৰ পৰা পিছ হুহকিলে। কিন্তু ইতিমধ্যে আলফাৰ আবিৰ্ভাৱ হ'ল। কংগ্ৰেছৰ কূটনীতিবিদ অসমৰ প্ৰয়াত মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়াৰ আমোলত আলফাৰ শক্তিৰ চৰম প্ৰকাশ ঘটিছিল। অসমৰ সদা-পৰিবৰ্তিত ৰাজনীতিৰ চাকনৈয়াত বহুত নেতাই সঘনে নিজৰ মতবাদ সলনি কৰিছিল, কিন্তু হীৰেনৰ মতবাদ সদায় স্পষ্ট আছিল। সুবিধাবাদী ৰাজনীতি তেওঁ ঘিণ কৰি আহিছে। নিজৰ দুৰ্বলতাৰ সম্পৰ্কে সম্পূৰ্ণ সচেতন হৈ থাকি নিৰাসক্ত দৃষ্টিৰে ৰাজনীতিৰ লগত জড়িত ঘটনাবোৰ ভালকৈ ফঁহিয়াই চাব পৰাৰ ক্ষমতা তেওঁৰ অসাধাৰণ।

দেশৰ দুৰ্নীতিগ্ৰস্ত ৰাজনৈতিক নেতাবোৰৰ মুখা খুলি সিহঁতৰ স্বৰূপ উদঘাটন কৰি তেওঁ অসমীয়া প্ৰগতিবাদী খবৰৰ কাগজত প্ৰবন্ধ লিখিবলৈ আৰম্ভ কৰে। তেওঁ কেতিয়াও 'জনপ্ৰিয়' লেখক নাছিল। এই নিবন্ধবোৰে তেওঁক আৰু অজনপ্ৰিয় কৰিলে। অসমৰ লৌকিক সাহিত্য আৰু তাৰ সংস্কৃতিয়ে তেওঁক মুগ্ধ কৰিছিল। বৈষ্ণৱধৰ্ম তথা মহাপুৰুষীয়া ধৰ্মৰ লগত যে অসমীয়া ৰাইজৰ প্ৰাণৰ যোগ আছিল, সেইকথা সম্যকৰূপে বুজি তেওঁ মহাপুৰুষ শঙ্কৰদেৱ আৰু তেওঁৰ দিনৰ অসমীয়া সভ্যতা-সংস্কৃতিৰ বিষয়ে গৱেষণা আৰম্ভ কৰে। তাৰ ফল স্বৰূপে লিখা কিতাপ **অসমীয়া জাতীয় জীৱনত মহাপুৰুষীয়া পৰম্পৰাৰ** বাবে তেওঁ সাহিত্য একাডেমী বঁটা লাভ কৰে।

১৯৭৮ চনত আকস্মিক দুৰ্ঘটনাত আমাৰ দেউতা আৰু তাৰ দুই দিনৰ পিছতে মানসিক কষ্টত আমাৰ আইতাৰ মৃত্যু হয়। দেউতাৰ যদিও দেখাত বাৰ্ধক্যজনিত দুৰ্বলতাৰ বাহিৰে কোনো বেমাৰ নাছিল, আইতাৰ বহুদিনীয়া High Blood Pressure ৰ কষ্ট আছিল। পাৰিবাৰিক নানা বিপত্তিত আইতাৰ মানসিক চাপ বাঢ়ি যোৱাত তেওঁ চিকিৎসাধীন হৈ থাকিবলগীয়াত পৰিছিল। হীৰেনৰ কৰ্তব্যবোধ আৰু মানৱিক গুণৰ পৰিচয় এই সময়ত স্পষ্টকৈ দেখা গ'ল। ডাক্তৰৰ ওচৰলৈ আইতাক লৈ যোৱা, দৰৱ আদি নিয়মিত খুউৱা হৈছেনে তাৰ খবৰ লোৱা আদি কামবোৰ তেওঁ নিয়াৰিকৈ সম্পন্ন কৰিছিল। সেই সময়ত তেওঁ এটি কন্যা সন্তানৰ পিতৃ— ছোৱালীটিৰ আৰু পত্নীৰ স্বাস্থ্য সম্পৰ্কেও তেওঁ সচেতন আছিল— তেওঁৰ ছোৱালীটিও দহ মাহ বয়সত দেখাত ডেৰ বছৰীয়া ৰাছিয়ান শিশু যেন লাগিছিল। ১৯৭৯ চনত তেওঁৰ দ্বিতীয় সন্তানৰ জন্ম হয়। তেওঁৰ পত্নী আৰু ছোৱালীদুটিৰ প্ৰতিও তেওঁৰ বিপক্ষ মতবাদীসকল নিষ্ঠুৰ আছিল।

১৯৮৬ চনত মোৰ স্বামী বিয়োগ হয়। তাৰ পিছৰ কালছোৱা মোৰ বহুত কষ্টৰ দিন। যত্ন-লালিত বিবাহিত জীৱনত ইয়াৰ আগতে সংসাৰৰ ঘাত-প্ৰতিঘাত গাত লগা নাছিল। মৃত্যুৰ নিষ্ঠুৰ আঘাতে জীৱনৰ আচল ৰূপ চিনাই দিলে। এই সময়ত মোৰ সকলো সুখ-দুখত বাপাই সক্ৰিয়ভাৱে অংশ লৈ মোৰ বোজা পাতল কৰিছিল। কলিকতালৈ ঘনাই, কেতিয়াবা অকলে, কেতিয়াবা সপৰিবাৰে আহি মোৰ বা-বাতৰি লৈছিল।

অনুবাদ সাহিত্যত মোৰ চিৰকালৰ ৰাপ। বিভিন্ন ভাষাৰ বিভিন্ন লেখকৰ লিখনৰীতিৰ লগত মোৰ সীমিত ইংৰাজী জ্ঞানৰ যোগেদিয়েই চিনাকি। সেইবোৰ সাহিত্য-কৰ্মৰ অসমীয়া পাঠক সমাজেও সোৱাদ যাতে পায় তাৰ বাবে মই অনুবাদ কাম হাতত লৈ কেইখনমান অনুবাদ গ্ৰন্থ প্ৰকাশ কৰাই পাঠকসকলৰ হাতত তুলি দিছো। এই কামত বাপাৰ অক্লান্ত উৎসাহ আৰু সক্ৰিয় সহযোগিতা নাপালে, মই কেতিয়াও সফল হ'ব নোৱাৰিলোহেঁতেন। তেওঁৰ অতি ব্যস্ত দিনবোৰৰ অশেষ কামৰ মাজত মোৰ বাবে সময় উলিয়াই মোক চিৰঋণী কৰি ৰাখিছে। ❑

# ড° হীৰেন গোহাঁই : এটি ব্যক্তিগত অনুভৱ

• পৰমানন্দ মজুমদাৰ

শ্ৰদ্ধেয় হীৰেন গোহাঁইদেৱক লগ পোৱাৰ দুটা দশক পাৰ হৈ গ'ল। দুটা দশকত তেখেতৰ লগত গঢ় লোৱা সম্পৰ্ক আৰু সংঘাতৰ বহু জীয়া স্মৃতি মাজে মাজে মনলৈ আহে। স্মৃতিৰ সঁফুৰাবোৰে কেতিয়াবা মনটো বেদনাৰে ভৰাই দিয়ে আৰু কেতিয়াবা হৃদয়ত এটি গীতৰ কলিৰ দৰেই গুঞ্জন তোলে। এই সকলোৰে মাজত তেখেতৰ ছবিখন মাথোঁ উজলি উঠে। বেদনা আৰু গীতৰ গুঞ্জনৰ মাজত তেখেত যেন ভাস্বৰ।

গোহাঁই ছাৰক প্ৰথম লগ পাইছিলো অসম আন্দোলনৰ আদি কালডোখৰতে। আমি তেতিয়া স্নাতক মহলাৰ ছাত্ৰ - আন্দোলনটোৰ ধ্বংসমুখী প্ৰৱণতাই আমাক ছুই গৈছে। বাটে-ঘাটে, নিজৰ ঘৰে-বাহিৰে জাতি ৰক্ষাৰ নামত নামি পৰা বাহিনীটোৰ কিৰিলিয়ে আমাৰ কাণৰ পৰ্দা ফটাই দিছে। নিজৰ চিনাকীজনকো অচিনাকী যেন অনুভৱ হৈছে। আমাৰ দৰে যুক্তিনিষ্ঠসকলক দুই-চাৰি আষাৰ নুশুনালে তেওঁলোকৰ দিনটো অতিবাহিত নহয় আৰু জাতিৰ মানো নৰয়। সেই সময়ত আমি শান্তিৰ নিজৰাটি বিচাৰি পাইছিলো 'কলাখাৰ' কাকতৰ মাজত। নিজৰ ঘৰৰ পৰা লৰৰি আহিছিলো তেখেতৰ ঘৰলৈ আৰু 'কলাখাৰ' খন লৈ উভতিছিলো। হৃদয়স্পৰ্শী মানুহজনক তেতিয়াই ওচৰৰ পৰা পাইছো। জাতিৰক্ষকসকলৰ কৰ্মকাণ্ডই তেখেতক কিদৰে বিচলিত কৰিছিল, তাকো আমি ওচৰৰ পৰা অনুভৱ কৰিছিলো। আমি যেতিয়াই তেখেতৰ ওচৰ পাইছিলো, তেতিয়াই তেখেতে আন্দোলনটোৱে জন্ম দিয়া নৃশংস ঘটনাৱলীৰ স্থানীয় সংবাদবোৰ আগ্ৰহেৰে লৈছিল আৰু সেইবোৰক 'কলাখাৰ'ত ঠাই দিছিল। 'কলাখাৰ' হৈ পৰিছিল গণতন্ত্ৰপ্ৰেমী মানুহখিনিৰ আহাৰস্বৰূপ। মনত পৰে এখোখন 'কলাখাৰ' বহুবোৰ মানুহক আমি পঢ়াইছিলো। নিজৰ হাতলৈ ঘূৰি আহিছিল জৰাজীৰ্ণ কপিটো। কেতিয়াবা আকৌ ঘূৰি নাহিছিলেই। এনেদৰে ঘূৰি অহা কেইখনমান 'কলাখাৰ' আজিও আমাৰ হাতত আছে আৰু সেইবোৰ মাজে মাজে উৰাই ঘূৰাই চাওঁ : একেলগে আমাৰ মনলৈ আহে দুখন ছবি - এখন গোহাঁই ছাৰৰ সেই অন্তৰ ওপচা মুখৰ আৰু আনখন আন্দোলনটোৰ পৈশাচিক ৰূপটোৰ। (হায় সেই একেবোৰ পৈশাচিক সাজ পিন্ধি তেওঁলোক এতিয়া শাসনৰ মঞ্চত!)। এনেদৰেই আৰম্ভ হৈছিল হীৰেন গোহাঁইদেৱৰ লগত সম্পৰ্কৰ

সেতু। পিছলৈ বহুবাৰ নানা কাৰণত তেখেতৰ লগত আমাৰ সংযোগ বিচ্ছিন্ন হৈছে, কেতিয়াবা বিচ্ছিন্নতাই দূৰ সম্পৰ্কৰ বাটো নিৰ্মাণ কৰিছে, কিন্তু তাৰ পিছতো তেখেতৰ ছবিখন আমাৰ মনৰ পৰা মচ খোৱা নাই। আকৌ সময়ে অনিবাৰ্যভাৱেই বান্ধি দিয়ে আলি তেখেতৰ কাষলৈ।

আন্দোলনটোৰ ভৰপক সময়ছোৱাতে আমি গুৱাহাটী বিশ্ববিদ্যালয়ৰ ছাত্ৰ হিচাপে যোগদান কৰিছিলো। আন্দোলনৰ কৰ্ণধাৰসকল তেতিয়া বিশ্ববিদ্যালয়তে। আন্দোলনকালীন বিশ্ববিদ্যালয়ৰ বহু কদৰ্যপূৰ্ণ কাহিনীৰ আমি প্ৰত্যক্ষদৰ্শী হৈ ৰ'লো। এইসকলৰ হাতত যে অসমৰ ভৱিষ্যত অন্ধকাৰ বিশ্ববিদ্যালয় চৌহদত ভৰি থৈ সেই ধাৰণা দৃঢ়তৰ হ'ল। সেই সময়তে গোহাঁই ছাৰৰ স'তে আমাৰ সম্পৰ্ক আৰু ঘনিষ্ঠ হ'ল। আন্দোলনটোৰ গতিবিধি সম্পৰ্কে তেতিয়া তেখেতৰ লগত প্ৰায়ে কথা হৈছিলোঁ। তেখেতৰ মতামত সম্পৰ্কেও আমি মুকলিভাৱে আমাৰ মতামত দিছিলো আৰু বহু সময়ত আমাৰ অন্যমতো দিছিলো। তেখেতে আগ্ৰহেৰে সেইবোৰ শুনিছিল। কেতিয়াবা আমাৰ দুই-এটা সামান্য লেখা লৈ আকৌ তেখেতে অসহিষ্ণুতা দেখুৱাইছিল। সেই লৈ ভালেমান দিনলৈ সম্পৰ্কও নাইকিয়া হৈছিল।

বিশ্ববিদ্যালয় আৰু গোহাঁই ছাৰৰ স্মৃতিৰ এক সোণালী স্বাক্ষৰ হৈছে সৈনিক শিল্পী বিষ্ণু ৰাভা পুথিখন। নলবাৰীৰ জাৰ্ণাল এম্প'ৰিয়ামৰ স্বত্বাধিকাৰী সুৰেন চন্দ্ৰ বৈশ্যৰ স'তে কথা পাতি আমি বিষ্ণুৰাভাৰ চিন্তা আৰু দৰ্শনৰ বিষয়ে এটি সংকলন উলিওৱাৰ পৰিকল্পনা কৰিছিলো ১৯৮১ ৰ শেষৰ ফালে। এনে এখন গ্ৰন্থৰ ড° হীৰেন গোহাঁয়েই সম্পাদকৰ দায়িত্ব বহন কৰা প্ৰয়োজন বুলি আমি দুয়োজনে সিদ্ধান্ত লৈ আহিছিলো। ছাৰক যেতিয়া সেই প্ৰস্তাৱ দিছিলো, ছাৰে আনন্দৰে সেই প্ৰস্তাৱ গ্ৰহণ কৰিছিল। শ্ৰদ্ধেয় নলিনীধৰ ভট্টাচাৰ্য আৰু শ্ৰদ্ধেয় শশী শৰ্মাক লৈ এখন সম্পাদনা সমিতিও গঠন কৰা হৈছিল আৰু আমি সহযোগী সম্পাদকৰ দায়িত্ব লৈছিলো। তেখেতৰ বাসভৱনতে ১৯৮২ ৰ বোধ হয় জানুৱাৰী মাহত সম্পাদনা সমিতি বহিছিল আৰু সেই বৈঠকতে আঁচনিখনৰ চূড়ান্ত ৰূপ দিয়া হৈছিল। সেই আঁচনি ৰূপায়ণত আমি আগভাগ লৈছিলো আৰু তেতিয়াই অসমৰ বহু লেখকৰ স'তে সম্পৰ্ক গঢ়ি তুলিছিলো। সেই সময়তে বিষ্ণুৰাভাৰ ৰাজনৈতিক সতীৰ্থক বিচাৰি নামনি অসমৰ বহু ঠাই আমি ভ্ৰমণ কৰিছিলো আৰু ভালেকেইজন সতীৰ্থৰ সাক্ষাৎকাৰ গ্ৰহণ কৰিছিলো আৰু তাক গ্ৰন্থখনত লিপিবদ্ধ কৰিছিলো। গোহাঁই ছাৰে শিতানটোৰ নাম দিছিল 'পথৰ সঞ্চয়'। ৰাভাৰ প্ৰতিভাৰ মূল্যায়নৰ ক্ষেত্ৰত এই পুথিৰ অৰিহণা যথেষ্ট বুলি আজি বহুতে কয়। কিয়নো সামাজিক-ৰাজনৈতিক ক্ষেত্ৰত ৰাভাৰ ভূমিকাৰ মূল্যাংকনৰ এয়াই আছিল প্ৰথম যৌথ প্ৰয়াস। পৰৱৰ্তীকালৰ আমাৰ কাম-কাজৰ ক্ষেত্ৰতো এই পুথি সদায় প্ৰেৰণাৰ উৎস হৈ ৰৈ ৰ'ল। তাৰ লগতে অনিবাৰ্যভাৱে হীৰেন গোহাঁই ছাৰো চিৰস্মৰণীয় হৈ ৰ'ল।

তেখেতৰ লগত সম্পৰ্ক আৰু সংঘাতৰ বহু কাহিনীয়েই আছে। সেই আটাইবোৰ

আজি আৰু ক'বলৈ বিচৰা নাই। আৰু এটা কথাৰে এই ক্ষুদ্ৰ লেখা সামৰিব বিচাৰিছো।

অসমীয়া জাতি, ভাষা-সংস্কৃতি ৰক্ষাৰ হকে অসমব্যাপি তাল-আফাল লগোৱা বতৰতে ১৯৮১ চনত জ্যোতিপ্ৰসাদ ৰচনাৱলী প্ৰকাশ হৈছিল। গোহাঁইদেৱে এদিন আমাক নি (লগতে বন্ধুবৰ সমীন্দ্ৰ হুজুৰি) বহু সময় ধৰি ৰচনাৱলীৰ ত্ৰুটি-বিচ্যুতি সম্পৰ্কে আঙুলিয়াই দিলে আৰু জ্যোতিপ্ৰসাদৰ 'শিল্পীৰ পৃথিৱী' ৰচনাখনত থকা গুৰুত্বপূৰ্ণ আসোঁৱাহ সম্পৰ্কে ইতিপূৰ্বে ১৯৭১ চনত 'দৈনিক অসম'ৰ পাতত হেমাংগ বিশ্বাস আৰু তেখেতে লিখা চিঠি-পত্ৰৰ বিষয়ে আমাৰ অবগত কৰি একেখন ত্ৰুটিপূৰ্ণ ৰচনা পুনৰ ৰচনাৱলীত সন্নিবিষ্ট কৰাত যে গভীৰ ষড়যন্ত্ৰ আছে তাক উনুকিয়াই দি আমাক এই বিষয়ে লিখিবলৈ উদগনি দিলে। তেখেতৰ পৰামৰ্শকে সৰোগত কৰি আমি 'সাদিনীয়া নাগৰিক'ত এটি প্ৰবন্ধ লিখিছিলো। ইয়াৰ পিছতে আমি নিত্য বৰাদেৱৰ 'সাম্প্ৰতিক সাময়িকী'ত ৰচনাৱলীৰ সম্পাদকমণ্ডলীৰ এটি সাক্ষাৎকাৰ গ্ৰহণ কৰি বহু ভিতৰুৱা কাহিনী পাঠকৰ সমুখলৈ লৈ আহিছিলো। আজি সেই কথাঁ ভাবিলে আচৰিত লাগে 'জ্যোতিপ্ৰসাদ'ৰ এনে দুৰ্যোগৰ সময়ত 'অসমীয়া ভাষা-সংস্কৃতিৰ কাণ্ডাৰীসকল' কিন্তু আছিল নিমাত, নিস্তব্ধ। তেতিয়া তেওঁলোকে হীৰেন গোহাঁইকে ধৰি বামপন্থী চিন্তাৰ লোকসকলক জাতিৰ শত্ৰু হিচাপে আকাশে-বতাহে প্ৰচাৰ কৰি ফুৰিছিল। আজিৰ অসমৰ নতুন প্ৰজন্মক আমি এই কাহিনীবোৰ জনোৱাৰ প্ৰয়োজন হৈ পৰিছে। কাৰণ আশীৰ অসমত বিষবৃক্ষ ৰোপন কৰা বহুতেই এতিয়া নতুন সাজ পিন্ধি নতুন গানৰ ৰাগ টানিব লাগিছে। আজিৰ নতুন প্ৰজন্মৰ আগত আমি যদি তেওঁলোকৰ সাজযোৰৰ আঁৰৰ ৰূপটিক তুলি ধৰিব নোৱাৰো তেন্তে ইতিহাসৰ সত্যতাও প্ৰতিষ্ঠা কৰা নহ'বগৈ।

অসমৰ যোৱা তিনিটা দশকৰ সমাজ ইতিহাসৰ ঘটনা প্ৰবাহৰ লগত হীৰেন গোহাঁইদেৱৰ ভূমিকা যুক্ত হৈ আছে। নানা সময়ত তেখেতে গুজৰি-গুমৰি উঠিছে, বহু সময়ত আমি তেখেতৰ ভূমিকাৰ লগত একাত্ম অনুভৱ কৰিব পৰা নাই। কিন্তু অসমৰ একোটা দুৰ্যোগপূৰ্ণ মুহূৰ্তত তেখেতৰ কলমে আমাক সাহস আৰু প্ৰেৰণা দিছে - সেই বিৰল ভূমিকাৰ কথা আমি অকপটে স্বীকাৰ কৰো। অসম আন্দোলনৰ মানৱবিদ্বেষী ঘটনাৰাজি তথা আলফাৰ নৃশংস কৰ্মকাণ্ডৰ বিৰুদ্ধে তেখেতে যেনেকৈ সিংহৰ দৰে গৰ্জি উঠিছিল - (সাহিত্য সমালোচনাৰ ক্ষেত্ৰত তেখেতৰ অবিসম্বাদী ভূমিকাৰ কথা বাদেই দিলো) সেয়া অসমৰ সমাজ-ইতিহাসৰ পৰম সম্পদ ৰূপে সদায় স্মৰণীয় হৈ ৰ'ব। আমি জনাওঁ তেখেতক আন্তৰিক অভিনন্দন। ভৱিষ্যতৰ দিনবোৰতো তেখেতে নিৰ্মোহ আৰু বলিষ্ঠ ভূমিকাৰে অসমৰ বৌদ্ধিক নেতৃত্ব দিয়ক - অসমৰ সকলো বাম আৰু প্ৰগতিশীল লোকসকলক একেখন মঞ্চত সমবেত কৰাৰ ক্ষেত্ৰত তেখেতে আগভাগ লোৱাটো নিতান্তই জৰুৰী। ❑

পঞ্চম খণ্ড

# এগৰাকী খাঁটি বুদ্ধিজীৱীৰ সম্পৰ্কে দু-আষাৰ

• ড° অমলেন্দু গুহ

ড° হীৰেন গোহাঁইৰ লগত মোৰ চিনাকি হৈছে বহু পলমকৈ, ৭০ দশকৰ আগত নহয়, কিন্তু তাৰ আগতেই তেওঁৰ প্ৰতিভাৰ পৰিচয় আমি পাইছিলো। পৰিচিত বন্ধু-বান্ধৱৰ মুখত তেওঁ কলিকতাৰ প্ৰেচিডেন্সি কলেজত আৰু পাছত কেম্ব্ৰিজ বিশ্ববিদ্যালয়ত পঢ়া সময়ত তেওঁৰ কৃতিত্ব আৰু সম্ভাৱনাৰ কথা শুনিছিলো। তেওঁৰ প্ৰথম যি ৰচনা পঢ়ি মই অভিভূত হৈছিলো সেয়া আছিল বিশিষ্ট বঙালী সাহিত্যিক মাণিক বন্দোপাধ্যায়ৰ সাহিত্যিক অৱদানৰ এটি দিশ সম্পৰ্কে ইংৰাজীত লিখিত এটি বিশ্লেষণাত্মক নিবন্ধ— "The Mind of Manik Bandopadhayya"। দিল্লীৰ পৰা প্ৰকাশিত "Enquiry" নামৰ প্ৰগতিশীল আলোচনী এখনত নিবন্ধটো প্ৰকাশ হৈছিল।

১৯৬০ চনৰ পৰা ১৯৯১ চনলৈকে সুদীৰ্ঘ কাল প্ৰায় আটাইখিনি সময় বাহিৰত কটোৱাৰ বাবে মই তেওঁৰ সান্নিধ্য পোৱা নাছিলো আৰু তেওঁৰ ৰচিত প্ৰবন্ধ আদি কাচিৎ-কেতিয়াবাহে মোৰ হাতত পৰিছিল। এতেকে সাহিত্যৰ ক্ষেত্ৰত তেওঁৰ অৱদান সম্পৰ্কে কিছু কথা ক'ব পৰাৰ যোগ্যতা মোৰ নাই। কিন্তু যি দুই এটি ৰচনা পঢ়াৰ সুযোগ হৈছে, তাৰ পৰা মোৰ এনে ধাৰণা হৈছে যে অসমত এগৰাকী চিন্তাশীল সমাজ-সচেতন সাহিত্য-সমালোচকৰ আৱিৰ্ভাৱ হোৱাত অসমীয়া সাহিত্যৰ গতানুগতিক ধাৰাত পৰিৱৰ্তন আহিছে। এতিয়া আৰু কেইবাজনো উৎকৃষ্ট সমালোচকৰ আৱিৰ্ভাৱ হোৱাত সমালোচনা সাহিত্যই গভীৰতা পাইছে আৰু সাহিত্য সৃষ্টিৰ প্ৰবাহক প্ৰভাৱিত কৰিব পাৰিছে। অসমীয়া সাহিত্য আৰু সাংস্কৃতিক জগতত যোৱা তিনি-চাৰি দশক ধৰি শূন্যতা বিৰাজ কৰিছে বোলা কথাষাৰত মই বিশ্বাস নকৰো। বাচি বাচি কিছু অসমীয়া উপন্যাস, চুটিগল্প আৰু কবিতা পাঠ কৰি মোৰ এনে ধাৰণা হৈছে যে এক ৰাজনৈতিক শূন্যতাৰ মাজত সাহিত্য আৰু সংস্কৃতি হেৰাই যোৱা নাই, বৰং তাৰ ফচল লৈ আমি গৰ্ব কৰিব পাৰো। অসমীয়া সাহিত্যই এই কালচোৱাত এক উচ্চমানলৈ উধাইছে।

ড° গোহাঁইৰ ৰাজনৈতিক চিন্তাধাৰা আৰু পৰিস্থিতি চাই পৰিৱৰ্তিত অৱস্থান গ্ৰহণৰ লগত মই পৰিচিত। স্বভাৱতে একাধিক ক্ষেত্ৰত তেওঁৰ লগত মোৰ মতান্তৰ ঘটিছে। কিন্তু

সদায় মই লক্ষ্য কৰি আহিছো যে মত প্ৰকাশৰ ক্ষেত্ৰত সদায় তেওঁ নিষ্পেষিত ৰাইজৰ পক্ষ লৈছে আৰু অনবৰতে সৃজনশীল মাৰ্ক্সবাদৰ চৰ্চাৰ যোগেদিয়ে নিজৰ দৃষ্টিভঙ্গী সমৃদ্ধ কৰিবলৈ সচেষ্ট। তদুপৰি তেওঁ কেতিয়াও কঠিন সময়তো সোঁতৰ বিপৰীতে সাঁতুৰিবলৈ ভয় কৰা নাই। এতেকে মই মেলে-মিটিঙে মাজে মাজে কৈ থাকো— বৰ্তমান পৰিস্থিতিত তেওঁ অসমৰ বিবেক।

ৰাজনৈতিকভাৱে দলবদ্ধ বুদ্ধিজীৱীৰ শৃংখলা জড়িত কিছু বাধ্যবাধকতা থাকে, এতেকে তেওঁলোকে কোনো কোনো পৰিস্থিতিত চিন্তা-চৰ্চাৰ ক্ষেত্ৰত যথোচিত ভূমিকা পালন কৰিব নোৱাৰে। সেই কাৰণে সমাজত কিছু মুকলিমূৰীয়া স্বাধীনচেতা বুদ্ধিজীৱীৰ প্ৰয়োজন, যদিও কেতিয়াবা তেওঁলোকে কোনো কোনো পৰিস্থিতিত, দুই শিবিৰৰ যুঁজ চলি থকা সময়ত জটিলতাৰ সৃষ্টি কৰে। সি যি কি নহওক ড° গোহাঁইক মই এগৰাকী প্ৰগতিশীল স্বাধীন বুদ্ধিজীৱী হিচাপেই গণ্য কৰো আৰু বহু সময়ত— যেনেকৈ অসম আন্দোলনৰ সময়ত তেওঁৰ কাৰ্য-কলাপৰ পৰা অনুপ্ৰেৰণা লাভ কৰিছো। এই চুটি প্ৰবন্ধটিৰ সামৰণিত কওঁ ড° গোহাঁয়ে সৰু-সুৰা কথাত কেতিয়াবা নিজকে জড়িত কৰি বিতৰ্কিতও হৈ পৰে। তেওঁৰ গুণমুগ্ধসকলে তেতিয়া বিব্ৰত বোধ কৰে। তেওঁৰ সাহিত্যিক আৰু সাংবাদিক প্ৰতিভা সৃজনীশীল আৰু ইতিবাচক ক্ষেত্ৰতে আবদ্ধ থকাটো আমি সকলোৱে বিচাৰো। তেওঁৰ দীৰ্ঘজীৱন কামনা কৰিলো। ❑

# “ড° হীৰেন গোহাঁইৰ চিন্তাধাৰা জনসাধাৰণৰ চিন্তাৰে প্ৰকাশ”

• শৰৎ চন্দ্ৰ সিংহ

ড° হীৰেন্ গোহাঁই এজন চিন্তাশীল ব্যক্তি। বৰ্তমান সময়ত অসম মুলুকৰ জনসাধাৰণৰ চিন্তাধাৰা গোহাঁইৰ চিন্তাধাৰাৰ দ্বাৰাই ব্যক্ত হৈ আছে। তেখেতে অসমৰ সকলো সমস্যাতে, সামাজিক-অৰ্থনৈতিক-ৰাজনৈতিক-সাংস্কৃতিক, নিজৰ চিন্তাধাৰা ব্যক্ত কৰি আছে। তেখেতে আমাক শুদ্ধ চিন্তা দি প্ৰকৃত উন্নয়নৰ পথ দেখুৱাই দিছে। তেখেতে যি প্ৰমূল্য বহন কৰি আছে, সেইবোৰ বৰ মূল্যবান। আমাৰ যুৱচাম বিভ্ৰান্ত হৈছে। এওঁলোকে গোহাঁইৰ কথাবোৰ গ্ৰহণ কৰা হ'লে বৰ্তমানৰ অথন্তৰবোৰ নহ'লহেঁতেন।

অসম তথা দেশৰ সকলো সংকটতে, যেনে— ভাষা আন্দোলন, মাধ্যম আন্দোলন, অসম আন্দোলন অথবা সম্প্ৰতি দেখা দিয়া আই.এছ.আই. জড়িত প্ৰশ্নবোৰ, যি মতামত আগবঢ়াই আছে, সেইবোৰ প্ৰগতিশীল, গ্ৰহণযোগ্য। যুৱচামে তেখেতৰ এই চিন্তাধাৰা গ্ৰহণ কৰিব পাৰিলে ৰাজ্যখনৰ ভৱিষ্যত উজ্জ্বল হ'ব। এইবাৰলৈ মই এইখিনি কথাকে ক'লো। ❑

[সাক্ষাৎকাৰ ভিত্তিত যুগুতোৱা হৈছে — **সম্পাদক**]

# ড° হীৰেন গোহাঁই

**•শীলভদ্ৰ**

ইনটেলেকচ্যুয়ালৰ একাৰ্থক শব্দ হিচাপে বুদ্ধিজীৱী প্ৰতিশব্দটো মই বৰ ভাল নাপাওঁ। শব্দটো কৃষিজীৱী, মৎস্যজীৱী এই শব্দবোৰৰ সমতুল্য যেন লাগে। মই ড° হীৰেন গোহাঁইদেৱক বুদ্ধিজীৱী বুলি উল্লেখ নকৰো। ড° গোহাঁই এক অসামান্য মেধাসম্পন্ন এগৰাকী অতি তীক্ষ্ণ বুদ্ধিৰ মানুহ বুলিয়েই ক'ম।

এজন মানুহৰ পক্ষে অগ্ৰগামী বা অগ্ৰদূত এগৰাকীৰ দৰে তৎক্ষণাৎ স্বীকৃতি পোৱা সহজ নহয়। তেওঁক অগ্ৰগামীজনে য'ত এৰিছে তাতোকৈ আৰু বহুদূৰ আগবাঢ়ি যাব লাগিব। ড° গোহাঁয়ে ইতিমধ্যে এই স্বীকৃতি পাইছে।

ড° গোহাঁইৰ লগত মোৰ প্ৰথম যোগাযোগ ঘটে **নতুন পৃথিৱী** আলোচনীৰ জৰিয়তে। সেয়া আছিল মোৰ এক বিশেষ ধৰণৰ গল্প লিখাৰ সময়। তেতিয়াও মোৰ সাধাৰণ মানুহৰ সৈতে যোগাযোগ ছিন্ন হৈ যোৱা নাছিল। আজি বোধহয় মই **অপৰাজেয়, বীৰ, সৈনিক** বা **ৰতুবাবুৰ গেৰেজ**ৰ দৰে গল্প লিখিব নোৱাৰিম। তদুপৰি তেতিয়াই তেওঁ মোৰ প্ৰথম প্ৰকাশিত উপন্যাস **মধুপুৰ**ৰ উচ্ছ্বসিত প্ৰশংসা কৰিছিল। গোহাঁইদেৱে নেচন্যাল বুক ট্ৰাষ্টে ১৯৭২ চনত প্ৰকাশ কৰা "Book India"ত মোৰ উপন্যাস **মধুপুৰ** সম্বন্ধে এইদৰে লিখিছে ঃ

".........Somewhat hastily finished the tale yet achieves the grandeur of conception and warm humanity of the great works of European liberal culture."

ড° গোহাঁই বিশ্বৰ সাংস্কৃতিক আৰু সাহিত্যিক জগতৰ সৈতে সুপৰিচিত। তেওঁৰ জ্ঞানৰ পৰিধি বিস্তৃত আৰু ধাৰণাবোৰ শিলীভূত (fossilised) হৈ পৰা নাই।

তেওঁৰ সমালোচনাৰ জগতো ম্যেথ্যু আৰ্নল্ডতেই সীমাবদ্ধ হৈ থকা নাই। বিশ্বৰ সৰ্বাধুনিক সমালোচনাৰ ধাৰাৰ সৈতে তেওঁ পৰিচিত। সাহিত্য এটা স্থিৰ বা স্থবিৰ বস্তু নহয়, সমালোচনাও স্থবিৰ হ'ব নোৱাৰে। কেথ্‌লিন ৰেইনেই শ্যেলী সম্বন্ধে ম্যেথ্যু আৰ্নল্ডে কৰা মন্তব্যক বিদ্ৰূপ কৰিছে ঃ Thus speaks a pedagogue. এফ্ আৰ লীৱিছে (F.R. Leavis) সংস্কাৰমুক্ত মন লৈ টি.এচ.ইলিয়টক সমৰ্থন কৰিছিল, ডি.এইচ. লৰেন্সৰ উপন্যাসক

সম্যক মর্যাদা দিছিল, আনকি অ'ডেনকো স্বাগতম জনাইছিল। কৈছোঁৱেই নহয় যে ড° গোহাঁইৰ ধ্যান-ধাৰণাবোৰো শিলীভূত হৈ পৰা নাই। কিছুদিন আগতে উত্তৰ-আধুনিকতাবাদ সম্বন্ধে ড° গোহাঁইৰ দুটা অতি সুলিখিত প্ৰবন্ধ পঢ়ি মই বহুতো নজনা কথা জানিলো।

আমাৰ ইয়াৰ প্ৰায়বোৰ সমালোচকে সাহিত্যৰ ছাত্ৰ অৱস্থাতে যিবোৰ ধ্যান-ধাৰণা আহৰণ কৰে, উত্তৰ জীৱনত তাৰ পৰিধি অতিক্ৰম কৰিবলৈ টান পায়। ডিকেন্স বা হাৰ্ডিয়েই হ'ল উপন্যাসৰ আদৰ্শ। বহুতে চল বেল'ৰ উপন্যাসত ধাৰাবাহিকতা নেদেখি ক্ষুব্ধ হয়, মাৰ্কুৱেজৰ ৰচনা পঢ়ি অস্বস্তিবোধ কৰে।

শাস্ত্ৰীয় সঙ্গীতৰ ক্ষেত্ৰত লগাৰ দৰে আধুনিক কবিতাৰ ৰস গ্ৰহণ কৰিবলৈ হ'লেও কিছু প্ৰশিক্ষণ লাগে। ড° গোহাঁইৰ নীলমণি ফুকনৰ কবিতা সংগ্ৰহৰ চিন্তা গধুৰ ভূমিকা পাঠ কৰি আধুনিক কবিতাৰ ৰস গ্ৰহণ কৰাৰ ক্ষেত্ৰত চিন্তাশীল পাঠক যথেষ্ট লাভবান হৈছে।

এতিয়াই পাখি বন্ধ কৰিবৰ হোৱা নাই। মোৰ দৃঢ় বিশ্বাস যে গোহাঁইদেৱে 'নৱ নৱ' সৃষ্টিৰে সাংস্কৃতিক আৰু সাহিত্যিক জগত আৰু অধিক সমৃদ্ধ কৰিব। ❑

# ড° গোহাঁই

•নীলমণি ফুকন

সাম্প্ৰতিক কালত আমাৰ ইয়াত ড° হীৰেন গোহাঁইৰ তুল্য অসাধাৰণ ব্যক্তিত্ব, পাণ্ডিত্য– পাণ্ডিত্যৰ ব্যাপ্তি আৰু গভীৰতা-মৌলিকতা— তাৰ সামাজিক মানৱিক গুৰুত্ব আৰু প্ৰাসংগিকতা – তেনেকৈ চকুত নপৰে।

ড° গোহাঁইৰ মনীষা, মনস্বিতা যুক্তিবাদী লোকহিতকৰ চিন্তা তেওঁৰ জ্ঞান আৰু জিজ্ঞাসাই মোক দীৰ্ঘকাল ধৰি মুগ্ধ আৰু অনুপ্ৰাণিত কৰি আহিছে। তেওঁৰ অধ্যয়ন আৰু জিজ্ঞাসাৰ পৰিধি বিস্ময়কৰভাৱে বিশাল আৰু অতলস্পৰ্শী। দৰ্শন, ইতিহাস, সাহিত্যতত্ত্ব, ৰাজনীতি, ইতিহাস, সমাজবিজ্ঞান, কাব্য, সঙ্গীত আনকি শিল্পকলা পুৰাতত্ত্ব তেওঁ অনুসন্ধানৰ আৰু গভীৰ চৰ্চাৰ বিষয়।

অসমীয়া সমাজত গণতান্ত্ৰিক মূল্যবোধ, সামাজিক কল্যাণ আৰু ন্যায়, পৌৰাণিক আধুনিক সাহিত্যৰ সত্য, সামাজিক মূল্য, সৌন্দৰ্যৰ বিচাৰ-বিশ্লেষণ আৰু প্ৰতিষ্ঠাত ড° গোহাঁইৰ অৱদান অসামান্য।

আমাৰ দেশৰ এজন অগ্ৰণী চিন্তাবিদ, এজন দেশপ্ৰেমিক, ৰসিক এই প্ৰাণবান সাহিত্য-সমালোচকজনে যোবা প্ৰায় দুকুৰি বছৰ ধৰি অসমীয়া চিন্তা-চেতনা-ধ্যান-ধাৰণাক – ভাব-জীৱনক উদ্দীপ্ত সজীৱ আৰু গতিশীল কৰি ৰাখিবলৈ, কেতিয়াবা অকলশৰেই অক্লান্ত সাধনা, চেষ্টা আৰু কঠোৰ পৰিশ্ৰম কৰি আহিছে। চিন্তা আৰু সৃষ্টিৰ নতুন নতুন দিশৰ সন্ধান দিছে, নতুন নতুন দিগন্ত উন্মোচিত কৰিছে। অসমীয়া ভাষাৰ বিশেষকৈ গদ্যৰ এটা নতুন আয়তন দিছে। বিভিন্ন ৰীতিত, ঠাঁচত, ভংগীত লিখিছে তেওঁৰ অনুপম গদ্য।

বৃহত্তৰ চিন্তা আৰু সৃষ্টিৰ জগতখনৰ লগত— আমাৰ মন আৰু বুদ্ধিক সংযোগ কৰিছে। কালৰ আৰু সমাজৰ লগত আমাক যুক্ত কৰিবলৈ সততে চেষ্টা কৰিছে। নিজৰ দেশৰ সাংস্কৃতিক, সাহিত্যিক ঐতিহ্য আৰু ঐশ্চৰ্যলৈ বাৰে বাৰে আমাৰ দৃষ্টি আকৰ্ষণ কৰিছে। তেওঁ সৰ্বদায় দুখক্লিষ্ট শোষিত সাধাৰণজনৰ পক্ষত আছে। বাৰে বাৰে সামাজিক অন্যায় অসত্যৰ বিৰুদ্ধে, হিংসা হত্যাৰ বিৰুদ্ধে নিজৰ জীৱন বিপন্ন কৰিও নিৰ্ভয়ে, নিঃসঙ্কোচে কেতিয়াবা অকলশৰেই থিয় দিছে।

যোবা কেইটামান দশকত বিশেষকৈ অসমৰ জাতীয় জীৱনৰ প্ৰতিটো সমস্যাত,

সংকটত ড° গোহাঁয়ে দিক্ দৰ্শনকাৰী গুৰুত্বপূৰ্ণ একোটা ভূমিকা পালন কৰি আহিছে।

আমাৰ জাতীয় জীৱনত যেতিয়া একোটা গুৰুতৰ সমস্যা বা সঙ্কট আহি উপস্থিত হয়হি, জটিল বিপদজনক এটা পৰিস্থিতিৰ সৃষ্টি হয়, তেতিয়াই আমি বহুতেই ড° গোহাঁয়ে কি ভাবে, কি কয় সেই কথালৈ বাট চাই থাকো। সমাজৰ বিবেকৰ দৰে হৈ পৰিছে তেওঁ।

অসমৰ ৰাজনীতি-সমাজনীতি-সাহিত্য-সংস্কৃতিৰ প্ৰসাৰত যি কথা তেওঁ সত্য বুলি ভাবিছে কাৰোবাৰ প্ৰিয় অপ্ৰিয় হোৱাৰ কথা সমূলঞ্চে বিবেচনা নকৰি নেওচা যাব বুলি নাভাবি কেতিয়াবা নিজৰ সকলো স্বাৰ্থ জলাঞ্জলি দি অকুণ্ঠচিত্তে সেই কথা প্ৰকাশ কৰিছে-- প্ৰকৃত মানৱতাবাদী এজনে যি কৰে, প্ৰকৃত সমালোচক এজনে যি যি কৰা উচিত। কিছু সংখ্যক হ'লেও আমাৰ সামাজিক বিবেক সততে তেওঁ জাগ্ৰত কৰি ৰাখিবলৈ চেষ্টা কৰি আহিছে।

গুৱাহাটী বিশ্ববিদ্যালয় অধ্যয়ন চক্ৰই আয়োজন কৰা এই সভাত আপোনালোকৰ লগতে ময়ো ড° গোহাঁইক তেওঁ অসমীয়া সাহিত্য সমাজ জীৱনলৈ আগবঢ়োৱা অৱদানৰ কাৰণে সম্বৰ্ধনা জ্ঞাপন কৰিছোঁ— তেওঁক মোৰ আন্তৰিক শ্ৰদ্ধা আৰু স্নেহ জনাইছোঁ।

•

*(২৮/২/৯৯ৰ সম্বৰ্ধনা অনুষ্ঠানত পঠিত)*

# বৰ্তমানৰ শ্ৰেষ্ঠ গদ্য লেখকজনৰ বিষয়ে

**• হীৰেন ভট্টাচাৰ্য্য**

গোহাঁইক মই সৰুৰেপৰা লগ পাইছো। গোহাঁইৰ ককায়েক আছিল মোৰ লগৰীয়া। দেউতাক মোৰ দেউতাৰ বন্ধু আছিল। ৬০-ৰ দশকত তেওঁক ভবেন বৰুৱাৰ লগত দেখিছো। অসম আন্দোলনৰ সময়ত লগ পাইছো। কাকত-পত্ৰ কৰা দেখিছো। ময়ো অসম আন্দোলনৰ বিৰুদ্ধে আছিলো। চান্দমাৰীত হীৰেনক মৰা দিনা প্ৰথমে মুনীন বৰুৱাই খবৰ দিলে। গ'লো। হস্পিতেলত পালোঁগৈ।

তেওঁ মোৰ মোৰ দেশ মোৰ প্ৰেমৰ কবিতাৰ পাতনিটো লিখি দিছিল। পবিত্ৰ ডেকাৰ ঘৰত গোহাঁয়ে লগ পাই ক'লে, "আপোনাৰ কিতাপ নোলায় নেকি?"– "আপুনি পাতনি লেখি দিলে ওলাব।" মোৰ লগতে আছিল পাণ্ডুলিপিটো। দিলো, দুই নে তিনি দিনতে লিখি দিলে।

গোহাঁয়ে কথাবোৰ অতি সহজ-সৰলকৈ বুজাব পাৰে। তেওঁ আমাৰ প্ৰবন্ধ ভাষাৰেহে এটা নতুন ৰূপ দিলে। অসমীয়া ভাষাত তেওঁ বৰ্তমান সময়ৰ শ্ৰেষ্ঠ গদ্য লেখক। মই অৱশ্যে বেজবৰুৱাৰ কথা কোৱা নাই, তেওঁও মানুহৰ মুখৰ ভাষাৰে শ্ৰেষ্ঠ গদ্য লিখিছিল।

গোহাঁয়ে বহু বিষয়ৰ মাৰ্ক্সবাদী বিশ্লেষণ কৰিছে, এইবোৰ সকলোৱে জানে। তেওঁৰ লেখা-মেলা সম্পৰ্কে মানুহবোৰ সচেতন হৈ থাকে, পাঠকৰ প্ৰতি তেওঁ নিজেও সজাগ।

এটা ব্যক্তিগত কথা। '৭৭ চন। তেতিয়া মোৰ বৰ বেয়া দিন চলি আছিল। তেওঁ এটা এনভেলেপ দিলে– টকা এশ নে কিমান....। তাতে দহজন মানুহৰ নাম লিখা আছিল। তেওঁলোকৰ পৰা গোহাঁয়ে মিলি সংগ্ৰহ কৰি দিছিল। পাছত দেখিলো, নাম থকা মানুহবোৰ মই চিনি পাওঁ।

এবাৰ দেউতাকে গোহাঁইৰ ৰণশিঙা খৰশিঙা নামৰ কিশোৰৰ বাবে লিখা কিতাপৰ পাণ্ডুলিপি এটা দিছিল। মই 'নিউ বুক ষ্টল'ক ছপাবৰ বাবে কৈ দিছিলো।

তেওঁ বেজবৰুৱাৰ দৰে ব্যক্তিত্বসম্পন্ন মানুহ। এতিয়া তেওঁৰ দৰে আৰু কোনেও ইমান ভালকৈ অসমীয়া ভাষাটো নাজানে। ❑

[সাক্ষাৎকাৰ ভিত্তিত যুগুতোৱা হৈছে — সম্পাদক]

# এজন সাধাৰণ লোকৰ দৃষ্টিৰে ড° হীৰেন গোহাঁই

• জেহিৰুল হুছেইন

অসমৰ বিশিষ্ট চিন্তাবিদ ড° হীৰেন গোহাঁইৰ নিবিড় সান্নিধ্য কোনোদিন পোৱা নাই যদিও তেখেতৰ বৌদ্ধিক প্ৰতাপ আমি সদায় অনুভৱ কৰি আহিছো আৰু এই প্ৰতাপে আমাক সমৃদ্ধ কৰি তুলিছে। অনাত্মীয় হ'লেও আদৰ্শগত দিশৰ পৰা তেখেত আমাৰ নিচেই আপোনজন। গোহাঁয়ে যেনেকৈ এখন সুশৃঙ্খল সৰ্বসুন্দৰ মানুহৰ সমাজ আশা কৰে, য'ত ব্যক্তিৰ পূৰ্ণ বিকাশ ঘটাৰ সম্ভাৱনা আছে, তেনে এখন মংগলময় পৃথিৱীৰ স্বপ্ন আমিও বুকুত পুহি আছো। এই আদৰ্শগত মিলৰ বাবেই তেখেতৰ স'তে আত্মীয়তা আৰু গাঢ় হৈছে। সেয়ে দূৰৈত থাকিও তেখেতৰ সান্নিধ্য সদায় অনুভৱ কৰিছোঁ।

৬০ দশকৰ শেষৰ ফালে আমি বামপন্থী ৰাজনীতিৰ প্ৰতি বিশেষভাৱে আকৃষ্ট হওঁ। সত্তৰৰ দশক মুক্তিৰ দশক হ'ব বুলি আন পাঁচজন যুৱকে আশা কৰাৰ দৰেই আমিও দেশৰ মুক্তিৰ স্বপ্ন বুকুত ধাৰণ কৰিছিলো। কিন্তু সেই সময়ত বামপন্থী আদৰ্শৰ প্ৰতি আকৃষ্ট হোৱা লোক অসমৰ মধ্যবিত্ত সমাজত আঙুলিমূৰত লেখিব পৰা। আমাৰ সৰু চহৰখনত থাকি ধাৰণা হৈছিল যে বামপন্থী মানুহ মাত্ৰেই সকলো দোষ মুক্ত এজন ভাল মানুহ। তেওঁ আমাৰ বন্ধু, সতীৰ্থ, কমৰেড-ইন্-আৰ্মচ। ঠিক এনে এটা সময়তে শুনিবলৈ পালো কেম্ব্ৰিজ বিশ্ববিদ্যালয়ৰ ডক্টৰেট, তীক্ষ্ণধী পণ্ডিত হীৰেন গোহাঁয়ো বামপন্থাৰ প্ৰতি আকৃষ্ট হৈছে। তেখেতে ইতিমধ্যে অধুনালুপ্ত জনপ্ৰিয় বামপন্থী সাহিত্য আলোচনী 'নতুন পৃথিৱী'ৰ সম্পাদক মণ্ডলীৰ সদস্য হৈছে। আমাক আৰু কোনে পায়। ড° গোহাঁইৰ দৰে লেখক আমাৰ সতীৰ্থ। বামপন্থীৰ তুনত এডাল শক্তিশালী শেল যোগ হ'ল। আজিও মনত আছে — এজন স্থানীয় সাহিত্যিকক উচ্ছ্বাসত ক'লো— "জানে, ড° গোহাঁই আমাৰ শিবিৰত।" মানুহজন বামপন্থাৰ প্ৰতি বৰ আস্থাশীল নাছিল নেকি। মানুহজনে মোৰ কথাত দাঁত মুখ বিকটাই আছিল। "থ'ক, থ'ক। চাম নহয় কিমান দিন থাকে?" তেখেত ৰাজনীতি 'পাপাচাৰ' মুক্ত বিশুদ্ধ সাহিত্য আৰু ফুল-তৰা-গানৰ নন্দনত বিশ্বাসী আছিল। হীৰেন গোহাঁইৰ এই 'স্খলন' দেখি তেখেত বৰ হতাশ হ'ল। ভয়ো খাইছিল অসমৰ উঠি অহা ভাল ভাল ডেকাবোৰৰ মূৰ খাব বুলি। আমাৰ আকৌ ভয় হৈছিল গোহাঁয়ে হঠাৎ বাম শিবিৰ ত্যাগ কৰে বুলি। এনে শিবিৰ এৰি

যোৱা বুদ্ধিজীৱী অসমত মাজে মাজে দেখিছো। যি কি নহওক, আমি ড° গোহাঁইক চাবলৈ উত্ৰাৱল হৈ পৰিলো। সুযোগ ওলাল। '৭০ নে '৭১ চনত এটা বামপন্থী দলৰ আমন্ত্ৰণক্ৰমে যোৰহাটৰ এখন সভাত ভাষণ দিবলৈ গোহাঁই আহে। আমিও তেখেতক দেখা কৰিবলৈ গোলাঘাটৰ কেবাজনো গুণমুগ্ধৰ স'তে যোৰহাটলৈ ঢাপলি মেলো। এখন সৰু সভাত তেখেতে দিয়া সুন্দৰ ভাষণ প্ৰথম শুনিবলৈ পাওঁ। তেখেতক দেখিলোহে, তেখেতৰ স'তে চা-চিনাকিহে কথা-বতৰা পতাৰ সুযোগ নাপালো। ১৯৭২চন মানত গোলাঘাট নগৰত ভাৰত-চীন মৈত্ৰী সংঘ গঢ়ি উঠে। সংঘৰ মই সভাপতি আছিলো। ড° গোহাঁইক সংঘৰ এখন সভালৈ আমন্ত্ৰণ জনাওঁ। তেখেতে আমাৰ আমন্ত্ৰণ ৰক্ষা কৰি তেখেতৰ জন্মস্থান গোলাঘাট নগৰলৈ আহে আৰু সভাত ভাষণ দিয়ে। এইবাৰ ড° গোহাঁইক ওচৰৰ পৰা লগ পোৱাৰ আৰু কথা বতৰা পতাৰ সুযোগ পাওঁ। দূৰৰ পৰা বাঘ যেন লগা মানুহটো দেখোন তেনেই সহজ-সৰল। সাধাৰণ লোকৰ লগত সহজে মিলিব পৰা। ভাৰতৰ চীন মৈত্ৰী সংঘৰ সভাৰ পাছত তেখেতক বহুত ঠাইত বহুবাৰ লগ পাইছো। বৰহোলাত অনুষ্ঠিত হোৱা বামপন্থী লেখক শিবিৰ, গোলাঘাটত অনুষ্ঠিত প্ৰগতিশীল কবিতাৰ বাটকটীয়া ধীৰেন দত্তৰ স্মৃতি সভাত, এ.আই.এছ.এফৰ সভাত, নতুন সাহিত্য পৰিষদৰ গুৱাহাটীৰ ৰাজ্যিক সম্মিলন আদি বিভিন্ন সভা সমিতিত তেখেতক লগ পাওঁ, সামান্য দুষাৰ-এষাৰ কথা পাতো, ভাষণ শুনো। বিশেষ ধৰণে দীঘলীয়াকৈ আলাপ-আলোচনা কৰাৰ সুযোগ কিন্তু কোনোদিনেই পোৱা নাছিলো। অসম আন্দোলনৰ সময়ত গুণ্ডাই তেখেতক আক্ৰমণ কৰোতে অতিশয় মৰ্মাহত হৈ তেখেতলৈ চিঠি দিছিলো আৰু এই জঘন্য ফেচিষ্ট আক্ৰমণৰ বিৰুদ্ধে মাত মাতিছিলো।

ড° গোহাঁইৰ চিন্তা আৰু আদৰ্শই আমাক সদায় অনুপ্ৰাণিত কৰি আহিছে। আদৰ্শৰ কঠিন মূললৈ লৈ যোৱাত তেখেতে প্ৰেৰণা যোগাইছে। কিছুমান কথাত তেখেতৰ স'তে ভাবাদৰ্শগত মিল থাকিলেও আমাৰ চিন্তা-চৰ্চা পৰিষ্কাৰ নহয়। অধ্যয়নহীনতা আৰু তৰাং বুদ্ধিবৃত্তিৰ বাবে বোধহয় আমি কোনো এটা বিষয়ত সুস্পষ্ট মত গ্ৰহণ কৰিব নোৱাৰা হওঁ। আৰু তেতিয়াই গোহাঁয়ে তেখেতৰ ৰচনাৰাজিৰে আমাৰ মানসিক বিভ্ৰান্তি দূৰ কৰি আমাক এটা সুস্পষ্ট পৰিষ্কাৰ বাটৰ সন্ধান দিয়ে। কেতিয়াবা একোটা নতুন বিষয়ত ভুল চিন্তাৰে পৰিচালিত হ'লে তেখেতে আমাক সঠিক দিশটো দেখুৱাই দিয়ে। উদাহৰণ স্বৰূপে উত্তৰ আধুনিকতাৰ সন্দৰ্ভত আমাৰ বাৰুকৈয়ে খেলি-মেলি হৈছিল। সৰু সুৱা বুদ্ধিজীৱীয়ে আমাক বোন্দা ঠেকেচা দিবলৈ ধৰিলে। গোলাঘাটৰ দৰে সৰু চহৰতো এইবোৰ বিতৰ্কিত বিষয় হৈ পৰিল। কিবা কিবি পঢ়িও দেখোন বিভ্ৰান্তি দূৰ নহয়। এনে সময়তে গোহাঁইৰ এই বিষয়ে লিখা বিভিন্ন প্ৰবন্ধ পাতিয়ে আমাৰ খেলি-মেলি বহুখিনি আঁতৰালে আৰু এই বিষয়ে এটা স্পষ্ট অভিমত গঢ়ি তুলিব পাৰিছো। শেষত বোন্দা ঠেকেচাৰ পৰা অলপ ৰক্ষা পৰিলো। তেনেকৈয়ে ড° গোহাঁয়ে আমাক সম্পূৰ্ণ মৌলিক চিন্তাৰ স'তেও চিনাকি কৰিছে। আমি আগেয়ে নেদেখা নতুন দিশ এটা দেখুৱাই আমাক নতুনকৈ ভাবিবলৈ শিকাইছে। আমি

তেখেতৰ ওচৰত চিৰ ঋণী। অনাগত দিনবোৰতো তেখেত আমাৰ শিক্ষক, পথ প্ৰদৰ্শক, ন-চিন্তাৰ উৎস হৈ থাকিব।

সমাজৰ জঁটবন্ধা জটিল পথত সকলোৰে কেতিয়াবা আউল লাগে। মানুহ হিচাপে ড° গোহাঁয়ে হয়তো কেতিয়াবা সৰু-সুৰা ভুল কৰিছে। কিন্তু তেখেতে কেতিয়াও মানুহক প্ৰবঞ্চনা কৰা নাই আৰু ভৱিষ্যতে কৰিবও নোৱাৰে। সেয়া আমাৰ দৃঢ় বিশ্বাস। এই তীক্ষ্ণধী বামপন্থী চিন্তাবিদ জনাৰ পৰামৰ্শ বিচাৰ বিশ্লেষণ, সমাজৰ অতন্দ্ৰ প্ৰহৰীৰূপে তেখেতৰ সকীয়নি সাধাৰণ মানুহে সদায় অম্লান বদনে গ্ৰহণ কৰি যাব। তেখেত এজন চিন্তাবিদেই নহয়; সমাজৰ এজন শিক্ষক, পথ প্ৰদৰ্শক। সেয়ে আমাৰ পৰা বহুত দূৰত থকা সত্ত্বেও ড° গোহাঁই আমাৰ নিকট বন্ধু। আনাত্মীয় হ'লেও অনুভৱ কৰো নিবিড় আত্মীয়তা।

ড° হীৰেন গোহাঁইৰ সুস্বাস্থ্য আৰু দীৰ্ঘায়ু কামনা কৰিলো। ❑

# ড° হীৰেন গোহাঁই ঃ এক অনন্য অনুভৱ

• লুট্‌ফা হানুম ছেলিমা বেগম

কেতিয়া কোনে ক'ত স্থাপন কৰিছিল সাহস আৰু নিৰ্ভীকতাৰ এক অনন্য আধাৰশিলা-- মই নাজানো। কিন্তু মই এইটো জানো যে তাত পোন প্ৰথমেই খোদিত হ'ল এটা নাম, এটা কণ্ঠস্বৰ, এক সৰ্বাত্মক বিপ্লৱ-- ড° হীৰেন গোহাঁই। মোৰ গোহাঁই ছাৰ।

মহাবিদ্যালয়ত পঢ়ি থাকোতেই ছাৰৰ ৰচনাৰাজি সহৃদয়তাৰে পঢ়িছিলো। মুগ্ধ নহৈ অনুপ্ৰাণিতহে হৈছিলোঁ — অধিক। ছাৰৰ দ্বাৰা লিখিত শব্দ পৰম্পৰাই মোক আকৰ্ষণ কৰিছিল। অসমীয়া ভাষাৰ উৎকৃষ্ট পাঠ পঢ়িবলৈ পাইছিলোঁ— সেই লেখনিবিলাকত। বিশ্ববিদ্যালয়ত পঢ়িবলৈ গৈ ছাৰৰ সান্নিধ্য লাভ কৰিছিলোঁ— কবি আৰু কবিতাৰ মাধ্যমেৰে। তাৰ পিছৰ পৰাই কেৱল আত্মীয়তা বোধ কৰিয়েই ছাৰৰ স'তে হৈছিল অনেক অন্তৰঙ্গ আলাপ। সেই আলাপৰ পৰাই মই অনেক ৰত্নময় সংলাপ আজিও সযতনে সাঁচি থৈছোঁ।

অসমৰ আকাশ তেতিয়া মেঘাচ্ছন্ন। সেই আকাশৰ পৰা বৃষ্টি বৰ্ষিত হৈছিল--- মোৰ সত্তাৰ ওপৰতো। ছাৰৰ ওচৰ চাপিছিলোঁ। আসন্ন সামগ্ৰিক মহাবিনাশৰ উমান ছাৰে বহুত আগতেই উপলব্ধি কৰিছিল। সেয়ে ছাৰে আশ্বাস দিছিল— যি আশ্বাসে মোৰ অন্তৰাত্মাত প্ৰবল গতিবেগৰ জন্ম দিলে। জীৱনমুখী সেই গতিবেগে মোলৈ কঢ়িয়াই আনিলে— সৃজনীশীলতাৰ প্ৰতি এক অনিমেষ আকৰ্ষণ। তেতিয়াৰে পৰাই নিশ্চেষ্ট জীৱনত একেডাল সূতাতে গাঁথি ল'লো— বেদনাৰ বৰ্ণালীৰে ভৰা জীৱন আৰু সৃষ্টিৰ বিশালতাক। ছাৰে নজনাকৈয়ে মই ছাৰৰ পৰা হৃদয়ৰ অনেক প্ৰাচুৰ্য আৰু পৰিব্যাপ্তিৰ কথা শিকিলোঁ।

সৰ্বোপৰি ছাৰৰ কাব্যিক সংবেদনশীলতা আৰু মননশীলতা মোৰ বাবে অবিৰাম তৰংগায়িত এক সমুদ্ৰ সদৃশ। সেই সমুদ্ৰৰ ধ্বনিময় তৰংগত মোৰ কবিতাৰ অনিৰ্দিষ্ট যাত্ৰাৰ কণমানি নাওবোৰ ক'তবা লাগেগৈ— এই ভাবনাই মোক কেতিয়াবা চিন্তাকুল কৰি তোলে। ক'ত লাগিবগৈ ছাৰে কিন্তু জানে। কাৰণ ছাৰে কল্পনা আৰু বাস্তৱৰ মাজত, সৃষ্টি আৰু যুক্তিৰ মাজত, শব্দ আৰু ছন্দৰ মাজত, স্বপ্ন আৰু গতিৰ মাজত, আকাশ আৰু পৃথিৱীৰ মাজত, পানী আৰু জুইৰ মাজত সেতু বান্ধিব জানে। সেতুবন্ধনৰ দক্ষ কাৰিকৰ তেখেত। ৰূপান্তৰৰ ৰূপদক্ষ তেখেত। মোৰ হৰ্ষ-বিষাদ, কৰুণ-বিষণ্ণ, উৎফুল্লতা- উদ্দীপনাৰ সকলো ঋতুতে কিন্তু ছাৰ বিদ্যমান। সেয়ে ছাৰক বহুতদিনৰ পৰাই কওঁ বুলি ভবা কথাটো এনেকৈ ক'বৰ মন গৈছে ঃ

চৰাইবোৰ গুচি গ'ল
অন্য এখন আকাশ বিচাৰি
মাছবোৰ নাওবোৰ গুচি গ'ল
অন্য বোঁৱতী নৈ বিচাৰি
বৰ সোনকালে খেতিয়কসকলো গ'লগৈ
অন্য এখন পথাৰ বিচাৰি
ভৰাঁলবোৰ নাঙলবোৰো গ'লগৈ
খেতিয়কৰ পিছে পিছে
আলি-পদূলিবোৰো হেনো গুচি গ'ল
নতুন নতুন নাম বিচাৰি
বিল পুখুৰী এৰি গ'লগৈ
মেটেকা আৰু পুনিবোৰ
বিয়াকুল বৰশীবোৰ তাতে এৰি থৈ গ'ল
পুঙাবোৰে টোপবোৰে
ফলৰ বুকু ফালি গুচি গ'ল গুটিবোৰ
নতুনৰ বুকুত গজিবলৈ
তাকে দেখি
বিছনাৰ গাৰুতে গজালি মেলা
কুঁহি-কোমল সপোনবোৰো গ'লগৈ
মোক এৰি থৈ

সান্ধ্য ভ্ৰমণত আজিকালি সেয়ে
কাকো লগ নাপাওঁ। ❑

# প্ৰেৰণাৰ উৎস ড° হীৰেন গোহাঁই

• মছুউদুল হক

আমি বুজন হোৱাৰ আগতেই **ৰামধেনু**-এ অসমৰ সাহিত্য আকাশত ৰং-বিৰঙৰ মেলা পাতিছিল। হীৰেন ককাইদেউৰ লিখা ওলাইছিল। তেওঁৰ সুখ্যাতি বিয়পিছিল। **ৰামধেনু** পঢ়ি বুজিব নোৱাৰিলেও **দীপক, জোনবাই, শুকতাৰা, সন্দেশ**ৰ পৰা **ৰামধেনু**লৈকে আমি একোকে বাদ নিদিছিলোঁ। ১৯৬৪ চনত **ৰামধেনু**ত কবি ইলিয়টৰ বিষয়ে তেখেতৰ এটা প্ৰবন্ধ চাইছিলোঁহে হ'বলা।

সেয়ে আৰম্ভণি। তাৰ পিছৰ পৰা হীৰেন ককাইদেৱে লিখা প্ৰতিটো প্ৰবন্ধই পঢ়িছোঁ বুলি ক'লেও বঢ়াই কোৱা নহ'ব। **সাহিত্যৰ সত্য আৰু কেৱল মানুহৰ আছে গানৰ পৰা লত্ব্ লাগিজ**লৈকে একোৱেই বাদ যোৱা নাই। **বুধবাৰ** আৰু **জনমভূমি**ৰ প্ৰবন্ধবোৰো সাৰি যোৱা নাই। সকলো কথাই যে আমি বুজি পাওঁ তেনেও নহয়। বহু কথাই হজম নহয়। হীৰেন ককাইদেউৰ ভাষাতে 'কিছুমান লিখা পঢ়োঁতে পাঠক ঘামি যায়,...'। আমিও ঘামো। পিছে ঘাম বাজ হয় যদিও আমি বুজি পোৱাত অসমৰ্থ।

তেখেতৰ ভাব-চিন্তাৰ লগত সকলো সময়তে একমত হ'ব পাৰোঁ বুলিও ক'ব নোৱাৰোঁ। কিন্তু হীৰেন ককাইদেউৰ লিখাই আমাক বেলেগ ধৰণে ভাবিবলৈ শিকায়। সেইবাবেই পচন্দ নোহোৱা কথা থকা লিখাটোও দোহৰাই পঢ়ো। সেই ফালৰ পৰা ক'বলৈ গ'লে তেওঁ আমাৰ আৰু আমাৰ চামৰ বহুতৰে গুৰু। শিক্ষাগুৰু, পথ প্ৰদৰ্শক।

সত্তৰৰ দশকৰ শেহৰফালে আমি বেৰে-চালে চীনৰ চেয়াৰমেন আমাৰ চেয়াৰমেন বুলি লিখি বিপ্লৱী হোৱাৰ আখৰা চলাইছিলোঁ। তেতিয়াও তেখেতৰ দুই-এটা লিখাই আমাক নিজৰ কাম-কাজ সমালোচনাৰ দৃষ্টিৰে চাবলৈ শিকাইছিল। সেই কাৰণেই সম্ভৱ আমাৰ ক্ষেত্ৰত অল্প বিদ্যা ভয়ংকৰী নহ'লগৈ। বুৰ্জোৱা শিক্ষা ব্যৱস্থাৰ দুৰ্ঘোৰ বিৰোধিতা কৰিও মুৰকত আমাৰ দুশ্ৰেণী পঢ়া হ'ল। আমাৰ বহু সম্ভাৱনাপূৰ্ণ আৰু ত্যাগী বন্ধুৰ বিদ্যা-শিক্ষা আদবাটতে বৈ গ'ল। বহুতৰে প্ৰাণ গ'ল। বহুতৰ বিত্তৰ আলাই-আথানি হ'ল। মনত পৰিলেই আজিও অজানিতে চকুলো বাগৰে।

**পদাতিক** ওলোৱা সময়ত আমি বিদেশত। পিছে আটাইবোৰ সংখ্যাই পঢ়িবলৈ পাইছিলোঁ। জৰুৰী অৱস্থাৰ শেহৰফালে ঘুৰি আহি হ'লো চৰকাৰী আলহী। ফেচিবাদ

বিৰোধী সকলো কাৰ্যসূচীতে আমি আছিলোঁ আলিবাটত। হীৰেন ককাইদেউকে আদি কৰি ভালেকেইজন লেখকৰ লেখনিয়ে আমাক অনুপ্ৰেৰণা যোগাইছিল।

অসম আন্দোলনৰ আমি দুৰ্ঘোৰ সমৰ্থক আছিলোঁ। আবেগত উটি-বুৰি চাইকেলত মাইক বান্ধি মাহৰ পিছত মাহ গাঁৱে গাঁৱে প্ৰচাৰ অভিযানত ব্যস্ত আছিলো। মতবিৰোধ সত্ত্বেও স্বনামধন্য বুদ্ধিজীৱী-লেখক হীৰেন গোহাঁই, হোমেন বৰগোহাঞি, অমলেন্দু গুহ, নিৰুপমা বৰগোহাঞি আদিৰ লিখনি আমি তন্নতন্নকৈ পঢ়িছিলো। আন্দোলনৰ ভুল-ক্ৰটিবোৰ বুজাৰ চেষ্টা কৰিছিলোঁ। স্বতন্ত্ৰভাৱে চিন্তা কৰাৰ প্ৰেৰণা লাভ কৰিছিলোঁ।

অসম আন্দোলনৰ শেষ পৰ্যায়লৈকে আমাৰ নিজৰ লিখা-মেলা আছিল ইংৰাজী আৰু উৰ্দুত-- অসমৰ বাহিৰৰ কাকত-আলোচনীত। **নীলাচল** আৰু **অগ্ৰদূত**তো মাজে মাজে লিখিছিলোঁ। লিখাবোৰত আচলতে কোনো পদাৰ্থ নাছিল। অসমীয়াত লিখিবলৈ বাধ্য হ'লোঁ হৃদয়ৰ তাড়নাত। আন্দোলনৰ নেতাসকলৰ ধন আৰু ক্ষমতাৰ খক দেখি। চতুৰ্দিশে বাঢ়ি অহা ধৰ্মান্ধতাৰ বিপদ সম্পৰ্কে সচেতনতা বৃদ্ধিৰ উদ্দেশেও।

আৰম্ভণিৰে পৰা আমাক উৎসাহ দি থকা মানুহজন আছিল পিতৃদেৱৰ সহপাঠী প্ৰয়াত মুনীন বৰকটকীদেৱ। দুটামান লিখা প্ৰকাশ হোৱাৰ পিছৰে পৰা প্ৰধান উৎসাহ যোগাওঁতা হ'ল ড° হীৰেন গোহাঁই। আমাৰ লিখাত কোনো পদাৰ্থ নথকা বুলি জানিও নিয়মীয়াকৈ কলম চলাই থকাৰ সাহস তেখেতৰ পৰাই পাইছোঁ। শ্ৰদ্ধেয় সম্পাদক হোমেন বৰগোহাঞি আৰু ৰাধিকামোহন ভাগৱতীদেৱে মৰম কৰি তেওঁলোকৰ কাকত-আলোচনীত ঠাই দিয়া কথাটোও স্মৰণীয়।

ড° হীৰেন গোহাঁইৰ কলমে প্ৰায় চাৰিটা দশক জুৰি আমাকে নহয়, আমাতকৈ যোগ্যতৰ বহুতকে বাট দেখুৱাই আহিছে। অসমৰ সাধাৰণ মানুহৰ প্ৰতি থকা ভালপোৱা আৰু দায়বদ্ধতা তেখেতৰ কলমৰ মূল চালিকা শক্তি। তেখেতে মাথোঁ প্ৰেৰণাদাতা তাত্ত্বিক নহয়, যুঁজাৰু সৈনিকো। অসমৰ প্ৰতিটো সমস্যাতে তেওঁ শোষিতৰ পক্ষত থিয় হৈছে। নিজে আগবাঢ়ি গৈ প্ৰতিবাদ আৰু প্ৰতিৰোধৰ দুৰ্গ গঢ়াৰ চেষ্টাত ব্ৰতী হৈছে। অসমৰ যুক্তিবাদী প্ৰগতিশীল ৰাজনৈতিক চিন্তাৰ ধাৰাটো সাৱলীল কৰিবলৈ তেখেতে চলাই অহা চেষ্টাৰ তুলনা নাই। তেখেতৰ দীৰ্ঘ সক্ৰিয় লেখক জীৱন আমি আন্তৰিকভাৱে কামনা কৰিছোঁ। ❑

# এজন অসাধাৰণ সাধাৰণ মানুহ

**• ঋষেশ্বৰ বৰা**

আমাৰ গাঁৱৰ পৰা দহ কিলোমিটাৰ নিলগৰ চহৰখনত অনুষ্ঠিত হৈছে সাহিত্য সভাৰ অধিবেশন। গোটেই অঞ্চলটোতে এক উৎসৱমুখৰ পৰিৱেশ। সভাস্থলিত বিৰ দি বাট পাবলৈ নাই। সকলোৰে লগতে আমাৰ গুণেশ্বৰ বৰপাইয়ো ওলাল সাহিত্য সভা চাবলৈ। সন্ধিয়া বৰপাইক লগ পাই সুধিলো—

— বৰপাই সাহিত্য সভাত কি দেখিলে?

— ইস্মান ডাঙৰ ডাঙৰ বেঙেনা। — দুহাতেৰে বৰপাইয়ে বেঙেনাৰ আকৃতি দেখুৱাবলৈ যত্ন কৰে।

— বে - ঙে - না !! —আমি সকলো অবাক।

— এৰা বোপাইহঁত। মোৰ জীৱন ধন্য হ'ল। বেঙেনাৰ খেতি আমিও কৰিছোঁ, কিন্তু সাহিত্য সভাত যি বেঙেনা দেখিলোঁ — ৰ'বি — বুলি কৈ তেওঁ মোনাৰ পৰা প্ৰকাণ্ড আকাৰ দুটা বেঙেনা উলিয়ালে। বৰপাই ঢুকুৱাৰ বহুদিন হ'ল। মৃত্যুৰ আগলৈকে কিন্তু তেখেতে সাহিত্য সভাৰ সেই দুৰ্জয় বেঙেনাৰ কথা পাহৰা নাছিল। আমাৰ দৰে আগ্ৰহী শ্ৰোতাক সুবিধা পালেই তেখেতে সবিস্তাৰে বৰ্ণনা কৰিছিল— তেখেতৰ জীৱনৰ সেই অবিস্মৰণীয় অভিজ্ঞতা— সাহিত্য সভাৰ বেঙেনা।

শ্ৰীমান অখিলে কৈছে ঃ ড° গোহাঁই ছাৰ সম্পৰ্কে যি মন যায় দুশাৰী লেখিবলৈ - - চহৰৰ পৰা ভালেখিনি নিলগত বাস কৰা তাহানিৰ জুৰমন বৰাৰ দূৰ সম্পৰ্কীয় গুণেশ্বৰ বৰাৰ ভতিজা এই ঋষেশ্বৰ বৰাক। এইখিনিতে পাঠকক সকীয়াই থোৱা ভাল — এই বৰপাই আৰু ভতিজাৰ তফাৎ কেৱল বয়সৰহে। ইয়াত গোহাঁই ছাৰৰ বৌদ্ধিক পৰিমণ্ডলৰ পৰিমাপ লোৱা কিম্বা ছাৰৰ বৌদ্ধিক অৱদানৰ সমীক্ষা চলোৱা আমাৰ উদ্দেশ্যও নহয়, বিধেয়ও নহয়।

পদাতিকৰ পৰা নতুন পদাতিকৰ প্ৰকাশনলৈ এই সুদীৰ্ঘ সময়ছোৱাত ছাৰক বহুবাৰ লগ পাইছো। প্ৰথমাৰ্দ্ধত কিছু সঘনাই আৰু এতিয়া সেৰেঙাকৈ। ছাৰক লগ পোৱা মুহূৰ্তবোৰত কোনোদিনেই অনুভৱ কৰা নাই যে আমি অসমৰ বৰ্তমান কালৰ সৰ্বশ্ৰেষ্ঠ পণ্ডিত বুদ্ধিজীৱীজনাৰ লগত কথা পাতিছোঁ, বৰঞ্চ ভাৱ হয়— আমি কথা পাতিছোঁ এজন সহৃদয় সহজ-সৰল 'অসাধাৰণ সাধাৰণ মানুহ'ৰ লগত— যাৰ সমস্ত চিন্তা আৰু কৰ্মৰ মধ্যমণি হ'ল— দেশৰ সাধাৰণ মানুহ ; নিজৰ বিশ্বাসত যি অচল-অটল। অনিবাৰ্যভাৱেই আমাৰ আলোচ্য বিষয়বস্তু সদায় বিমূৰ্ত্ত বৌদ্ধিক কচৰতৰ সলনি আমাৰ গাঁৱৰ কৃষক মজদুৰ জাতীয় মানুহখিনিৰ জীৱন-জীৱিকাৰ সংগ্ৰাম, উঠি অহা চামৰ সমস্যা আৰু ভৱিষ্যত, জাতীয় সমস্যাৰ নানা প্ৰসংগ ইত্যাদি। বহুতো সময়ত আমি উৎসাহী বক্তা, ছাৰ শ্ৰোতা। আমাৰ অভিজ্ঞতালব্ধ

তথ্যৰ ভিত্তিতেই ছাৰে স্বাভাৱিক বুদ্ধিমত্তাৰে আমাৰ মনত নতুন নতুন প্ৰশ্নৰ উদয় কৰাইছে, সিবিলাকৰ সমিধান বিচৰাত সহযোগ কৰিছে। আমাৰ বিশ্বাস-- গোহাঁই ছাৰ হ'ল বৰ্তমান সমাজত দুষ্প্ৰাপ্য হৈ আহিব ধৰা এজন সৎ আৰু সৰল মানুহ যি সমাজৰ স্বাৰ্থত ব্যক্তি-স্বাৰ্থক নিতান্তই তুচ্ছজ্ঞান কৰিব পাৰে। এই বিশ্বাস আমাৰ অধিক দৃঢ় হৈছে– যেতিয়া আমি দেখিছোঁ — জাতীয় জীৱনৰ নানা সংকটকালত তেখেতে প্ৰায় এককভাৱেই বৌদ্ধিক নেতৃত্ব দিছে। তাৰ বিনিময়ত পাইছে গালি-গঞ্জনা, হুমকি– আনকি মুকলি ৰাজপথত প্ৰহৃতও হৈছে। সময়ে অৱশেষত বাৰে বাৰে প্ৰমাণ কৰিছে ছাৰৰ পদক্ষেপ শুদ্ধ আছিল।

পণ্ডিতসকলৰ কথা নেজানো — কিন্তু আমাৰ দৰে অশিক্ষিত/ অৰ্দ্ধশিক্ষিত মখা গোহাঁই ছাৰৰ ওচৰত চিৰঋণী– এই কাৰণেই যে-- অসমীয়া সাহিত্যত প্ৰকৃতাৰ্থৰ আধুনিক সমালোচনা ৰীতিৰ লগত ছাৰেই আমাক পৰিচয় কৰাই দিছে। অগ্নিগিৰী, বেজবৰুৱা, শংকৰদেৱক নতুনকৈ চাবলৈ শিকাইছে। সাহিত্যৰ সত্যৰ সন্ধানৰ পৰা উৰণীয়া হাঁহৰ মাতৰ অনুধাবনলৈ, বৈষ্ণববাদৰ পৰা উত্তৰ-আধুনিকতালৈ ছাৰে সহজ-সৰল ভাষাৰে আমাৰ দৰে সাধাৰণ মানুহে বুজি পৰাকৈ নিলিখা হ'লে– ইবিলাকৰ ৰসাস্বাদনৰ পৰা আমি সদায়েই বঞ্চিত হৈ থাকিলোহেঁতেন। স্বাভাৱিকভাৱেই ছাৰে সদায় বৃহত্তৰ জনসাধাৰণৰ পক্ষত থাকিয়েই তেখেতৰ কাৰ্য-কলাপ চলাইছে।

আজি হেনো গোহাঁই ছাৰ এজন ব্যক্তি মাথোঁ নহয়, এক অনুষ্ঠান। আজি দেশৰ ইমূৰৰ পৰা সিমূৰলৈ ছাৰৰ অজস্ৰ গুণমুগ্ধ। বিভিন্ন 'ইছ্যু'ত ছাৰৰ মতামত জানিবলৈ আজি অসংখ্য লোকে বাট চাই থাকে কিন্তু আমি জনাত ছাৰৰ এই সুদীৰ্ঘ পথ পৰিক্ৰমাৰ স্মৃতি বৰ সুখকৰ নহয়। এঘড়ী বাৰুকৈয়ে যুঁজিবলগীয়া হৈছে। আগে পাছে লেং মৰাখিনি বাৰু বাদেই দিছোঁ। অসমীয়া সমালোচনা সাহিত্যলৈ ছাৰৰ অৱদানখিনি 'নিচক ব্যক্তিগত গালি-গালাজ মাথোন' বুলি বাংলা **দেশ** পত্ৰিকাৰ যোগেদি অসমৰ বাহিৰৰ বিদ্বৎ সমাজক অৱগত কৰোৱাৰ মহান পৱিত্ৰ কৰ্ত্তব্য পালন কৰা পণ্ডিত বাহাল তবিয়তে-অদ্যাপি বিদ্যমান। অসমীয়া সাহিত্য-সংস্কৃতিক জনজীৱনৰ ধূলি-মাকতিৰ পৰা নিলগাই কলা-কৈৱল্যবাদৰ বৰ শৰাইত থাপনাৰ মহাযজ্ঞৰ ঋত্বিক এজনেতো অৱশেষত 'কেৱলীয়াবাদেই' গ্ৰহণ কৰিলেগৈ। যি কি নহওক অৱশেষত বৃহত্তৰ জনসাধাৰণৰ ৰায় ছাৰৰ সপক্ষত।

পিছে– মহৎ সাহিত্যৰ প্ৰবক্তাসকলে হেনো সাৱধান বাণী শুনাইছে— "বৰ বেছি ভাল হোৱাটোও ভাল কথা নহয়!"

আকৌ আহোঁ 'বৰপাই'ৰ কথালৈ। 'বৰপাই' আছিল আজীৱন খেতিয়ক ; ধান-মাহ, জলকীয়া, বেঙেনাৰ লগতেই যাৰ নিবিড় সম্পৰ্ক। সেয়েহে মৃত্যুৰ সময়লৈকে বৰপাইয়ে পাহৰিব পৰা নাছিল– 'সাহিত্য সভাৰ বেঙেনা'ৰ কথা। সৰুতে গাঁৱৰ বুকুতেই দুই-এজন অত্যন্ত সৎ আৰু সাহসী 'অসাধাৰণ সাধাৰণ মানুহ' লগ পোৱা মনত পৰে। এতিয়াৰ সমাজতো তেনে ব্যক্তি বিচাৰি হাবাথুৰি খাওঁ। সেয়েহে– গোহাঁই ছাৰৰ মাজৰ মানুহজনৰ কথা আমাৰ সদায় মনত থাকে আৰু থাকিব। ছাৰৰ সুস্বাস্থ্য আৰু সুদীৰ্ঘ জীৱন কামনা কৰিলো। ❑

সংযোজন

# মানৱদৰদী চিন্তাবিদ ড° হীৰেন গোহাঁইলৈ গুৱাহাটী বিশ্ববিদ্যালয় অধ্যয়ন চক্ৰৰ বিশেষ সম্বৰ্ধনা

*[ টোকা ঃ ২৮/২/৯৯ ড° হীৰেন গোহাঁইক সম্বৰ্ধনা জনাবলৈ এটি বিশেষ অনুষ্ঠান আয়োজন কৰিছিল গুৱাহাটীৰ গৌৰী সদনত। অভূতপূৰ্ব সফলতাৰে সমাপন হোৱা সেই অনুষ্ঠানটিত পাঠ কৰা সম্বৰ্ধনা পত্ৰখনিৰ পূৰ্ণপাঠ ইয়াত প্ৰকাশ কৰা হ'ল। তাৰোপৰি এই শিতানত আমি এই সম্বৰ্ধনাৰ উত্তৰ ৰূপে ড° গোহাঁয়ে দিয়া ভাষণটি আৰু অন্য এখন সম্বৰ্ধনা পত্ৰ প্ৰকাশ কৰিলো -- সম্পাদক।]*

**পৰম শ্ৰদ্ধেয় সভাপতিদেৱ আৰু সুধীবৃন্দ,**

অসমৰ চিন্তাজগতত সূৰ্যসম ভূমিকা পালন কৰি অহা ড° হীৰেন গোহাঁইলৈ আমি জনোৱা বিশেষ সম্বৰ্দ্ধনা অনুষ্ঠানত উপস্থিত থকা বাবে আপোনালোক সদৌটিলৈ আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিছোঁ।

অসমৰ সমাজ জীৱন, ইতিহাস, সাহিত্য আৰু ৰাজনীতিৰ দৰে বিভিন্ন ক্ষেত্ৰ তেখেতৰ প্ৰতিভাৰ কিৰণে উদ্ভাসিত কৰিছে। এই কথা দোহৰাৰ আৱশ্যক নাই যে ড° গোহাঁই বস্তুতৰে বাবে এক অনুষ্ঠানসদৃশ। এনে কথাত প্ৰত্যাশিতভাৱেই ড° গোহাঁইৰ প্ৰবল আপত্তি আছে আৰু তেখেতৰ স্বভাৱগত তীক্ষ্ণতাৰেই আমাক সোঁৱৰাই দিয়ে যে অনুষ্ঠান হোৱাত তেখেতৰ প্ৰবল আপত্তি। বৰং, মানৱীয় চেতনাৰে উদ্বুদ্ধ আৰু এক উচ্চ আদৰ্শৰে অনুপ্ৰাণিত এজন নিভাঁজ মানুহ হিচাপে পৰিগণিত হ'বলৈহে তেখেতে ভাল পাব। কিন্তু তেখেতৰ প্ৰতিভাৰ ঔজ্জ্বল্য ইমানেই ব্যাপক আৰু তীব্ৰ যে আমাৰ মনত তেখেত এক অসাধাৰণ ব্যক্তিত্বলৈ ৰূপান্তৰিত নহৈ নোৱাৰে। সেই অনুভূতিৰ ভাষা দিবলৈকে হয়তো স্বতঃস্ফূৰ্তভাৱেই মানুহৰ মনত উদয় হয় এনে এষাৰি কথাৰ-- তেখেত মাথোঁ এজন ব্যক্তি নহয়, তেখেত এক অনুষ্ঠান। কিন্তু এই কথা আমি পাহৰিলে নচলিব যে অনুষ্ঠানৰ নৈৰ্ব্যক্তিকতা আৰু শীতলতাৰ পৰা বহু আঁতৰত তেখেতৰ উষ্ণ মানৱিকতা। **লক্ষ্ম লাগিজ্জৰ** পাতে পাতে তেখেতে আমাক সোঁৱৰাই দিয়ে তেখেত এজন তেজ-মঙহৰ ব্যক্তি-- যাৰ আশা-আকাঙ্ক্ষা, কামনা-বাসনা, দুখ-যন্ত্ৰণা, আদৰ্শ জীৱনৰ প্ৰতি আকুলতা আৰু মানুহৰ প্ৰতি ভালপোৱাই তেখেতক হয়তো এজন ব্যতিক্ৰমী পুৰুষ কৰি তোলে কিন্তু তথাকথিত অনুষ্ঠানত পৰিণত নকৰে। সেয়ে ড° গোহাঁই আমাৰ বাবে অতি ওচৰৰ, অতি মৰমৰ এজন আদৰ্শ মানুহ, আমাৰ পৰা

নিলগৰ এক নির্জীৱ বিগ্রহ নহয়।

ছাত্র জীৱনৰ পৰা ড° গোহাঁই অতিশয় প্রতিভাশালী আছিল। পৰীক্ষাবোৰত তেখেতে উচ্চস্থান লাভ কৰিছিল। দিল্লী বিশ্ববিদ্যালয়ৰ পৰা তেখেতে অভিলেখ ভংগকাৰী নম্বৰ পাই ইংৰাজী বিষয়ত স্নাতকোত্তৰ ডিগ্রী লাভ কৰিছিল আৰু অতি কম বয়সতে সুবিখ্যাত কেম্‌ব্রিজ বিশ্ববিদ্যালয়ৰ পৰা 'Paradise Lost and the 17th Century Crisis' শীর্ষক গ্রন্থৰ কাৰণে ডক্টৰেট ডিগ্রী লাভ কৰে। এই গ্রন্থখন Christopher Hill-ৰ দৰে প্রখ্যাত মার্ক্সবাদী ঐতিহাসিকৰ উচ্চ প্রশংসাৰে ভূষিত হৈছে। এই কথাত আমাৰ কোনো সন্দেহ নাই যে ইংৰাজী সাহিত্যৰ বিদ্যায়তনিক গৱেষণাতে নিজকে আৱদ্ধ কৰি ৰখা হ'লে ড° গোহাঁই আজি এক আন্তঃৰাষ্ট্রীয় পর্যায়ৰ গৱেষক-সমালোচকৰূপে প্রতিষ্ঠিত হ'লহেঁতেন।

কিন্তু এহো বাহ্য। ড° গোহাঁইৰ জীৱন্ত প্রতিভাই আপোন বিকাশৰ পথ বিচাৰি ল'লে বিচিত্রভাৱে। নিতান্তই বিদ্যায়তনিক পাণ্ডিত্যৰ প্রাণহীন চর্চাৰ সলনি ড° গোহাঁইৰ মনীষাই নিজকে প্রয়োগ কৰিলে বহল, মানৱীয়, উষ্ণ এখন ক্ষেত্রত। তেখেত এক সঁচা অর্থত হৈ উঠিল জনগণৰ সেৱক। জনগণৰ সেৱক এইবাবেই যে ড° গোহাঁয়ে যি ক্ষেত্রত আত্মনিয়োগ কৰিছে সেয়া কৰিছে জনগণৰ বৃহত্তৰ স্বার্থত। আনকি কেতিয়াবা ব্যক্তিগত পর্যায়ৰ যেন লগা কেতবোৰ তর্ক-বিতর্কৰ ক্ষেত্রতো আমি নির্মোহভাৱে চালে দেখিবলৈ পাম যে ড° গোহাঁয়ে একোটাইঁত আদর্শগত প্রশ্নক কেন্দ্র কৰিহে তেনে তর্ক-বিতর্কত লিপ্ত হয়। তেখেতৰ অধিকাংশ বিতর্কৰ ক্ষেত্রতে এই কথাষাৰ খাটে। সেয়ে তেখেতৰ পাণ্ডিত্যৰ প্রকাশ ব্যক্তিগত অহমিকাৰ চিন নহয় বৰং এক সামাজিক দায়বদ্ধতাৰ প্রমাণহে।

ড° গোহাঁইৰ বৌদ্ধিক জীৱন আৰম্ভ হয় মূলতঃ এজন সাহিত্য সমালোচকৰূপে। অতি কুমলীয়া বয়সতে তেখেতে অতি পুৰঠ মনৰ আৰু মনস্বিতাৰ পৰিচয় দিব পাৰিছিল। তেখেতৰ প্রথম গ্রন্থ **সাহিত্যৰ সত্যৰ** প্রকাশ হয় ১৯৭০ চনত। কিন্তু ইয়াৰ বেছিভাগ ৰচনাই তাৰো দহ বছৰমান আগৰে পৰা লিখিত। উদাহৰণ স্বৰূপে, **অম্বিকাগিৰি আৰু মানৱায়তন** নামৰ উচ্চমানৰ ৰচনাখনৰ প্রকাশ ১৯৬২ চনত। তেতিয়া তেখেত ২২-২৩ বছৰীয়া যুৱক। তেতিয়াৰে পৰা তেখেতে সাহিত্যৰ জগতখনত নিজৰ পাণ্ডিত্য, ৰসবোধ, বিশ্লেষণ আৰু মর্মভেদী অর্ন্তদৃষ্টিৰে প্রভূত অৱদান দি আহিছে। তেখেতৰ ৰচনাৱলীৰ তালিকা দিয়াৰ প্রয়োজন হয়তো নাই, কিয়নো সুধীসমাজে ড° গোহাঁইৰ সাহিত্য বিষয়ক প্রতিটি ৰচনাকে গভীৰ অভিনিবেশ সহকাৰে অধ্যয়ন কৰি আহিছে। এই কথা আমি কোৱাত নিশ্চয় কাৰো দ্বিমত থাকিব নোৱাৰে যে ড° গোহাঁই আমাৰ সমসাময়িক সাহিত্যৰ শ্রেষ্ঠ সমালোচক। **সাহিত্যৰ সত্যৰ** সময়ৰ পৰা ড° গোহাঁইৰ সত্যানুসন্ধানী প্রতিভাই নতুন নতুন মার্গ গ্রহণ কৰি আহিছে। তেখেতে জীৱনৰ আগছোৱাত গ্রহণ কৰা সাহিত্যাদর্শ তেখেতৰ জীৱনাদর্শৰ পৰিবর্তনৰ লগে লগে পৰিবর্তিত হোৱাটো সকলোৰে জনা কথা। ইংগ-মার্কিন সমালোচনাৰ কৌশলবোৰ অসমীয়া

সাহিত্য সমালোচনাৰ ক্ষেত্ৰত সৰ্বপ্ৰথমে প্ৰয়োগ কৰি তেখেতে অসমীয়া সাহিত্য সমালোচনাৰ ক্ষেত্ৰত এক নতুন ধাৰা প্ৰৱৰ্তন কৰাৰ কথাও সৰ্বজনবিদিত। কিন্তু ড° গোহাঁই তাতে ৰৈ নাথাকিল। মাৰ্ক্সবাদী দৰ্শন গ্ৰহণ কৰি ড° গোহাঁয়ে ইংগ-মাৰ্কিন সমালোচনাৰ দুৰ্বলতাবোৰৰ প্ৰতি সজাগ হৈ উঠিল আৰু সাহিত্য সমালোচনাত প্ৰয়োগ কৰিলে মাৰ্ক্সবাদী নন্দনতাত্ত্বিক ধাৰাসমূহ। এই ক্ষেত্ৰতো ড° গোহাঁইৰ সজীৱ প্ৰতিভাই মাৰ্ক্সবাদী মতান্ধতাৰ কেতবোৰ নিষ্প্ৰাণ ধাৰণাক ত্যাগ কৰি অসমীয়া মাৰ্ক্সবাদী সমালোচনা সাহিত্যক সমৃদ্ধ কৰি তোলে। জীৱনৰ এইটো পৰ্যায়লৈকে ড° গোহাঁই মাৰ্ক্সবাদী সমালোচনাৰ অনুগামী হৈ থকাটো পৰিলক্ষিত হয়।

এজন প্ৰকৃত মাৰ্ক্সবাদীয়ে সাহিত্যক জীৱনৰ আনক্ষেত্ৰৰ পৰা নিলগাই চাব নোৱাৰে। সেয়ে ড° গোহাঁয়ো প্ৰৱেশ কৰে ইতিহাস আৰু সমাজতত্ত্বৰ জগতখনত। সেই সময়ৰে তেখেতৰ এখনি গ্ৰন্থৰ নামকৰণে তাৰ ইঙ্গিত দিয়ে। গ্ৰন্থখনিৰ নাম **সমাজ আৰু সমালোচনা**। অসমৰ বুৰঞ্জী চৰ্চাৰ ক্ষেত্ৰত ড° গোহাঁইৰ এক মৌলিক আৰু গুৰুত্বপূৰ্ণ অৱদান অসমৰ মধ্যবিত্ত সমাজৰ উৎপত্তি সন্ধানত লিখিত প্ৰবন্ধ **সাহিত্য আৰু চেতনা** নামৰ সংকলনত অন্তৰ্ভুক্ত **অসমীয়া মধ্যবিত্ত সমাজৰ ইতিহাস**। এনেদৰে তেখেতে অসম বুৰঞ্জীৰ এজন সন্ধানী গৱেষকৰূপে বিশিষ্ট অৱদান দিছে। অসমৰ আৰ্থ-সামাজিক ইতিহাসৰ ক্ষেত্ৰতো তেখেতৰ প্ৰবন্ধাৱলীত বিভিন্ন মূল্যবান মন্তব্য আৰু আলোচনা সিঁচৰতি হৈ আছে। সেয়ে ডাঃ ধ্ৰুৱজ্যোতি বৰাই **মোৱামৰীয়া গণ অভ্যুত্থান** নামৰ পুথিখনত লিখিছে- "অসমৰ ইতিহাস, সাহিত্য আৰু সমাজ জীৱনৰ ওপৰত তেখেতৰ (ড° হীৰেন গোহাঁইৰ) মূল্যবান বিশ্লেষণ আৰু সমালোচনাই আমাৰ চামক কেৱল বাট দেখুৱাই নহয়, গভীৰ আৰু কষ্টকৰ গৱেষণাত্মক লিখনিৰ বাবে সততেই অনুপ্ৰাণিত কৰিছে।" আধ্যাত্মিক, ৰহস্যবাদী বিচাৰতে আবদ্ধ নাৰাখি বস্তুবাদী আৰ্থ-সামাজিক দৃষ্টিভঙ্গীৰ পৰা শঙ্কৰদেৱৰ অৱদানক বিচাৰ কৰিছিল ভৱানন্দ দত্ত প্ৰমুখ্যে বাওঁপন্থী চিন্তাবিদসকলে। ৭০ দশকত সেই ধাৰাকে সমৃদ্ধ কৰে ড° গোহাঁয়ে। পিছলৈ তেখেতে শঙ্কৰদেৱৰ ৰচনাত সামন্তবাদী আৱেষ্টনীৰ মাজতে থকা মানৱতাবাদী, গণতান্ত্ৰিক ভাৱধাৰাকো উৰ্দ্ধত বুলি ধৰাৰ প্ৰচেষ্টা আমি দেখিছো। একেদৰে, জ্যোতি-বিষ্ণু সম্পৰ্কে চলা চিন্তা-চৰ্চাতো তেখেতে এক নতুন মাত্ৰা দিলে। বিৰিঞ্চি বৰুৱাৰ উপন্যাসৰ পৰা নীলমণি ফুকনৰ কবিতালৈ এই পৰিক্ৰমাৰ কথালৈ নাযাওঁৱেই।

অসমৰ মানুহক অন্তৰৰ গভীৰৰ পৰা ভালপোৱা বিশাল হৃদয়ৰ এই পণ্ডিতজনে অসমৰ সমাজৰ বিভিন্ন প্ৰশ্নত নিজৰ নিৰাপত্তাৰ কথাও নেওচি বিভিন্ন সময়ত জড়িত হৈ পৰিছিল। অসমৰ সমাজে যাতে এক সুস্থ শক্তি লাভ কৰে, অসমীয়া জাতীয়তাবাদ যাতে উগ্ৰ জাতীয়তাবাদ আৰু ধৰ্মান্ধতাৰ অন্ধগলিত সোমাই নপৰে তাৰবাবে তেখেতে ওৰেটো জীৱন চিঞৰি আহিছে। অহোপুৰুষাৰ্থ কৰিছে দিক নিৰ্দেশ কৰাৰ বাবে। লাঞ্ছিত হৈছে, উৎপীড়িত হৈছে, আক্ৰান্ত হৈছে। কিন্তু তেখেতে অসমৰ মানুহক ত্যাগ কৰি আঁতৰি যোৱা নাই। এইকথা বুজিবলৈ অকণো টান নহয় যে ইচ্ছা কৰা হ'লে তেখেতে

অসমৰ বাহিৰত নিৰাপদে আৰু সন্মানজনকভাৱে জীৱন কটাব পাৰিলেহেঁতেন। কিন্তু অসমৰ প্ৰতি থকা গভীৰ ভালপোৱাৰ বাবেই, অসমৰ জনগণৰ প্ৰতি থকা সেৱাৰ মনোভাৱৰ বাবেই তেখেতে নানান বিপদ-আপদৰ মাজতো জন্মভূমি ত্যাগ নকৰিলে। ই ড° গোহাঁইৰ চৰিত্ৰৰ এক উজ্বল দিশ। আমি মনত পেলাব লাগিব সেই উন্মাদ দিনবোৰৰ কথা যেতিয়া গণ হিষ্টিৰিয়াৰ বিপক্ষে গৈ ড° গোহাঁয়ে প্ৰকাশ কৰিছিল **কলাখাৰ** আৰু উগ্ৰ জাতীয়তাবাদী গুণ্ডাৰ হাতত আক্ৰান্ত হৈ বাগৰি পৰিছিল ৰাজপথত। সঁচাকথা, সি আছিল এক ৰচনা— **তেজৰ আখৰে লিখা**। আমি মনত পেলাব লাগিব সেইবোৰ দিনৰ কথা, যেতিয়া অসমৰ বৌদ্ধিক সমাজ নিশ্চুপ হৈ গৈছিল সংযুক্ত মুক্তি বাহিনীৰ হুংকাৰত আৰু বজ্ৰ নিৰ্ঘোষৰ দৰে প্ৰতিবাদ উচ্চাৰিত হৈছিল ড° গোহাঁইৰ কণ্ঠত। পৰৱৰ্তী সময়ত অৱশ্যে শাসক শ্ৰেণীৰ অনুগ্ৰহপুষ্ট কোনো কোনো বুদ্ধিজীৱী সন্ত্ৰাসবাদৰ বিপক্ষে যোদ্ধাৰ ভূমিকাত অৱতীৰ্ণ হৈছে, কিন্তু জনগণৰ পক্ষত থিয় দি, জনগণৰ স্বাৰ্থত ৰাষ্ট্ৰসন্ত্ৰাসৰ বিপক্ষেও একেই তীব্ৰতাৰে প্ৰতিবাদ কৰা ড° গোহাঁইৰ সেই প্ৰতিবাদী কণ্ঠৰ কথা আমি পাহৰিব নোৱাৰোঁ। অকল সেয়ে নহয় জৰুৰী অৱস্থাৰ সেই ক'লা দিনবোৰত প্ৰকাশিত হৈছিল ড° গোহাঁইৰ বলিষ্ঠ সম্পাদনাত **পদাতিক** যাৰ ভূমিকা সেই সময়ৰ অসমত আছিল অদ্বিতীয়। আজি আকৌ অসমৰ বৌদ্ধিক ধামখুমীয়া সময়তো ড° গোহাঁয়ে প্ৰকাশ কৰিছে **নতুন পদাতিক** নামৰ আলোচনীখন, অসমৰ চিন্তাজগতত নতুন তৰংগ প্ৰবাহিত কৰিবলৈ সক্ষম হোৱা মাৰ্ক্সবাদী আলোচনী **নতুন পৃথিৱী**ৰো সম্পাদনাত প্ৰথমছোৱাত আছিল ড° গোহাঁই।

ড° গোহাঁই অসম আন্দোলনৰ সমালোচক আছিল কিন্তু অসমীয়া ৰাইজৰ আশা-আকাঙ্ক্ষাবোৰক তেখেতে উপলব্ধি নকৰাকৈ থকা নাছিল। সেয়ে আঞ্চলিকতাবাদী ৰাজনীতিৰ প্ৰাসংগিকতা তেখেতে বুজি উঠিছিল আৰু বাওঁপন্থী চিন্তাধাৰাৰ স'তে জাতীয়তাবাদী চিন্তাৰ এক সুসমন্বয় ঘটোৱাৰ তেখেতে চেষ্টা কৰা পৰিলক্ষিত হয়। অসমৰ অনগ্ৰসৰতাৰ মূলতে আন কাৰণসমূহৰ ভিতৰত কেন্দ্ৰীয় চৰকাৰৰ অৱহেলাও যে অন্যতম সেইকথা উপলব্ধি কৰি তেখেতে বাওঁপন্থী দলসমূহে আঞ্চলিকতাবাদী ৰাজনীতিৰ স'তে একেলগে কাম কৰাৰ ক্ষেত্ৰত জোৰ দিছিল আৰু এইকথা সৰ্বজনবিদিত যে ড° গোহাঁইৰ চেষ্টাতে তেনে ধৰণৰ এক সন্মিলিত শক্তিৰ আগমন ঘটিছিল। অৱশ্যে বাওঁপন্থীসকলে তেনে এক নীতি গ্ৰহণ কৰি কিদৰে কাৰ্যত পৰিণত কৰিলে সেইকথা আন এক আলোচনাৰ বিষয়। এজন সমাজ সচেতন বুদ্ধিজীৱীৰূপে ড° গোহাঁয়ে মাথোঁ প্ৰবন্ধ লিখাতে বা নীতি নিৰ্দেশনাতে আবদ্ধ নাথাকি জনগণৰ এজন হিচাপে বিভিন্ন সময়ত বিভিন্ন গণতান্ত্ৰিক আন্দোলনত ৰাজপথত সকলোৰে সমুখত থিয় দি আগবাঢ়ি যোৱা অসমবাসীৰ বাবে এক পৰিচিত দৃশ্য। অসমীয়া অধিকাংশ বুদ্ধিজীৱীৰ নিৰাপত্তা বিলাসিতাৰ বিপৰীতে এনে এক দৃশ্যই আমাক আলোড়িত নকৰাকৈ নাথাকে।

ড° হীৰেন গোহাঁয়ে নিৰঞ্জন ফুকন ছদ্মনামেৰে **ৰামধেনু** আদি আলোচনীত কেবাটাও কবিতা, গল্পও লিখিছিল। সমসাময়িক সমালোচকসকলৰ চকুতো তেখেতৰ

কবিতা নপৰা নহয়।

ড° গোহাঁই নিজৰ মতামতত দৃঢ়। কিন্তু নতুন যুক্তি, উপলব্ধি আৰু তথ্যৰ পোহৰত নিজকে অধিক শুদ্ধ অৱস্থালৈ আগুৱাই নিবলৈ সদা আগ্রহী। আগবয়সৰ এক ৰচনাত ড° গোহাঁয়ে এজন প্রথিতযশা সাহিত্যিকৰ এখন উপন্যাসক কঠোৰ সমালোচনা কৰিছিল, কিন্তু বিৰল বৌদ্ধিক সততাৰে তেখেতে নিজৰ অৱস্থানক সমালোচনা কৰি সেই একেখন গ্রন্থৰ গুণখিনি পিছৰ পৰ্যায়ত যথাযথ স্বীকৃতি দিবলৈ আগবাঢ়ি আহিছিল।

এনে উদাহৰণ তেখেতৰ ৰচনাবলীৰ বহুক্ষেত্রতে পোৱা যায়। এক সৎ জিজ্ঞাসা আৰু আত্মানুসন্ধান তেখেতৰ পাণ্ডিত্যৰ ৰক্ষা কবচ। এনে এজন ব্যক্তিৰ ব্যক্তিত্ব যে কঠোৰে কোমলে মিহলি তিক্ততা আৰু মিষ্টতাৰ সংমিশ্রণ হ'ব তাত আচৰিত হ'বলৈয়ে বা কি আছে। কিন্তু আচৰিত হ'বলগীয়া কথাটো হ'ল, ড° গোহাঁই খঙালেই হওক বা মৰমিয়ালেই হওক তেখেতৰ ব্যৱহাৰ মধুৰেই হওক বা উগ্রই হওক তেখেতে কেতিয়াও শঠতাৰ আশ্রয় নলয়; অতিশয় সৰল মনৰ এই মৰমিয়াল আৰু মৰম আকলুৱা মানুহজন শঠতা আৰু নীচতাৰ ক্ষেত্রত হৈ উঠে উগ্র আৰু ক্ষমাহীন। এই মানুহজনৰ সূক্ষ্ম কোমল সৌন্দর্যপ্রিয় আৰু সুতীব্র অনুভূতিশীল মনটোৰ বাবেই সৃষ্টি হ'ব পাৰে **উৰণীয়া হাঁহৰ মাতৰ** দৰে, **লম্ভ্ লাগিজৰ** দৰে অনুপম ৰচনা। জীৱিকা নির্বাহ কৰিছিল তেখেতে শিক্ষকৰূপে, কিন্তু শিক্ষকতাক নিতান্তই জীৱিকাৰ উপায় হিচাপে গ্রহণ কৰা নাছিল। শ্রেণীকোঠাত পৰীক্ষাৰ বাবে তেখেতে ছাত্রক যিমান সহায় কৰিছিল তাতকৈ সম্ভৱতঃ জ্ঞানী আৰু মানুহ হ'বলৈ কম উৎসাহিত কৰা নাছিল।

আমি গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যয়ন চক্রই পাহৰিব নোৱাৰো, ছাত্র সমাজৰ গভীৰ সংকটৰ সময়ত আমি গ্রহণ কৰা প্রতিবাদী কার্যসূচীসমূহত ড° গোহাঁইৰ সেই আন্তৰিকতাপূর্ণ নৈতিক সমর্থনৰ কথা।

মহেন্দ্রনাথ গোহাঁই আৰু শৰৎ কুমাৰীৰ পুত্র ড° গোহাঁইৰ জন্ম ১৯৩৯ চনৰ ১৪ এপ্রিলত। এতিয়া তেখেতৰ ৬০ বছৰ পূর্ণ হওঁ হওঁ। কিন্তু বয়স বাঢ়িলেও ড° গোহাঁইৰ দৃঢ়তা, বলিষ্ঠতা, প্রতিবাদী সত্তা আমাৰ তৰুণসকলৰ বাবেও ঈর্ষণীয়। আমি এই ষাঠি বছৰীয়া তৰুণজনক আমাৰ আন্তৰিক উষ্ণ অভিনন্দন জনালোঁ।

সুধী সমাজলৈ পুনৰ আমাৰ আন্তৰিক শ্রদ্ধা জ্ঞাপন কৰিলোঁ।

গুৱাহাটী বিশ্ববিদ্যালয় অধ্যয়ন চক্রৰ হৈ —

**অনুজু প্রভা কলিতা**, সভানেত্রী

**অখিল গগৈ**, সাধাৰণ সম্পাদক

২৮/২/৯৯

# প্ৰমিথিউচৰ শৌৰ্যৰে...

*[ টোকা : ১৯৯০ চনৰ ৪ ফেব্ৰুৱাৰীৰ দিনা ইণ্ডিয়ান ষ্টুডেণ্টচ্ এছ'চিয়েচনৰ গুৱাহাটী মহানগৰ সমিতিয়ে অগ্ৰজ সংগ্ৰামী শ্ৰীযুত নলিনীধৰ ভট্টাচাৰ্য্য আৰু ড° হীৰেন গোহাঁইক তেখেতসকলৰ অৱদানৰ বাবে সম্বৰ্ধনা জনাবলৈ এটা অনুষ্ঠান আয়োজন কৰিছিল। অনুষ্ঠানটিত প্ৰকাশিত স্মৰণিকাৰ পৰা তলৰ লেখাটি প্ৰকাশ কৰা হ'ল।]*

সৰগৰ পৰা প্ৰমিথিউচে মৰতলৈ একুৰা জুই আনিবলৈ গৈছিল। জুইকুৰা মৰতধাম পোৱালেহি নে নাই তাৰ বাবে মানুহৰ উৎকণ্ঠা যিমান, তাতোকৈ বেছি উৎকণ্ঠা তেনে এক দুঃসাধ্যপ্ৰায় কামত নিজকে উছৰ্গা কৰা প্ৰমিথিউচৰ আমঠুৰ সাঁহপিতৰ গঢ় গতিত, প্ৰমিথিউচৰ সংগ্ৰামত....

সৰগৰ পৰা মৰতলৈ দীপিতি কঢ়িয়াই অনাৰ দৰে দায়িত্ব যুগে-যুগে, দেশে-দেশে কিছু প্ৰমিথিউচে কান্ধ পাতি লয়। কোনোবাই সেই দায়িত্ব দিয়ালৈ তেওঁলোকে বাট নেচায়, স্বেচ্ছাই তেওঁলোক আগবাঢ়ি আহে। অকুতোভয় চিত্তে, নিৰ্মোহ নিৰ্ভীকতাৰে। সময় আৰু ঠেকা খুন্দলিয়ে তেওঁলোকক কৰি তোলে তীখাৰ দৰে। সেয়ে—

"বিপৰ্যয়ে মোক টানকৈ গঢ়িছে
পাগত তুলিছে
আৰু মইও মোৰ মনক তীখা কৰি তুলিছোঁ"
"Calamity has tempered and hardened me
And I have turned my mind into steel."

— *Ho Chi minh*

যি সময়ত ৰাজ সত্বাত (establishment) বহি থকাসকলে দেশখনৰ সৰ্বত্ৰতে স্বাধীন চিন্তা-চৰ্চাকাৰী বুদ্ধিজীৱীক প্ৰলোভিত কৰি বশম্বদ কৰা কিম্বা দমনেৰে, ভাবুকিৰে টেটুচেপি ধৰাৰ অশ্বমেধ পাতিছে তেনে সময়ত অমানিশাৰ এন্ধাৰৰ মাজতো চিন্তা-চৰ্চাৰ জগতখনত নিৰ্ভীকভাৱে এধানিমান হ'লেও আশাৰ ৰেঙণি দেখুৱাবলৈ সক্ষম হোৱা ব্যক্তিসকলৰ ভিতৰত আপোনালোকক আমি জনগণ তথা দেশৰ যিকোনো সঙ্কট মুহূৰ্ততেই পাইছো। সৰু-সুৰা হেজাৰ মতপাৰ্থক্য স্বত্বেও পোহৰ অনাৰ কৰ্ম-যজ্ঞত আপোনালোক আৰু দেশৰ আশাহত কিন্তু দুৰ্মদ আশাধাৰী মানুহৰ স্বাৰ্থ সদায়েই একাকাৰ।

অসমৰ দৰে অলপীয়া বৌদ্ধিক কৰ্ম-কাণ্ড চলা বিশ্বৰ এই আওহতীয়া চুকটোত অকুতোভয় চিত্তে গাইগুটীয়া প্ৰচেষ্টাৰে নিৰলসভাৱে আপোনালোকে মানুহৰ মনৰ ঠেক

পৰিধি ভাঙি ৰ'দ-বতাহ সুমুওৱাৰ সঙ্কল্পেৰে যি বিচক্ষণ যুঁজ দি আহিছে সি আমাৰ তথা উত্তৰসূৰী আটাইৰে বাবে প্ৰেৰণা তথা সাহসৰ উইঁ বুলি ক'লে অলপো অতিৰঞ্জিত কৰা নহয়।

'৭২ ৰ ভ্ৰাতৃঘাতী ৰক্তাক্ত দিনবোৰ কিম্বা '৭৯-৮৫ ৰ ঘনঘোৰ সংশয় অসূয়াৰ কালছোৱা নাইবা সাম্প্ৰতিক উগ্ৰজাতীয়তাবাদভিত্তিক সন্ত্ৰাসবাদৰ ভাবুকি বা চীনৰ ডেং জিয়াও পিঙৰ্হতৰ সশস্ত্ৰ বাহিনীয়ে প্ৰতিবাদী ৰাইজৰ ওপৰত চলোৱা বৰ্বৰ হত্যাকাণ্ডই হওক– যিকোনো গণতান্ত্ৰিক মানসিকতাক দমিত কিম্বা বিচলিত কৰিব পৰা ঘটনাতেই আপোনালোকে নিৰ্ভীকভাৱে, স্পষ্টভাৱে পালন কৰা দিক্‌দৰ্শী ভূমিকাই গণতন্ত্ৰী আৰু মেহনতী মানুহৰ সংগ্ৰামৰ প্ৰতিটো সঙ্কটৰ মুহূৰ্ততে হতাশাত পৰাস্ত কৰি নতুন দৃপ্ততাৰে সংগ্ৰাম অব্যাহত ৰখাৰ প্ৰচেষ্টক শকতি যোগাই আহিছে। মাজে মাজে অহেতুকভাৱে ব্যক্তিগত কিছু প্ৰশ্নই আৰু আপোনালোকৰ শাৰীৰিক দূৰত্বই এনেবোৰ মানুহৰ মনত যি সংশয়ৰ সৃষ্টি কৰে আপোনালোকৰ এনেবোৰ স্বচ্ছ ভূমিকাই একোচাটি কোবাল বতাহে ক'লা ডাৱৰ উৰুৱাই নিয়াদি সিবোৰ উৰুৱাই নিয়ে। একাকীত্বৰ ভাৱনাই আপোনালোককো নিশ্চয় বিব্ৰত কৰে, মাজে সময়ে। কিন্তু এনেবোৰ মুহূৰ্ত্ততে একাত্মীয়তাৰ এনাজৰীডাল স্পষ্টভাৱে ওলাই পৰে। জীৱনৰ সুখ আৰু দুখৰ প্ৰতিটো মুহূৰ্তত আমি বুজি পাওঁ আমি পাৰি দিয়া নাওখন একেখনিয়েই।

হে অগ্ৰজ, পথিকৃৎ, একাকীত্বৰ ভাবনাই আপোনালোকক বিমূঢ় নকৰক। জীৱনৰ বাকাছোৱা পথতো আপোনালোকে এৰি থৈ যাওক পথিকৃৎ যুঁজাৰুৰ নিৰ্ভীক খোজৰ ছাপ। অসমৰ দৰে বিশ্বৰ অন্যতম বৌদ্ধিক দৈন্যই হেচুঁকি ধৰি থকা ঠাইখনত আজি তাকেই আটাইতকৈ প্ৰয়োজন। প্ৰয়োজন প্ৰমিথিউচৰ শৌৰ্যৰ।

এই যুঁজত কান্ধত কান্ধ মিলাই আমিও আছো আপোনালোকৰ স'তেই। ❑

# সংগ্ৰামৰ ছন্দ

● ড° হীৰেন গোহাঁই

বৰ বেছি দিনৰ কথা নহয়, মই নিজেই বিভিন্ন বৰেণ্য ব্যক্তিক আদৰ-সন্মান জনোৱা অনুষ্ঠানৰ আয়োজনত ব্যস্ত আছিলো। আজি যেতিয়া বয়ঃকনিষ্ঠসকলে মোৰ সম্বৰ্ধনাৰ আয়োজন কৰি মোক তাৰ খবৰ দিলে, এটা ধাক্কা খালো। প্ৰথমতে অনিবাৰ্যভাৱে মনলৈ ভাব আহিলে যে বয়স কিছু হ'ল, সময় আৰু ঘূৰি নাহে। দ্বিতীয়তে, এটা আহুকলীয়া প্ৰশ্নৰ সন্মুখীন হোৱা গ'ল ঃ মই সম্বৰ্ধনাৰ যোগ্য ব্যক্তি হওঁ নে নহওঁ? প্ৰশ্নটোৰ উত্তৰ কি পালো নিজৰ মনত বুৰ মাৰি, এই সভাত আৰু ব্যক্ত নকৰো।

সম্বৰ্ধনা ল'বলৈ মোৰ যোগ্যতা নাই বুলি যদি ধৰা যায়, — আৰু নিঃসন্দেহে এচাম গুণীজ্ঞানী ব্যক্তিয়ে অকপটে সেই কথা বিশ্বাস কৰে— তেন্তে প্ৰশ্ন উঠে, সভাখনলৈ মই আহিছোঁ কিয়? আন বহুজনৰ দৰে মোৰো বিনম্ৰ উত্তৰ এয়ে যে ৰাইজৰ আদৰ আৰু আশীৰ্বাদ অগ্ৰাহ্য কৰাৰ ধৃষ্টতা মোৰ নাই।

ভালেই কৰিছোঁ বা ভুলেই কৰিছোঁ, কেবাটাও দশক জুৰি কিবাকিবি কৰা হ'ল। কিছুমান কাম বনৰীয়া হাঁহ খেদাৰ দৰে পণ্ডশ্ৰম, কিছুমান হয়তো আত্মপ্ৰতাৰণা। কিন্তু সকলোখিনি ফাঁকি নহয়, অন্যায় উদ্দেশ্যপ্ৰণোদিত নহয়। ব্যক্তিগতভাৱে যদিও মই এক স্পৰ্শকাতৰ আৰু আত্মকেন্দ্ৰিক মানুহ, মোৰ সকলো কাম-কাজত মই নিতান্ত ব্যক্তিগত স্বাৰ্থৰ ভেঁজালৰ পৰা আঁতৰি থাকিবলৈ চেষ্টা কৰিছোঁ। মোৰ পিতৃ আছিল এক অসাধাৰণ সাধাৰণ মানুহ। তেখেতৰ কৰ্তব্যপৰায়ণতা আৰু সূচ্যগ্ৰ নীতিবোধ মোৰ নাই, এলাহ আৰু আপোচৰ লগত মোৰ ভালেই চিনাকি। কিন্তু জানি-শুনি ফাঁকি দিয়াৰ প্ৰলোভনৰ পৰা তেখেতৰ স্মৃতিয়ে মোক দূৰত ৰাখিছে। তদুপৰি স্বাধীনতা সংগ্ৰামৰ আদৰ্শনিষ্ঠ নায়কসকলক আমি সৰুতে ওচৰত পাইছিলো। আজি উভতি চালে অবাক হ'ব লাগে, কেতিয়াবা ভাব হয় দেৱতাসকল মৰ্ত্যলোকত আমাৰ মাজত ঘূৰি ফুৰিছিল তেতিয়া।

আজিৰ কঠোৰ বাস্তৱে অৱশ্যে এই শিক্ষাও হাড়ে হাড়ে দিছে যে আদৰ্শ কেতিয়াবা নীচ স্বাৰ্থৰ মুখা হ'ব পাৰে। কিন্তু আদৰ্শ মানেই ৰোমাণ্টিক আত্মপ্ৰতাৰণা— তেনে নিকৃষ্ট বাস্তৱবোধো মোৰ বাবে আদৰণীয় নহয়। নিজকে অতিক্ৰম কৰিবলৈ মানুহৰ অহৰহ চেষ্টাইতো সভ্যতা বা প্ৰগতি। আদৰ্শ জানো সেই চেষ্টাৰ ইন্ধন নহয়? আমাৰ অসমতে চন্দ্ৰনাথ শৰ্মা, জ্যোতিপ্ৰসাদ, বিষ্ণু ৰাভাই জানো অসহনীয় দুখকষ্ট, ক্লেশ, ত্যাগৰ তেল পুৰি আদৰ্শৰ শিখা জ্বলাই যোৱা নাছিল— আমি যি শিক্ষাৰ ঢিমিক-ঢামাক হৈ অহা পোহৰত খুপি খুপি বাট বুলিছো?

এই যুদ্ধত মাজে মাজে অনুভৱ কৰিছো প্ৰচণ্ড হতাশা, অপৰিসীম তিক্ততা। তেজৰ লুণীয়া আস্বাদ জিভাত লাগিছে, মনত পৰিছে লৰ্কাৰ উক্তি : "Very bitter is the water of the sea."

আটাইতকৈ হতাশা মনলৈ আহিছে তেতিয়া, যেতিয়া অন্তৰত যাৰ প্ৰতি শ্ৰদ্ধা পোষণ কৰো তেনে লোকেই মোৰ যৎকিঞ্চিৎ আদৰ্শৰ মাজত নীচ স্বাৰ্থৰ প্ৰকাশ ঘটা বুলি প্ৰচাৰ কৰিছে অথবা আদৰ্শৰ যুদ্ধক ব্যক্তিগত খিয়লাখিয়লিৰ পৰিণাম বুলি চিনাক্ত কৰিছে। তেনে সময়ত কেতিয়াবা ধৈৰ্য হেৰুৱাই উগ্ৰ বা কঠোৰ মন্তব্য কৰিছো— অন্যায় কৰিছো। আচলতে আবহমান কালৰ পৰা চলি অহা, দূৰ ভৱিষ্যতলৈ চলি থাকিব বুলি নিশ্চিন্ত হ'ব পৰা যুদ্ধখনত এনে ধৈৰ্যচ্যুতি অবুজ মনৰ ক্ষুদ্ৰতাৰ লক্ষণ। কিন্তু আজি যে বয়ঃকনিষ্ঠ সকলে এই সম্বৰ্ধনাৰ আয়োজন কৰিছে তাৰ মাজেৰে মোৰ বাবে জিলিকি উঠিছে এক সত্য : মোৰ দোষ-দুৰ্বলতা চেৰাই তেওঁলোকৰ দৃষ্টিয়ে আদৰ্শৰ সেই দিগন্ত স্পৰ্শ কৰিছে, যাৰ পিনে মই সাধ্যানুসাৰে আগবাঢ়িবলৈ চেষ্টা কৰিছো। অৰ্থাৎ তথাকথিত বাস্তৱবোধ বা ভোগবাদী দৰ্শনৰ নিশ্ছিদ্ৰ এন্ধাৰে নুমাই দিয়া নাই আদৰ্শৰ চাকিগছ, সুন্দৰৰ প্ৰতি মানুহৰ প্ৰাণৰ ধাউতি। নেলীৰ নোমশিয়ৰি উঠা অমানুষিকতাৰ সমুখত, কমলা শইকীয়া, মানবেন্দ্ৰ শৰ্মা, সঞ্জয় ঘোষৰ ওপৰত উৰ্দ্ধত অন্যায় মৃত্যুদণ্ড জাৰি হ'বৰ সময়ত, দেশৰ আহ্বানত সঁহাৰি দিয়া বীৰ যুৱকক সৈন্যশিবিৰত তিলে-তিলে হত্যা কৰাৰ অকাট্য সাক্ষ্যপ্ৰমাণৰ সমুখত— ভূগৰ্ভৰ গধুৰ লাভাৰ দৰে মোৰ মনৰ উপৰিভাগলৈ উথলি উঠি আহিছে হতাশা আৰু তিক্ততাৰ গ্লানি। গ্লানি এই বাবেই যে ঘটনাবোৰৰ মাজত সভয়ে মই আবিষ্কাৰ কৰোঁ মোৰ নিজৰ সত্তাৰেই অজ্ঞাত কোনো দিশ। কিন্তু এইখিনিতে নম্ৰভাৱে আজিৰ সভাত উপস্থিত মহানুভৱ লোকসকলক জনাব খোজো যে ULFA সম্পৰ্কে মোৰ দৃষ্টিভংগীত স্ববিৰোধ থকা বুলি মাজে সময়ে অভিযোগ উঠে। এই স্ববিৰোধ আমাৰ সমাজৰ স্ববিৰোধৰ অংগ। যদি ULFAৰ যুৱকসকলে মৃত্যুভয়ক নেওচা দি আগুৱাই আহিছে দেশক বিপদৰ পৰা মুক্ত কৰাৰ আকাংক্ষাৰে, সহ্য কৰিছে অবৰ্ণনীয় দুখ-ক্লেশ, সি অসমৰ সমাজৰে অৱদান। যদি তেওঁলোক ভ্ৰান্ত চিন্তাৰ চিকাৰ হৈ বা পথ ভুল কৰি সমাজৰ বিপদ বঢ়াইছে, আমিও কিছু পৰিমাণে তেওঁলোকৰ ব্যৰ্থতাৰ অংশীদাৰ। সেয়ে তেওঁলোকক কঠোৰ সমালোচনা কৰিলেও নেওচা দিব পৰা নাই। তাৰ কিছুকাল পিছত আকৌ দেখো সাহস, শৌৰ্য ত্যাগ, মহানুভৱতাৰ স্পৰ্শত উজ্জীৱিত মানুহ— ভাব হয় আকৌ এই পৃথিৱীত "শুনিছে কিন্নৰ কণ্ঠ দেবদাৰু গাছে, দেখেছি অমৃতসূৰ্য আছে।"

এই কথা স্বীকাৰ নকৰি নোৱাৰি যে দেৱতা হোৱাৰ ক্ষমতা থকা মানুহেই সময়ে সময়ে দানৱীয়, পৈশাচিক ৰূপ লৈছে। শ্ৰেণীস্বাৰ্থ আৰু ন্যস্ত স্বাৰ্থত মত্ত মানুহেই মানুহৰ উত্তৰণৰ সাধনাক বিচিত্ৰ ষড়যন্ত্ৰ, অপপ্ৰচাৰ আৰু অভিসন্ধিৰে পথভ্ৰষ্ট কৰিবলৈ উঠিপৰি লাগিছে। মুক্তিৰ সপোন লুতুৰি-পুতুৰি হৈছে নৰমেধৰ তেজৰ বানত। জনগণৰ উন্নতিৰ হাবিয়াসে বাট হেৰুৱাইছে বিভিন্ন জনগোষ্ঠীৰ মাজৰ হিংসা-হিংসি, বিদ্বেষ, অন্ধ নিষ্ঠুৰতাৰ। লিখক-শিল্পীয়ে জানি বা নাজানি যোগ দিছে সেইবোৰ বীভৎসতাৰ আয়োজনত।

মোৰ বিশ্বাস স্বপ্নভংগৰ তিক্ততাই নিভাঁজ বাস্তৱ নহয়। মানুহৰ স্বাধীনতা শান্তি, প্ৰগতিৰ সপোন অলীক মৰীচিকা নহয়। কিন্তু তাৰ বাবে লাগিব দীৰ্ঘদিনৰ পৰিশ্ৰমী অনুশীলন, আত্মসংযম, শৃংখলা। তাৰ বাবে উপযুক্ত সামাজিক পৰিবেশ ৰচনা হ'ব লাগিব। তাৰ বাবে লাগিব নতুন সংস্কৃতিক পৰিমণ্ডল। অভ্ৰান্ত চিন্তাৰ সাধনা। সমাজক বিপথে নিব খোজা দানবীয় ন্যস্ত স্বাৰ্থক প্ৰতিহত কৰিবলৈ প্ৰতি মুহূৰ্ততে লাগিব সংগ্ৰাম। এই নিৰন্তৰ সংগ্ৰামৰ সতীৰ্থ হ'ব পৰাই মানুহৰ পৰম সৌভাগ্য।

সেই সৌভাগ্য উপলব্ধি কৰিব পৰা বহল মন সদায় আমাৰ নাথাকে। প্ৰায়েই আমাৰ ব্যক্তিগত অহমিকা একাকাৰ হৈ যায় বৃহত্তৰ লক্ষ্যৰ গৰিমাৰ লগত, আমাৰ সংকীৰ্ণতাই খৰ্ব কৰে সমগ্ৰ সমাজৰ আদৰ্শৰ মহত্ত্ব। অন্তৰ্জগতৰ সেই যুদ্ধও কিন্তু আদৰ্শ প্ৰতিষ্ঠাৰ সংগ্ৰামৰ অংশ।

মোৰ লিখা-মেলা সকলো এই সংগ্ৰামৰ মাজত মোৰ অংশগ্ৰহণৰ প্ৰমাণ মাত্ৰ। লগে-ভাগে কেতিয়াবা জিকিছো, কেতিয়াবা হাৰিছো, কিন্তু সংগ্ৰামৰ পৰা আঁতৰি যোৱাৰ আহৰি বা ধাউতি হোৱা নাই। কাৰণ মোৰ পলায়নে আৰু দহজনৰ জীৱনলৈ বিপদ নমাই আনিব পাৰে।

ইয়াৰ অৰ্থ এনে নহয় যে আপোনপাহৰা সৌন্দৰ্যানুভূতি, ধ্যানৰ তন্ময়তা আৰু বোধৰ নিঃসংগ অভিযান জীৱনৰ পৰা পলায়ন। কিন্তু সেইবোৰ মানুহৰ জীৱনজোৰা বিচিত্ৰ সংগ্ৰামৰে ছন্দ আৰু যতিৰ ভিতৰত পৰে। সেইবোৰে সংগ্ৰামক দান কৰে গাঢ়তা আৰু গভীৰতা। তাৰ বাহিৰত অৱস্থান ল'ব খুজিলেই সেইবোৰ পৰিণত হয় জীৱনৰ প্ৰতি শত্ৰুতাত, জীৱনৰ প্ৰতি বিশ্বাসঘাতকতাত।

যিহেতু মানুহ সামাজিক জীৱ, প্ৰকৃতিৰ লগত, ভড়ীভূত সমাজৰ লগত, অন্ধকাৰত নিমজ্জিত অন্তৰ্লোকৰ লগত মানুহৰ সংগ্ৰাম সামাজিক সংগ্ৰাম। পুঁজিবাদৰ শেহতীয়া স্তৰত সমাজৰ জড় আহিলাসমূহ অভাৱনীয়ভাৱে বৃদ্ধি পাইছে আৰু তাৰ বিপৰীতে মানুহৰ অন্তৰত স্তূপীকৃত হৈছে বিচ্ছিন্নতা আৰু নিঃসংগতা। সেয়ে সংগ্ৰামৰ পৰা আঁতৰি যোৱাৰ, আঁতৰি থকাৰ মোহময় আবেদন অধিকতৰ উচ্চগ্ৰামত প্ৰচাৰিত হৈছে। ৰাষ্ট্ৰীয় পুঁজিৰ সেই ষড়যন্ত্ৰ অধিক সবল হৈছে। তাৰ বিৰুদ্ধে হাতে কামে মানুহক সঁকীয়াই দিবলৈ আন বহুতৰ দৰে ময়ো চেষ্টা কৰিছো।

এইবোৰ ষড়যন্ত্ৰ বিয়পি গৈছে বৌদ্ধিক অনুশীলনৰ উচ্চতম স্তৰলৈ। কেউপিনে সংক্ৰমিত হৈছে। উত্তৰ-আধুনিকতাই সমাজক ছিন্ন ভিন্ন কৰে অসংখ্য ক্ষুদ্ৰ ক্ষুদ্ৰ discourse বা বচনধাৰাত। ঘোষণা কৰা হৈছে বুৰঞ্জীৰ অৱসান —"end of history"। কাৰণ বুৰঞ্জী হৈছে মানুহে নিজকে গঢ়াৰ উদ্যোগ আৰু কাহিনী। মাৰ্ক্সে কৈছে বুৰঞ্জীৰ নিজা সেনাদল নাই, বুৰঞ্জীয়ে নিজে সংগ্ৰাম নকৰে। মানুহেই বুৰঞ্জীৰ সেনানী। মই সেই বিশাল সেনাদলৰ এজন পদাতিক।

এই সংগ্ৰামত মই অকলশৰীয়া নহওঁ। সংকট মুহূৰ্তত মই সদায়ে কাষত পাইছো মোৰ

সৰলচিতীয়া অজেয়া পত্নীক, যাৰ মাজত মই প্ৰত্যক্ষ কৰো জনসাধাৰণৰ অক্ষয় আদৰ্শনিষ্ঠা। অসমৰ চুকে-কোণে, অসমৰ বাহিৰত বিয়পি আছে মোৰ সতীৰ্থ। সংগ্ৰামথলীত প্ৰাণ বিসৰ্জন দিছে মোৰ চিনাকিৰ ভিতৰত সমৰ সেন, হেমাংগ বিশ্বাস, বৰপেটাৰ দশৰথ দাস, ডিব্ৰুগড়ৰ শম্ভু, গুৱালকুছিৰ কমলকৃষ্ণ দাস, কামৰূপৰ পদ্ম কোঁৱৰ, টিহুৰ দীন কলিতা, চাৰিআলিৰ সুভাষ সাহা আৰু কত জানা-নাজানা সহযাত্ৰীয়ে! আজি আপোনালোকৰ সম্বৰ্ধনাই মোক আকৌ অমৃতোপম আশ্বাস দিছে যে আমি কোনো অকলশৰীয়া গ্ৰহ নহওঁ, আমাৰ হাজাৰ মৰ্মান্তিক ত্ৰুটি-বিচ্যুতিয়ে নিষ্প্ৰভ কৰিব নোৱাৰে আমাৰ সম্মিলিত সংগ্ৰামৰ মহিমা।

আজি কেইবছৰমান আগৰ কথা। ডিগবৈৰ এখন সভাত ধৰ্মান্ধ আৰু পণ্ডিতমনা শংকৰীসকলৰ তুচ্ছ-তাচ্ছিল্যৰ সমুখত যেতিয়া ক্ষোভ আৰু কষ্টত ভিতৰি জ্বলি আছিলো তেতিয়া এগৰাকী বোৱাৰী আহি স্বতঃপ্ৰবৃত্ত হৈ মোক কৈছিল ঃ শংকৰদেৱৰ বিষয়ে আপুনি লিখা প্ৰবন্ধ আৰু কিতাপবোৰ শহুৰদেউতাই বৰ মনোযোগ দি পঢ়িছিল, পঢ়ি বৰ পুলক অনুভৱ কৰিছিল। সেঁৗ সিদিনাখন তেখেতে চিৰকাললৈ চকু মুদিলে। মৰিবৰ সময়ত তেখেতে আমাক কৈছিল ঃ "তহঁতে গোহাঁইৰ 'মানুহ শংকৰদেৱ' ৰচনাখন মোক পঢ়ি শুনা। মই সেইখন শুনি শুনি পৃথিৱীৰ পৰা বিদায় ল'ব খোজো।" শুনি নিমিষতে মোৰ খং ৰাগ উৰি গ'ল। মনত বিৰাজ কৰিলে শান্তিময়, কৃতজ্ঞ আনন্দ। তাৰমানে মোৰ শ্ৰম অথলে যোৱা নাই। দুৰ্বলতা, ভ্ৰান্তি, কুটিলতাৰ মাজতো আন এজনৰ প্ৰাণত মই জ্বলাব পাৰিছোঁ মানৱ মহত্ত্বৰ বন্তি। এজন লিখকে ইয়াতকৈ বেছি কিয়েইবা কৰিব পাৰে? ❑

*(গুৱাহাটী বিশ্ববিদ্যালয় অধ্যয়ন চক্ৰই আয়োজন কৰা 'ড° হীৰেন গোহাঁইলৈ সম্বৰ্ধনা' সভাত প্ৰদান কৰা ড° গোহাঁইৰ ভাষণ)*

# জীৱন-পৰিক্ৰমাৰ দুটিমান দিশ ঃ এটি সাক্ষাৎকাৰ

*প্ৰশ্ন ঃ আপুনি দীৰ্ঘদিন ধৰি লিখা-মেলা কৰি আছে। আপোনাৰ সাহিত্যিক জীৱনৰ আৰম্ভণি হয় যোৱা শতিকাৰ ষষ্ঠ দশকত। তাৰ পটভূমি সম্পৰ্কে আমাক কিবা অলপ ক'বনে?*

উত্তৰ ঃ মই আচলতে কাকত-আলোচনীত লিখা প্ৰকাশ কৰিছিলো পঞ্চাশৰ দশকতে। কিন্তু সেইবোৰক বৰ গুৰুত্ব দিব নোৱাৰি। ষষ্ঠ দশকতহে মোৰ লেখকসত্তাৰ প্ৰকৃত বিকাশ ঘটে। 'নতুন সমালোচনা'ৰ ধাৰাৰ লগত কলিকতাৰ দুগৰাকীমান অধ্যাপকৰ জৰিয়তে পৰিচিত হোৱাৰ পিছত মই যেন সাহিত্য বিচাৰৰ নতুন পথ এটা বিচাৰি পালো। কথাটোত ইমানেই অনুপ্ৰাণিত হ'লো যে তাকে লৈ অসমীয়াত লিখা-মেলা আৰম্ভ কৰাৰ উপৰিও অসমৰ বন্ধু-বান্ধৱকো খবৰটো জনাই তাৰ চৰ্চা কৰিবলৈ উৎসাহ দিছিলো। সেই সময়লৈকে অসমত বাহিৰৰ নতুন চিন্তা বা কলাৰীতিৰ প্ৰবেশৰ তোৰণ আছিল কলিকতা।

এই 'নতুন সমালোচনা' আমাৰ বাবে কিয় ইমান আকৰ্ষণীয় আছিল এতিয়াহে উপলব্ধি কৰিছো। বামপন্থীসকলে সামাজিক-ৰাজনৈতিক আন্দোলন আৰু সাহিত্য চৰ্চা একাকাৰ কৰি পেলোৱাৰ বিপৰীতে মধ্যবিত্ত স্থিতাৱস্থাবাদীসকলে সাহিত্যৰ স্বতন্ত্ৰতা সমৰ্থন কৰিছিল। এই ক্ষেত্ৰত 'নতুন সমালোচনা'ৰ ধ্যান-ধাৰণা আৰু পদ্ধতিৰ কাৰ্যকাৰিতা মধ্যবিত্ত মনোভাৱৰ বাবে উৎসাহজনক আছিল।

অৱশ্যে তাৰ লগত এটা কথা যোগ দিয়া ভাল হ'ব। স্বাধীনতাৰ পৰৱৰ্ত্তী কালত কলিকতাৰ উন্নত সমাজৰ লগত তুলনা কৰি আমি অনুভৱ কৰিছিলো যে আধুনিক সংস্কৃতিৰ ক্ষেত্ৰত বিভিন্ন দিশত আমাৰ ভেদজ্ঞান আৰু মূল্যচেতনা দুৰ্বল, সেয়ে উৎকৃষ্ট মানৰ সাহিত্যও তাকৰ। এই মূল্যচেতনাৰ বিকাশত 'নতুন সমালোচনা'ই সহায় কৰিব বুলি ভবা হৈছিল।

*প্ৰশ্ন ঃ মাৰ্ক্সবাদী চিন্তাৰ সান্নিধ্যলৈ কেতিয়া আহিল?*

উত্তৰ ঃ কলিকতাত পঢ়ি থকা কালত আন অধিকাংশ মেধাবী ছাত্ৰৰ দৰে ময়ো মাৰ্ক্সবাদৰ বিৰোধী আছিলো। তৎকালীন মাৰ্ক্সবাদীসকলৰ ঐকান্তিক আদৰ্শনিষ্ঠাৰ লগতে কিছু

পৰিমাণৰ গোড়ামিও আছিল। সিও হয়তো আমাক সন্দিহান কৰিছিল। মাৰ্ক্সবাদৰ প্ৰতি প্ৰথম মুকলি সঁহাৰি দিব পাৰিলো দিল্লীৰ কিৰোৰিমল কলেজত। তেতিয়া তাত থকা C.P.I. ৰ সদস্য দুজনমান (যেনে দেশৰাজ গোয়েল) Mainstream পত্ৰিকাৰ লগত জড়িত আছিল। তেওঁলোকৰ লগত আৰু অধ্যাপক অৰুণ ব'সৰ লগত কথা পাতি মই আকৃষ্ট হ'লো। অৰুণ ব'স বৰ যুক্তিনিষ্ঠ আৰু সুশৃংখল মনৰ মানুহ আছিল। এসময়ত বোধহয় C.P.I. ৰ উচ্চ পৰ্যায়ৰ নেতাও আছিল। অৱশ্যে মই লগ পোৱা সময়ত সক্ৰিয় ৰাজনীতিত নাছিল। দেশৰাজ গোয়েল আছিল ভাল সংগঠক আৰু কৰ্মী আৰু সদালাপী। তাৰ উপৰিও হিন্দু কলেজৰ অধ্যাপক বিপান চন্দ্ৰৰ (পিছলৈ জৱাহৰলাল নেহৰু বিশ্ববিদ্যালয়ৰ) লগত কথা-বতৰা হৈ উপকৃত হৈছিলো। বিলাততো মোৰ মাৰ্ক্সবাদ অধ্যয়ন চলি থাকে। তেতিয়াও কাৰ্যকৰী বামপন্থী ৰাজনীতিৰ লগত সম্পৰ্ক নাছিল। অসমলৈ উভতি অহাৰ পিছত মই বোধ কৰিলো বিশুদ্ধ পুথিগত মাৰ্ক্সবাদ ফাঁকি। সেয়ে কাৰ্যকৰী ৰাজনীতিত জড়িত হ'লো।

*প্ৰশ্ন : সত্তৰৰ দশকত আপোনাৰ ৰাজনৈতিক দৃষ্টিভংগী কি আছিল? সেই সময়ৰ অগ্নিময় দিনবোৰলৈ মনত পৰেনে?*

উত্তৰ : মই তেতিয়া অধিকাংশ বামপন্থী দলৰ লগত সম্পৰ্ক ৰাখিবলৈ চেষ্টা কৰিছিলো। মোৰ সেই আচৰণত দলীয় নেতাসকল বিৰক্ত হৈছিল। কিন্তু মই আজিও ভাবো, বিভিন্ন দলত বিভক্ত হৈ ভাৰতীয় মাৰ্ক্সবাদীসকল দুৰ্বল হৈছে। যতদূৰসম্ভব একেলগে থাকি তাত্ত্বিক বিতৰ্ক চলাই যোৱাহে ভাল আছিল। কাৰণ কাৰ্যক্ষেত্ৰত বিৰোধৰ অৱকাশ কম।

অৱশ্যে সশস্ত্ৰ সংগ্ৰামৰ পথ লৈ নক্সালপন্থীসকলে কাৰ্যকৰী ৰাজনীতিত জলচ্ছেদ সৃষ্টি কৰিলে। আমাৰ সমাজ তথা দেশ তাৰ বাবে উপযুক্ত হোৱা নাছিল বুলি মই সেই পথ বৰ্জন কৰিলো আৰু তেওঁলোকৰ লগত মোৰ যোগাযোগ কমি আহিল। তেনেকৈ কংগ্ৰেছ চৰকাৰ ক্ৰমে স্বেচ্ছাচাৰী হৈ অহাত আৰু চি পি আই দল সেই চৰকাৰৰ সমৰ্থক হৈ পৰাত তেওঁলোকৰ লগতো মোৰ বিচ্ছেদ ঘটে।

সাধাৰণভাবে শ্ৰেণীগত ৰাজনীতিত বিশ্বাসী হ'লেও বিভিন্ন নিপীড়িত শ্ৰেণীৰ সম্মিলিত গণতান্ত্ৰিক আন্দোলনৰ গুৰুত্ব আমাৰ দেশত আজিও আছে। এই ক্ষেত্ৰত বামপন্থী ৰাজনৈতিক দলবোৰৰ ঔদাসিন্য আৰু যান্ত্ৰিক মনোভাব বিপজ্জনক। গণ আন্দোলনৰ কাৰ্যকাৰিতা ভাৰতত বাৰে বাৰে প্ৰমাণিত হৈছে, কিন্তু বামপন্থী দলবোৰৰ এই ক্ষেত্ৰত বিফলতা লক্ষ্য কৰিবলগীয়া।

সত্তৰৰ দশক নক্সালপন্থাৰ উত্থানৰ দশক। কিন্তু লগে লগে ৰাষ্ট্ৰৰ দানৱীয় নিপীড়ন আৰু ফেচিবাদী ভাবুকিৰো যুগ। তথাপি শাসক আৰু শোষিত দুই শিবিৰৰ

উদ্যোগে দশকটো প্ৰাণৱন্ত কৰি ৰাখিছিল। আন্তৰ্জাতিক পৰিপ্ৰেক্ষিতত সেইটো ভিয়েটনাম যুদ্ধৰ বীৰোচিত সংগ্ৰামৰ যুগ। কলিকতাৰ বাটে-ঘাটে লাখ লাখ মানুহৰ সমদলত এয়েই শ্লোগান ঃ

তোমাৰ নাম আমাৰ নাম

ভিয়েট্‌নাম, ভিয়েট্‌নাম।

অসমত হীৰেন ভট্টাচাৰ্যই লিখা "ভিয়েটনাম" নামৰ ৰক্তস্পন্দনকাৰী গীত উদাত্ত কণ্ঠে সভা-সমিতিত গাইছিল দিলীপ শৰ্মাই।

সেই সময়ত জনগণৰ মাজত বাম চিন্তাধাৰাই যি উৎসাহ-উদ্দীপনাৰ তৰংগ সৃষ্টি কৰিছিল, আজিৰ পৰিস্থিতি তাতকৈ বহুত বেলেগ। আজি কেউপিনে আত্মকেন্দ্ৰিকতাৰ পয়োভৰ, সামাজিক কাম-কাজৰ প্ৰতি অৱজ্ঞা আৰু অৱহেলা। কিন্তু এনে এক দৰ্শন বা মানসিকতা চিৰস্থায়ী হ'ব নোৱাৰে। যুগৰ সলনি আকৌ হ'ব।

*প্ৰশ্ন ঃ "নক্সা" আৰু "অসমীয়া কবিতা" আদি আলোচনীৰ লগত আপোনাৰ সম্পৰ্কৰ কথা ক'বনে?*

উত্তৰ ঃ সেই সময়ত, অৰ্থাৎ ১৯৭০-৭১, গুৱাহাটীৰ বামপন্থী সাংস্কৃতিক আন্দোলনত পবিত্ৰ কুমাৰ ডেকাৰ এক বিশেষ ভূমিকা আছিল। (তেওঁক লগ পোৱাৰ আগতে ছমাহমান মই "আৱাহন" সম্পাদনা কৰিছিলো, কিন্তু নাম আছিল উপদেষ্টা বুলিহে।) তেখেতে "নক্সা" নামৰ এক বামপন্থী "লিট্‌ল মেগজিন" উলিওৱাৰ উপৰিও বহু নাটক কৰাইছিল। বামপন্থী উদীয়মান লেখকসকলক সহায় কৰিছিল। "নক্সা"ৰ লগত মই কিছুদিন জড়িত আছিলো। লগতে পবিত্ৰ ডেকা, ৰবীন্দ্ৰ সৰকাৰ আৰু অনিল ডেকা, অৱনী চক্ৰৱৰ্ত্তীৰ লগ লাগি অসমীয়া কবিতাক বামপন্থী দিশে নিবলৈ চেষ্টা চলাইছিলো। পবিত্ৰ ডেকা, পিছত সেই জগৎখনৰ পৰা কিয় আঁতৰি গ'ল আজিও মাজে সময়ে ভাবো। (আপুনিও সেই দলটোত আছিল, আৰু আছিল নৱ শৰ্মা)।

পবিত্ৰ ডেকাৰ লগত থাকি মোৰ আটাইতকৈ ডাঙৰ লাভ হ'ল হেমাংগ বিশ্বাসৰ লগত চিনাকি। এইজন অতিশয় আদৰ্শনিষ্ঠ অথচ উদাৰমনা, শৃংখলাপ্ৰিয় অথচ ৰসিক বামপন্থীৰ লগত পৰিচয় মোৰ বাবে এক স্মৰণীয় ঘটনা। তেখেতৰ উদগনিত জ্যোতিপ্ৰসাদৰ ৰচনাৱলী ("জ্যোতিধাৰা" সংকলনত) বিকৃত কৰি জ্যোতিপ্ৰসাদৰ সাম্যবাদৰ প্ৰতি আকৰ্ষণৰ প্ৰমাণ লুপ্ত কৰা চক্ৰান্ত "দৈনিক অসম"ৰ "সম্পাদকলৈ চিঠি" শিতানত উন্মোচন কৰি আমি জ্যোতিপ্ৰসাদৰ চিন্তা আৰু ৰচনা অক্ষত ৰখাত অৱদান যোগাব পাৰিছিলো। "শিল্পীৰ পৃথিৱী"ৰ অবিকৃত মূল সংস্কৰণটো হেমাংগ বিশ্বাসদেৱে পবিত্ৰ ডেকালৈ পঠিয়াই দিছিল।

পিছত অৱশ্যে নক্সালপন্থী ৰাজনীতি লৈ পবিত্ৰ ডেকাহঁতৰ লগত মোৰ বিচ্ছেদ হ'ল। তেখেতসকলে স্পষ্টকৈ মোৰ লগত আদৰ্শগত মতভেদ লৈ আলোচনা নকৰিলে, মোৰ চিঠি এখনো নছপালে। আনহাতে মোৰ অলপতে খং উঠে, বেছিকৈয়ে উঠে। দুয়োটা কাৰণৰ সংযোগত ফাঁটটো সোনকালে বহল হ'ল।

*প্ৰশ্ন ঃ নক্সালপন্থীসকলৰ বিষয়ে আপোনাৰ মতামত কি?*

উত্তৰ ঃ নক্সালপন্থীসকলৰ প্ৰতি ৰাইজৰ শ্ৰদ্ধা থাকিলেও অতদিনে তেওঁলোকৰ প্ৰতি ৰাইজৰ সমৰ্থন বঢ়াৰ কোনো প্ৰমাণ নাই। একোটা ক্ষুদ্ৰ অঞ্চলত অতিশয় দৰিদ্ৰ আৰু নিপীড়িত জনগণৰ মাজত আজিও তেওঁলোক আবদ্ধ। এই কথাটোৰ তাৎপৰ্য তেওঁলোকে ভাবি নাচায়। ফলত বহু সম্ভাৱনাপূৰ্ণ জীৱন অকালতে বিনষ্ট হৈছে, অথলে গৈছে।

কিন্তু তেওঁলোকৰ ত্যাগ একেবাৰে নিষ্ফল হোৱা নাই। সংসদী কাৰ্যকলাপত নিমজ্জিত ৰাজনীতিৰ পৰা হোৱা বামপন্থী দলৰ বিপদ আৰু ভাৰতৰ অৰ্থনীতি আৰু ৰাজনীতিত বিদেশী পুঁজিৰ মাৰাত্মক প্ৰভাৱ - এই দুটা বস্তু তেওঁলোকেহে ৰাইজক সকীয়াই আছে।

কিন্তু সংকীৰ্ণতা আৰু হঠকাৰিতাৰ স্বৰূপ উপলব্ধি নকৰিলে তেওঁলোকৰ প্ৰভাৱ কেতিয়াও বৃদ্ধি নহ'ব।

*প্ৰশ্ন ঃ বাৰু, এতিয়া আন কেতবোৰ দিশলৈ আহো। অসম আন্দোলন সম্পৰ্কে মত পৰিৱৰ্তন কৰিলে কিয়?*

উত্তৰ ঃ উপযুক্ত প্ৰশ্ন কৰিছে, কাৰণ বিৰোধীসকলে তাৰ বিকৃত ব্যাখ্যা আগবঢ়াই মোক সুযোগসন্ধানী আখ্যা দিছে। পিছে আমিনো কি সুযোগ পাইছো?

অসম আন্দোলনৰ বিৰোধী হিচাপে তাৰ লগত মোৰ সম্পৰ্ক বহুদিনীয়া। বিৰোধিতা কৰি থাকোঁতে এসময়ত মনত প্ৰশ্ন জাগিল, ইমান অত্যাচাৰ নিপীড়নে কিয় আন্দোলনকাৰীক হতাশ কৰা নাই? ক্ৰমে ধাৰণা হ'ল তাৰ মাজত কিবা গণভিত্তিক (Popular) আৰু গণতান্ত্ৰিক উপাদান আছে। তেতিয়া মই আন্দোলন বিৰোধীসকলৰ মাজত প্ৰশ্নটো তুলিলো আৰু লগে লগেই এঘৰীয়া হ'লো।

১৯৮০ চনতে "সাম্প্ৰতিক সাময়িকী"য়ে এনে এক ইংগিত দিছিল। কিন্তু আন্দোলনৰ ফেচিবাদী আতিশয্যৰ বাবে কথাটো গ্ৰহণ কৰিবলৈ আমাৰ পক্ষে তেতিয়া সম্ভৱেই নাছিল। পিছত ব্যক্তিগত অভিজ্ঞতাৰ পোহৰত বিশ্লেষণ কৰি আমি তেনে এক ধাৰণাকে গ্ৰহণ কৰিলো।

"সাম্প্ৰতিক সাময়িকী"ৰ বিশ্লেষণত বোধহয় এটা ফাঁক আছিল। অসমীয়া জনগণ আৰু আন্দোলনৰ নেতৃত্বৰ মাজত পাৰ্থক্য কৰিলেই পৰিস্থিতিৰ বিশ্লেষণ সম্পূৰ্ণ নহয়। ক'ব লাগিব নেতৃত্ব আৰু জনগণ উভয়েই মনেপ্ৰাণে উগ্ৰজাতীয়তাবাদী

মতাদৰ্শ গ্ৰহণ কৰা বাবেই এনে ঘটনা ঘটিছিল। জনগণ উগ্ৰজাতীয়তাবাদী মতাদৰ্শৰ প্ৰভাৱত পৰাৰ অন্তৰালত বামপন্থী মহলে ভাৰতৰ জাতি সমস্যা অৱহেলা কৰাৰ কথাটোও আছে। সেই কথাটো ১৯৬৯ চনৰে পৰা মাজে মাজে মই চি পি এম দলৰ আগত তুলি আছিলো। (সাহিত্যৰ সত্যতে তাৰ প্ৰমাণ আছে। তাত থকা অম্বিকাগিৰীৰ ওপৰৰ প্ৰবন্ধ চাওক।)

আৰু এটা কথা উল্লেখ কৰা দৰকাৰ। অসম আন্দোলনত নিহিত থকা জনপ্ৰিয় গণতান্ত্ৰিক উপাদান চিনাক্ত কৰাৰ পিছত আন্দোলন একেবাৰে দুৰ্বল হৈ পৰা সময়তো মই তাৰ প্ৰতি আন্তৰিক সমৰ্থন দিছিলো।

প্ৰশ্ন : *আলফাৰ ক্ষেত্ৰতো আপোনাৰ ভূমিকাৰ সমালোচনা হৈছে। আলফাৰ সন্ত্ৰাসৰ বিৰোধিতা প্ৰথমে আপুনিয়েই বলিষ্ঠভাৱে কৰিছিল। কিন্তু পিছলৈ আপোনাৰ মনোভাব কোমলাৰ অভিযোগ উঠিছে।*

উত্তৰ : ইয়াতো অসম আন্দোলনৰ দৰে ঘটনা ঘটিছে। এটা অবদমিত জাতিৰ ক্ষোভ আৰু আকাংক্ষা হঠকাৰী, ফেচিষ্ট উপায়েৰে আলফাই সাব্যস্ত কৰিছে। আলফাৰ অন্তৰালত থকা বাস্তৱ সত্য মই কিছু পলমকৈ উপলব্ধি কৰিলো। সেয়ে আলফাক সমৰ্থন নকৰিলেও তেওঁলোকে তোলা প্ৰশ্ন অৰ্থহীন বা অবান্তৰ বুলি মই এতিয়া নাভাবো।

তাৰ অৰ্থ এনে নহয় যে আলফাৰ বিচ্ছিন্নতাবাদ আৰু নৃশংসতাক মই সমৰ্থন কৰো।

প্ৰশ্ন : *সাহিত্যক জনপ্ৰিয় কৰিব লাগে বুলিও আপুনি বহু বিতৰ্ক চলাইছে। সেইবাবে আধুনিকতাবাদকো সমালোচনা কৰিছে। আনকি কেতবোৰ বামপন্থী লেখকেও আপোনাৰ এই মত গ্ৰহণ কৰা নাই।*

উত্তৰ : জনপ্ৰিয় কৰাৰ অৰ্থ এনে নহয় যে সাহিত্য চাঞ্চল্যপ্ৰধান আলোচনীৰ দৰে হ'ব লাগে। জনজীৱনৰ সমস্যা তাৰ উপাদান হ'ব লাগে আৰু জনগণৰ বাবে সি ৰচিত হ'ব লাগে। এই কথা ঠিক যে অভিজ্ঞতা আৰু অনুশীলন অবিহনে সাহিত্যৰ সূক্ষ্ম কাজ জনগণে উপলব্ধি আৰু উপভোগ কৰিব নোৱাৰিব। কিন্তু জনগণৰ ৰুচি আৰু বুদ্ধিকো মাত্ৰাধিক অবজ্ঞা কৰা অনুচিত। আমি নিজে একেবাৰে শিখৰৰ ওপৰত বহি লৈ সূক্ষ্মতাৰ সাধনা কৰিম আৰু জনগণক ওপৰলৈ উঠিবলৈ হুকুম দি থাকিম, তেনে পৰিস্থিতি বাঞ্চনীয় নহয়। কেতিয়াবা নতুন অনুভূতি-উপলব্ধি সাহিত্যৰ অন্তৰ্গত কৰোঁতে সাময়িক দুৰ্বোধ্যতাৰ সৃষ্টি হ'ব পাৰে, সময়ত সি জনগণৰ সহজবোধ্য হৈ পৰে। কিন্তু কিছুমান বস্তু সদায় জনগণৰ পৰা দূৰত থাকে। তেনে দুৰ্বোধ্যতাৰ মই ঘোৰ বিৰোধী।

সত্তৰৰ দশকত মই যেতিয়া অসমীয়া সাহিত্যত প্ৰতীকবাদ আদিৰ বিৰুদ্ধে আক্ৰমণ কৰো, সেই সময়ত আধুনিতাবাদী শিল্পকলাৰ মতাদৰ্শগত তাৎপৰ্য সম্পৰ্কে

পাশ্চাত্যতো বিশেষ আলোচনা হোৱা নাছিল। ঝানভৰ (Zhdanov) দৃষ্টিৰে বামপন্থীসকলে তাক একাষাৰে নাকচ কৰি থৈছিল মাত্ৰ। এতিয়া কিন্তু আধুনিকতাবাদৰ অন্তৰালত থকা মতাদৰ্শগত শক্তি আৰু ধাৰণাবোৰৰ বিষয়ে যথেষ্ট আলোচনা পশ্চিমত হৈছে। এই কথা এতিয়া আৰু কোনেও নকয় যে আধুনিকতাবাদৰ বাহিৰে সাম্প্ৰতিক সাহিত্যৰ আন ৰূপ থাকিব নোৱাৰে। অৱশ্যে আমাৰ আপত্তিবোৰ তত্ত্বহে। শিল্পত তত্ত্বতকৈ প্ৰয়োজন উদাহৰণৰ মূৰ্ত্ত (concrete) প্ৰকাশৰ। ❑

সাক্ষাৎ গ্ৰহণ - নিত্য বৰা

# জীৱনপঞ্জী ঃ সামাজিক আৰু ব্যক্তিগত

*জন্ম* ঃ ১ বহাগ, ১৯৩৯, গোলাঘাট

পিতৃ-মাতৃ ঃ গোলাঘাটত দেউতাক মহেন্দ্রনাথ গোহাঁই স্কুলৰ উপ-পৰিদৰ্শক। মাতৃ শৰৎ কুমাৰী গোহাঁই। পিতৃ-মাতৃ দুয়োৰে ঘৰ উত্তৰ গুৱাহাটীত। মহেন্দ্রনাথ গোহাঁই আগতে শিৱসাগৰ আদি অসমৰ বিভিন্ন ঠাইত হাইস্কুলৰ শিক্ষক আছিল। তাৰ পিছত চৰকাৰৰ শিক্ষা বিভাগৰ বিষয়া ৰূপে বহু বছৰ চাকৰি কৰি বৰপেটাত প্ৰথমতে জিলা পৰিদৰ্শক ৰূপে নিযুক্ত হয় পঞ্চাশৰ দশকত। মাজতে কেইবছৰমান অবিভক্ত কামৰূপৰ জিলা পৰিদৰ্শক ৰূপে কাৰ্যনিৰ্বাহ কৰি পুনৰ বৰপেটালৈ বদলি হয়, আৰু তাৰ পৰাই অৱসৰ গ্ৰহণ কৰে। কিছুকাল ভেল্লা নামৰ ঠাইত হাইস্কুলৰ প্ৰধান শিক্ষক ৰূপে থাকে। তাৰ পিছত গিৰিধৰ শৰ্মা ডাঙৰীয়াৰ আমন্ত্ৰণ ক্ৰমে আৰ্য্য বিদ্যাপীঠ বিদ্যালয়ৰ অধ্যক্ষ নিযুক্ত হয়।

শিক্ষাবিদ গোহাঁইদেৱ চোকা ছাত্ৰ আছিল আৰু সংস্কৃত আৰু ইংৰাজী ভাষাত তেখেতৰ দখল আছিল প্ৰশংসনীয়।

নম্ৰ, কৰ্তব্যপৰায়ণ আৰু আন্তৰিকতাসম্পন্ন বিষয়াৰূপে ৰাইজৰ সমাদৰ পোৱা গোহাঁইদেৱ শিক্ষাবিদ ৰূপেও সফল আৰু ছাত্ৰৰ শ্ৰদ্ধাভক্তিৰ পাত্ৰ আছিল।

মাতৃ শৰৎ কুমাৰী আছিল স্নেহশীলা, গৃহকৰ্মত নিপুণা আৰু গঞা লোক-সংস্কৃতিৰ ভঁৰালস্বৰূপ। শেষ বয়সত পাৰিবাৰিক দুৰ্যোগ আৰু তজ্জনিত কষ্টৰ ফলত মানসিক ভাৰসাম্য হেৰুৱাইছিল।

১৯৭৮ চনত দুৰ্ঘটনাত মহেন্দ্ৰনাথ গোঁহাইৰ মৃত্যু হয়। তেওঁৰ মৃত্যুৰ দুদিন পিছত শৰৎ কুমাৰীয়ে প্ৰাণ ত্যাগ কৰে।

**গোলাঘাটৰ কালছোৱা (১৯৩৯-১৯৪৩)**

সেই সময়ত গোলাঘাট নিজঞ্জাল সৰু চহৰ আছিল। তেওঁলোকৰ চুবুৰীয়া আছিল ব্ৰহ্মানন্দ বৰুৱাৰ পৰিয়াল, কেদাৰ বৰবৰা, বিজয় কলিতা (অভাৰছিয়াৰ), আৰু দেৰগাঁও মহাবিদ্যালয়ৰ প্ৰতিষ্ঠাতা কমল দুৱৰা প্ৰভৃতিৰ ঘৰ।

মহাযুদ্ধই সেই চহৰলৈকো উত্তেজনা আৰু প্ৰবল পৰিবৰ্তনৰ ঢল নমাইছিল।

বাটে-ঘাটে সৈন্য-সামন্ত দেখা গৈছিল।

লগে লগে স্বাধীনতা যুদ্ধৰ জোৱাৰেও গোলাঘাট চৌৱাই আছিল। ঘনে ঘনে ঘৰৰ সমুখেদি শোভাযাত্ৰা যোৱাটো সৰুতে হীৰেন গোহাঁয়ে দেখা তেওঁৰ মনত আছে।

যুদ্ধ চলি থাকোঁতেই গুৱাহাটীলৈ বদলি হয়। দেউতাক আৰু পৰিয়ালটো ৰেলেৰে গুৱাহাটীলৈ আহে। আহিবৰ সময়ত অসম্ভৱ ভীৰৰ মাজত আমেৰিকান চিপাহীবোৰে ৰেলৰ ডবাৰ পৰা ভাৰতীয় যাত্ৰী উলিয়াই দি নিজৰ বাবে দখল কৰি লৈছিল। দেউতাকে সিহঁতৰ লগত সমানে-সমানে তৰ্ক কৰাত পৰিয়ালটো নিৰ্বিঘ্নে গুৱাহাটীলৈ আহিব পাৰিছিল।

## গুৱাহাটী (১৯৪৩ - ১৯৫১)

গুৱাহাটীত প্ৰথমতে তেওঁলোকৰ পৰিয়ালে উজানবজাৰৰ বলি মেধিৰ ভাড়াঘৰতে থাকে কংগ্ৰেছী নেতা সিদ্ধিনাথ শৰ্মাৰ ঘৰৰ কাষত। হীৰেন গোহাঁই উজানবজাৰ লতাশিল প্ৰাইমেৰি স্কুলত ভৰ্তি হয়। তাৰ প্ৰধান শিক্ষক প্ৰভাত চৌধুৰী আছিল এজন আদৰ্শ শিক্ষক। তেতিয়াৰ এগৰাকী কৃতী শিক্ষক আছিল ঘনকান্ত শৰ্মা (ভট্টাচাৰ্য্য)। উজানবজাৰত থকা কালত তেওঁ বহু স্থানীয় বন্ধু-বান্ধৱৰ লগত খেলা-ধুলা কৰি ডাঙৰ হৈছিল। ওচৰে-পাজৰে কিতাপ-পত্ৰ, সংগীত-নৃত্যৰ প্ৰতি আগ্ৰহ থকা কেইবাটিও পৰিয়াল আছিল। পিছলৈ অসম চৰকাৰৰ বিষয়া ৰূপে অৱসৰ গ্ৰহণ কৰা যোগেশ বৰুৱাৰ নেতৃত্বত চলা এটা সংঘত নৃত্যগীতৰ শিক্ষাৰ উপৰিও এটি শিশু পাঠাগাৰ চলি আছিল। ঘৰত বায়েক আৰু ককায়েক সকলো বাহিৰা কিতাপৰ প্ৰতি আসক্ত আছিল। গোহাঁয়েও সৰুৰে পৰা অসমীয়া আৰু বঙালী শিশু সাহিত্য পঢ়িছিল প্ৰাথমিক বিদ্যালয়ত থকা কালতে। তেওঁৰ মনত পৰা তেতিয়া পঢ়া কিতাপবোৰ হ'ল হৰিপ্ৰসাদ বৰুৱাৰ "মইনা", বেণুধৰ শৰ্মাৰ "ৰাংপতা", হৰগোবিন্দ শৰ্মাৰ "পাতালপুৰী", ৰঘুনাথ দেৱচৌধুৰীৰ "অতীতৰ পৃথিৱী" আৰু খগেন মিত্ৰ, হেমেন্দ্ৰ কুমাৰ ৰায় আদিৰ বঙলা কিতাপ।

সেই সময়ত স্বাধীনতা আন্দোলনৰ ঢৌৱে মধ্যবিত্তৰ উপৰিও সকলো শ্ৰেণীৰ ভাৰতীয়ৰ প্ৰাণত সাংস্কৃতিক জাগৰণ আনিছিল। শিশু আৰু কিশোৰৰ মনতো সংস্কৃতি চৰ্চাৰ আগ্ৰহ জগাইছিল। চুবুৰিবোৰত সঘনে "মৌ-মেল" তথা "ভেৰাইটি শ্ব" হৈছিল। একো নুবুজাকৈ শৈশৱত হীৰেন গোহাঁয়ে "তৰুণ লেখক সংঘ" নামৰ তেতিয়াৰ প্ৰভাৱশালী সংস্থা এটাৰ সভা-সমিতিত দৰ্শক হিচাপে উপস্থিত আছিল। অতি সৰু কালতে খেলা-ধুলাৰ উপৰিও সংগী সাৰথিৰে তেওঁ "গান্ধীজয়ন্তী"ও উদ্‌যাপন কৰিছিল। কেইবাজনো বয়স্ক লোকো গম্ভীৰ মুখেৰে সেই অনুষ্ঠানত দৰ্শকৰূপে উপস্থিত আছিল।

তাৰ পিছত হীৰেন গোহাঁইৰ পৰিয়ালটো বৰ্তমানৰ পশু চিকিৎসালয়ৰ সমুখৰ ঘৰ এটালৈ উঠি যায়। চুবুৰীয়া আছিল বৰদলৈ, ডাঃ গুৰুপ্ৰসাদ বৰুৱা, হৰেন ভট্ট, ৰঘু দাস, নাথ উপাধিধাৰী এটা পৰিয়াল আৰু পিছলৈ সতীশ চন্দ্ৰ কাকতি আদিৰ পৰিয়াল। পৰিয়ালবোৰৰ সেই সময়ৰ ঘনিষ্ঠতা আজিৰ দিনত অভাৱনীয়। সুখে-দুখে, বিপদে-সম্পদে তেওঁলোকৰ যোগাযোগ আৰু মৰম-চেনেহ হ্ৰাস পোৱা নাছিল। এইবোৰ পৰিয়ালত পঢ়া-শুনাৰ চৰ্চা আছিল যদিও গীত-মাতৰ চৰ্চা আছিল তাকৰীয়া।

সেই সময়ৰ সংগীসকলৰ ভিতৰত আজিও আছে সুৰকাৰ ৰমেন বৰুৱা, অভিনেতা বীৰেন দাস, উজান বজাৰৰ শ্ৰীমন্ত হাজৰিকা, মহদা ভূঞা, ক্ষীৰদা ভূঞা, ব্যৱসায়ী প্ৰণব ফুকন, ৰাণা শৰ্মা, কল্প শৰ্মা, অৱসৰপ্ৰাপ্ত অধীক্ষক অভিযন্তা সত্যব্ৰত গোস্বামী, চাৰু আৰু ৰমেশ চৌধুৰী, দিলীপ কাকতি আৰু বহুতো। সহপাঠিনী ছাত্ৰীৰ ভিতৰত চিত্ৰা (চপলা), নিৰ্মলা আৰু খেলাৰ লগৰী প্ৰিয়বালাক মনত পৰে। চিত্ৰাই তাৰিণীচৰণ বিদ্যালয়ৰ অধ্যক্ষ হিচাপে অৱসৰ লৈছে।

সেই সময়ৰ উল্লেখযোগ্য ঘটনা সমগ্ৰ সমাজ কঁপাই, টৌৱাই থকা স্বাধীনতা আন্দোলন - জজফিল্ড, জুবিলী গাৰ্ডেনত বিপুল সমাবেশ আৰু অন্তহীন শোভাযাত্ৰাবোৰ। সাধাৰণ মানুহৰ উৎসাহী অংশগ্ৰহণ তাৰ অন্যতম প্ৰধান বৈশিষ্ট্য আছিল।

সেই সময়ৰ আন এক স্মৃতি হৈছে ব্ৰহ্মপুত্ৰৰ বালিত বিশেষকৈ খৰালি ঘূৰি ফুৰা আৰু ব্ৰহ্মপুত্ৰৰ বিচিত্ৰ শোভা তন্ময় হৈ চাই থকা। খাৰঘুলিৰ পাহাৰত ঘূৰি ফুৰোঁতে ৰজাদিনীয়া ১ বা ২ কিলোৰ পৰা ৫ কিলো ওজনৰ শিলৰ বৰটোপৰ গুলী দেখা পোৱা আৰু ঘৰলৈ খেলিবলৈ লৈ অনা মনত আছে।

তাৰ পিছত হীৰেন গোহাঁই মাণিকচন্দ্ৰ মধ্য ইংৰাজী স্কুলত ভৰ্তি হয়। আদৰ্শ শিক্ষক শিক্ষাব্ৰতী ভাৰত শৰ্মা সেই স্কুলৰ প্ৰধান শিক্ষক আছিল। তেখেতৰ মনত প্ৰভাৱ বিস্তাৰ কৰা আন এগৰাকী শিক্ষক আছিল কৃষ্ণ শৰ্মা। কামেশ্বৰ শৰ্মা আছিল আন এগৰাকী কঠোৰ, কৰ্তব্যনিষ্ঠ শিক্ষক।

সহপাঠী বন্ধু আছিল অৱসৰপ্ৰাপ্ত পুৰাতত্ত্ব বিভাগৰ সঞ্চালক ড° প্ৰদীপ শৰ্মা, প্ৰদীপ বৰদলৈ, সৰ্বেশ্বৰ হাজৰিকা, নগেন তালুকদাৰ,* ৰবীন ভূঞা অতুল ঠাকুৰীয়া, কান্তি ডেকা, শ্ৰীকান্ত মেধি,* প্ৰশান্ত ভট্ট, ৰমেশ দত্ত, প্ৰবীণ বৰুৱা, দিলীপ বৰুৱা আদি। বাহিৰা কিতাপ বেছি মনপুতি পঢ়ি মানসিকভাৱে হীৰেন গোহাঁই সহপাঠীসকলতকৈ কিছু বেলেগ হৈ পৰিছিল।

এম চি এম ইত পঢ়ি থাকোঁতেই ভাড়াঘৰ এৰি তেখেতৰ দেউতাক মহেন্দ্ৰনাথ গোহাঁয়ে চান্দমাৰিৰ পেঞ্চনপাৰা (পিছলৈ নিজৰাপাৰা)ত নিজা থকা ঘৰ

সজায়। ঘৰটো ডাঙৰ হ'লেও খেৰীঘৰ আছিল। এই ঘৰত থকা অৱস্থাতে এম ই পাছ কৰি গোহাঁয়ে কটন কলেজিয়েট স্কুলত সপ্তম শ্ৰেণীত নাম লিখে।

নিজৰাপাৰৰ গাত লাগি আছিল হাবিবন, গছ-গছনিৰে ভৰা কেইবাটাও পাহাৰ, নিৰ্মল পানী আৰু এটা পাহাৰী নিজৰা। প্ৰকৃতিৰ ঘনিষ্ঠ সান্নিধ্যলৈ আহি হীৰেন গোহাঁই আপ্লুত হৈছিল। গছ-গছনি, চৰাই-চিৰিকতি, বনৰীয়া জীৱ-জন্তু কাষৰ পৰা চাই অসীম তৃপ্তি লাভ কৰিছিল। এইবোৰত ডেকাৰাম নামৰ এজন বড়ো চকীদাৰ আছিল তেওঁৰ "গাইড"। তদুপৰি ওচৰৰ বড়ো-কছাৰী সমাজৰ জীৱনযাত্ৰাও তেওঁ কৌতূহলেৰে লক্ষ্য কৰিছিল।

১৯৪৮ চনৰ পৰা ১৯৫০ চনলৈ সাম্যবাদীসকলৰ গণ আন্দোলনৰ আঘাত বাহিৰৰ পৰা চহৰৰ মধ্যবিত্তৰ ওপৰত পৰিছিল। বেলতলাৰ পৰা বড়ো কৃষিজীৱী পুৰুষ-তিৰোতাৰ সন্মিলিত শোভাযাত্ৰাৰ ওপৰত পুলিচে কেতিয়াবা লাঠি চালনা কৰিছিল। চহৰত ৰাতি দেৱালত কোনোবাই পোষ্টাৰ মাৰিছিল ঃ "ৰাইজৰ চামৰা চেলোৱা শোষকহঁতৰ পিঠিত মহৰ ছালৰ ফানটিৰে কুব (?) মাৰক!" ইত্যাদি। মধ্যবিত্ত পৰিয়ালবোৰৰ মাজত চেপা সন্ত্ৰাসৰ ভাব পৰিলক্ষিত হৈছিল, কাৰণ ৰায়তৰ হাতলৈ মাটি গুচি যায় বুলি তেওঁলোক উদ্বিগ্ন হৈছিল। তেতিয়া বহু চাকৰিয়ালৰ উপাৰ্জনৰ একাংশ আছিল আধিৰ ধান।

১৯৪৭ চনৰ ১৫ আগষ্টত দেশত বিপুল উৎসাহ-উদ্দীপনাৰ মাজেৰে প্ৰথম স্বাধীনতা দিৱস উদ্‌যাপন কৰা হৈছিল। তাৰ পিছত বহু সংখ্যক ভগনীয়া পূব পাকিস্থানৰ পৰা আহি গুৱাহাটীত আশ্ৰয় লোৱাও তেওঁৰ মনত পৰে।

১৯৫১ - ১৯৫৭

১৯৫১ চনত হীৰেন গোহাঁয়ে কটন কলেজিয়েট স্কুলত সপ্তম শ্ৰেণীত ভৰ্তি হয়, আৰু তাৰ পৰাই ১৯৫৫ চনত প্ৰবেশিকা পৰীক্ষাত (হাইস্কুল শিক্ষান্ত পৰীক্ষাত) গুৱাহাটী বিশ্ববিদ্যালয়ত দ্বিতীয় স্থান আৰু অসমীয়া আৰু ইংৰাজী বিষয় দুটাত সৰ্বোচ্চ নম্বৰ লৈ উত্তীৰ্ণ হয়। তেতিয়া প্ৰবেশিকা পৰীক্ষা বিশ্ববিদ্যালয়ৰ অধীনত হৈছিল আৰু অসম, মণিপুৰ, মেঘালয় আদি ৰাজ্যৰ ছাত্ৰই সেই পৰীক্ষাত বহিছিল।

কটন কলেজিয়েট স্কুলত পঢ়া সময়ত মহম্মদ এনায়েৎ আলি, শ্ৰীযুত খগেন দাস, ভুবনেশ্বৰ শৰ্মা, হৰেশ্বৰ গোস্বামী, হামিদ আলি, কন্দৰ্প দাস, সুৰেন দাস, ৰাজেশ্বৰ তৰ্কতীৰ্থ, জগদীশ চৌধুৰী, সুশীল লাহিড়ী, নগেন চৌধুৰী, মেঘৰাম পাঠক, পঞ্চানন গোস্বামী, প্ৰসাদ দাস, ৰাজেন ভট্ট, মহম্মদ শ্বৰিফ, কেশৱ শৰ্মা আদি বহু কৃতবিদ্য শিক্ষকৰ শিক্ষকতা আৰু উৎসাহ দানৰ পৰা লাভবান হৈছিল গোহাঁই। বিশেষকৈ খগেন দাসদেৱে বিশ্লেষণ আৰু যুক্তিনিষ্ঠ চিন্তাৰ বাট দেখুৱা বুলি গোহাঁয়ে পৰৱৰ্তী জীৱনত স্মৰণ কৰে।

প্ৰধান শিক্ষক ৰূপে পোৱা অম্ৰৰাম বৰুৱা আৰু উমা শৰ্মাদেৱ আৰু সহঃ প্ৰধান শিক্ষকৰূপে পোৱা শান্তিৰাম দাসদেৱৰ প্ৰখৰ ব্যক্তিত্ব আৰু শিক্ষকতাত দক্ষতা দেখি তেওঁ শ্ৰদ্ধা অনুভৱ কৰিছিল।

সেই কালত তেওঁৰ সহপাঠী আৰু বন্ধু আছিল অম্বিকা বৰুৱা, ধ্ৰুৱ কলিতা, শিশিৰ দাস, প্ৰমোদ ডেকা, অনিল শৰ্মা (প্ৰাগজ্যোতিষ কলেজৰ অৱসৰপ্ৰাপ্ত অধ্যাপক), খনীন শৰ্মা, সুবোধ আৰু প্ৰবোধ বৰদলৈ, সুভাষ সিং, অৰবিন্দ চক্ৰৱৰ্ত্তী (অভিনেতা অৰূপ চক্ৰৱৰ্ত্তী), নৃপেন মহন্ত,* পবিত্ৰ অধিকাৰী, লোহিত দাস, বীৰেন বৰদলৈ, দিলীপ বৰা, বিকাশ বৰা (অ এন জি চিৰ অধ্যক্ষ), আতাউৰ ৰহমান (পিছলৈ চিকিৎসক), সোমনাথ চেলেং (গহপুৰ কলেজৰ অধ্যাপক),* লক্ষেশ্বৰ গোহাঁই, মহম্মদ মীৰ্জা, ৰবীন ভূঞা, শ্যামভদ্ৰ মেধি (অসম চৰকাৰৰ সচিব),* গজেন তালুকদাৰ, পদুম শইকীয়া ছাৰ ছাল্লাৰ পুত্ৰ নিজামু। তেওঁতকৈ এবছৰ তলত পঢ়া ভবেন বৰুৱা আৰু প্ৰদীপ মহন্ত আদিৰ লগত বাহিৰা কিতাপ আৰু সাহিত্যত ৰুচি লৈ ঘনিষ্ঠতা হৈছিল। আজিৰ ন্যায়ধীশ প্ৰভাত ফুকনৰ লগতো বন্ধুত্ব আছিল।

তাৰ উপৰিও চান্দমাৰিৰ দাঁতিকাষৰীয়া ঠাইবোৰৰ সমনীয়া (বা অলপ সৰু) খেলৰ লগৰীয়া আছিল নিখিল আৰু অনিল বৰুৱা, দৰ্প বড়া, অচ্যুত শৰ্মা, পদ্ম আৰু ৰোহিনী ভূঞা।

তেতিয়াৰ সমাজখনৰ সামাজিকতা ইমান বিস্তাৰিত আছিল যে এই সকলৰ উপৰিও কামৰূপ একাডেমি, ডনবস্কো আদি স্কুলৰ অসংখ্য ছাত্ৰৰ লগত তেওঁৰ অল্পবিস্তৰ ঘনিষ্ঠতা হৈছিল। আজি এনে এক পৰিস্থিতি অভাৱনীয়।

সেই সময়ত কলেজিয়েট স্কুলত তেওঁৰ দুজন ভিন্ন প্ৰকৃতিৰ ছাত্ৰৰ লগত চিনাকি হৈছিল - প্ৰয়াত উমাকান্ত শৰ্মাৰ ভায়েক ৰজনী শৰ্মা আৰু কমলা দাসৰ দুয়ো বোধহয় নিজ নিজ পৰিয়ালৰ প্ৰভাৱত সাম্যবাদী আদৰ্শৰ প্ৰতি আকৃষ্ট হৈছিল আৰু সহপাঠীসকলৰ ঠাট্টা-মস্কৰা আওকাণ কৰি সাম্যবাদৰ সপক্ষে কথা কৈছিল। দুয়োৰে আদৰ্শনিষ্ঠাই সাম্যবাদৰ প্ৰতি কিছু পৰিমাণে হ'লেও গোহাঁইক আকৃষ্ট কৰিছিল।

১৯৫৫-১৯৫৭ চনত তেওঁ কটন মহাবিদ্যালয়ত ইণ্টাৰমিডিয়েট আৰ্টছ (I.A.) পঢ়ে। তেওঁ পোৱা অধ্যাপকসকল আছিল অধ্যাপক চন্দ্ৰনাথ কলিতা, অধ্যাপক তাৰিণীকান্ত ভট্টাচাৰ্য্য, অধ্যাপক আনন্দেশ্বৰ শৰ্মা, অধ্যাপক ৰায়হান শ্বাহ, অধ্যাপক নৱকান্ত বৰুৱা, অধ্যাপক মহেন্দ্ৰ বৰা, অধ্যাপক অতুল চন্দ্ৰ হাজৰিকা, অধ্যাপক বিনয় চৌধুৰী, অধ্যাপক ডিম্বেশ্বৰ শৰ্মা, অধ্যাপক ৰজনীকান্ত শৰ্মা, অধ্যাপক বিনন্দি বৰ্মন, অধ্যাপক আশ্ৰফ আলী, অধ্যাপক ৰামকুমাৰ দাস, অধ্যাপক

ইক্ৰামুদ্দিন শইকীয়া, অধ্যাপক সমৰ দাস (পিছলৈ আই পি এছ), অধ্যাপক শিৱ ঘোষ, অধ্যাপক ৰজনীকান্ত চক্ৰৱৰ্ত্তী, অধ্যাপক বিনয় তামুলী, অধ্যাপক বাপুকৃষ্ণ চৌধুৰী, অধ্যাপক প্ৰণৱজ্যোতি ডেকা, অধ্যাপক দুৰ্গেশ্বৰ দাস, অধ্যাপক খফিকুল হক, অধ্যাপক প্ৰফুল্লপ্ৰাণ চাংকাকতি আদি। অধ্যাপকসকল আছিল কৰ্তব্যনিষ্ঠ আৰু মৰমীয়াল। কিন্তু তেখেতসকলৰ অনেকেই পাঠ্যবিষয়ৰ প্ৰতি গোহাঁইক আকৃষ্ট কৰিব পৰা নাছিল। তাৰ অন্যতম কাৰণ এয়ে যে সেই সময়ত সাহিত্য চৰ্চাত মনপুতি লাগি তেওঁ পঢ়া-শুনাৰ প্ৰতি পিঠি দিছিল। সাহিত্য চৰ্চাৰ ক্ষেত্ৰত তেওঁক অধ্যাপক মহেন্দ্ৰ বৰাই বিশেষ উৎসাহ দিছিল।

সেই সময়ৰ গুৱাহাটীত হেম বৰুৱাৰ নেতৃত্বত আৰু "ৰামধেনু"ক কেন্দ্ৰ কৰি আধুনিক সাহিত্য আন্দোলন গঢ় লৈ উঠিছিল। হেম বৰুৱাৰ উপৰিও নৱকান্ত বৰুৱা, মহেন্দ্ৰ বৰা, বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য আৰু নীলমণি ফুকন, মাণিক গগৈ, নিৰ্ত্যা দত্ত, আদিৰ লগত গোহাঁইৰ চিনাকি হৈছিল। সেই সময়ত বামপন্থী ধাৰা এটাও বৰ্ত্তি আছিল "প্ৰবাহ"ক কেন্দ্ৰ কৰি। কিন্তু ভবানন্দ দত্ত, হেমাংগ বিশ্বাস, ভূপেন হাজৰিকা, কেশৱ মহন্ত আদিৰ লগত গোহাঁইৰ বিশেষ যোগাযোগ নাছিল। সেইটো দলৰ কেৱল হীৰেন ভট্টাচাৰ্য্যৰ লগতহে তেওঁৰ চিনাকি আৰু কথা-বতৰা আছিল।

তেওঁৰ সেইকালৰ সহপাঠীৰ ভিতৰত আছিল পিছলৈ অসম চৰকাৰৰ অৱসৰপ্ৰাপ্ত উচ্চবৰ্গৰ বিষয়া ললিত কুমাৰ বৰুৱা, ন্যায়াধীশ ধীৰেশ নাৰায়ণ চৌধুৰী, সুৰকাৰ ৰমেন বৰুৱা, ডুমডুমা কলেজৰ অধ্যক্ষ ৰবীন চৌধুৰী অধ্যাপক বিশ্বেশ্বৰ গোস্বামী, অধ্যাপক ৰামদাস বড়ো।

**কলিকতা ১৯৫৭ - ১৯৬০**

১৯৫৭ চনত আই এ পৰীক্ষাত বিশ্ববিদ্যালয়ত তৃতীয় স্থান লাভ কৰি গোহাঁই কলিকতালৈ যায় আৰু প্ৰেছিডেন্সি কলেজত ভৰ্তি হয়। সেই সময়ত আধুনিক ভাৰতৰ শিক্ষা-দীক্ষা, বিদ্যা চৰ্চা, সৃষ্টিশীল সংস্কৃতিৰ প্ৰাণকেন্দ্ৰ আছিল কলিকতা। তাৰ মাজতে প্ৰেচিডেন্সি কলেজৰ স্থান আছিল সুকীয়া। কলেজত প্ৰগাঢ় পণ্ডিত অধ্যাপক সুবোধ চন্দ্ৰ সেনগুপ্ত, অধ্যাপক তাৰকনাথ সেন, অধ্যাপক অমল ভট্টাচাৰ্য্য, অধ্যাপক শৈলেন্দ্ৰ কুমাৰ সেন, অধ্যাপক ভবতোষ চেটাৰ্জী, অধ্যাপক তাৰাপদ মুখাৰ্জী আদিয়ে ইংৰাজী সন্মানিক বিষয়ৰ ক্লাছ লৈছিল। দৰ্শন পঢ়াইছিল গোপীনাথ ভট্টাচাৰ্য্য, অমিয় মজুমদাৰ, পৰেশ চট্টোপাধ্যায় আদি কৃতবিদ্য শিক্ষকে। সংস্কৃত কলেজত সংস্কৃত পঢ়িব লগা হৈছিল। কলেজৰ অধ্যক্ষ আছিল ভাৰতবিখ্যাত পণ্ডিত গৌৰীনাথ শাস্ত্ৰী। শিক্ষকসকলৰ মাজত পৰৱৰ্ত্তী কালত বিখ্যাত হোৱা পণ্ডিত বিমলকৃষ্ণ মতিলালো আছিল। আন এজন আছিল ড° গোবিন্দ গোপাল মুখোপাধ্যায়। বাকী পণ্ডিত অধ্যাপকসকলৰ ভিতৰত আছিল বাংলাৰ ভবতোষ

দত্ত, ইতিহাসৰ সুশোভন সৰকাৰ, অমলেশ ত্ৰিপাঠী, ৰাজনীতি বিজ্ঞানৰ ইউ এন ঘোষাল আদি তাৰকাসকল। সেই কৰ্তব্যনিষ্ঠ, অনাড়ম্বৰ জীৱনযাত্ৰাত অভ্যস্ত, অধ্যয়নশীল, পণ্ডিত অধ্যাপকসকলে পোন প্ৰথমবাৰ বিদ্যায়তনিক পঢ়া-শুনাৰ বাবে গোহাঁইক অনুপ্ৰাণিত কৰিলে।

তেওঁৰ সাম্মানিকৰ সহপাঠীসকলৰ মাজত আছিল গায়ত্ৰী চক্ৰবৰ্ত্তী (পিছলৈ গায়ত্ৰী চক্ৰবৰ্ত্তী-স্পিবাক নামেৰে আমেৰিকাৰ অগ্ৰগণ্যা বিদুষী অধ্যাপিকা), শমীক বন্দোপাধ্যায়, (নাট্য সমালোচক) মোহিত ৰায়, পৰিতোষ সান্যাল, স্বৰূপ গুপ্ত, পুণ্যব্ৰত দত্তগুপ্ত, দীপক ৰুদ্ৰ, সমীৰ দাস আদি। সমসাময়িক আছিল ষষ্ঠীব্ৰত, প্ৰণব বৰ্দ্ধন, ৰামগোপাল আগৰৱাল, বিজন পুৰকায়স্থ, সুজিৎ বসু, নিত্য ঘোষ, চঞ্চল মজুমদাৰ, দিলীপ চক্ৰবৰ্ত্তী আদি অতি মেধাৱী আৰু অনুসন্ধিৎসু ছাত্ৰ। (তেতিয়া ঘনিষ্ঠতা থকা বহুতৰ নাম মনত নপৰে।) অসমৰ দুজন ছাত্ৰ হিন্দু হোষ্টেলত একে সময়তে আবাসিক আছিলত- NEHU ৰ উপাচাৰ্য্য পদ লাভ কৰা মৃণাল মিৰি আৰু সাংবাদিক হীৰেন ফুকন।

কলিকতাৰ সাংস্কৃতিক পৰিমণ্ডলৰ এটা উদাহৰণেই যথেষ্ট। ভাৰতীয় কথাচিত্ৰৰ "নতুন তৰংগ" তেতিয়া আৰম্ভ কৰিছিল সত্যজিৎ ৰায়ে। তেখেতক কফি হাউচত ওচৰৰ পৰা দেখিছিল গোহাঁইহঁতে।

সেই সময়ত বামপন্থী ৰাজনীতি কলিকতাৰ সমাজত আৰু ছাত্ৰৰ মাজত প্ৰবল আছিল। বৌদ্ধিক আৰু সাহিত্যিক ক্ষেত্ৰত উদাৰনৈতিক বুৰ্জোৱা শিবিৰত বুদ্ধদেৱ বসু, সুধীন্দ্ৰনাথ দত্ত, অম্লান দত্ত আদিৰ নেতৃত্বত আৰু বামপন্থী শিবিৰত কল্যাণ দত্ত, হীৰেন মুখাৰ্জী সুশোভন সৰকাৰে আদিৰ নেতৃত্বত মতামত সংগঠিত হৈ প্ৰবল, ফলপ্ৰসূ বিতৰ্কৰ জন্ম দিছিল।

১৯৫৯ ৰ বি, এ পৰীক্ষাত উচ্চ খাপৰ দ্বিতীয় শ্ৰেণী পায়ো আশানুৰূপ ফলাফল লাভ নকৰি গোহাঁই কিছু হতাশ হ'ল। তেওঁ তেতিয়া স্নাতকোত্তৰ মহলাৰ অধ্যয়ন আন ঠাইত কৰিবলৈ ঠিক কৰিলে আৰু দিল্লীলৈ যাত্ৰা কৰিলে। ইতিমধ্যে দিল্লীলৈ অসমৰ এদল ছাত্ৰ যাবলৈ ধৰিছিল।

সেই সময়তে কলিকতাত পদ্ম বৰকটকীৰ অনুৰোধত তেওঁ "আমাৰ প্ৰতিনিধি"ত কিছু লিখা-মেলা কৰিছিল। "ৰামধেনু", "অসম বাণী" আদিতো দুই এটা প্ৰবন্ধ প্ৰকাশ কৰিছিল। কলিকতাত থকা কালত উচ্চাংগ সংগীত, আধুনিক চিত্ৰকলা আদিত তেওঁ ছোগা-চোৰোকাকৈ মনোনিবেশ কৰিছিল।

**দিল্লী ১৯৬০ - ১৯৬৫**

প্ৰেচিডেন্সিৰ পৰা বি এ (সাম্মানিক) পাছ কৰি ছমাহমান কলিকতা বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ শ্ৰেণীত নাম লগাই এনেয়ে আছিল। সেই সময়ত বাসুদেৱ ঘোষ

নামৰ এজন অতিশয় মেধাৱী আৰু বিস্তাৰিত অধ্যয়ন থকা সহপাঠীৰ লগত গোহাঁইৰ বন্ধুত্ব হয়। পিছত এম এ পাছ কৰি উঠি ঘাইকৈ এওঁৰ হেঁচাতে গোহাঁয়ে গৱেষণাৰ বাবে বিদেশ যাত্ৰাৰ উদ্যোগ লয়।

১৯৬০ চনত ৰামযশ কলেজত এম এ'ৰ ছাত্ৰ হিচাপে ভৰ্তি হয়। সেই সময়ত অধ্যাপক আৰ পি চোপ্ৰা আৰু অধ্যাপক আৰ চি শৰ্মাকে ধৰি অধ্যাপক সকলৰ উৎসাহ প্ৰেৰণাত তেওঁ অধ্যয়নত ব্ৰতী হয়। সহপাঠী সকলৰ ভিতৰত আছিল ললিত কুমাৰ বৰুৱা, শৰৎ চন্দৰ, কপিল কাক আৰু (আন কলেজৰ) অশোক বাজপেয়ী, বি. বেনাৰ্জী আদি। বিশ্ববিদ্যালয়ৰ শ্ৰেণীত অধ্যাপক বালচন্দ্ৰ ৰাজন, অধ্যাপক এম এম ভাল্লা, অধ্যাপক কালিয়া, অধ্যাপক মংগত ৰাম, অধ্যাপক স্বৰূপ সিং, অধ্যাপক এ জি জৰ্জ, অধ্যাপক কৃষ্ণ বলদেৱ বৈদ, অধ্যাপিকা উৰ্মিল খান্না, অধ্যাপিকা শীলা উত্তম সিং, অধ্যাপক আমৃক সিং আদিয়ে পাঠদান কৰিছিল। কেম্ব্ৰিজৰ ট্ৰিনিটি কলেজত ফেলো হৈ বহু বছৰ থকা অধ্যাপক বালচন্দ্ৰ ৰাজনৰ পাঠদানে গোহাঁইক মুগ্ধ কৰিছিল। অধ্যাপক ৰাজনৰ সহায়ত তেখেতে পিছত কেম্ব্ৰিজত নামভৰ্ত্তি কৰিবলৈ সুযোগ পায়।

১৯৬২ চনত গোহাঁয়ে কৃতিত্বৰে প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান দখল কৰি এম. এ পাছ কৰে। তেখেতৰ সম্ভাৱনাত আকৃষ্ট হৈ কিৰোৰিমল কলেজত তেখেতক অধ্যাপকৰ পদ সাক্ষাৎকাৰ বা দৰ্খাস্ত নোহোৱাকৈয়ে যাচি দিয়া হৈছিল। তেতিয়া ডº স্বৰূপ সিং আছিল সেই কলেজৰ অধ্যক্ষ। সহকৰ্মীসকলৰ মাজত আছিল ইংৰাজীৰ অধ্যাপক মংগত ৰাম, অধ্যাপক গোয়েল, অধ্যাপক ছিংগল, অধ্যাপক দেশৰাজ গোয়েল, অধ্যাপক বদ্ৰী ৰাইনা, অৰ্থনীতিৰ অধ্যাপক অৰুণ ব'স, অধ্যাপক গোপাল, অধ্যাপক মস্কিন, এছ কে' গোয়েল, ৰাজনীতি বিজ্ঞানত অধ্যাপক ফ্ৰেংক ঠাকুৰ দাস, অধ্যাপক আৰ্য্য, হিন্দীৰ ডঃ গোবিন্দ ৰাম, কবি অধ্যাপক ত্ৰিপাঠী আদি। কিৰোৰিমল কলেজত শিক্ষকসকলৰ মাজত যথেষ্ট সহৃদয়তা আৰু ভ্ৰাতৃত্ববোধ আছিল। কলেজখনৰ প্ৰশাসন আছিল উদাৰ, প্ৰগতিশীল। কেইবাজনো বামপন্থী অধ্যাপকে কলেজখনত স্থান পাইছিল।

দিল্লীৰ ছাত্ৰাৱস্থাত গোহাঁয়ে কেবাজনো ছাত্ৰৰ লগ লাগি অসমীয়া ছাত্ৰ একতা সভা গঠন কৰি নানা ধৰণৰ কাৰ্যসূচীত অংশগ্ৰহণ কৰিছিল। তদুপৰি অসমীয়া নতুন সমালোচনাৰ ভিত্তি তেওঁৰ বৌদ্ধিক নেতৃত্বতে প্ৰস্তুত হৈছিল। ছৈয়দ মহম্মদ ছৈফুল্লা, দিলীপ দাস, (অসম আৰক্ষী বিভাগৰ পৰা স্বেচ্ছাৱসৰ লৈ এতিয়া আমেৰিকাত অধ্যাপক), দৰ্প বড়া, বিজয়কৃষ্ণ দেৱ শৰ্মা, ভাস্কৰ বৰুৱা (এতিয়া কেন্দ্ৰীয় চৰকাৰৰ উচ্চ বিষয়া) অশোক শইকীয়া (বৰ্তমান কেন্দ্ৰীয় চৰকাৰৰ উচ্চ বিষয়া), টাবুৰাম টাইড, অশোক দাস, মুনীন শৰ্মা, মহেন্দ্ৰ বৰুৱা (গ্ৰন্থাগাৰিক), শ্ৰীলস্কৰ (গ্ৰন্থাগাৰিক), ডাº এম ভূঞা, হীৰালাল দুৱৰা (পিছলৈ গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য),

মৃণাল মিৰি, অৰূপ দত্ত, মনোৰঞ্জন গোস্বামী, বিশ্বেশ্বৰ গোস্বামী, দেবেন দত্ত আদি সমবয়সী বা বয়সত কিছু ডাঙৰ বা সৰু ছাত্ৰৰ লগত গোহাঁইৰ ঘনিষ্ঠতা বা পৰিচয় হৈছিল।

সেই সময়তে তেওঁ সাংসদ হেম বৰুৱাৰ ঘৰলৈ সঘনে গৈছিল। আমজাদ আলী নামৰ আন এগৰাকী সাংসদেও অসমীয়া ছাত্ৰৰ লগত উষ্ণ সম্পৰ্ক ৰক্ষা কৰিছিল। বিজয় ভাগৱতীদেৱৰ লগতো তেওঁৰ মধুৰ সম্পৰ্ক আছিল।

দিল্লীত অধ্যাপনা কৰা সময়ত তেওঁ অসমীয়া ছাত্ৰ একতা সভাৰ সভাপতি হয়। মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহাৰ লগত সাক্ষাৎকাৰ, চীন-ভাৰত সংঘৰ্ষৰ সময়ত প্ৰধানমন্ত্ৰীক্ স্মাৰকপত্ৰ দান আদি কাম সেই সময়তে তেওঁৰ নেতৃত্বত হয়। দিল্লীত অধ্যাপনা কৰা সময়ত কবি অশোক বাজপেয়ী, সমাজবাদী ৰাজনৈতিক কৰ্মী যোগেশ পুৰী আদিৰ সান্নিধ্যলৈ অহাৰ ফলত অসমীয়া সমাজৰ পৰিধিৰ বাহিৰত থকা কথাবোৰৰ কিছু আভাস পায়।

ভৱিষ্যতৰ বাবে আটাইতকৈ তাৎপৰ্যপূৰ্ণ আছিল অধ্যাপক বিপান চন্দ্ৰ, অধ্যাপক অৰুণ ব'স, অধ্যাপক দেশৰাজ গোয়েল আদি মাৰ্ক্সবাদী বিদ্বানৰ সান্নিধ্য। এওঁলোকৰ প্ৰভাৱত মাৰ্ক্সবাদ সম্পৰ্কে পূৰ্বৰ আশংকা দূৰ হয়। কিছু কিছু প্ৰগতিশীল আৰু বামপন্থী ধাৰণা গ্ৰহণ কৰাৰ উপৰিও মাৰ্ক্সবাদ সম্পৰ্কে অধ্যয়ন আৰম্ভ কৰে। Enquiry, Mainstream আদি বামপন্থী পত্ৰিকাত সাহিত্য সমালোচনামূলক নিবন্ধ প্ৰকাশ কৰে।

অৱশ্যে কলিকতাৰ তুলনাত দিল্লীৰ বামপন্থী বৌদ্ধিক কাৰ্যকলাপৰ পটভূমিত কোনো ব্যাপক সামাজিক ভিত্তি নাছিল। পাৰ্টিৰ কৰ্তৃত্বও আছিল শিথিল। তাৰ সুফল, কুফল দুয়োটাই দেখা গৈছিল।

এই সময়তেই গোহাঁয়ে নিয়মিতভাৱে অসমৰ কাকতে-পত্ৰই সমালোচনামূলক প্ৰবন্ধ লিখি অসমত আধুনিক সমালোচনাৰ সূত্ৰপাত কৰে। কিছুমানে ভাল পালেও প্ৰতিবাদৰ জোঁৱাৰ উঠিছিল।

দিল্লীত তিনি বছৰ কাল অধ্যাপনা কৰা সময়ত বহু ছাত্ৰ-ছাত্ৰী তেওঁৰ প্ৰীতিভাজন হৈছিল। তাৰে ভিতৰত অশোক চেল্লি, চায়িদ নক্‌ৱি (সাংবাদিক). আদি দুজন মানক তেওঁৰ মনত আছে।

## কেম্ব্ৰিজ ১৯৬৫ - ১৯৬৯

দিল্লীত চাকৰি কৰাৰ সময়ত কলিকতাৰ বন্ধু বাসুদেৱ ঘোষ মাজে সময়ে তেওঁৰ লগত থাকেহি। গতানুগতিকভাৱে উচ্চাকাংক্ষাহীন জীৱন-যাপন কৰা বাবে কষ্ট হৈ বাসুদেৱ ঘোষে তেওঁৰ হতুৱাই কমনৱেলথ্ স্কলাৰশ্বিপৰ বাবে দৰ্খাস্ত দিয়ায়।

যথাসময়ত সাক্ষাৎকাৰৰ পিছত তেওঁ কমনৱেলথ্ স্কলাৰশ্বিপ পায়। কিন্তু তেওঁ বিচৰা বিশ্ববিদ্যালয়ত বৃত্তি নিদিয়াৰ বাবে তেওঁ বালচন্দ্ৰ ৰাজনৰ জৰিয়তে দেৱকান্ত বৰুৱাক কথাটো জনায়। দেৱকান্ত বৰুৱাই তিনিজন মেধাৱী অসমীয়া ছাত্ৰক কেম্ব্ৰিজ বিশ্ববিদ্যালয়ত পঢ়িবলৈ পঠাবলৈ সাহসী সিদ্ধান্ত গ্ৰহণ কৰে।

১৯৬৫ চনত তেওঁ কেম্ব্ৰিজৰ গণৱিল্ এণ্ড্ কীজ (Caius চুটিকৈ কীজ কলেজত) পি এইচ্ ডি গৱেষণাৰ বাবে ভৰ্তি হয়। মেৰি এন ৰাস্কিন'ৱিজ্, জে'বি ব্ৰড্‌বেন্ট্ আৰু শেষত ক্ৰীষ্টফাৰ মৰিছৰ তলত গৱেষণা কৰি ১৯৬৮ চনৰ শেষৰ পিনে তেওঁ জন মিল্টনৰ ওপৰত পি এইচ্ ডি (Paradise Lost and the 17th Century Crisis গৱেষণাপত্ৰ দাখিল কৰে, আৰু ১৯৬৯ চনত পি এইচ্ ডি ডিগ্ৰী লাভ কৰে।

কেম্ব্ৰিজত থকা সময়ছোৱাত শেষৰ পিনে গৱেষণাত পলম কৰা বুলি অসম চৰকাৰে বৃত্তিটো কাটি দিয়ে। কাৰখানাত ছমাহ কাম কৰি গোহাঁয়ে গৱেষণা সম্পূৰ্ণ কৰাৰ খৰচ উলিয়ায়।

কেম্ব্ৰিজত থকা কালছোৱাত তেওঁ এগৰাকী ছুইডিছ্ গাভৰুৰ লগত ঘনিষ্ঠ হয়, কিন্তু ন মাহৰ পিছত দুয়োৰে বিচ্ছেদ হয়। তাৰ পিছত ফৰাচী গাভৰু এগৰাকীৰ লগত বন্ধুত্ব হয়, কিন্তু সি বিশেষ গাঢ়তা লাভ নকৰে।

কেম্ব্ৰিজত সেই সময়ত বামপন্থী ৰাজনৈতিক ভাবধাৰা প্ৰবল হৈছিল। বিভিন্ন বিষয়ৰ আলোচনা, ধৰ্ণা, সমদল, বিতৰ্ক আদিত তেওঁ যোগ দিছিল। ভিয়েটনাম, কিউবা, চীন আদিৰ উদাহৰণে ছাত্ৰ আৰু যুৱসমাজত বিশ্বপৰিৱৰ্তনৰ আশা প্ৰবলভাৱে সঞ্চাৰ কৰিছিল। ১৯৬৭-৬৮ চনত আনকি পুৰণি শিক্ষা ব্যৱস্থা আৰু বিদ্যা জগতৰ (system of knowledge) বিৰুদ্ধে বিদ্ৰোহেই হৈছিল। ১৯৬৮ চনত পেৰিছৰ দুৰ্বাৰ ছাত্ৰ বিক্ষোভৰ প্ৰতি কেম্ব্ৰিজতো উত্তাল সঁহাৰি দেখা গৈছিল। অৱশ্যে এইবোৰ জাগৰণত ৰোমাণ্টিক সপোন, কল্পনা আৰু নিঃশংক আশাবাদৰ উপাদানেই বেছি আছিল।

এই কালৰ প্ৰভাৱত এছিয়াৰ আন দেশৰ ছাত্ৰ-ছাত্ৰীৰ লগত আগতকৈ অধিক মাত্ৰাৰ যোগাযোগৰ উপৰিও গোহাঁয়ে স্বদেশৰ জনগণৰ বিষয়ে আগৰ তুলনাত অধিক চেতনা আৰু দায়িত্ববোধৰ প্ৰতি অগ্ৰসৰ হয়। বিহাৰৰ দুৰ্ভিক্ষ আৰু নক্সালপন্থী আন্দোলনৰ সমৰ্থকসকলৰ কথা-বতৰাই তেওঁক গভীৰভাৱে প্ৰভাৱিত কৰিছিল। তেওঁ, মৃণাল মিৰি আৰু ১০/১২ জন ছাত্ৰৰ লগ লাগি India Socialist League গঠন কৰি ভাৰত সম্পৰ্কে আলোচনা, চিনেমা প্ৰদৰ্শন আদিৰ আয়োজন কৰিছিল। (সত্যজিৎ ৰায়ৰ "পথেৰ পাঁচালী"খন চাই বহু সংখ্যক বুঢ়া-বুঢ়ী ব্ৰিটিছ অধ্যাপক-অধ্যাপিকাই চকুৰ পানীৰে বাট নেদেখা হোৱা তেওঁৰ মনত আছে।)

তেওঁৰ কিতাপসৰ্বস্ব, ভাববিলাসী জগৎখনৰ পৰা ওলাই সৰ্বসাধাৰণ ব্ৰিটিছ

মানুহৰ লগত মিলিবলৈ তেওঁ উৎসাহিত হৈছিল। ব্ৰিটিছ সমাজৰ সংশয়বাদ তথা সকলো কথা সতর্কভাৱে পৰীক্ষা কৰাৰ অভ্যাস আৰু সমাজ জীৱনত fair play বা ন্যায়নিষ্ঠাৰ আগ্রহে তেওঁৰ শ্রদ্ধাৰ উদ্রেক কৰিছিল। আনহাতে বৃটিছ মধ্যবিত্ত সমাজৰ কিছুমান সংকীর্ণতা আৰু ভণ্ডামিত তেওঁ ক্ষুব্ধ হৈছিল। কিন্তু তেওঁৰ অন্তিম ধাৰণা আছিল এয়ে যে সেই সমাজৰ কেতবোৰ দোষ-দুর্বলতা থাকিলেও তাৰ বিৰুদ্ধে সৎসাহস আৰু দৃঢ়তাৰে যুদ্ধ দিয়া নির্মল মনৰ মানুহো আছিল যথেষ্ট।

সেই সময়ৰ ঘনিষ্ঠতম বন্ধুৰ ভিতৰত আছিল এলান লে'ছে'ম, পল কর্ণাটন, পিটাৰ ভাইঝ্, মাইক্ ৰিগেল্‌ছফৰ্থ, অমিয় আৰু যশোধৰা বাক্‌চি, বিল্ মেক্‌নি, পিটাৰ ষ্টেগ্‌মায়াৰ(?) আদি। মৃণাল মিৰিৰ লগতো ঘনিষ্ঠ বন্ধুত্ব হৈছিল।

**প্ৰত্যাবৰ্তন ১৯৬৯ - ১৯৭৮**

বিদেশত থাকোঁতেই কিৰোৰিমল কলেজত অস্থায়ী চাকৰি কৰা বন্ধু এজনৰ স্বার্থত তেওঁ কিৰোৰিমলত থকা অধ্যাপকৰ স্থায়ী চাকৰিটো এৰি দিয়ে আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ আমন্ত্ৰণক্ৰমে তাৰ ইংৰাজী বিভাগত যোগ দিয়ে। ছাত্ৰ-ছাত্ৰীৰ লগত যথেষ্ট সৌহাৰ্দ্য হ'লেও তেওঁ তাৰ সামাজিক পৰিবেশ কিছু অস্বস্তিকৰ পায়। ছমাহমান কাম কৰাৰ পিছত তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ ইংৰাজী বিভাগত যোগ দিয়ে। অধ্যাপক অমৰেশ দত্ত তাৰ মুৰব্বী অধ্যাপক আছিল।

১৯৭০ চনত বৰুৱা এজেন্সিৰ স্বত্বাধিকাৰী বদন বৰুৱা আৰু তেখেতৰ বন্ধু ৰঞ্জিৎ নাৰায়ণ ডেকাৰ অনুৰোধত তেওঁ সাহিত্যৰ সত্য নামৰ প্ৰবন্ধ-সংকলন এখন প্ৰকাশৰ বাবে যুগুত কৰে। তাতেই তেওঁ নতুন সমালোচনাৰ গণ্ডী চেৰাই সমাজতাত্ত্বিক আলোচনাৰ প্ৰতি অগ্ৰসৰ হোৱাৰ লক্ষণ ফুটি উঠে।

ইতিমধ্যে তেওঁ নক্সালপন্থী ধাৰাবোৰৰ লগত কিছু সময় কটাই সেইসময়ত অসমৰ পৰিবেশত সেইবোৰৰ অসাৰ্থকতা অনুভৱ কৰে আৰু অচিন্ত্য ভট্টাচাৰ্য্য আৰু হেমেন দাসৰ লগত যোগাযোগ কৰি চি পি এম দলৰ ৰাজনৈতিক প্ৰচাৰ আৰু অন্যান্য কাৰ্যসূচীৰ লগত নিজকে জড়িত কৰে। চি পি আই দলৰ লগতো কিছু যোগাযোগ ৰক্ষা কৰিছিল যদিও পিছলৈ নিজে নিজেই সেই সম্পৰ্ক শিথিল হৈ পৰে। এই সময়তে লামডিঙত অসমীয়া সাজ-পাৰ পিন্ধা মহিলাৰ বিৰুদ্ধে বঙালী গুণ্ডাৰ কটূক্তিক চেলু হিচাপে লৈ গুৱাহাটীত উগ্ৰজাতীয়তাবাদী উত্তেজনা সৃষ্টিৰ চেষ্টা চলে আৰু ড° গোহাঁয়ে বুদ্ধিজীৱীসকলক সংগঠিত কৰি তেওঁলোকৰ সন্মিলিত আবেদন গুৱাহাটীৰ ৰাইজৰ মাজত প্ৰচাৰ কৰি উত্তেজনা প্ৰশমিত কৰে। ক্ৰমবৰ্দ্ধমান বামপন্থী প্ৰভাৱ খণ্ডন কৰিবলৈ এইটো আছিল প্ৰতিক্ৰিয়াশীল মহলৰ প্ৰথম প্ৰচেষ্টা। বামপন্থী মতাদৰ্শ প্ৰচাৰ কৰিবলৈ "নতুন পৃথিবী" নামৰ আলোচনী এখন প্ৰকাশ কৰাৰ সিদ্ধান্ত লোৱা হয়, আৰু ড° গোহাঁই মুখ্য সম্পাদক নিৰ্বাচিত হয়। সহযোগীসকল

আছিল ড° দেৱপ্ৰসাদ বৰুৱা, অধ্যাপক আনন্দেশ্বৰ শৰ্মা, অনিল ৰায়চৌধুৰী, মুকুট ভট্টাচাৰ্য্য, তাৰকচন্দ্ৰ গোস্বামী, ৰঞ্জিৎ নাৰায়ণ ডেকা। নক্সালপন্থীসকলৰ লগত সহযোগিতাৰ সুফল ফলিছিল জ্যোতিপ্ৰসাদৰ ৰচনাৱলী বিকৃত কৰা চেষ্টাৰ পৰাজয়ত।

ইতিমধ্যে ইন্দিৰা গান্ধীয়ে কংগ্ৰেছত বিভাজন আনি "গৰীবী হটাও" শ্ল'গানেৰে জনগণৰ মাজত জনপ্ৰিয়তা অৰ্জন কৰে। বাংলাদেশৰ মুক্তিযুদ্ধত সহায় কৰি তেওঁ জনপ্ৰিয়তা বৃদ্ধি কৰে। কিন্তু ক্ৰমে তেওঁৰ স্বৈৰতন্ত্ৰী প্ৰৱণতা প্ৰকট হৈ পৰে। ইতিমধ্যে বামপন্থী আন্দোলনক সংসদী পচনৰ পৰা উদ্ধাৰ কৰিবলৈ নক্সালপন্থীসকলে সশস্ত্ৰ কাৰ্যকলাপ আৰম্ভ কৰে, তেওঁলোকে বাকী বামপন্থীসকলক নিজ পক্ষলৈ অনাত ব্যৰ্থ হয়। তেতিয়া তেওঁলোকক নিঃশেষ কৰিবলৈ কঠোৰ ৰাষ্ট্ৰীয় অভিযানৰ সূত্ৰপাত হয়। ক্ৰমে কংগ্ৰেছী চৰকাৰে অৰ্দ্ধফেচিবাদী ৰূপ লয়। বংগদেশত ১৯৭২ চনত ছলে-বলে-কৌশলে কংগ্ৰেছে বামফ্ৰন্টৰ পৰা শাসনভাৰ কাঢ়ি লয়। তুমুল নক্সালবিৰোধী দমননীতিৰ অংগস্বৰূপে বৰানগৰ আদি ঠাইত ঘৰৰ পৰা সমৰ্থ যুৱক মাত্ৰকে টানি উলিয়াই গুলীয়াই হত্যা কৰা হৈছিল। নক্সাল আন্দোলন এনে ব্যাপক নিৰ্যাতনৰ ফলত দুৰ্বল হৈ পৰা সত্ত্বেও মূল্যবৃদ্ধি, ক'লা কানুন আদিৰ বিৰুদ্ধে জনপ্ৰতিৰোধ স্তব্ধ নহয়। জয়প্ৰকাশ নাৰায়ণৰ নেতৃত্বত বিহাৰকে ধৰি ভাৰতৰ প্ৰান্তে প্ৰান্তে প্ৰবল গণআন্দোলন গঢ়ি উঠে। ১৯৭৮ চনত হয় ঐতিহাসিক ৰেল ধৰ্মঘট। ১৯৭৫ চনত জৰুৰী অৱস্থা ঘোষণাৰ জৰিয়তে শ্ৰীমতী গান্ধীৰ স্বৈৰতন্ত্ৰী প্ৰৱণতা চৰম পৰ্যায়লৈ উত্তীৰ্ণ হয়।

১৯৭৩ চনত ৰাণী গোহাঁইৰ লগত বিবাহপাশত আৱদ্ধ হয়। ১৯৭৫ চনত প্ৰথমা কন্যা আত্ৰেয়ী আৰু ১৯৭৯ চনত দ্বিতীয়া কন্যা স্বৰ্গজ্যোতিৰ জন্ম হয়।

এই সময়ছোৱাত গোহাঁয়ে "নতুন পৃথিৱী" সম্পাদনা কৰাৰ উপৰিও দ্ৰুতবেগে কেইবাখনো প্ৰবন্ধ সংকলন প্ৰকাশ কৰে। ৰাজনৈতিক পৰিৱৰ্তনৰ খুন্দাত তেখেতে সংসদী বামপন্থাৰ প্ৰতি বীতশ্ৰদ্ধ হৈ উঠে। ইয়াৰ ফলত "নতুন পৃথিৱী" আৰু চি পি এমৰ লগত তেখেতৰ বিচ্ছেদ ঘটে। নক্সালপন্থী কিছুমানৰ সহযোগিতাৰে তেখেতে "পদাতিক" নামৰ এখন বাৰ্ত্তালোচনী প্ৰকাশ কৰে। জৰুৰী অৱস্থাৰ সময়তো অসমত গণতান্ত্ৰিক চিন্তাধাৰা বচাই ৰাখিবলৈ আপ্ৰাণ চেষ্টা কৰে। কিন্তু শাসক শ্ৰেণীয়ে বাতৰিকাকত, ৰেডিঅ' আদি মাধ্যমৰ জৰিয়তে তেখেতৰ বিৰুদ্ধে নিৰৱচ্ছিন্ন কুৎসা-ৰটনা চলাই তেখেতক বৃহৎ জনগণৰ পৰা এঘৰীয়া কৰে। সংসদী বাম শক্তিবোৰেও এই কুৎসাৰটনাত উৎসাহেৰে সহযোগিতা কৰে। 'পদাদিতক'ৰ সহকৰ্মীসকল আছিল হেমন্ত দাস, হেমন্ত বৰ্মন, দেবেন তামুলী, তপন বৰুৱা, বৰপেটাৰ অম্বিকা শৰ্মা।

অৱশেষত ১৯৭৭ চনত নিৰ্বাচনত ইন্দিৰা গান্ধীৰ চৰকাৰ বিধ্বস্ত হয়। কিছু সময়ৰ বাবে এক মুক্ত পৰিমণ্ডল দেশত বিৰাজ কৰে। দিল্লীত মোৰাৰজী

দেশাইৰ নেতৃত্বত জনতাদলৰ চৰকাৰ গঠিত হয়। অসমতো জনতা তৰংগই বহুদিনীয়া কংগ্রেছী দুর্গ বিধ্বস্ত কৰি গোলাপ বৰবৰা নেতৃত্বত জনতা চৰকাৰ স্থাপন কৰে।

এই কালছোৱাত এহাতে অসমীয়া উগ্রজাতীয়তাবাদ আৰু ৰাষ্ট্রীয় স্বৈৰতন্ত্রৰ লগত গণতান্ত্রিক শক্তিসমূহৰ সংঘাত আৰু আনহাতে বামশিবিৰৰ মাজত নানা বিষয় লৈ তীব্র মতভেদ আৰু অন্তর্দ্বন্দ্বত গোহাঁই জড়িত হৈ পৰাত তেওঁ বিবিধ কষ্ট আৰু আহুকাল ভুগিবলগীয়া হৈছিল। অসমীয়া জাতীয়তাবাদে আগ্রাসী ৰূপ লৈ ৰাজ্যিক চৰকাৰৰ সহযোগিতাত জনগোষ্ঠীগত আকাংক্ষা আৰু দাবীৰ প্রতি মাৰমুখী ৰূপ ধাৰণ কৰিছিল। অসম সাহিত্য সভাৰ উপৰিও অসমীয়া বাতৰিকাকত আৰু আলোচনীৰ লগত তেওঁৰ বিশেষ সৌহার্দ্য নাছিল। অসমীয়া সাহিত্যৰ মাজতো "এক জাতি, এক মত, এক প্রাণ" প্রতিষ্ঠাৰ জবৰদস্তি চলিছিল। কোৱা বাহুল্য, মাক্সবাদৰ প্রতি শাসক শ্রেণীৰ সগোত্র কাকতপত্র বা অনুষ্ঠানৰ মনোভাব আছিল তিক্ত। এটা উল্লেখ কৰিবলগীয়া ঘটনা হৈছে সমৰ সেন সম্পাদিত Frontier কাকতত তেওঁৰ নিয়মিত লিখামেলা, সমৰ সেনৰ লগত সঘন পত্রালাপ আৰু হেমাংগ বিশ্বাসৰ লগত ঘনিষ্ঠ সহযোগিতা। দুয়োজন ব্যক্তিৰ মৃত্যু পর্যন্ত সেই যোগাযোগ অব্যাহত আছিল। দুয়ো চি পি এমৰ বাওঁপিনে অৱস্থান লৈছিল যদিও কোনো দলৰ সদস্য নাছিল।

এই সময়ত চীন চৰকাৰ আৰু ভাৰত চৰকাৰে সীমা সংঘর্ষৰ তেৰ বছৰৰ মূৰত সম্পর্ক স্বাভাৱিকীকৰণৰ উদ্যোগ লয়। দুয়ো দেশৰ জনগণৰ মাজত আদান-প্রদানতো উৎসাহ দিয়ে। তাৰ গইনা লৈ গঢ়ি উঠে প্রথমে দ্বাৰকানাথ কোটনিছ স্মাৰক কমিটী আৰু পিছত ভাৰত-চীন মৈত্রী সংঘ (ICFA)। দুয়োটা অনুষ্ঠানতে মুখ্য অংশগ্রহণ কৰে গোহাঁয়ে। দুয়োটাই গণ আন্দোলনৰ ৰূপ লয়।

সাহিত্যৰ গণবোধ্যতা সম্পর্কে এই সময়ত তুমুল তিক্ত বিতর্ক হয়। গণবোধ্যতাৰ স্বার্থত গোহাঁয়ে আধুনিকতাবাদ আৰু প্রতীকবাদৰ বিৰুদ্ধে প্রচাৰ চলায় আৰু কবিতাক জনগণৰ কাষ চপাই নিয়াৰ ওপৰত গুৰুত্ব আৰোপ কৰে।

১৯৭৬ চনত কবিতা দত্ত (দুর্গেশ্বৰ দত্ত) সম্পাদিত "মোৰ দেশ" আলোচনীৰ উপদেষ্টা হয়। জৰুৰী অৱস্থাৰ সময়তে তাৰ বিৰুদ্ধে পৰোক্ষ উদ্যোগ হিচাপে "মোৰ দেশ"-ত "হেম বৰুৱা অভিনন্দন সংখ্যা" প্রকাশ কৰা হৈছিল। এটি সমালোচনা সংখ্যাও প্রকাশ কৰা হৈছিল। এই কথাও উল্লেখ কৰা ভাল যে এই সময়ছোৱাত তেখেতে বিশ্ববিদ্যালয়ৰ শিক্ষক আন্দোলনত উৎসাহেৰে অংশগ্রহণ কৰিছিল।

১৯৭৯ চনত দুর্গেশ্বৰ দত্তই 'পান্থপাদপ' প্রকাশ কৰে। সমীৰ-সনন্তকে ধৰি বহু নবীন অসমীয়া কবিক আত্মপ্রকাশৰ সুযোগ দিয়ে 'পান্থপাদপ'-এ।

১৯৭৪ চনত বিভিন্ন শিবিৰৰ লেখক-লেখিকা লৈ তিতাবৰৰ বৰহোলাত

প্ৰদীপ গগৈৰ সহযোগত 'পদাতিক'-ৰ উদ্যোগত বৃহৎ লেখক শিবিৰৰ অনুষ্ঠান হৈছিল।

**অসম আন্দোলন ১৯৭৯ - ১৯৮৫**

১৯৭৯ চনৰ মে' মাহত ডঃ হীৰেন গোহাঁয়ে চি পি এম দলৰ ৰাজ্যিক কমিটীলৈ এখন ২০ পৃষ্ঠাৰ চিঠি প্ৰেৰণ কৰি কয় যে শীঘ্ৰে গণতান্ত্ৰিক শক্তিসমূহৰ বাবে বিপজ্জনক এক প্ৰবল ধুমুহা আহিব বুলি তেওঁ অনুমান কৰিছে। কিন্তু যথাযোগ্য আৰু সুচিন্তিত প্ৰতিৰোধে তাৰ ধ্বংসলীলা কমাব পাৰিব বুলি তেওঁ ভাবে আৰু সেয়ে এই উদ্দেশ্যে দলৰ লগত সহযোগিতা কৰাৰ প্ৰস্তাৱ দিয়ে। তেওঁৰ সেই চিঠি অগ্ৰাহ্য কৰা হয়। *দৈনিক অসম, অগ্ৰদূত, নাগৰিক* (বিশেষকৈ নিবাৰণ বৰা, নগেন হাজৰিকা আৰু নগেন শইকীয়াৰ প্ৰবন্ধৰ জৰিয়তে) আদি কাকতত উগ্ৰজাতীয়তাবাদৰ ফিৰিঙতি উৰিবলৈ ধৰে। মঙ্গলদৈ সমষ্টিত বহু সংখ্যক বিদেশী ভোটাৰৰ উপস্থিতিৰ বিষয়ে তুমুল প্ৰচাৰ লৈ অসম আন্দোলন আৰম্ভ কৰা হয়। প্ৰায় প্ৰথমৰ পৰা "বিদেশীৰ বন্ধু" বুলি বা "দেশদ্ৰোহী" বুলি বামপন্থী আৰু গণতান্ত্ৰিক মনোভাৱৰ লোকসকলক আক্ৰমণ কৰি এঘৰীয়া কৰাৰ চেষ্টা কৰা হ'ল। ক্ৰমে শাৰীৰিক আক্ৰমণ হ'ব ধৰিলে।

ড° গোহাঁয়ে "কলাখাৰ" পত্ৰিকা উলিয়াই বামপন্থী আৰু গণতান্ত্ৰিক লোকসকলৰ সহায়-সহযোগিতাৰে ধুমুহাৰ বিৰুদ্ধে কেনেকৈ জপিয়াই পৰিছিল তাৰ সবিশেষ **তেজৰ আখৰে লিখা** (লয়াৰ্ছ সংস্কৰণ) ত পোৱা যাব। নিঃসন্দেহে অসম আন্দোলনৰ হিংস্ৰ স্বৈৰতন্ত্ৰী প্ৰবণতাৰ বিৰোধিতা কৰাত ড° গোহাঁইৰ এক আগৰণুৱা নেতাৰ ভূমিকা আছিল। অসমৰ বাহিৰতো 'Economic and Political Weekly' ত তেওঁ প্ৰথমে "Cudgel of Chauvinism" নামৰ প্ৰবন্ধত এই দিশ উন্মোচন কৰে। তেতিয়া দিনৰ পিছত দিন ধৰি ডাক-তাঁৰ ধৰ্মঘট চলিছে আন্দোলনৰ অংশ হিচাপে। অতি কষ্টে আৰু বহু কৌশলেৰে প্ৰবন্ধটো 'Economic and Political Weekly' লৈ (মুম্বাইলৈ) পঠাব পৰা গৈছিল। আন্দোলনৰ বহু ভয়ংকৰ অন্ধকাৰ দিশৰ খবৰ প্ৰথমে "কলাখাৰ"তে প্ৰকাশ হৈছিল। বাকীবোৰ মাধ্যমে যেতিয়া কেৱল আন্দোলনৰ গুণগান আৰু আন্দোলনৰ ওপৰত আৰক্ষীৰ দমন-নীতিৰ নিন্দা বাহিৰে আন একো প্ৰকাশ কৰা নাছিল, তেতিয়া "কলাখাৰ"তে আন্দোলনটোৰ অশুভ দিশবোৰ উন্মোচিত হৈছিল।

১৯৮২ মানৰ পৰা ড° গোহাঁইৰ মতৰ কিছু সলনি হ'ল। আন্দোলনে থলুৱা জনগণক কেনেকৈ এনেদৰে মতলীয়া কৰিব পাৰিছে, সেই প্ৰশ্ন নিজকে কৰি তেওঁ অনুভৱ কৰিলে অসমীয়া জাতিসত্তাৰ সংকটে সাধাৰণ অসমীয়াক ব্যাকুল কৰিছে। এই জাতিসত্তাৰ সুৰক্ষাৰো প্ৰয়োজন আছে। কিন্তু আন্দোলনে গ্ৰহণ কৰা পথেৰে

সেই নিৰাপত্তা নাহে। ফলত গোহাঁইৰ লগত চি পি এমৰ মতভেদ আৰম্ভ হ'ল। ১৯৮৩ চনত গোহাঁয়ে নিৰ্বাচনত অংশগ্ৰহণ কৰাৰ বিৰুদ্ধে পাৰ্টিক অৱস্থান ল'বলৈ সকীয়াই দিছিল। এইবাৰো তেওঁৰ পৰামৰ্শ গৃহীত নহ'ল। নে'লিৰ হত্যাকাণ্ডৰ পিছত তেওঁ ব্যক্তিগত বিবৃতিৰে আন্দোলনকাৰী জনগণক হিংসাৰ পথ বৰ্জন কৰিবলৈ কাতৰ আহ্বান জনাইছিল "দৈনিক জনমভূমি" আদি কাকতত। ১৯৮৪ চনত 'Sunday' আলোচনীত আন্দোলনকাৰীৰ লগত চৰকাৰে আলাপ-আলোচনা কৰাৰ সপক্ষে যুক্তি দি প্ৰবন্ধ লিখিলে। (পিছত Assam, A Burning Question গ্ৰন্থত সন্নিৱিষ্ট।) আলোচনা হ'ল, ৰাজীৱ গান্ধীয়ে অসম চুক্তি আগবঢ়ালে। তাৰ ভিত্তিত অসম গণ পৰিষদ গঠিত হৈ পিছত নিৰ্বাচনত জিকি অসমত চৰকাৰ গঠন কৰিলে। তাৰ আগতে কিছুকাল অন্যতম প্ৰতিষ্ঠাতা সম্পাদকৰূপে "সাপ্তাহিক জনজীৱন"ৰ লগত জড়িত আছিল। কিন্তু চি পি এমৰ গোড়ামিৰ ফলত কেইমাহমানৰ পিছত আঁতৰি আহে।

এই কালছোৱাত আন্দোলনকাৰীৰ নানা যুক্তিৰ বিৰোধিতা, আন্দোলনৰ বিশ্লেষণ আদিত ব্যস্ত হৈ থকা সত্ত্বেও তাত্ত্বিক অনুসন্ধান চলাইছিল। উদাহৰণ স্বৰূপে জনগোষ্ঠী আৰু অসমীয়া জাতিসত্তাৰ সম্পৰ্ক, জনজাতীয় আন্দোলনৰ স্বৰূপ আৰু তাৎপৰ্য, অসমীয়া জাতীয় পৰম্পৰাৰ ভিত্তি আদি। উল্লেখনীয় যে জাতি সমস্যা সম্পৰ্কে অসম আন্দোলনৰ পূৰ্বেই তেওঁ এলানি সমাদৃত প্ৰবন্ধ লিখিছিল "সাম্প্ৰতিক সাময়িকী"ত।

১৯৮৬ - ১৯৯৬

অসমীয়া জাতীয় পৰিচয় ৰক্ষাৰ আন্দোলন এনেদৰে চলোৱা হ'ল যে জনজাতীয় গোষ্ঠীবোৰৰ অস্তিত্ব আৰু পৰিচয়ক গুৰুত্ব দিয়া নহ'ল। কিছুমান তাত্ত্বিকে ঘোষণা কৰিলে যে অসমীয়া ভাষা-সংস্কৃতি বিশুদ্ধ আৰ্যমূলীয় আৰু আৰ্য সংস্কৃতি। সেয়ে এই সময়ত অসমীয়া জাতিৰ মূল সূত্ৰডাল কি, অসমীয়া জাতি গঠনৰ প্ৰক্ৰিয়া কি, তাকে লৈ বিতৰ্ক চলোৱাৰ উপৰিও তেওঁ নতুন চিন্তা কৰিলে। অসমত অসমীয়া সমাজৰ উৎপত্তি কেনেকৈ হ'ল, তাৰ প্ৰধান চৰিত্ৰ কি, তাৰ উত্তৰ বিচাৰি নতুনকৈ ভাবিলে। এই ক্ষেত্ৰত শংকৰদেৱৰ অৱদান কি, তাকো নতুনকৈ চিন্তা কৰিলে।

শংকৰদেৱক এক বিশেষ ভগবৎদৰ্শনৰ অনুগামী আৰু তেখেতৰ ধৰ্মমতক সেই দৰ্শনৰ সাধনমাৰ্গ বুলি উঠা বিতৰ্কত অংশগ্ৰহণ কৰি শংকৰদেৱক মূলতঃ সমাজসংস্কাৰক বুলি ধৰি গোহাঁয়ে তেখেতক তেখেতৰ বিশেষ ঐতিহাসিক সামাজিক পটভূমিত স্থাপন কৰিলে, য'ত জনজাতীয় সংস্কৃতিৰ প্ৰভাৱ তেতিয়াও প্ৰবল হৈ আছিল। গোহাঁয়ে মত প্ৰকাশ কৰিলে যে শংকৰী মতৰ অন্তৰ্নিহিত প্ৰৱণতা তাৰ সকলো উপাদানৰ জৰিয়তে স্পষ্টৰূপত ব্যক্ত হোৱা নাছিল। তদুপৰি পৰৱৰ্তী যুগৰ

বিভিন্ন সামাজিক পৰিস্থিতিয়ে সেই প্ৰবণতাক নিয়ন্ত্ৰণ কৰি ৰাখিছিল।

এই বিতৰ্কসূত্ৰেই তেওঁ ভাৰতীয় ঐতিহ্যৰ এক মোহমুক্ত পুনৰীক্ষণৰ চেষ্টা চলাইছিল। বহু ভাৰতীয় পণ্ডিতে ভাবে যে ভাৰতীয় সংস্কৃতি যুগে যুগে এক আধ্যাত্মিক অন্তৰাত্মাৰ ঐতিহাসিক পুনৰুজ্জীৱন - অৰ্থাৎ কেৱল আধুনিক পৰিস্থিতিৰ লগত তাক খাপ খুৱাই নিয়াই আধুনিক ভাৰতীয় সংস্কৃতিৰ ইতিহাস-নিৰ্দ্ধাৰিত গতিপথ। এলানি অসম্পূৰ্ণ প্ৰবন্ধত তেওঁ এই ধাৰণাৰ মাৰাত্মক ভ্ৰান্তি আৰু অন্ধতা আঙুলিয়াই দিলে।

১৯৮৭ চন মানৰ পৰা তেওঁ "প্ৰসংগক্ৰমে" নামৰ এটা শিতান "আজিৰ অসম"ত লিখিবলৈ লয়। প্ৰথমতে সমালোচিত হ'লেও পিছলৈ সি বিপুল জনপ্ৰিয়তা অৰ্জন কৰে আৰু অসমৰ ৰাইজৰ প্ৰায় সকলো ধৰণৰ সমস্যাৰ ক্ষেত্ৰত এই শিতানৰ জৰিয়তে তেওঁ মত প্ৰকাশ কৰিবলৈ ধৰে। বিভিন্ন বিষয়ত তেখেতৰ মতামত জানিবলৈ বৃহৎসংখ্যক ৰাইজো উদগ্ৰীৱ হৈ থাকিবলৈ ধৰে। এই কালছোৱাত বহুদিন তেওঁ "অন্বেষা" অনুষ্ঠানৰ প্ৰধান পৰামৰ্শদাতা আছিল।

এই কালছোৱাত অসম গণ পৰিষদ চৰকাৰে জনগোষ্ঠীয় আন্দোলনবিলাকক আন্তৰিক আলাপ-আলোচনাৰে মোকাবিলা নকৰি কোকৰাঝাৰ জিলাত ব্যাপক দমননীতিৰ আশ্ৰয় লয়। তাৰ ফলত বিশেষকৈ বড়ো আন্দোলন অধিক সংগ্ৰামী হৈ উঠে। ড° গোহাঁয়ে অসমৰ লগতে ৰাখি বড়োসকলৰ আত্মশাসনৰ আকাংক্ষা যতদূৰসম্ভৱ পূৰণ কৰাৰ আৰু সকলো গোষ্ঠীৰ মাজত গণতান্ত্ৰিক মনোভাৱ গঢ়াৰ পৰামৰ্শ দিয়ে বাৰে বাৰে।

অসম গণ পৰিষদৰ পৰোক্ষ সম্মতিৰে সংযুক্ত মুক্তি বাহিনী বিশেষ প্ৰভাৱশালী হৈ উঠে। তেওঁলোকে বাছ-বিচাৰ নোহোৱাকৈ হত্যাকাণ্ড চলাই সেনাবাহিনীৰ হস্তক্ষেপৰ পথ প্ৰশস্ত কৰে। আলফাৰ সন্ত্ৰাসৰ বিৰুদ্ধে 'সদৌ অসম গণতান্ত্ৰিক নাগৰিক সন্থা' গঠন কৰি প্ৰথম আলফাবিৰোধী ৰাজ্যিক অভিৱৰ্তন পতাত আগভাগ লয়। অসম গণ পৰিষদ চৰকাৰ পদচ্যুত হয় আৰু নতুন নিৰ্বাচনে হিতেশ্বৰ শইকীয়াৰ নেতৃত্বাধীন কংগ্ৰেছ (ই) চৰকাৰ ক্ষমতালৈ আনে। যাইকৈ সংযুক্ত মুক্তি বাহিনীক দমন কৰাৰ উদ্দেশ্যে গাঁৱে-ভূঞে পুলিচ-মিলিটাৰিৰ ব্যাপক সন্ত্ৰাস চলোৱা হয়, ক্ৰমে দমননীতিৰ ক্ষেত্ৰ প্ৰসাৰিত হৈ নাগৰিক অধিকাৰকে সংকুচিত কৰা হয়। এই স্বৈৰতন্ত্ৰৰ বিৰুদ্ধে বিভিন্ন আন্দোলন আৰু প্ৰচাৰকাৰ্যত অংশগ্ৰহণ কৰি অৱশেষত আন আন উদ্যোক্তাৰ সৈতে "গণতান্ত্ৰিক অধিকাৰ সংগ্ৰাম সমিতি" (GASS) নামৰ এখন সম্মিলিত মঞ্চ গঠন কৰে। কিন্তু উক্ত সমিতিৰ লগত মতভেদ হোৱাত আঁতৰি আহে আৰু যাইকৈ লিখামেলাৰ জৰিয়তে নিজৰ দৃষ্টিভংগী প্ৰচাৰ কৰি থাকে। গোহাঁইৰ মত আছিল এয়ে যে প্ৰফুল্ল মহন্তৰ দলক সংগ্ৰামৰ অংশীদাৰ কৰিব লাগে, কিন্তু তেওঁলোকক শাসনত ৰাখিব লাগে, নতুবা পূৰ্বৰ অভিজ্ঞতাৰ পুনৰাবৃত্তি হ'ব পাৰে। বাকীসকলে এই প্ৰস্তাৱ অগ্ৰাহ্য কৰে, কাৰণ কেৱল মহন্তৰ দলৰহে গণভিত্তি থকা সংগঠন আছিল।

উল্লেখযোগ্য শইকীয়াৰ স্বৈৰতন্ত্ৰৰ বিৰুদ্ধে ১৯৯২ চনত প্ৰধান মন্ত্ৰী, ৰাষ্ট্ৰপতিক স্মাৰকপত্ৰ দিবলৈ শৰৎ চন্দ্ৰ সিংহ, প্ৰফুল্ল মহন্ত, পাচু গোপাল বৰুৱা,

